# আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ

প্ৰথম লেখক-শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ



নগেন শইকীয়া-সম্পাদিত




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম

১৯৭৭

**ADHUNIK ASAMIYA SAHITYAR ABHILEKH :** A collection of papers and speeches presented & delivered in the first Writers' Camp ; edited by Sri Nagen Saikia and published by Dr. Hemantakumar Sarma, General Secretary, Asam Sāhitya Sabhā, Chandrakanta Handiqui Bhavan, Jorhat I, January, 1977.

আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ
নগেন শইকীয়া-সম্পাদিত

প্ৰকাশক :
ড° হেমন্তকুমাৰ শৰ্মা
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

প্ৰথম প্ৰকাশ : জানুৱাৰী, ১৯৭৭ চন

মূল্য : ১২·০০ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬



## আগকথা

১৯৭৩ চনৰ ২৬ ডিচেম্বৰৰপৰা ১৯৭৪ চনৰ ১ জানুৱাৰীলৈকে সাদিন জুৰি অসম সাহিত্য সভাৰ উদ্যোগত প্ৰথমবাৰৰ বাবে গুৱাহাটীত আয়োজন কৰা হৈছিল 'অসমৰ প্ৰথম লেখক-শিবিৰ'। 'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ' এই শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ। ইতিমধ্যে ১৯৭৪ চন আৰু ১৯৭৫ চনত গুৱাহাটী আৰু যোৰহাটত আয়োজন কৰা দ্বিতীয় আৰু তৃতীয় লেখক-শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ 'অসমৰ লিপি-সমস্যা' আৰু 'অধ্যয়ন চক্ৰ'ই যথাসময়ত প্ৰকাশ লাভ কৰিলে। অনেকৰ মনত প্ৰশ্ন হ'ব পাৰে—'প্ৰথম লেখক-শিবিৰ'ৰ গ্ৰন্থখন প্ৰকাশ কৰা ইমান পলম হ'ল কিয় ? এই শিবিৰত যোগদান কৰা লেখক-লেখিকাসকলৰ কেইগৰাকীমানৰ বাহিৰে সৰহ সংখ্যকেই মৌখিক ভাষণ দিছিল। সেই ভাষণসমূহৰ টেপ্-ৰেকৰ্ড্ আৰু সংক্ষিপ্ত লিখন-টোকা ৰখা হৈছিল। টেপ্ আৰু টোকাৰপৰা ভাষণসমূহ পুনৰ লিখি উলিওৱাৰ পিছত দেখা গ'ল—আমি যুগুতাই দিয়া প্ৰশ্নাৱলীৰ উপৰিও শ্ৰোতা-দৰ্শকসকলে কৰা প্ৰশ্নৰ উত্তৰসহ ছপাবলৈ দিলে প্ৰায় দেড় হাজাৰ পৃষ্ঠাৰ প্ৰয়োজন হ'ব। গতিকে প্ৰতি গৰাকী লেখকৰ মূল বক্তব্য আৰু সুৰ ৰক্ষা কৰি ভাষণৰ মাজৰ পুনৰ-কথন আঁতৰাই আৰু অলংকাৰ, উদ্ধৃতি আদি যথাসম্ভৱ সংকোচ কৰি সংক্ষিপ্ত কৰিব লগীয়া হ'ল। তাকে কৰোঁতে প্ৰায় পঞ্চাশ গৰাকীৰ ভাষণ নিজহাতে যুগুতাই ছপাশাললৈ পঠাব লগীয়া হয়। কিন্তু কোনো ক্ষেত্ৰতে লেখকৰ মূল বক্তব্যৰ ইফাল-সিফাল হ'বলৈ এৰি দিয়া নাই। দৰ্শক-শ্ৰোতাসমূহে কৰা প্ৰশ্ন আৰু উত্তৰসমূহ বাধ্য হৈয়েই এৰিব লগীয়া হ'ল। আৰ্হি কাকত চাওঁতেও পুনৰ টেপ্ আৰু টোকা খুলি আমি নিঃসন্দেহ হ'বলৈ যত্ন কৰিছোঁ। তত্ৰাচ ছপাৰ দুই এটা বৰ্ণাশুদ্ধি আৰু বাক্য গাঁথনিৰ খুঁতৰ হাত সাৰিব পৰা নাই। ৭৩ চনৰ মাৰ্চৰপৰা ৭৬ চনৰ ৩১ মাৰ্চ পৰ্যন্ত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি থকা অৱস্থাত গ্ৰন্থখনিৰ সম্পাদনা সম্পূৰ্ণ কৰা সম্ভৱ হৈ নুঠিল; যদিও প্ৰথম অংশ সেই ব্যস্ততাৰ মাজতে সম্পাদনা

করি ছপাবলৈ পঠোৱা হৈছিল। গতিকে অনিচ্ছাকৃত ত্রুটি-বিচ্যুতি আৰু অসামৰ্থ্যৰ বাবে ক্ষমা বিচাৰিলোঁ।

প্ৰথম বাৰৰ বাবে লেখক-শিবিৰ আয়োজন কৰি আমাৰ মনত নানা প্ৰকাৰ শংকা আৰু ভয় হৈছিল। অনেকেই বাতৰি কাকতত চিঠি লিখি শিবিৰৰ প্ৰয়োজন নাই বুলি ক'বলৈও প্ৰয়াস কৰিছিল। অসম সাহিত্য সভাৰ সেই বছৰৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে আমাৰ আঁচনিৰ পৰিকল্পনা আৰু ৰূপায়ণৰ কাৰ্যত অনুমোদন জনাই আঁচনি সফল কৰি তুলিলে। আমি যি উদ্দেশ্য আগত ৰাখি এই শিবিৰৰ পৰিকল্পনা কৰিছিলোঁ সেই উদ্দেশ্য বহু পৰিমাণে সফল হোৱা বুলিয়েই প্ৰত্যয় যাব পাৰিছোঁ। এই শিবিৰ হৈ যোৱাৰ পাছত আমাৰ দুই এখন শাখা সভা আৰু জিলা সাহিত্য পৰিষদেও স্থানীয়ভাৱে লেখক-শিবিৰৰ আয়োজন কৰিবলৈ আৰম্ভ কৰাটো উল্লেখযোগ্য কথা।

এই শিবিৰলৈ আমি যিসকলক নিমন্ত্ৰণ কৰিছিলোঁ সিসকলৰ কেইগৰাকী মানৰ বাহিৰে বাকী সকলোৱেই শিবিৰত যোগ দি শিবিৰৰ কাৰ্য সূচী সফল কৰি তুলিলেহি। এই শিবিৰৰ আলোচনাই দুটা কথা আমাৰ আগত স্পষ্ট কৰি দিলে: (১) উত্তৰ-পূব ভাৰতত অসমীয়া ভাষাৰ বাস্তৱ আৰু গুৰুত্বপূৰ্ণ অৱস্থানক নিৰংকুশ আসন দান কৰা আৰু সমান গুৰুত্বৰে থলুৱা ভাষাসমূহৰ সমস্যাৱলী সমাধানৰ বাবে বাট বিচৰাৰ প্ৰয়োজনীয়তা; (২) সৃষ্টিশীল লেখকসকলক অন্তৰংগ আলাপ-আলোচনাৰ যোগে নিজৰ মাজত থকা সমস্যা আঁতৰাবলৈ সুযোগ দিয়া আৰু নতুন সৃষ্টিৰ বাবে প্ৰেৰণাময় পৰিৱেশ দান কৰিবলৈ যত্ন কৰা।

আমাৰ থলুৱা ভাষাসমূহৰ প্ৰতিনিধিসকল আহি সেই সেই ভাষাৰ অৱস্থা আৰু সমস্যাৰ কথা আমাক জানিবলৈ দিলে। আমি এই আলোচনাৰ দ্বাৰা যথেষ্ট উপকৃত হৈছোঁ। আমাৰ সৃষ্টিশীল লেখকসকলে নিজৰ ৰচনাৰ ইতিহাস, পটভূমি আৰু বৌদ্ধিক উপাদান সম্পৰ্কে কিছু স্পষ্ট ধাৰণা দান কৰিলে। আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ বাবে তেখেতসকলৰ উত্তৰে অনেক প্ৰয়োজনীয় সমল যোগাব।

কৃতজ্ঞতা: শিবিৰত অংশগ্ৰহণ কৰা আৰু যোগদান কৰা প্ৰতি গৰাকী লেখক-লেখিকালৈ আমাৰ আন্তৰিক কৃতজ্ঞতা নিৱেদন কৰিলোঁ।



এগৰাকী ব্যক্তিৰ কথা নকলে শিবিৰ-সম্পৰ্কীয় বক্তব্য সম্পূৰ্ণ নহয়; তেখেত হ'ল—আমাৰ শিবিৰৰ আলোচনা-চক্ৰসমূহৰ সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগ। প্ৰতিদিনে প্ৰায় ১২ ঘণ্টাতকৈও অধিক কাল ব্যয় কৰি তেখেতে সাদিন জুৰি যি ধৈৰ্য, শ্ৰম আৰু দক্ষতাৰে কাৰ্য-সূচী পৰিচালনা কৰিলে তাৰ বাবে আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জনালোঁ।

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাক সভাপতি, অধ্যক্ষ আব্দুল জেলিলক কাৰ্যকৰী সভাপতি আৰু অধ্যাপক শ্ৰীবিনয় চৌধুৰী প্ৰমুখ্যে ২৬ জন লোকক সদস্য স্বৰূপে লৈ গঠন কৰা অভ্যৰ্থনা সমিতিৰ প্ৰতি গৰাকী ব্যক্তিলৈ আমাৰ শলাগ জ্ঞাপন কৰিলোঁ। আমি দুখেৰে স্মৰণ কৰিছোঁ—উদাৰ, সৰলপ্ৰাণ ব্যক্তি অধ্যক্ষ আব্দুল জেলিল চাহাবে এই গ্ৰন্থ প্ৰকাশৰ আগতেই আকস্মিকভাৱে শেষ নিশ্বাস ত্যাগ কৰিলে। তেখেতৰ স্মৃতিত আমি শোকাশ্ৰুৰে শ্ৰদ্ধা তৰ্পণ কৰিছো।

শিবিৰৰ প্ৰথম অধিৱেশনৰ উদ্বোধক, তেতিয়াৰ শিক্ষামন্ত্ৰী শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ; মুখ্য অতিথি, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী; স্মৃতিগ্ৰন্থ-উন্মোচিকা, অসম সাহিত্য-সভাৰ প্ৰাক্তন সভানেত্ৰী শ্ৰীযুতা নলিনীবালা দেৱী; সামৰণী অধিৱেশনৰ মুখ্য অতিথি, অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ; সামৰণী সভাৰ সভাপতি, অসম সাহিত্য-সভাৰ সভাপতি অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মা; স্মৃতি-গ্ৰন্থৰ সম্পাদক শ্ৰীযতীন গোস্বামী প্ৰমুখ্যে সম্পাদনা সমিতিৰ সদস্যসকল; সহকাৰী সম্পাদকদ্বয় অধ্যাপক অমল ৰাজখোৱা আৰু শ্ৰীগোবিন্দচন্দ্ৰ মহন্ত; ভাষণৰ টোকা ৰাখোঁতা শ্ৰীদিলীপ শৰ্মা আৰু শ্ৰীপ্ৰহ্লাদকুমাৰ বৰুৱা; তেতিয়াৰ কটনিয়ান (সৰ্বশ্ৰী) শৰৎ বৰুৱা, সুনীল শৰ্মা, য়েছে দৰ্জে ঠংছে, সূৰ্য দাস, শ্ৰীকান্ত চৌধুৰী, মুনীন্দ্ৰ চৌধুৰী, অজন্ত গোস্বামী আৰু অঞ্জন বৰুৱা; সংগীত পৰিৱেশন কৰি সহায় কৰোঁতা শ্ৰীমতী ইৰাণী হাজৰিকা আৰু তেখেতৰ দল; শ্ৰোতাসকলৰ ফালৰপৰা সক্ৰিয় সহযোগ দান কৰা শ্ৰীঅৱনীন্দ্ৰচন্দ্ৰ বৰা প্ৰমুখ্যে শ্ৰোতা-দৰ্শকসমূহ; কৰ্মী-কৰ্মচাৰীসমূহ আৰু আমাক প্ৰত্যক্ষে-পৰোক্ষে সহায়-সহযোগ, দিহা-পৰামৰ্শ দিয়া সকলোলৈকে আমাৰ হিয়াভৰা শলাগ জ্ঞাপন কৰিলোঁ।

'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ'ৰ প্ৰথম অংশ যদিও আমি

প্ৰধান সম্পাদক হৈ থকা কালতেই ছপাশাললৈ পঠোৱা হৈছিল, সম্পাদনাৰ কাম আৰু ছপাৰ কাম সম্পূৰ্ণ হ'লহি ড° হেমন্তকুমাৰ শৰ্মাৰ প্ৰধান সম্পাদকত্বৰ কালতহে। গতিকে পুথিখনিৰ প্ৰকাশৰ দায়িত্ব প্ৰধান সম্পাদক হিচাপে তেখেতৰ ওপৰতেই ন্যস্ত হ'ল। ড° শৰ্মালৈও আমাৰ কৃতজ্ঞতা জনালোঁ।

শেহত নৱজীৱন প্ৰেছৰ নাম আন্তৰিক শলাগেৰে লৈছোঁ। নৱজীৱন প্ৰেছে অসম সাহিত্য সভাৰ কামক অগ্ৰাধিকাৰ দি ছপা-সম্পৰ্কত সদায় সহায়-সহযোগিতা দান কৰি আহিছে। এই বন্ধুত্ব-সুলভ মনোভাৱ চিৰদিন ৰৰ্তি থাকক—ইয়াকে কামনা কৰিলোঁ।

ইতি

১৪ জানুৱাৰী ( ১ মাঘ ), ১৯৭৭
ডিব্ৰুগড় বিশ্ববিদ্যালয়

## প্ৰকাশকৰ নিবেদন

'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ' অসম সাহিত্য সভাৰ দ্বাৰা আয়োজন কৰা প্ৰথম লেখক-শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ। অসমত প্ৰথমবাৰৰ বাবে লেখক-শিবিৰৰ পৰিকল্পনা আৰু ৰূপায়ন কৰাৰ দায়িত্ব বহন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক অধ্যাপক নগেন শইকীয়াই। তেখেতৰ-তিনি বছৰীয়া কাৰ্যকালত তিনিটা লেখক-শিবিৰৰ আয়োজন সম্ভৱ হৈ উঠে। ইতিমধ্যে ২য় আৰু ৩য় শিবিৰৰ গ্ৰন্থ দুখনি শ্ৰীশইকীয়াৰ সম্পাদনাতে তেখেতৰ কাৰ্যকালতে প্ৰকাশ হৈ গৈছে।

এই গ্ৰন্থখনিৰ শ্ৰমসাধ্য সম্পাদনাৰ দায়িত্বও তেখেতেই বহন কৰে আৰু তেখেতৰ কাৰ্যকালতে প্ৰথম অংশ ছপাশাললৈ যায়। এতিয়া সম্পূৰ্ণ গ্ৰন্থখনিৰ প্ৰকাশৰ দায়িত্ব লবলৈ পাই আমি আনন্দ অনুভৱ কৰিছোঁ। আমি আশা কৰিছোঁ এই 'অভিলেখে' আমাৰ ভবিষ্যতৰ সাহিত্যৰ বুৰঞ্জী ৰচনাত সহায় কৰিব। পুথিখনিৰ সম্পাদক শ্ৰীশইকীয়ালৈ আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ।

কলিকতাৰ নৱজীৱন প্ৰেছে পুথিখনি ছপোৱাৰ দায়িত্ব বহন কৰাৰ বাবে শলাগ জনালোঁ।

ইতি

**হেমন্তকুমাৰ শৰ্মা**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

২৬ জানুৱাৰী, ১৯৭৭
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী

## সূচীপাত

১ম খণ্ডঃ লেখক-শিৰিৰৰ উদ্বোধনী অধিবেশন [১—২৮]

প্ৰস্তাৱনা ঃ নগেন শইকীয়া ঃ ১ ॥ স্বাগত-ভাষণ ঃ অধ্যক্ষ আব্দুল জেলিল ঃ ৫ ॥ উদ্বোধনী-ভাষণ ঃ হৰেন্দ্ৰনাথ তালুকদাৰ ঃ ৭ ॥ মুখ্য অতিথিৰ ভাষণ ঃ ত্ৰৈলোক্যনাথ গোস্বামী ঃ ১০ ॥ সভাপতিৰ ভাষণ ঃ অতুলচন্দ্ৰ হাজৰিকা ঃ ২০ ॥ সঞ্চালকৰ আৰম্ভণী-ভাষণ ঃ ড° মহেশ্বৰ নেওগ ঃ ২৭ ॥

২য় খণ্ডঃ অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা [২৯—৮৮]

প্ৰশ্নাৱলী ঃ ৩১ ॥ মিচিং ভাষাৰ অৱস্থা আৰু সমস্যা ঃ তৰুণচন্দ্ৰ পামে-গাম ঃ ৩৩ ॥ ভৃগুমুনি কাগ্যুং ঃ ৩৮ ॥ নাহেন্দ্ৰ পাছুন ঃ ৪৫ ॥ ৰাভা ভাষাৰ অৱস্থা আৰু সমস্যা ঃ ৰাজেন ৰাভা ঃ ৫০ ॥ মণি ৰাভা ঃ ৫৫ ॥ কাৰ্বি ভাষাৰ অৱস্থা আৰু সমস্যা ঃ ৰং বং তেৰাং ঃ ৬০ ॥ বড়ো ভাষাৰ সমস্যা আৰু অৱস্থা ঃ ভৱেন নাৰ্জি ঃ ৬৫ ॥ ৰামদাস বসুমতাৰী ঃ ৬৯ ॥ প্ৰমোদ ব্ৰহ্ম ঃ ৭৭ ॥ বিহুৰাম বড়ো ঃ ৮১ ॥ তিৱা ভাষাৰ অৱস্থা আৰু সমস্যা ঃ পদ্ম পাটৰ ঃ ৮৪ ॥ অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা ঃ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য ঃ ৮৬ ॥

৩য় খণ্ডঃ যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা [৮৯—১৪৩]

প্ৰশ্নাৱলী ঃ ৯১ ॥ স্বৰচিত কবিতাৰ বিষয়ে ঃ নৱকান্ত বৰুৱা ঃ ৯৩ ॥ হীৰেন ভট্টাচাৰ্য ঃ ৯৬ ॥ নিৰ্মলপ্ৰভা বৰদলৈ ঃ ৯৮ ॥ পৰেশমল্ল বৰুৱা ঃ ১০২ ॥ লক্ষহীৰা দাস ঃ ১০৭ ॥ আনিছ্ উজ্ জামান ঃ ১১০ ॥ নাৰায়ণ বেজবৰুৱা ঃ ১১৪ ॥ মহিম বৰা ঃ ১১৫ ॥ চৈয়দ আব্দুল মালিক ঃ ১১৬ ॥ প্ৰৱীণা শইকীয়া ঃ ১১৮ ॥ আধুনিক অসমীয়া কবিতা ঃ নলিনীধৰ ভট্টাচাৰ্য ঃ ১১৯ ॥ যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা ঃ হীৰেন দত্ত ঃ ১৩১ ॥

**৪ৰ্থ খণ্ড ঃ** যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি গল্প [ ১৪৫—১৯২ ]

প্ৰশ্নাৱলী ঃ ১৪৭ ॥ স্বৰচিত চুটি গল্পৰ বিষয়ে ঃ চৈয়দ আব্দুল মালিক ঃ ১৪৯ ॥ ড° ভবেন্দ্ৰনাথ শইকীয়া ঃ ১৫২ ॥ মহিম বৰা ঃ ১৫৪ ॥ সৌৰভ-কুমাৰ চলিহা ঃ ১৫৯ ॥ যোগেশ দাস ঃ ১৬১ ॥ লক্ষ্মীনন্দন বৰা ঃ ১৬৩ ॥ ড° প্ৰণৱজ্যোতি ডেকা ঃ ১৬৫ ঃ মহেন্দ্ৰ বৰঠাকুৰ ঃ ১৬৬ ॥ অৰুণ গোস্বামী ঃ ১৬৮ ॥ পোলেন বৰকটকী ঃ ১৭৫ ॥ কুমুদ গোস্বামী ঃ ১৮০ ॥ নগেন শইকীয়া ঃ ১৮৬ ॥ যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি গল্প ঃ মুনীন বৰকটকী ঃ ১৯০ ॥

**৫ম খণ্ড ঃ** যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস [ ১৯৩—২৪৫ ]

প্ৰশ্নাৱলী ঃ ১৯৫ ॥ স্বৰচিত উপন্যাসৰ বিষয়ে ঃ চৈয়দ আব্দুল মালিক ঃ ১৯৭ ॥ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ ২০১ ॥ যোগেশ দাস ঃ ২০৬ ॥ নৱকান্ত বৰুৱা ঃ ২১১ ॥ লক্ষ্মীনন্দন বৰা ঃ ২১৪ ॥ হিতেশ ডেকা ঃ ২২২ ॥ চন্দ্ৰপ্ৰসাদ শইকীয়া ঃ ২২৭ ॥ মহেন্দ্ৰ বৰঠাকুৰ ঃ ২৩২ ॥ নবীন বৰুৱা ঃ ২৩৫ ॥ যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস ঃ ড° সত্যেন্দ্ৰনাথ শৰ্মা ঃ ২৩৯ ॥

**৬ষ্ঠ খণ্ড ঃ** যোৱা পঁচিশ বছৰৰ অসমীয়া নাটক [ ২৪৭—২৮০ ]

প্ৰশ্নাৱলী ঃ ২৪৯ ॥ স্বৰচিত নাটকৰ বিষয়ে ঃ সত্যপ্ৰসাদ বৰুৱা ঃ ২৫১ ॥ ফণী তালুকদাৰ ঃ ২৫৪ ॥ অৰুণ শৰ্মা ঃ ২৫৫ ॥ ৰত্ন ওজা ঃ ২৬০ ॥ উত্তম বৰুৱা ঃ ২৬২ ॥ প্ৰফুল্ল বৰা ঃ ২৬৩ ॥ অতুল বৰদলৈ ঃ ২৬৮ ॥ দুলাল ৰয় ২৭০ ঃ যোৱা পঁচিশ বছৰৰ অসমীয়া নাটকৰ ধাৰা ঃ ড° শৈলেন ভৰালী ঃ ২৭২ ॥

**৭ম খণ্ড ঃ** (ক) সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য [ ২৮১—৩০৭ ]

প্ৰশ্নাৱলী ঃ ২৮৩ ॥ মুনীন বৰকটকী ঃ ২৮৫ ॥ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ঃ ২৮৯ ॥ যতীন্দ্ৰনাথ গোস্বামী ঃ ২৯২ ॥ অতুলচন্দ্ৰ বৰুৱা ঃ ২৯৫ ॥ ড° প্ৰফুল্ল কটকী ঃ ২৯৭ ॥ হেমন্তকুমাৰ শৰ্মা ঃ ৩০৩ ॥



(খ) সাহিত্য সৃষ্টি আৰু ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা [ ৩০৫—৩০৮ ]

চন্দ্ৰপ্ৰসাদ শইকীয়া ঃ ৩০৫ ॥ বিশ্বনাৰায়ণ শাস্ত্ৰী ঃ ৩০৬ ॥

**৮ম খণ্ড ঃ** লেখক-শিবিৰৰ সামৰণী অধিৱেশন [ ৩০৯—৩২৯ ]

সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগৰ ভাষণ ঃ ৩১১ ॥ স্মৃতি-গ্ৰন্থ উন্মোচিকা নলিনীবালা দেৱীৰ ভাষণ ঃ ৩২৪ ॥ মুখ্য অতিথি শৰৎচন্দ্ৰ সিংহৰ ভাষণ ঃ ৩২৬ ॥ সভাপতি গিৰিধৰ শৰ্মাৰ ভাষণ ঃ ৩২৮ ॥

## ১ম খণ্ড

## প্ৰথম লেখক-শিবিৰৰ উদ্বোধনী অধিবেশন

প্ৰস্তাৱনা : নগেন শইকীয়া

স্বাগত ভাষণ : অধ্যক্ষ আব্দুল জেলিল

উদ্বোধনী ভাষণ : শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ

মুখ্য অতিথিৰ ভাষণ : অধ্যক্ষ ত্ৰৈলোকনাথ গোস্বামী

সভাপতিৰ ভাষণ : অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা

সঞ্চালকৰ আৰম্ভণী ভাষণ : ডক্টৰ মহেশ্বৰ নেওগ

## প্ৰস্তাৱনা

### নগেন শইকীয়া

পৰম শ্ৰদ্ধেয় সভাপতি, উদ্বোধক, মুখ্য অতিথি, লেখক-চক্ৰৰ সঞ্চালক, নিমন্ত্ৰিত লেখক-লেখিকাসকল আৰু সমৱেত সুধীবৃন্দ, জয়জয়তে অসম সাহিত্য সভাৰ পক্ষৰপৰা আপোনাসকললৈ আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু স্বাগত সম্ভাষণ জ্ঞাপন কৰিছোঁ। আমি আজি এটি নতুন কাৰ্য-সূচীৰ ৰূপায়ণৰ বাবে আপোনাসকলক নিমন্ত্ৰণ কৰি আনিছোঁ। আমি অসমৰ প্ৰায় ষাঠিজন প্ৰবীণ-নবীন লেখক-লেখিকাক সাদ্দিনীয়া শিবিৰ এটিত সমৱেত কৰিবৰ বাবে আমাৰ ৰাজ্যত প্ৰথমবাৰৰ বাবে যত্ন কৰিছোঁ।

লেখক-শিবিৰ কি আৰু কিয়, এই সম্পৰ্কে বহুতৰে মনত প্ৰশ্ন উঠিছে। আমাৰ ৰাজ্যত যিহেতু এই বিষয়টো একেবাৰে নতুন, সেইবাবে প্ৰশ্ন উঠাটো স্বাভাৱিক। পৃথিৱীৰ অন্যান্য উন্নত দেশত লেখক-শিবিৰৰ সঘন আয়োজন কৰা হয় যাতে সমকালীন ভাষা-সাহিত্যৰ বিভিন্ন সমস্যাৱলী-সম্পৰ্কে অন্তৰঙ্গ চিন্তা-চৰ্চা কৰিব পাৰি আৰু দেশৰ সাহিত্যৰ ভৱিষ্যতৰ দিক্ নিৰ্ণয় কৰিব পাৰি। এইটোও স্বীকাৰ্য—লেখকসকলক ৰচনাৰ বাবে দিক্ নিৰ্ণয় কৰি দিয়া কাৰো পক্ষেই সম্ভৱ নহয়। কাৰণ সৃষ্টিশীল ৰচনা লেখকসকলৰ একান্ত ব্যক্তিগত আৰু একান্ত নিৰলে কৰা কৰ্ম। তথাপিও সমাজত প্ৰত্যেক যুগতে ভাৱ বা আদৰ্শৰ একোটি চালিকা শক্তিয়ে ক্ৰিয়া কৰে আৰু শিল্প, সাহিত্যও এই চালিকা শক্তিৰ নিয়ন্ত্ৰণৰ সম্পূৰ্ণ বাহিৰ হৈ যাব নোৱাৰে। গতিকে সাহিত্যৰ বিষয় আৰু ৰীতিৰ লগত সেই সময়ৰ এটি 'কাল-প্ৰভাৱ' থাকিবই। ইয়াৰ মাজেদিয়েই প্ৰত্যেক দেশৰ সাহিত্যই মনুষ্যত্বৰ সাধনা কৰে। লেখকসকলে এই সাধনাৰ পথ আৰু শিক্ষা-সম্পৰ্কে আলোচনা কৰাৰ নিশ্চয় প্ৰয়োজন আছে।

তদুপৰি লেখকসকলে সাহিত্য ৰচনাত পোৱা তেওঁলোকৰ সৰু-বৰ বিভিন্ন অভিজ্ঞতা আৰু নানা ধৰণৰ সমস্যা-সম্পৰ্কে নিজৰ ভিতৰত আলোচনা কৰাৰ বাবে লেখকসকলক একত্ৰিত কৰাৰ প্ৰয়োজন অত্যাৱশ্যকীয়। বিভিন্ন ভাৱ; মতবাদ আৰু আদৰ্শত বিশ্বাসী লেখকসকলে কৰা আলোচনাইও সাহিত্যৰ গতিপথ নিৰ্ণয় কৰাত এটি ছাপ পেলাব পাৰে। ছোভিয়েট ৰাছিয়াত থকা লেখক-সন্থাই সেই দেশৰ সমকালীন সাহিত্যৰ দিক্ নিৰ্ণয়ত এটি বিশেষ ভূমিকা গ্ৰহণ কৰে। এই উদ্দেশ্যে তেওঁলোকে অতি সঘনে বিভিন্ন ঠাইত লেখক-শিবিৰৰ আয়োজন কৰি লেখকসকলৰ বক্তব্য মুকলিকৈ দাঙি ধৰাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰে। ইংলণ্ড আৰু আমেৰিকা দেশতো লেখক-শিবিৰে বা লেখক-সন্থই এটা গুৰুত্বপূৰ্ণ ভূমিকা লয়। আমাৰ দেশত বৃটিছ-শাসনৰ পিছত এনে সন্থা আৰু শিবিৰ পতাৰ চিন্তা-চৰ্চা বিভিন্ন ঠাইত হৈছে। ভাৰতৰ নেশ্বনেল বুক ট্ৰাষ্টে ইতিপূৰ্বে কেইবাৰমান বেলেগ বেলেগ ঠাইত সৰ্বভাৰতীয় ভিত্তিত লেখক-শিবিৰৰ আয়োজন কৰিছে। এই পৰ্যন্ত অসমত এনে প্ৰচেষ্টা হোৱা নাছিল।

আজি প্ৰায় এযুগৰো ওপৰ হ'ল অসমীয়া আলোচনীৰ পাতত লেখক-শিবিৰ-সম্পৰ্কে প্ৰাথমিক চিন্তা প্ৰকাশিত হৈছিল। কিন্তু আয়োজনৰ প্ৰস্তুতিৰ বাবে কোনো আগবাঢ়ি অহা নাছিল।

বহুতৰে মনত এই প্ৰশ্নৰো উদয় হৈছে—অসম সাহিত্য-সভাৰ অধিৱেশনৰ সময়তে এনে শিবিৰ বা লেখক সমাৰোহৰ আয়োজন কৰিব নোৱাৰি নে? সাহিত্য-সভালৈ লেখকসকলৰ একাংশ যায়, বাকী সকলকো তালৈকে মাতি নিব পাৰিলে শিবিৰ-আয়োজনৰ খৰচৰপৰা দেখোন হাত সাৰিব পাৰি। দেখাতে কথাটো হয় কিন্তু কাৰ্যত হৈ উঠাৰ সম্ভাৱনা সম্প্ৰতে দেখা নাই; কাৰণ, (১) সাহিত্য সভাৰ অধিৱেশনত সাহিত্যিকসকলতকৈ ভাষা-সাহিত্য-প্ৰেমী লোকৰ সমাগমেই হয় আটাইতকৈ বেছি। (২) অধিৱেশনৰ উছৱমুখৰ পৰিৱেশত ছিৰিয়াছ আৰু অন্তৰঙ্গ চিন্তা-চৰ্চাৰ অৱকাশ প্ৰায় নাই। (৩) সৃষ্টিশীল লেখকসকলৰ বহুতেই ৰাজহুৱা আত্মপ্ৰকাশ কৰা বা ৰাজহুৱা ভাষণ দিয়াৰ পক্ষপাতী নহয়। (৪) অধিৱেশনৰ প্ৰস্তুতি আৰু লেখক-শিবিৰৰ প্ৰস্তুতি একেলগে কৰাও বৰ জটিল। গতিকে লেখকসকলক বেলেগে একত্ৰিত কৰিব লাগিব আৰু সিসকলক নিজৰ ৰচনাৰ অন্তৰালৰ ইতিহাস ব্যক্ত



কৰিব পৰাকৈ এটি শান্ত পৰিৱেশ দিব পাৰিব লাগিব। অসমত প্ৰথমবাৰৰ বাবে অসম সাহিত্য সভাৰ উদ্যোগত 'সাদিনীয়াকৈ লেখক-শিবিৰ'ৰ আয়োজন কৰা হৈছে। ব্যক্তিগতভাৱে মই ১৯৬৮ চনতেই এটি প্ৰস্তাৱ সভাত দাঙি ধৰিছিলোঁ। কিন্তু সেই বছৰ ৰাজ্যৰ বাহিৰে-ভিতৰে হোৱা বেজবৰুৱা জন্ম-শতবাৰ্ষিকী উছৱৰ পয়োভৰত আৰু পিছৰ বছৰ অৰ্থাভাৱত এই বিষয়ে চিন্তা কৰিব পৰা নহৈছিল।

১৯৭০ চনত পুনৰ এটি প্ৰস্তাৱ মই আগবঢ়াইছিলোঁ। কিন্তু তেতিয়াও সেই প্ৰস্তাৱ কাৰ্যকৰী কৰা সম্ভৱ হৈ নুঠিল। ১৯৭২ চনত ফেব্ৰুৱাৰী মাহত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছত সভাত প্ৰস্তাৱটি দাঙি ধৰাত কাৰ্যনিৰ্বাহক সমিতিয়ে প্ৰস্তাৱটি গ্ৰহণ কৰে। এই প্ৰস্তাৱটি দিয়াৰ আন কেইটিমানো কাৰণ আছিল। (১) অসমত এটা ভাষিক বিচ্ছিন্নতাবাদ গঢ়ি তুলিবৰ বাবে ন্যস্তস্বাৰ্থই বিভিন্ন প্ৰকাৰে চেষ্টা কৰি আহিছে আৰু উত্তৰ-পূব ভাৰতৰ বৈচিত্ৰ্যপূৰ্ণ জনগোষ্ঠীৰ সংহতিৰ ঘাই সূত্ৰডাল ছিঙিবলৈ অহোপুৰুষাৰ্থ কৰিছে। আমি একেলগ হৈ আমাৰ ভাষিক আৰু সাংস্কৃতিক সমস্যাসমূহ বিচাৰ-বিশ্লেষণ কৰাৰ আৰু সমাধানৰ উপায় উলিওৱাটো সেই বাবে হৈ পৰিছে অত্যাৱশ্যকীয়। (২) অসম সাহিত্য সভাক বহুতেই সাহিত্যিকহীন সাহিত্য সভা বুলি অভিযুক্ত নকৰাকৈ থকা নাই। সভাই যেতিয়ালৈকে সাহিত্যিকসকলে অনুভৱ কৰা সমস্যা আৰু সাহিত্যিকৰ সমস্যাত গুৰুত্ব আৰোপ নকৰিব, সেই পৰ্যন্ত সভাৰ লগত সৃষ্টিক্ষম লেখকসকলে প্ৰাণৰ সম্পৰ্কও বিচাৰি নাপায়। গতিকে আমাৰ বৰ্তমানৰ সাহিত্যৰ আৰু সাহিত্যিকৰ সমস্যাৱলী-সম্পৰ্কে আলোচনা কৰিবলৈ লেখকসকলক একত্ৰিত কৰিবই লাগিব। (৩) অসমীয়া আধুনিক সাহিত্যই যোৱা পঁচিশ বছৰত যথেষ্ট ব্যাপ্তি লাভ কৰিছে; কিন্তু এই সময়ছোৱাৰ সাহিত্যৰ বিষয়ে এতিয়াও প্ৰামাণ্য গ্ৰন্থ এখনি লিখা হোৱা নাই। আমি যদি এই সময় ছোৱাৰ লেখকসকলক নিমন্ত্ৰণ কৰি আনি সিসকলৰ ৰচনাৰ, ইতিহাস, ভাব, বিষয়, ৰীতি আদি-সম্পৰ্কে সিসকলৰ মুখৰপৰাই জানিব পাৰোঁ, তেনেহ'লে সেইখিনি কথা আমাৰ সাহিত্যৰ ইতিহাস ৰচনাৰ বাবে হ'ব আটাইতকৈ নিৰ্ভৰযোগ্য আৰু প্ৰামাণ্য দলিল স্বৰূপ।

এই উদ্দেশ্যেই অসমত প্ৰথম লেখক-শিবিৰৰ আয়োজন কৰা হৈছে।

আমি প্ৰায় ষাঠি গৰাকী লেখক-লেখিকালৈ তেখেতসকলৰ ৰচনা-সম্পৰ্কে কিছু অন্তৰঙ্গ প্ৰশ্ন পঠাইছোঁ। সেই প্ৰশ্নাৱলীৰ উত্তৰেই আমাৰ আধুনিক সাহিত্যৰ গতি-প্ৰকৃতি নিৰ্ণয়ত যথেষ্ট বৰঙনি যোগাব বুলি আশা ৰাখিছোঁ।

এই শিৱিৰলৈ আমি সকলো লেখকক অংশ গ্ৰহণৰ বাবে নিমন্ত্ৰণ কৰিব পৰা নাই। কিন্তু আমি আশা কৰিছোঁ শীঘ্ৰেই আমি পুনৰ এনে অনুষ্ঠানৰ আয়োজন কৰিব পাৰিম আৰু বাকী সকলোকো আমি অংশ গ্ৰহণৰ বাবে সুবিধা দিব পাৰিম। এটা পৌনঃপুনিক প্ৰচেষ্টাৰে আমাৰ লক্ষ্যত আমি উপনীত হ'বই লাগিব।

## স্বাগত-ভাষণ

### অধ্যক্ষ আব্দুল জেলিল

শ্ৰদ্ধেয় সভাপতি মহোদয়, শ্ৰদ্ধাস্পদ বিশিষ্ট অতিথি, মাননীয় উদ্বোধক ডাঙৰীয়া, সম্মানিত প্ৰতিনিধিমণ্ডলী, সুধীবৃন্দ আৰু সাহিত্যানুৰাগী শ্ৰদ্ধেয় ৰাইজ, জয় জয়তে মই ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱক-সেৱিকা সকলক অভ্যৰ্থনা-সমিতিৰ পক্ষৰপৰা স্বাগত-সম্ভাষণ জনাইছোঁ ; এই ঠেটুৰৈ লগা জাৰতো নানা বাধা-বিঘিনি আওকাণ কৰি আপোনাসকলে অসম সাহিত্য সভাৰ প্ৰথম প্ৰয়াস এই লেখক-শিৱিৰলৈ আহি ইয়াৰ নানা কাৰ্য-সূচীত অংশ গ্ৰহণ কৰি ইয়াকে সাফল্যমণ্ডিত কৰি তুলিবলৈ যি হাবিয়াস কৰিছে তাৰ বাবে আমি আপোনাসকলৰ আন্তৰিক শলাগ লৈছোঁ।

ঐতিহ্য মণ্ডিত, প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ, ভাষা-সাহিত্যৰ কেন্দ্ৰ গুৱাহাটী চহৰতে সাহিত্য সভাৰ প্ৰথম লেখক-শিৱিৰ পতাটো সঁচাকৈয়ে সমীচীন হৈছে আৰু যোৱা পঁচিছ বছৰে অসমীয়া সাহিত্যৰ বিভিন্ন দিশত কিমানখিনি উত্থান বা ক্ৰমোন্নতি হৈছে তাৰ দিক নিৰ্ণয় কৰাত এই চহৰৰ চাৰিওফালে সিঁচৰতি হৈ থকা সাহিত্যকাননৰ পুষ্পৰাশিয়েও যে যথেষ্ট অৱদান আগবঢ়া সেইটো মোৰ আন্তৰিক বিশ্বাস ; দেশ স্বাধীন হোৱাৰ পিছৰেপৰা আমাৰ সাহিত্যৰ ধাৰা ক্ষিপ্ৰতাৰে আগবঢ়া যেন লাগে। কবিতা, নাটক, উপন্যাস আদি নানা বিষয়ৰ ন ন পুথি প্ৰণয়ন আৰু প্ৰচলন হৈছে ; অৱশ্যে এই পুথিসমূহে সাহিত্যৰ প্ৰকৃত মানদণ্ড ৰক্ষা কৰিব পাৰিছে নে নাই তাৰ বিচাৰ কৰিব আপোনালোকে। সংখ্যাতকৈ যে গুণগত মূল্যায়ন উচ্চস্তৰৰ, সেইটো স্বীকাৰ্য। কিন্তু সেইবুলি সত্য, সুন্দৰ আৰু বিশ্বজনীন ভাৱৰাশিৰ ভেটিত লিখা পুথিসমূহক সৃষ্টিমূলক সাহিত্য বুলি ধৰিলে বোধকৰোঁ ভুল নহ'ব। অৱশ্যে সাহিত্যৰ মোল নুবুজা আমাৰ নিচিনা এজন ব্যক্তিয়ে এইবোৰ আলোচনা কৰাটোও বোধকৰোঁ অনুচিত হ'ব। এইবোৰৰ মূল্যায়ন কৰিব আপোনালোকৰ দৰে সাহিত্যৰ পূজাৰী সকলেহে।

আৰু এটা সুখৰ বিষয় যে অসম সাহিত্য সভাই এই লেখক-শিৱিৰৰ যোগেদি বড়ো, কাৰবি, মিচিং আদি থলুৱা অসমীয়া ভাষাৰ অৱস্থা আৰু সমস্যাৰ বিষয়ে নানা আলোচনা কৰাৰ থল ৰাখিছে। অসমীয়া-সংস্কৃতি বুলিলে আমি অসমীয়া অজনজাতীয় আৰু জনজাতীয় সংস্কৃতিৰ সংমিশ্ৰণ বুলিয়েই জানো। আজি আমাৰ লেখকসকলে গল্প, কবিতা আদিৰ যোগেদি পৰ্বত-ভৈয়ামৰ জনজাতীয় ভাই-ভনীসকলৰ সৈতে ঐক্য আৰু সম্প্ৰীতি গঢ়ি তোলাত সম্বল যোগাইছে। ন্যস্ত স্বাৰ্থ আৰু বাহিৰা শক্তিয়ে মাজে মাজে কোবাই গ'লেও যাতে সম্প্ৰীতিৰ এই এনাজৰীদাল ছিঙিব নোৱাৰে তালৈ যেন আপোনাসকলে সচেষ্ট হৈ চকু দিয়ে।

সম্মানিত অতিথিবৃন্দ, আপোনাসকলক আমি যিদৰে সেৱা-শুশ্ৰূষা কৰিব লাগে, নানা অসুবিধা হেতুকে তেনেদৰে সেৱা-শুশ্ৰূষা কৰিব পৰা নাই। তাৰ বাবে অভ্যৰ্থনা-সমিতিৰ হৈ মই আপোনালোকৰ ওচৰত ক্ষমা বিচাৰিছোঁ। দূৰ-দূৰণিৰপৰা আহি সাহিত্য সভাৰ প্ৰথম প্ৰয়াস এই লেখক-শিৱিৰ সাফল্যমণ্ডিত কৰাৰ উদ্দেশ্যে অংশ গ্ৰহণ কৰাৰ কাৰণে অভ্যৰ্থনা-সমিতিৰ হৈ মই আপোনাসবৰ শলাগ লৈছোঁ, আপোনালোকৰ যত্ন আৰু চেষ্টাত আমাৰ ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি হওক এইয়ে কামনা। জয়তু ভাষা জননী।

## উদ্বোধনী-ভাষণ

### হৰেন্দ্ৰনাথ তালুকদাৰ

সমৱেত সুধীবৃন্দ, অসম সাহিত্যসভাই লেখক-শিৱিৰৰ আয়োজন কৰি অসমীয়া মূল ভাষাৰ উপৰিও থলুৱা অন্যান্য ভাষা-গোষ্ঠীৰ প্ৰতিনিধিক সমৱেত কৰাৰ এই প্ৰচেষ্টাৰ প্ৰতি অভিনন্দন জনাইছোঁ। লেখক-শিৱিৰৰ আয়োজন অসমত এইবাৰেই প্ৰথম হৈছে। ভাৰতৰ নেচনেল বুকট্ৰাষ্টে লেখক-সন্মিলনৰ আয়োজন কৰাৰ কথা জানো। কিন্তু ভাৰতীয় আঞ্চলিক ভাষাৰ ভিতৰত অসম সাহিত্যসভাই আয়োজন কৰা এই শিৱিৰেই প্ৰথম। ফ্ৰান্স, জাৰ্মান, ৰাছিয়া, আমেৰিকা আদি দেশত এনে ধৰণৰ শিৱিৰ হয়; আৰু তাৰপৰা লেখক-পাঠক, ভাষা-সাহিত্য সকলো উপকৃত হয়।

অসম সাহিত্যসভাৰ লগত জড়িত থকাৰ যোৱা কেইবছৰমানৰ সময় ছোৱাত বিভিন্ন সময়ত মই নিৱেদন কৰিছিলোঁ যে—যদি অসমৰ বিভিন্ন ভাষা-ভাষীৰ মাজত সংহতি বজাই ৰখাৰ বাবে অসমীয়া ভাষাৰ কাৰ্যকাৰিতা ৰঢ়োৱাৰ কিবা আঁচনি থাকে, তেনে আঁচনিৰ বাবে ৰাজ্যচৰকাৰৰ পক্ষৰ-পৰা নিশ্চয় সহায়-সহযোগ আগবঢ়োৱা হ'ব। কেৱল অসমৰ কথাকেই মই কোৱা নাই, মই সমগ্ৰ উত্তৰ-পূব ভাৰতৰ কথাই কৈছোঁ। অৰুণাচল, নগাভূমি, গাৰোপাহাৰত অসমীয়া ভাষা আছিল। এতিয়াও এই অঞ্চলৰ লোকসকলৰ নিজৰ মাজৰ সংযোগী-ভাষাৰ কাম কৰি আহিছে অসমীয়া ভাষাই। আমাৰ মাজলৈ স্বাধীনতা লাভৰ পিছৰ সময়ত অনেক লোক আহিল। তেওঁলোকৰ মাজতো অসমীয়া ভাষাৰ প্ৰচাৰ নথকা নহয়। আমি সংখ্যালঘুসকলক তেওঁলোকৰ মাতৃভাষাৰেই প্ৰাথমিক স্তৰৰ শিক্ষা দিবই লাগিব। যদি অৱশ্যে স্বেচ্ছাই তেওঁলোকে অসমীয়া গ্ৰহণ কৰে ভালৰে কথা। নকৰিলেও মাধ্যমিক স্তৰত অসমীয়া ভাষা তেওঁলোকে শিকিবই লাগিব। কিন্তু কেৱল এনেভাৱে শিকোৱাটোৱেই নহয়, তেওঁ-লোকৰ বাবে অসমীয়া ভাষাক আপোন কৰাৰ ওপৰতো গুৰুত্ব দিব লাগিব। তাৰ বাবে তেওঁলোকৰ ধৰ্ম, ৰীতি-নীতি, সমাজ-জীৱনকলৈ সহজ-সৰল

ভাষাৰে, তেওঁলোকৰ অন্তৰ স্পৰ্শ কৰাকৈ অসমীয়া ভাষাত যদি আমি পুথি-পত্ৰ প্ৰকাশ কৰিব পাৰোঁ, তেহে অসমীয়া ভাষা তেওঁলোকৰ বাবে আপোন হৈ উঠিব। অৰুণাচল, নগাভূমি, মেঘালয় উপৰিও আমাৰ মাজৰ জনজাতীয় লোকসকলৰ জীৱনকলৈ লিখাৰ ওপৰত গুৰুত্ব দিব লাগে। আমাৰ বড়ো, মিচিং, কাৰবি, ৰাভা, আদি লোকসকল অসমীয়া জাতিৰেই অবিচ্ছেদ্য অংগ-সম্প্ৰদায়। এই জনজাতীয় মূলৰ নানা সাংস্কৃতিক সম্পদে উমৈহতীয়া অসমীয়া সংস্কৃতি-সভ্যতাক গঢ়ি তুলিছে। আমাৰ বৰ্তমানৰ ভাষাকো তেওঁলোকৰ শব্দ-সম্ভাৰেৰে আৰু আমাৰ সাহিত্যক তেওঁলোকৰ জীৱনৰ সমলেৰে চহকী কৰি তুলিব পাৰিলেহে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতি চহকী হৈ উঠিব। অসমীয়া ভাষাৰ মাধ্যমে আমাক সুদৃঢ়ভাৱে একগোট কৰি ৰাখিব। লেখক-শিবিৰে আমাক এই দিশত আগবাঢ়িবলৈ প্ৰেৰণা দিব বুলি আশা কৰিছোঁ।

এই শিবিৰত যোৱা পঁচিশ বছৰৰ অসমীয়া সাহিত্যৰো আলোচনা হ'ব। এনে আলোচনাই আমাক স্বাধীনতা লাভৰ আগৰ অৱস্থা আৰু এতিয়াৰ অৱস্থাৰ এটা তুলনামূলক জ্ঞান লাভ কৰাত সহায় কৰাৰ উপৰিও আমাৰ বৰ্তমানৰ সাহিত্যইনো কেনে ধৰণেৰে বিকাশ লাভ কৰিছে, কিমান সফলতা অৰ্জন কৰিছে, ক'ত দোষ-ত্ৰুটি আছে এই সকলোবোৰ বুজাত সহায় কৰিব।

আমি এই কথা মনত ৰখা উচিত যে আমাৰ মাজত শিক্ষিতৰ হাৰ হ'ল শতকৰা ২৮ মাত্ৰ। গতিকে কেৱল ২৮জনৰ বাবেই নহয়, বাকী ৭২জনৰ বাবেও আমি আমাৰ সাহিত্যক কেনেভাৱে উপযোগী আৰু গ্ৰহণীয় কৰি তুলিব পাৰোঁ—সিও চিন্তাৰ কথা। সাহিত্যক জনসাধাৰণৰ সম্পত্তি কৰিবলৈ হ'লে সাহিত্যই জনসাধাৰণক কল্যাণৰ পথ দেখুৱাব পাৰিব লাগিব। থিয়েটাৰ-চিনেমাৰ মাজেদিও যদি অসমৰ মানুহৰ জীৱনৰ সমস্যা দাঙি ধৰিব পাৰি, সমস্যা-সমাধানৰ ইংগিত দিব পাৰি, তেনে থিয়েটাৰ বা চিনেমাই জনজীৱনক উপকৃত কৰিব। মই ভাবোঁ এটা স্তৰত সাহিত্যক আমি শিক্ষা-প্ৰদ কৰাৰ যত্ন কৰিবই লাগিব।

আমি যদি আমাৰ ভাষা-সাহিত্যৰ পৰিধি বহলাব পাৰোঁ, চহকী কৰিব পাৰোঁ, আমাৰ ভাষা-সাহিত্য ভাৰতৰ অন্যান্য ঠাইৰ লোকেও শিকিবলৈ বা বুজিবলৈ যত্নপৰ হ'ব।



মই লেখক নহওঁ, সাহিত্যিক নহওঁ। কেৱল আজিৰ এই সমাৰেশত অসমৰ যিসকল গুণী-জ্ঞানী লোক গোট খাইছে সিসকলৰ আগত মোৰ মনৰ ভাব আৰু আশাৰ কথা নিবেদন কৰিছোঁ। আমাৰ দৰিদ্ৰ জনসাধাৰণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ বাবে যেনে ধৰণৰ সাহিত্যৰ প্ৰয়োজন, অসমৰ বিভিন্ন ভাষা-ভাষী লোকৰ মাজত সম্প্ৰীতি বজাই ৰাখি অসমীয়া ভাষাৰ প্ৰচাৰৰ বাবে যেনে ধৰণৰ আঁচনিৰ প্ৰয়োজন তেনে সাহিত্য-ৰচনাৰ বাবে, তেনে আঁচনি গ্ৰহণৰ বাবে সাহিত্যিকসকলে যত্ন কৰিলে—আমাৰ ভৱিষ্যৎ উজ্জ্বলৰপৰা উজ্জ্বলতৰ হ'ব। আপোনালোকলৈ মোৰ আন্তৰিক ওলগ আৰু শুভেচ্ছা জনাই আৰু সাহিত্যসভালৈ অভিনন্দন জনাই—অসমৰ প্ৰথম লেখক-শিবিৰৰ কাৰ্যসূচী উদ্বোধন কৰিলোঁ।

# মুখ্য অতিথিৰ ভাষণ

## ত্ৰৈলোক্যনাথ গোস্বামী

মাননীয় সভাপতি ডাঙৰীয়া, মাননীয় শিক্ষামন্ত্ৰী মহোদয়, উপস্থিত ভদ্ৰমণ্ডলী আৰু শ্ৰদ্ধাভাজন লেখকসকল, আমাৰ ৰাজ্যত ন-পুৰণি লেখক-সকলক একত্ৰিত কৰা শিবিৰ আগেয়ে হোৱা মনত নপৰে। এতিয়া এনে এটা শিবিৰৰ আয়োজন হোৱাত লেখকসকলে পাৰস্পৰিক ভাব-বিনিময়ৰ সুযোগ পাব আৰু বৰ্তমান পৰিস্থিতিত তেওঁলোকৰ সম্মুখত দেখা দিয়া কিছুমান জটিল প্ৰশ্নৰ সামূহিক আলোচনাৰ পথ মুকলি হ'ব। অসম সাহিত্য সভা, অসম বিজ্ঞান সংস্থা, ৰাজনৈতিক বিজ্ঞান সম্মিলন আদি বিভিন্ন অনুষ্ঠানবোৰো লেখকসকলৰ কাৰণে একো একোটি মিলন-ক্ষেত্ৰ; কিন্তু জনসাধাৰণৰ সহযোগিতাৰ প্ৰতি এনেবোৰ অনুষ্ঠান বেছিকৈ সজাগ হোৱাৰ কাৰণে লেখকসকলৰ গোষ্ঠীগত সমস্যাৰ আলোচনাৰ থল এইবোৰত সচৰাচৰ নাথাকে। আনহাতে বিশেষ একশ্ৰেণী লোকৰ মাজত লেখক-শিবিৰ সীমিত হোৱাত বিভিন্ন দিশৰ আলোচনাৰদ্বাৰা এই শ্ৰেণীৰ লোক অন্ততঃ কিছু পৰিমাণে উপকৃত হ'ব বুলি মোৰ ধাৰণা।

লেখক শব্দৰ অৰ্থ ব্যাপক। মই হ'লে এই শব্দৰ সহায়ত সৃষ্টিক্ষম এদল লোককহে মাথোন বুজাব খুজিছোঁ। বৰ্তমান কল-কাৰখানাৰ যুগত এনে এক শ্ৰেণী ৰচকৰ সৃষ্টি হৈছে যিটো শ্ৰেণীৰ নাই কোনো গভীৰ অনুভূতি, নাই সত্যনিষ্ঠা, আৰু নাই জীৱনৰ প্ৰতি বিশেষ দৃষ্টিভঙ্গী। এওঁলোকে পুথি ৰচনা কৰে প্ৰয়োজনৰ তাগিদাত, বিত্তলাভৰ আশাত। বণিক-বিচাৰ-প্ৰসূত এইবোৰ পুথিৰ ৰচকক মই লেখক বুলি অভিহিত কৰি এই আলোচনাৰ মাজত সুমাই ল'ব খোজা নাই; কাৰণ, এওঁলোকৰ লক্ষ্য বিত্তলাভ মাত্ৰ। বিত্তলাভেই যাৰ লক্ষ্য তাৰ আগত একেটাই মাথোন সমস্যা থাকে—কেনে কৌশলেৰে জনসাধাৰণৰ মন যোগাই সৃষ্টিকৰ্মৰ বজাৰ বহলাব পাৰি। সৃষ্ট বস্তু ধনলৈ ৰূপান্তৰিত হ'লেই এওঁলোকৰ তৃপ্তি।



প্ৰকৃত লেখক তেওঁলোকেই যিসকলক সত্যনিষ্ঠতাই কাপ হাতত লবলৈ প্ৰেৰণা যোগায় আৰু যিসকলে ৰচনা-কাৰ্য পৱিত্ৰ আৰু মধুৰ অথচ দায়িত্বপূৰ্ণ প্ৰচেষ্টা বুলি বিশ্বাস কৰে। বৰ্তমান সময়ত ৰচনা-কাৰ্যও একপ্ৰকাৰ বৃত্তি। তথাপি এই বৃত্তি গুণী, জ্ঞানী আৰু দায়িত্বশীল ব্যক্তিৰহে বৃত্তি। সামাজিক নাইবা নৈতিক দায়িত্বহীন ব্যক্তিৰ কাৰণে এই বৃত্তিৰ প্ৰতি আনুগত্য প্ৰকাশ সম্ভৱ নহয়; কিয়নো উশৃঙ্খলতা যাৰ স্বভাৱ আৰু বাস্তৱ-বিমুখিতা যাৰ আদৰ্শ তেনেলোকে শিল্প-কৰ্মৰ সহায়ত পাঠকক বিভ্ৰান্ত, কুৰুচিপূৰ্ণ আৰু অহৈতুক কল্পনা-বিলাসী কৰি তোলাৰ চেষ্টাই মাথোন কৰে। "সাপে খায় আৰু কাপে খায়" বুলি আমাৰ মাজত এটা যোজনা প্ৰচলিত হৈ আছে। দৰাচলতে কেতিয়াবা কেতিয়াবা কাপ সাপতকৈয়ো বিষধৰ। নিয়ন্ত্ৰণৰ ক্ষমতা নথকা লোকৰ হাতত কাপৰপৰা বিষোদ্গাৰ হোৱাৰ সম্ভাৱনাই অধিক।

ইতিহাস, বিজ্ঞান, ৰাজনীতি, দৰ্শন প্ৰভৃতি বিষয়ৰ লেখকসকল তথ্য আৰু সত্যানুসন্ধানী হবলৈ কিছু পৰিমাণে বাধ্য। বিষয়বস্তুৰ দাবীয়ে সত্যনিষ্ঠ হবলৈ এওঁলোকক অন্ততঃ উদ্‌গনি দিয়ে। এওঁলোকৰ প্ৰধান সমস্যা হ'ল কেনেকৈ চমু, প্ৰাঞ্জল অথচ দ্ব্যৰ্থকতাবিহীন শব্দ-সম্ভাৰৰ যোগেদি এওঁলোকৰ বক্তব্য নিৰ্ভুলৰূপে উপস্থাপন কৰিব পাৰে। ভাবাৱেগ আৰু উচ্ছ্বাসে এইসকল লেখকক পথভ্ৰষ্ট কৰাৰ সম্ভাৱনা নাই। এওঁলোকে ব্যৱহাৰ কৰা শব্দৰাজিয়ে বাচ্যাৰ্থ প্ৰকাশৰ বাহিৰে আন অতিৰিক্ত অৰ্থ প্ৰকাশ কৰিবলৈ অক্ষম; কিয়নো এইবোৰ বিষয়ত যি ধৰণৰ ৰচনাৰীতি অৱলম্বন কৰা হয় তাত ব্যঞ্জিত অৰ্থ প্ৰকাশৰ পথ সম্পূৰ্ণৰূপে ৰুদ্ধ। যুক্তি-নিৰ্ভৰতাৰ বৌদ্ধিক বিশ্লেষণে এওঁলোকক আগুৱাই নিয়ে বাবে এওঁলোকৰ চকুৰ আগত থাকে তথ্য নাইবা সত্য। এওঁলোকে ভুল কৰিব পাৰে নাইবা সত্যানুসন্ধানৰ বাটত পিচলি পৰিব পাৰে, কিন্তু কোনো আৱেগিক দুষ্কাৰ্যেৰে আনক সংক্ৰমিত কৰিব নোৱাৰে।

সাহিত্য ৰচকসকলৰ কথা হ'লে বেলেগ। সাহিত্যত ভাব আৰু অনুভূতিৰেই প্ৰাধান্য। ইয়াত ব্যৱহৃত হোৱা শব্দবোৰৰ শক্তিও বেলেগ। সাহিত্যত বাচ্যাৰ্থতকৈ লক্ষ্যাৰ্থৰ মূল্য বেছি। তদুপৰি সাহিত্যিকৰ চকুৰ আগত কোনো ভৌতিক, আধ্যাত্মিক আৰু নৈতিক আদৰ্শ উজ্জ্বল হৈ

নথকাত ইয়াৰ মাজত সমাজৰ অহিতকৰ ভাবাৱেগ প্ৰৱেশৰ পথ সদায় প্ৰশস্ত। আনুভূতিক সত্যৰ প্ৰতি সততে সজাগ হোৱাৰ কাৰণে সহজতে সাহিত্যিক বাস্তৱতাবিমুখ আৰু কল্পনাবিলাসী হৈ পৰিব পাৰে। লেখকৰ অলীক কল্পনাবিলাসে আনক প্ৰৱঞ্চিত কৰাৰ লগে লগে সমাজৰ ৰুচিও নিম্নগামী কৰি তোলাৰ আশঙ্কা অমূলক নহয়। এনে দৃষ্টান্ত পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীত পোৱা যায়।

এই ফালৰপৰা চালে সাহিত্যিকসকলৰ সামাজিক দায়িত্ব গধুৰ ; গধুৰ এই বুলিয়েই যে বিষয়বস্তুৰ দাবীয়ে এওঁলোকৰ কাপ নিয়ন্ত্ৰণ নকৰে, নিয়ন্ত্ৰণ কৰে স্ৰষ্টাৰ অন্তৰাত্মাৰ শুচিতাই। একশ্ৰেণী লেখকৰ অন্তৰাত্মা যে পক্ষাঘাতগ্ৰস্ত এই কথা বোধহয় নকলেও চলে।

প্ৰাচীন পাশ্চাত্য সাহিত্য-তত্ত্ব সমালোচকসকলে সাহিত্য-সৃষ্টিৰ মূলতে প্ৰতিভা আৰু কৌশলৰ কথা স্বীকাৰ কৰিছে। প্ৰতিভা হ'ল নতুন নতুন সৃষ্টিক্ষম শক্তি আৰু কৌশল হ'ল অধ্যৱসায় আৰু অনুশীলনৰ ফলত গঢ় লোৱা প্ৰকাশ-ক্ষমতা। আচলতে প্ৰতিভা এটা বিশেষ আধ্যাত্মিক শক্তি নে নিষ্ঠা আৰু অনুশীলনৰ ফলত লাভ কৰা যোগ্যতা—এই প্ৰশ্নৰ মাজত সোমাই পৰাৰ ইচ্ছা মোৰ নাই ; কাৰণ প্ৰতিভা এটা বিশেষ শক্তি বুলি গৃহীত নহলেও কৃতী সাহিত্যিকৰে নিষ্ঠাবান আৰু একনিষ্ঠ সাধক এই কথাত দ্বিমত হোৱাৰ থল নাই। আমাৰ দেশৰ প্ৰাচীন অলঙ্কাৰশাস্ত্ৰৰ লেখকসকলৰ কেৱেঁ কেৱেঁ সাহিত্য-সৃষ্টিৰ হেতু বিচাৰি মত প্ৰকাশ কৰিছে যে সাহিত্য-সৃষ্টিৰ কাৰণে লাগে প্ৰতিভা, লোকচৰিত্ৰ আৰু শাস্ত্ৰ-অধ্যয়নৰ-পৰা লাভ কৰা নিপুণতা, আৰু কাব্যজ্ঞলোকৰ নিৰ্দেশ অনুসৰি কৰা সঘন অভ্যাস। ইয়াৰ বাবে আৱশ্যকীয় আঠোটা বস্তুৰ উল্লেখ কৰিছে। এইবোৰ হ'ল, মানসিক শান্তি, কাব্যিক প্ৰজ্ঞা ( intuition ), অভ্যাস, নিষ্ঠা, বিদ্বৎ-সমাজৰ লগত সংযোগ, ব্যাপক জ্ঞান, সবল স্মৃতিশক্তি আৰু সাহস। সূৰ্যকুমাৰ ভূঞাই সাহেই সাহিত্য বুলি কোৱা কথাষাৰ আপাতদৃষ্টিত হাস্যাস্পদ যেন লাগিলেও ইয়াৰ মাজত এটা সত্য লুকাই আছে। আত্ম-বিশ্বাসী, সৃষ্টিশীল লেখকেহে দৃঢ়তা আৰু সাহসেৰে তেওঁৰ অভিজ্ঞতা ৰূপায়িত কৰিবলৈ সচেষ্ট হয়—এই কথা দুই কৰিব নোৱাৰি। তথাপি একমাত্ৰ পৰম্পৰাগত ৰীতিৰ অনুসৰণ যেনেকৈ সাহিত্যিকৰ মুখ্য কৰ্তব্য



নহয় তেনেকৈ সাহস প্ৰদৰ্শনৰ নামত কলাত্মক সৌন্দৰ্য বিসৰ্জন দিয়াৰ আদৰ্শও সাহিত্যিকৰ ঘাই কৰ্তব্য বুলি বিবেচিত হ'ব নোৱাৰে।

সৃষ্টি-কাৰ্যত ভাবৰ স্বতস্ফুৰণৰ ওপৰত একালত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। আধুনিক যুগতো ইলিয়টৰদৰে লেখক আৰু সমালোচকে কবিৰ অন্তৰত ঢেখেলা স্পন্দন স্বতস্ফূৰ্তভাৱে শব্দৰূপত প্ৰস্তুত হয় বুলি মত প্ৰকাশ কৰিছে। তথাপি তেওঁ লেখকৰ ধীশক্তিৰ কথা সম্পূৰ্ণৰূপে পাহৰি যোৱা নাই, ধীশক্তিক তেওঁ ধাইমাকৰ লগত তুলনা কৰিছে। আচলতে অচেতন ৰাজ্যৰপৰা শব্দৰাজিৰ আবিৰ্ভাৱ হ'লেও তাৰ সঙ্গতি-সাধনৰ বাবে লাগে সম্পাদনা আৰু এই সম্পাদনা-কাৰ্যৰ দায়িত্ব পৰে বুদ্ধিশক্তিৰ ওপৰত। দেখা যায়, সৃষ্টিধৰ্মী লেখকৰ কাৰণে স্পৰ্শকাতৰ এখন হৃদয়ৰ উপৰিও লাগে অনলস আৰু পুষ্ট বুদ্ধিশক্তি। বৰ্তমান সময়ত মানৱ-সমাজ জটিল হৈ পৰাত নানা আহুকলীয়া সমস্যাই ব্যক্তি আৰু সামাজিক জীৱন বিপন্ন কৰাৰ বাটত। এনে এটা পৰিস্থিতিত ব্যক্তিগত ভাবৰ স্বতস্ফুৰণেই যে আধুনিক সমালোচনাক্ষম পাঠকক সন্তুষ্ট কৰিব নোৱাৰিব এই কথা সহজে বুজিব পাৰি।

লেখক এজন স্বয়ম্ভু ব্যক্তি নহয়। আন লোকৰদৰে তেওঁ এটা সামাজিক জীৱন যাপন কৰে। আনৰ দৰে তেওঁ ভাল পায়, ঘৃণা কৰে, দুখত কাতৰ হয় আৰু আনন্দত হাঁহে। তদুপৰি তেওঁ সৃষ্টি কৰে সমাজৰ কাৰণে। এনে কোনো লেখক বোধহয় নাই যিজনে তেওঁ লিপিবদ্ধ কৰা ভাব আৰু আদৰ্শ আনৰ গ্ৰহণীয় হোৱাটো নিবিচাৰে। যদি কোনোবা তেনে লেখক আছেও তেন্তে তেওঁ এটা সূত্ৰ নহয়, সূত্ৰৰ ব্যতিক্ৰমহে। লেখক আৰু পাঠকৰ মাজত এটা পাৰস্পৰিক সম্বন্ধও আছে। এই বাবে লেখকে সচৰাচৰ এখন সমাজৰ কাৰণেহে লেখে। তথাপি লেখকে সৃষ্টিকৰ্মৰ মাজেদি নিজৰ ব্যক্তিগত ভাবানুভূতিকে শব্দৰ মাধ্যমেৰে প্ৰকাশ কৰিবলৈ বাধ্য। এনে স্থলত লেখকৰ ব্যক্তিগত অনুভূতিৰ প্ৰতি পাঠক আকৃষ্ট হোৱাৰ কাৰণ কি ? বেনিদিট্টো ক্ৰোচেৰ মতে লেখকৰ প্ৰতিভা আৰু পাঠকৰ ৰুচিৰ মাজত কোনো মৌলিক পাৰ্থক্য নাই। ভাৰতীয় দাৰ্শনিকৰ দৃষ্টিত এক পৰমাত্মাৰ ক্ষুদ্ৰাদপি ক্ষুদ্ৰ অংশ জীৱাত্মাবোৰৰ মাজত সমজাতীয় ভাবৰ অস্তিত্ব অৱশ্যে স্বীকাৰ্য। সংস্কৃত

আলঙ্কাৰিকসকলৰ দৃষ্টিত কবিয়ে যি সৃষ্টি কৰে সেই সৃষ্টিৰ মূলতে এটা সাধাৰণীকৃত ৰূপ থকাৰ কাৰণে সৃষ্ট বস্তু হয় ব্যক্তিনিৰপেক্ষ অথচ অনন্য। অস্কাৰ ওৱাইল্ডে এই ৰূপটোকে বুলিছে Sterile emotion। প্ৰশ্নটো যিটো ফালৰপৰাই বিচাৰ কৰি চোৱা নাযাওক এইটো কথা ঠিক যে লেখকৰ ব্যক্তিগত ভাবানুভূতিবো সাৰ্বজনীন ৰূপত অৱতীৰ্ণ হোৱাৰ যোগ্যতা আছে, মাথোন তেনে ৰূপত উপস্থাপন কৰাৰ কাৰণে লেখকৰ হৃদয়ৰ সম্প্ৰসাৰণ আৰু মনৰ পুষ্টি-সাধনৰ আৱশ্যক। সম্প্ৰসাৰিত হৃদয়ৰ বৈশিষ্ট্য গ্ৰহণ-ক্ষমতা আৰু পুষ্ট মনৰ বৈশিষ্ট্য প্ৰকাশ-ক্ষমতা। সৃষ্টিকাৰ্যত এই দুয়োটাকে অৱশ্যে বিভিন্ন ৰূপত দেখিবলৈ পোৱা নাযায়।

'ৰসাত্মক বাক্যই কাব্য' এনে এটা মত আমি পৰম্পৰাৰ ৰূপত পাইছোঁ। ৰসৰ স্বৰূপ আনন্দ। কিন্তু একমাত্ৰ আনন্দ-দানেই লেখকৰ প্ৰধান লক্ষ্য হোৱা উচিত নহয়। আই. এ. ৰিছাৰ্ডছে কোৱাৰদৰে সাহিত্যৰ লক্ষ্য আনন্দদান নহয়, সাহিত্যৰপৰা পোৱা আনন্দ এটা আনুষঙ্গিক ফলহে। যেনেকৈ সফল চেষ্টাৰ ফল আনন্দ, তেনেকৈ কাব্য-পাঠৰ আনুষঙ্গিক ফলো আনন্দ। আনন্দ-দানৰ ক্ষমতাৰ ওপৰত সাহিত্যৰ মান সম্পূৰ্ণৰূপে নিৰ্ভৰশীল নহয়। টলষ্টয়ে সাহিত্যৰ আনন্দ-দানৰ লক্ষ্যৰ ওপৰত বিস্তৃত বিৰূপ সমালোচনা তুলি ধৰিছে। অস্তিত্ববাদী লেখক জঁ্যা পলছাত্ৰে আৰু মাৰ্ক্সবাদী নাট্যকাৰ ব্ৰেখ্‌ট্‌ প্ৰভৃতি লেখকসকলেও সাহিত্যৰ আনন্দ-দানৰ লক্ষ্যৰ ওপৰত গুৰুত্ব দিয়া নাই। মাৰ্ক্‌সীয় লেখকসকলেও আনন্দৰ সলনি সামাজিক বাস্তৱতাৰ কথাকেহে কৈছে। ভালকৈ আলোচনা কৰি চালে দেখিবলৈ পোৱা যায় যে লেখকৰ চকুৰ আগত যদি কিবা উদ্দেশ্যও থাকে তেন্তে সেই উদ্দেশ্য পোনপটীয়াকৈ আনন্দদানৰ উদ্দেশ্য নহয়। সৃষ্টিধৰ্মী লেখকৰ ৰচনা সৰস হ'ব পাৰে আৰু সৰহ ক্ষেত্ৰতে এই সৰসতাৰ কাৰণেই ৰচনা গ্ৰহণীয়ও হয়; কিন্তু সৰসতাৰ ওপৰতো থাকে মহত্ব বা তাৰ ব্যঞ্জনা। সাহিত্যৰ বুকুত ব্যঞ্জনাৰ ক্ষেত্ৰ বহল কিন্তু ইয়াৰ ব্যঞ্জিত অৰ্থ সুকুমাৰ হোৱাৰ আৱশ্যক।

লেখকৰ ভাব প্ৰকাশৰ বাহক শব্দ। শব্দৰ উচিত অনুচিত প্ৰয়োগৰ ওপৰতে নিৰ্ভৰ কৰে সৃষ্টিৰ সাৰ্থকতা। বিন্যাস-ৰীতিৰ দক্ষতাৰ ফলত নিষ্প্ৰাণ শব্দও জীৱন্ত আৰু প্ৰাণৱন্ত হৈ পৰে। ভাষাৰ বিভিন্ন শব্দৰাজি আৰু তাৰ



সংযোগৰ বিভিন্ন ঠাঁচৰ যোগেদি লেখকৰ ভাব-ৰাশি সাকাৰ আৰু গোট বস্তুৰ ৰূপত সৃষ্টি হয়। এই ৰূপ নিটোল কৰি তুলিবলৈ লেখকসকল তৎপৰ হোৱা উচিত। আমাৰ ভাষাৰ ৰচনা-ৰাজিৰ মাজত জৈৱিক ঐক্যেৰে সপ্ৰাণ হোৱা নিটোল ৰূপৰ ৰচনা নিচেই কম বুলি ক'লেও বোধহয় অত্যুক্তি নহ'ব। বিক্ষিপ্ততা, সংলগ্নতাহীনতা আৰু অত্যধিক ভাবোচ্ছ্বাসৰ বহুবক্তিতাই আমাৰ একশ্ৰেণী লেখকৰ ওপৰত এতিয়াও আধিপত্য বিস্তাৰ কৰি আছে। কবিতাই হওক, নাইবা গদ্য ৰচনাই হওক সৃষ্টি বস্তুটো চিত্ৰকৰৰ প্ৰাণৱন্ত চিত্ৰৰদৰে এটা পূৰ্ণ অৱয়ৱ-বিশিষ্ট জ্যোতিষ্মান ৰূপ নহ'লে সৃষ্টিৰ সাৰ্থকতাই বা ক'ত? চিত্ৰকৰে ৰং আৰু তুলিৰ সহায়ত যি সৃষ্টি কৰে সেই সৃষ্টিৰ সৌন্দৰ্য চাক্ষুষ। লেখকে যি সৃষ্টি কৰে তাৰ ৰস-চৰ্চনা অনুভৱসিদ্ধ। শব্দ-মাধ্যম ইয়াৰ স্মাৰক। এফালৰপৰা চালে লেখকে যি আৰ্ট অনুসৰণ কৰে সেই আৰ্ট বেছি জটিল। অপ্ৰকাশিত ভাবৰাশিক মূৰ্তিমান কৰি আনক তাৰদ্বাৰা সংক্ৰমিত কৰা এক প্ৰকাৰ দুৰূহ কাম। কিন্তু আন ফালৰপৰা চালে তেওঁৰ এটা সুবিধাও আছে; কাৰণ শব্দ-মাধ্যমেৰে ভাব ব্যঞ্জিত কৰাৰ সুবিধা লেখকে যিমান বেছিকৈ পায় চিত্ৰশিল্পীয়ে সিমান নাপায়। চিত্ৰকৰে জীৱনৰ একো একোটি মুহূৰ্ত ধৰি ৰাখি তাৰ চিত্ৰৰূপ দিয়ে। শিল্পীৰ হাতত জীৱন-প্ৰৱাহ বদ্ধ হয়। কিন্তু লেখকে জীৱনৰ গতিময়তা মূৰ্ত কৰে আৰু ব্যঞ্জনা-বৃত্তিৰ সহায়ত বাচ্যাৰ্থ প্ৰকাশৰ উপৰিও আন অতিৰিক্ত অৰ্থ প্ৰকাশ কৰিবলৈ তেওঁ সক্ষম হয়। গতিকে শব্দৰ সাৰ্থক ব্যৱহাৰৰ ক্ষমতা লাভ কৰাৰ কাৰণে লেখক বিশেষভাৱে যত্নপৰ হোৱাৰ আৱশ্যকতা আছে। ওৱাল্টাৰ পেটাৰে ফ্লবাৰ্টৰ উদ্ধৃতি দি Style নামৰ প্ৰবন্ধত কৈছে যে এটা ভাবপ্ৰকাশ কৰিবলৈ এটাই মাথোন উপযুক্ত শব্দ আছে আৰু সেই শব্দটো ব্যৱহাৰ কৰিবলৈকে লেখক সদায় সচেষ্ট। দেখা যায়, ৰচনা-কাৰ্য শ্ৰম-সাপেক্ষ। ৰচক অকল জ্ঞান-গম্ভীৰ হ'লেই নহয়, লেখাৰ কৌশলো তেওঁৰ আয়ত্তাধীন হ'ব লাগে। আৱশ্যক হ'লে ৰচনাৰ সংশোধন, পৰিৱৰ্ধন নাইবা কোনো কোনো অংশ পৰিবৰ্জন কৰিবলৈকো তেওঁ সাজু থকা উচিত। ৰচিত বস্তুটো বিভিন্ন খণ্ডৰ সমষ্টি মাথোন নহৈ যাতে খণ্ডবোৰৰ সমাহাৰ হয় তালৈকে কৃতী লেখকৰ চকু সদায় থাকে। জন ক্ৰো ৰেন্‌ছামে কবিতাৰ Texture আৰু Structureৰ বিষয়ে কৈছে যে Texture হ'ল প্ৰধানকৈ

বস্তু আৰু গুণ-বাচক শব্দবোৰ আৰু Structure হ'ল এইবোৰৰ পৰস্পৰ সমন্বয়কাৰী ভাব। এই ভাব কবিতাটোক এটা নিজস্ব ৰূপ দিয়ে। ৰেনছামৰ উক্তিটো অকল কবিতাৰ ক্ষেত্ৰতে প্ৰযোজ্য এনে নহয়, গদ্যৰচনাৰ ক্ষেত্ৰতো ইয়াৰ আৱশ্যকতা নুই কৰিব নোৱাৰি। যিটো যুগত জীৱনৰ এশ এটা সমস্যা সাহিত্যত মূৰ্ত কৰাৰ কাৰণে গদ্যশৈলীৰ আৱশ্যকতা বেছিকৈ অনুভূত হৈছে সেই যুগত গদ্য-ৰচনায়ো কলাত্মক ৰূপ লাভ কৰা নিতান্ত দৰকাৰ। প্ৰবন্ধৰ একক প্ৰভাৱৰ কাৰণে গদ্য-ৰচনাৰো চিত্তাকৰ্ষক ৰূপ থাকিব লাগে। অকল সাহিত্যৰ ক্ষেত্ৰতে নহয় বিজ্ঞান, দৰ্শন প্ৰভৃতি আন আন বিষয়ৰ প্ৰবন্ধতো বিক্ষিপ্ততাবৰ্জন আৰু কেন্দ্ৰীয় ভাৱৰ স্পষ্টীকৰণ অপৰিহাৰ্য। কলাত্মক সৌন্দৰ্যৰ কাৰণে অনাৱশ্যকীয় বাক্-বহুলতা আৰু জটিল প্ৰকাশ-ৰীতি বৰ্জন কৰাই উচিত।

লেখকৰ সমুখত আন এটা ডাঙৰ সমস্যা হ'ল জগত নাইবা সমাজৰ কোন ফালটোৰ ওপৰত তেওঁ বিশেষকৈ নজৰ দিব। জাগতিক সত্যানুসন্ধানী বৈজ্ঞানিকৰদৰে বৈচিত্ৰ্যপূৰ্ণ জগতৰ ৰহস্য বিচাৰি তেওঁ আগবাঢ়িব নে প্ৰাকৃতিক সৌন্দৰ্যৰ মাজত অভিভূত আৰু তন্ময় হৈ সৃষ্টিকৰ্তাৰ অপৰিসীম শক্তি-সামৰ্থ্য আৰু দয়া-দাক্ষিণ্যৰ গুণগানত আপোন পাহৰা হ'ব। তেওঁ মানৱ-সভ্যতাৰ চমকপ্ৰদ উন্নতিৰ ৰশ্মিজালৰ মাজতে আৱদ্ধ থাকি আত্মতৃপ্তিৰ নিশ্বাস পেলাব নে সভ্যতাৰ ৰশ্মিজালৰ সিপাৰে লুকাই থকা নৃশংসতা আৰু কদৰ্যতা উদ্ঘাটন কৰি এটা নিষ্ঠুৰ সত্যৰ ছবি আনৰ আগত দাঙি ধৰিব। লেখকৰ ৰুচিভেদে বিভিন্নজনক সমাজ আৰু জগতৰ বিভিন্ন দিশে আকৃষ্ট কৰিব নিশ্চয়। তথাপি এই যুগত সম্পূৰ্ণৰূপে ব্যক্তিগত উচ্ছ্বাসৰ ৰূপায়ণ সমাদৃত হ'ব বুলি আশা কৰা টান। লেখকে নিজৰ কাৰণে নিলিখে, লিখে এখন সমাজৰ কাৰণে। সমাজক পোনপটীয়াকৈ শিক্ষা দিয়াৰ আদৰ্শ হয়তো তেওঁৰ নাই। তথাপি যি দৃষ্টিভঙ্গীৰে তেওঁ নিজৰ অভিজ্ঞতা ব্যক্ত কৰে সেই দৃষ্টিভঙ্গীয়ে পাঠকক প্ৰেৰণা যোগায় আৰু আনন্দ দিয়াৰ উপৰিও তেওঁক ভাবিবলৈ বাধ্য কৰে। ৰেনেছাঁৰ সময়ৰেপৰা সাহিত্যৰ বুকুত মানৱীয় আদৰ্শৰ প্ৰতিফলনৰ ওপৰত বিশেষভাৱে গুৰুত্ব আৰোপিত হৈছে। আমাৰ আধুনিক সাহিত্যয়ো পাৰমাৰ্থিক আৰু আধ্যাত্মিক তত্ত্বৰ হেঁচাৰপৰা মুক্তি লাভ কৰি মানৱ-কেন্দ্ৰিক আদৰ্শ ৰূপায়ণৰ বাবে যত্নপৰ হৈছে। এনে



সময়ত মানৱীয় সমস্যা পৰিহাৰ কৰি অলীক সপোনপুৰীৰ মাজত উদ্দেশ্যবিহীন বিহাৰৰ কাৰণে সমাজ-চেতন লেখক সচৰাচৰ আগবাঢ়ি নাহে।

যিসকল লেখক সমাজ-চেতন সেইসকলে নিশ্চয় বৰ্তমান সমাজত দেখিবলৈ পোৱা শোষণ-নিৰ্যাতন, অন্যায়-উৎপীড়ন, অবিচাৰ-অনাচাৰ প্ৰভৃতি দুষ্ট যাতনা নীৰৱে সহ্য নকৰে। মানৱ-কেন্দ্ৰিক আদৰ্শৰ ভেটিত প্ৰতিষ্ঠিত সুস্থ, সবল সমাজৰ কল্পনাই এই সকলৰ ভাবানুভূতি নিয়ন্ত্ৰণ কৰে। এই সকল লেখকে এটা বিশেষ দৃষ্টিভঙ্গীৰে মানৱীয় সমস্যাৰ সন্মুখীন হ'বলৈ শিকিছে। কিছুমানে হয়তো আপত্তি তুলিব যে এই শ্ৰেণীৰ লেখকৰ ৰচনা উদ্দেশ্যধৰ্মী হোৱাত এইবোৰে প্ৰকৃত আৰ্টৰ মৰ্যাদা লাভ নকৰে, কাৰণ আৰ্ট কোনো সামাজিক, নৈতিক বা আধ্যাত্মিক আদৰ্শৰ বাহক নহয়। কথাটো বিবেচ্য। কিন্তু আৰ্টৰ স্বতন্ত্ৰ মূল্যৰ বাবে প্ৰচাৰধৰ্মিতা পৰিত্যাজ্য হ'লেও সামাজিক, অৰ্থনৈতিক, আধ্যাত্মিক আৰু নৈতিক আদৰ্শৰ ছাপ আৰ্টৰ ওপৰত নাই এই কথা ক'ব নোৱাৰি; কাৰণ ৰচনা-কাৰ্য কিছু পৰিমাণে উদ্দেশ্যপ্ৰণোদিত। সকলো মানৱীয় চেষ্টাৰ মূলতে এটা নহয় এটা উদ্দেশ্য থাকে। বৈজ্ঞানিক সত্যানুসন্ধানত ৰত হয় বিশেষ এটা উদ্দেশ্য আগত ৰাখি, দাৰ্শনিকে সৃষ্টিৰ ৰহস্য ভেদ কৰি চৰম সত্য বিচাৰি আগবাঢ়ে আৰু চিত্ৰশিল্পীয়ে ছবি আঁকে কোনো উদ্দেশ্য-পূৰণৰ আশাত। এনে স্থলত অকল সাহিত্যিকৰ সৃষ্টিকৰ্মৰ সময়ত উদ্দেশ্যহীনতাৰ ওপৰত ইমান গুৰুত্ব দিয়াৰ যুক্তি বিচাৰি পোৱা নাযায়। জীৱন-দৰ্শনৰ ৰঙেৰে ৰঞ্জিত হোৱা সাহিত্য-কৃতি মূলতে উদ্দেশ্য-প্ৰণোদিত, নহ'লে ভাবৰ শাব্দিক ৰূপায়ণৰ আৱশ্যকতাই বা কি? সঁচা কথা, সাহিত্যত প্ৰচাৰ ধৰ্মিতাই আৰ্টৰ স্বতন্ত্ৰতা অপহৃত কৰিব নালাগে। তেনে কৰিলে আৰ্টৰ ফালৰপৰা সেই সৃষ্টি নিকৃষ্ট বুলি পৰিগণিত হ'ব। সমাজ-চেতন এজন লেখকে কেনেকৈ প্ৰচাৰধৰ্মী অভিযোগৰপৰা নিজকে মুক্ত কৰি ৰাখিব পাৰে তাৰ বাবে সদায় সচেষ্ট হোৱা উচিত। সামাজিক চিত্ৰ সাধাৰণীকৃত ৰূপত উপস্থাপিত হ'লে প্ৰচাৰধৰ্মী অভিযোগৰ ভয় সাধাৰণতে কমে।

লেখকৰ গুৰু দায়িত্বৰ দুটা এটা কথা লেখক-শিবিৰৰ উদ্বোধনী সভাত প্ৰাসঙ্গিক হ'ব বুলি ভাবি উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। অপ্ৰাসঙ্গিক হ'লে সহৃদয় সামাজিকে মোক ক্ষমা কৰিব। নিষ্ঠা আৰু

অধ্যৱসায়ৰ বাবে আমাৰ সৰহভাগ লেখক গৌৰবান্বিত হ'ব পাৰে বুলি বিনা দ্বিধাই ক'ব পৰাহেঁতেন আজিৰ এই দিনত মই বিশেষভাৱে আনন্দিত হলোঁহেঁতেন। কিন্তু শব্দৰ অনুচিত ব্যৱহাৰ, জতুৱা ঠাঁচৰ অনাদৰ আৰু প্ৰকাশ-ৰীতিৰ শৈথিল্য যেতিয়া সঘনে চকুত পৰে তেতিয়া মনলৈ ধাৰণা আহে যে বহুত জানিলে শিকিলেও আমাৰ মাজৰ একশ্ৰেণী লেখকে সামাজিক আৰু জাতীয় জীৱনৰ মাজৰপৰা মাণিক বোটলাৰ শক্তি লাভ কৰিবলৈ সক্ষম হোৱা নাই। সাহিত্য-ৰচকৰ বাহিৰে আন আন বিষয়ৰ লেখকসকলৰ সহৰভাগৰে প্ৰকাশৰ জড়তা পুথিৰ পাতে পাতে। নতুন পুৰুষৰ হাতত অৱস্থাৰ উন্নতি সাধিত নহ'লে আমিয়ে আনৰ পিছত বাট বুলিব লাগিব ই নিশ্চিত। বিশ্ববিদ্যালয়ৰ স্তৰত শিক্ষাৰ মাধ্যম মাতৃভাষা হোৱাৰ ফলত লেখকসকলৰ দায়িত্ব যে বহুতো বেছি বাঢ়িছে এইটো দেখ দেখ কথা। মাধ্যম সলনি হোৱাৰ কাৰণে যিমান পাৰিভাষিক শব্দৰ আৱশ্যক হৈছে সেইবোৰৰ সৃষ্টিত হয়তো বহুতো আঁসোৱাহ ওলাব। তথাপি মোৰ বিবেচনাৰে ইংৰাজী শব্দৰ সলনি পাৰিভাষিক শব্দৰ ওপৰতে বেছিকৈ নজৰ ৰখাৰ দৰকাৰ। সাহিত্যৰ দুটা এটা ঠালত আমাৰ ভাষাৰ কিছু অগ্ৰগতি পৰিলক্ষিত হ'লেও বিভিন্ন বিষয়ৰ পুথি-ৰচনাত আমি যে এতিয়াও পিছ পৰি আছোঁ হতাশজনকভাৱে এই কথা সত্য। ভাষাৰ এই অভাৱ পুৰোৱাৰ অৰ্থে এদল স্বদেশানুৰাগী আৰু নিষ্ঠাবান লেখকৰ আৱশ্যক। কেইবছৰমান আগৰ অৱস্থাৰ তুলনাত অনূদিত গ্ৰন্থৰ সংখ্যা কিছু বাঢ়িছে। তথাপি এই ক্ষেত্ৰতো কৰিব লগীয়া কাম ঢেৰ।

ভাষাৰ অৱৰক্ষণ আৰু উন্নতিৰ কাৰণে ৰাজ্য চৰকাৰৰো যথেষ্ট দায়িত্ব আছে ; কিন্তু ইমান দিনে চৰকাৰৰ উদাসীনতাৰ ৰক্ষা-কবচ ভেদ কৰাৰ শক্তি অসমৰ সাহিত্যিক আৰু ভাষাপ্ৰেমীলোকৰ হোৱা নাছিল বুলিয়ে ক'ব পাৰি। বৰ্তমান চৰকাৰে এই বিষয়ত আগ্ৰহ প্ৰকাশ কৰাৰ চিন দেখা পোৱা গৈছে। নহ'লে, ৰাজনীতিৰ দোহাই দি সাংস্কৃতিক জীৱনৰ প্ৰতি আওকণীয়া মনোবৃত্তি প্ৰকাশৰ ক্ষেত্ৰত অসম চৰকাৰৰ স্থান বোধহয় আগশাৰীতে হ'লহেঁতেন। চৰকাৰে কৃতী লেখক হয়তো তৈয়াৰ কৰিব নোৱাৰে কিন্তু লেখকৰ বাবে ক্ষেত্ৰ তৈয়াৰ কৰাৰ ক্ষমতা তেওঁলোকৰ আছে। বৰ্তমান যুগৰ দাবী উপেক্ষা নকৰি অসমৰ সাংস্কৃতিক জীৱনৰ মান উন্নয়নত



ৰাজ্য চৰকাৰে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলে অসমৰ ভাষাসাহিত্যৰ উন্নতি খৰটকীয়া হ'ব বুলি মোৰ বিশ্বাস। লেখক বন্ধুসকল, মোৰ বক্তৃতা দীঘলীয়া কৰিব নোখোজোঁ। মোৰ দৃষ্টিকোণপৰা সমসাময়িক লেখকৰ সমুখত দেখা দিয়া কেইটামান প্ৰশ্নৰ উল্লেখ কৰিলোঁ। আপোনালোকৰ মনত হয়তো নতুন নতুন প্ৰশ্নৰ উদয় হৈছে। শিৱিৰত সেইবোৰ আলোচনাৰ থল আপোনালোকে পাব। নতুন লেখকসকলৰ প্ৰতি মোৰ অনুৰোধ তেওঁ-লোকে যেন নিষ্ঠাৰে ৰচনা-কাৰ্যত ব্ৰতী হৈ সাহিত্যৰ সেৱা কৰে। অতীতৰপৰা তেওঁলোকে প্ৰেৰণা লাভ কৰক আপত্তি নাই, কিন্তু তেওঁ-লোকৰ সৃষ্টি যুগোপযোগী হ'ব লাগিব। অতীত মৰি গৈছে, ভৱিষ্যত অনাগত, কিন্তু জীৱন্ত বৰ্তমানক তেওঁলোকে হাতৰ মুঠিলৈ আনিব পাৰে। নতুন পুৰুষৰ দাবীয়েই যথেষ্ট নহয়, নতুন পুৰুষৰ দৃষ্টিভঙ্গীৰ মাজতো অভিনৱত্বৰ প্ৰকাশ দেখা পাব লাগে। আজিৰ লেখকৰ কাৰণে অকল ব্যাপক অভিজ্ঞতাই যথেষ্ট নহয়, অধ্যয়ন-লব্ধ জ্ঞান আৰু মনন-ক্ষমতাৰো আৱশ্যক। ডুকুৰি বছৰ আগৰ তুলনাত অসমত পাঠকৰ সংখ্যা কিছু বাঢ়িছে। এই সময়ত মৌলিক সৃষ্টি অনাদৃত হৈ নপৰে বুলি মোৰ ধাৰণা। নতুন লেখক সকলৰপৰা আমি মৌলিক সৃষ্টিৰ আশা কৰিব নোৱাৰোঁ নে ?

মোৰ মনৰ দুটা এটা কথা আপোনালোকৰ আগত দাঙি ধৰিলোঁ। অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে মোক আপোনালোকৰ আগত দুষাৰ কথা কোৱাৰ সুযোগ দিয়াৰ কাৰণে তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল। সহৃদয় সমাজক মোৰ নমস্কাৰ জনালোঁ।

# উদ্বোধনী সভাৰ সভাপতিৰ ভাষণ

## অতুলচন্দ্ৰ হাজৰিকা

ধূপ-দীপ গন্ধে আজি মহানন্দে
সুললিত ছন্দে
চিৰচেনেহী মোৰ
ভাষা-জননী বন্দে।
লৌহিত্য তীৰত আজি পূজা আলোকৰ
স্বাগত শুভাগত
লেখক-সেৱক যত নৰনাৰায়ণ
ফুল-জল-তুলসীৰে ভক্তিনিৱেদন।

জয়জয়তে আজিৰ এই সমাৱেশত গোট খোৱা সকলোটিলৈকে বিশেষকৈ অসম সাহিত্য সভাই লেখকশিৱিৰলৈ আদৰি অনা লেখকসকললৈ মই মোৰ আন্তৰিক প্ৰীতি-সম্ভাষণ জনাই এই চমু ভাষণ আৰম্ভ কৰিছোঁ। এই উপলক্ষে অসম সাহিত্য সভাৰ পক্ষৰপৰা মোৰ ওপৰত একেলগে দুটা ভাৰ ন্যস্ত হৈছে। এটা হৈছে অভ্যৰ্থনা সমিতিৰ আৰু আনটো হৈছে আজিৰ এই উদ্বোধনী সভাৰ সভাপতিৰ ভাৰ। একেলগে দুয়োটা ভাৰ বহন কৰিবলৈ মোৰ পক্ষে টান হ'লেও কাৰ্যকৰী সভাপতি অধ্যক্ষ আব্দুল জেলিল ছাহাবৰ কান্ধত অভ্যৰ্থনাৰ মেটমৰা ভাৰখন তুলি দি সকাহ লভিছোঁ আৰু মোৰ মানত অপেক্ষাকৃতভাৱে পাতল দ্বিতীয় ভাৰ বহন কৰিবলৈ সম্প্ৰতি আপোনাসৱৰ আগত থিয় দিছোঁ।

আজি অসম সাহিত্য সভাই পোনপ্ৰথমবাৰৰ বাবে এসপ্তাহ জোৰা লেখকশিৱিৰৰ আয়োজন কৰি এটা নতুন প্ৰচেষ্টাৰ পাতনি মেলিছে। এই প্ৰচেষ্টা সাফল্যমণ্ডিত হোৱাটোৱেই সকলোৰে কাম্য। এই লেখকশিৱিৰ কুৰুক্ষেত্ৰ যুদ্ধত ৰণং দেহি মনোভাৱেৰে স্থাপন কৰা কৌৰৱ-শিৱিৰ বা পাণ্ডৱ-শিৱিৰ নহয়। ই হৈছে বীণাপাণিৰ সাধকসকলৰ আলোচনা-



গৱেষণাৰ শিৱিৰ। ইয়াত সক্ৰিয় ভাগ ল'বলৈ সাহিত্য সভাই ঘাইকৈ তজবজীয়া ডেকা সাহিত্যিকসকলকহে আমন্ত্ৰণ কৰি আনিছে। মোৰদৰে ৰান্ধনি বেলিৰ ৰেঙনি দেখাপোৱা বয়সীয়াসকলৰ স্থান এই শিৱিৰৰ ভিতৰত নহ'লেও সাত ভাতীৰ বাহিৰতো নহয়। কৌৰৱ-শিৱিৰত বয়োবৃদ্ধ ভীষ্ম-দ্ৰোণ থকাৰদৰে এই শিৱিৰতো অৱশ্যে দুই এডাল পকা চুলিও নথকা নহয়, সেইটো অৱশ্যে ভালৰ কথা বুলিহে মই ভাবোঁ।

যোৱা মাৰ্চৰ মাহত এই নিচিনা এখন অনুবাদ-শিৱিৰ প্ৰকাশন পৰিষদৰ উদ্যোগত এই গুৱাহাটী নগৰতে অনুষ্ঠিত হৈছিল। তাৰ লগতে প্ৰকাশন পৰিষদে 'নেছনেল্ বুক্ ট্ৰাষ্ট'ৰ সহযোগত এখন আটকধুনীয়া গ্ৰন্থমেলাৰো আয়োজন কৰাৰ বাবে সেই উছৱত লোকসংগ্ৰহ হৈছিল বিপুলভাৱে। সেই শিৱিৰ কৃতকাৰ্য্যও হৈছিল। তাত দীঘলীয়াকৈ আলোচনা-বিলোচনা কৰিবৰ উদ্দেশ্যে কেৱল সাহিত্যৰ অনুবাদৰ বিভাগটোহে সামৰি লোৱা হৈছিল। আজিৰ এই লেখক-শিৱিৰত সাহিত্যৰ কবিতা, নাটক, উপন্যাস আদি কেবাটাও বিভাগ আলোচনাৰ বাবে লোৱা হৈছে আৰু প্ৰতিটো বিভাগৰ বাবে এটা মাথোন দিন ধাৰ্য্য কৰা হৈছে। সেই কাৰণে ফলাফল ফলদাতা বিভুৰ হাতত নহ'লেও শিৱিৰত সমৱেত হোৱা লেখকসকলৰ ওপৰত নিৰ্ভৰ কৰিছে। মই ভাবোঁ, আগলৈ এই শিৱিৰত ভুকুতে কলটো পকাবলৈ চেষ্টা নকৰি বিভিন্ন বিভাগ লোৱা হ'লেও যেন একেসময়তে বিভিন্ন খোঁটালিত প্ৰতিটো বিভাগৰ বাবে স্থান কৰি দি বিষয়টো খৰচি মাৰি আলোচনা কৰিবলৈ প্ৰতিটো বিষয়ক কমেও ৩/৪ দিন ল'ব লাগে। তেতিয়াহ'লে অধিক সুফল আশা কৰিব পাৰি। সাহিত্য সভাৰ গুৰি ধৰোঁতাসকলে এই কথাটোলৈ টং কৰি চায় যেন।

এই লেখক-শিৱিৰৰ দিহা কৰি সাহিত্য সভাই এটা ভাল কামকে কৰিছে বুলি ভাবিবৰ থল আছে, কিয়নো সাহিত্য সভাৰ মূল বছৰেকীয়া অধিৱেশনৰ সময়ত প্ৰকৃতপক্ষে সাহিত্যিকসকলৰ ভেটাভেটি নহয় বুলিয়েই ক'ব পাৰি। যিসকল সাহিত্যিক প্ৰতিনিধি হৈ তালৈ যায়, অৰ্জুনৰ লক্ষ্য চৰাইৰ চকুটোত থকাৰ দৰে তেওঁসৱৰ দৃষ্টি থাকে নতুন নিৰ্বাচন, খোৱাবোৱা আৰু সাংস্কৃতিক মৌ-মেলৰ জাকজমকীয়া ফালটোৰ প্ৰতিহে। সেই সময়ত সাহিত্য গৌণভাৱেহে থাকে। ভালেমান কবি, সাহিত্যিকে

সেই হেঁচাঠেলাৰ মাজত সোমাবলৈ টান পাই বসতে নাম থৈ সাহিত্য সভাৰপৰা ফালৰি কাটি আঁতৰি থাকে। তেনে সাহিত্যিকসকলক একত্রিত কৰি, মিলাপ্রীতি আৰু সাহিত্য আলোচনাৰ অচল বাতাবৰণ গঢ়ি তুলিবলৈ এই নিচিনা লেখক-শিৱিৰে নিশ্চয় সুচল মিলাই দিব পাৰে। তদুপৰি এনে শিৱিৰৰ লগতে বিভিন্ন জনজাতিৰ সাহিত্যিক গোষ্ঠীক আমন্ত্রণ জনাই অনাটো বৰ ভাল কথা হৈছে। অতি পৰিতাপৰ বিষয়, ৰাজনীতিৰ পাকচক্রত পৰি আমাৰ পৰস্পৰৰ মাজত থকা সাতামপুৰুষীয়া সম্বন্ধৰ এনাজৰীডাল আজি সোলোকধোলোক হৈ পৰিছে। জনজাতিসকল প্রকৃতপক্ষে বিৰাট অসমীয়া জাতিৰ কুহুমটো। তেওঁলোকৰ প্রতিজনৰে সিৰে সিৰে একেজনা অসমমাতৃৰে তেজৰ সোঁত অন্তঃসলিলা ফল্গুৰদৰে প্রৱাহিত হৈ আছে। ন্যস্ত স্বাৰ্থৰ কৱলত পৰি আজি আমি বহুতে বিভেদৰ মন্ত্র জপি হাতৰ কুঠাৰ ভৰিত মাৰিবলৈ উপক্রম কৰিছোঁহঁক। আমি আজি পাহৰি গৈছোঁ যে তেজ ধুলে উটে, মঙহ ধুলে নুটে। মই অন্তৰৰপৰা আশা কৰোঁ, এই লেখক-শিৱিৰত, অসম সাহিত্য সভাৰ আহলবহল মুকলি পূজামণ্ডপত বুজাবুজিৰ মাজেদি, এৰাধৰাৰ মাজেদি, আলোচনা-বিলোচনাৰ মাজেদি আমাৰ মাজত সংক্রমিত হোৱা বিভেদৰ বীজাণুবোৰ যেন সমূলঞ্চে ধ্বংস হৈ যায়। দেশপ্রাণ লক্ষ্মীধৰ শৰ্মাৰ লগতে সুৰ মিলাই সকলোৱে একমুখে ক'ব লাগিব—"মই যিমানদিন জীয়াই থাকোঁ, অসমো সিমানদিন থাকিব।" মই আৰু ক'ব খোজোঁ যে, এনে লেখকশিৱিৰ অসম সাহিত্য সভাই আগলৈকো আয়োজন কৰিব লাগে—অসমৰ বিভিন্ন স্থানত, ঘাইকৈ ডিফু, কোকৰাঝাৰ, ওদালগুৰি, মাজুলী ঘাড়মৰা আদিৰ নিচিনা জনজাতিৰ ঘনবসতিপূৰ্ণ স্থানত। জনজাতিসকল আমাৰ কাষলৈ চাপি অহাটো আমি যেনেকৈ বিচাৰোঁ, আমিও তেনেকৈ তেওঁলোকৰ ওচৰলৈ চাপি যাব লাগে।

সুধীসকল, সভাত থাকি নেমাতে উচিত দোষে পায় কিঞ্চিৎ কিঞ্চিৎ। সেই কাৰণে ঠোৰতে দুই এষাৰ কথাকৈ লেখক-শিৱিৰৰ ভিতৰ-চ'ৰাত অনধিকাৰ প্রৱেশ কৰাৰপৰা ইমানতে বিৰত হ'লোঁ।

ইয়াৰ পিছত আন এটা প্রাসঙ্গিক বিষয়ে দুই এষাৰ কোৱা যাওক। অসম সাহিত্য সভাৰ মঙলদৈ অধিৱেশনৰ দিন নিচেই চমু চাপি আহিছে



—মাজতে মাথোন এটা মাহ। আজিৰ এই লেখক-শিৱিৰৰ সঞ্চালকজনেই সেই সভাৰ পুৰোহিত। সমজুৱাসকলৰ ভালেমানে তাত প্রতিনিধি হিচাপে যোগ দিবগৈ। সেই কাৰণে এইখিনিতে সাহিত্য সভা-সম্পৰ্কত দুই এটা পৰামৰ্শ আগবঢ়াই ছেগ চাই কঠীয়া পাৰিব খুজিছোঁ।

প্রথম কথা: সাহিত্য সভাৰ সভাপতি-সম্পাদক প্রমুখ্যে এখন কাৰ্য-পালিকাৰ আয়ুস কমেও দুবছৰ হোৱাটো নিতান্ত প্রয়োজন। চলিত প্রথামতে কাতিমহীয়া বেলি কাটিকুটা কৰোঁতেই যোৱাৰ নিচিনাকৈ সভাৰ কাৰ্যকালো বৰ্তমানে পলকতে পাৰ হৈ যায়। সভাপতি-সম্পাদকে ভালদৰে পাটত উঠি গজগজীয়া হৈ বহিবলৈ নৌ পাওঁতেই পিছৰ বছৰৰ সভাপতিজন নিৰ্বাচিত হয়। তাৰ লগে লগে বিষয়বাবত থকাসকলৰ মনো সেমেকি যায়। এটা বছৰত কাৰো দ্বাৰা ভাল কাম হ'ব বুলি আশা কৰিব নোৱাৰি। সেয়েহে খৰটকীয়া ব্যৱস্থাৰে সভাৰ সংবিধান সলনি কৰি কাৰ্যপালিকাৰ কাৰ্যকাল বঢ়োৱাৰ ব্যৱস্থা কৰিব লাগে। এতিয়াৰ দৰে প্রতি বছৰে একোখন ব্যয়বহুল অধিৱেশন পাতিলে একোখন মহামেলা হোৱাৰ বাহিৰে তাৰপৰা ভাল ফল কি আশা কৰিব পাৰি? যি ঠাইত সভা অনুষ্ঠিত হয় খৰচৰ মেটমৰা বোজা কঢ়িয়াবলগীয়া হোৱাৰ বাবে সেই ঠাইৰ কঁকাল পৰে আৰু অধিৱেশনৰ অন্তত মৰটোপনিয়ে হেঁচা মাৰি ধৰে। বৰপেটা, মাকুম, ৰঙিয়া আদি ঠাইত বিগত অধিৱেশনবোৰৰ কিবা স্থায়ী সুফল হ'ল বুলি আমাৰ দেখোন মনে নধৰে। মুঠতে অধিৱেশনবোৰ পাতলীয়াকৈ হ'ব লাগে, সুফলপ্রদায়িনী হ'ব লাগে আৰু যি ঠাইত সভা অনুষ্ঠিত হয়, পিছে-পৰেও সেই ঠাই জাগ্রত হৈ থাকিব লাগে।

দ্বিতীয় কথা: অসম সাহিত্য সভাৰ সংগঠন-শক্তি অধিক ফলপ্রসূ হ'ব লাগে। এইখিনিতে উল্লেখ কৰিব পৰা যায় যে বৰ্তমানে অসম সাহিত্য সভাৰ কলেৱৰ বাঢ়িছে, শাখাসভা বাঢ়িছে, সদস্য বাঢ়িছে, ধনৰ পুঁজি বাঢ়িছে, এই সভালৈ দেশৰ মানুহৰ অনুৰাগ বাঢ়িছে। ৰাজ্যিক চৰ্কাৰো আগতকৈ বেছি সহানুভূতিশীল হৈছে। কিন্তু সেই অনুপাতে সভাৰ কৰ্তব্যৰ পৰিসৰ আৰু দায়িত্বও অনেকগুণে বৃদ্ধি হৈছে। কুৰি-পঁচিছ বছৰমানৰ পূৰ্বে এই সভাপতি সাহিত্য সভাৰ সম্পাদক হৈ থকা কালছোৱাত চৰ্কাৰী অনুদান আছিল ছহেজাৰ টকা, আন উপাৰ্জনো

আছিল সীমিত। শাখা সভাও আছিল তিনিকুৰি চাৰিকুৰিখন মানহে। বৰ্তমানে সভাৰ চৰ্কাৰী অনুদান লাখ টকাৰ ওচৰ চাপিছে, আন উপাৰ্জনো বাঢ়িছে, শাখা সভাও চাৰিশ পাঁচশ হৈছে কিজানি। এনেস্থলত তেতিয়াৰ অৱস্থাৰ লগত এতিয়াৰ অৱস্থাৰ ৰিজনি নহয়। তেতিয়াৰ দায়িত্বতকৈ আজিৰ দায়িত্ব বহু পৰিমাণে গধুৰ হৈছে। ইফালে আকৌ সেই সময়ত দেশৰ আৰ্থিক অৱস্থাও আজিৰদৰে শোচনীয় নাছিল। সেই সময়ৰ মানুহে বিনামূলীয়া শ্ৰমদান কৰিবলৈ টান পোৱা নাছিল। আজি কিন্তু সেই ৰামো নাই, অযোধ্যাও নাই। দৃশ্যপটৰ আমূল পৰিৱৰ্তন হৈছে। এইটো ত্যাগৰ যুগ নহয়, ভোগৰ যুগ, ধন ঘটাৰ যুগ। আজিৰ সাহিত্যিকে শ্ৰমদান কৰিলে বানচ পায়। আজিৰ শিল্পী-সাহিত্যিকক অনাতাঁৰ কেন্দ্ৰ, প্ৰকাশন-পৰিষদ, বিশ্ববিদ্যালয়, সাংস্কৃতিক বিভাগ আদি একাধিক অনুষ্ঠানে ধন ঘটিবলৈ সুযোগ দিছে। সেই কাৰণেই হ'বলা আজি বহুতক সাহিত্য সভাৰ অনাহাৰী কামত যোগ দিবলৈ আগবাঢ়ি অহা দেখা পোৱা নাযায়। যুগধৰ্ম ৰক্ষা কৰি অসম সাহিত্য সভায়ো পৰ্যাপ্ত পৰিমাণে নহ'লেও বিষয়-ববীয়াসকললৈ, প্ৰবন্ধকাৰসকললৈ মাননি আগবঢ়াব লাগে। সভাৰ কাম নিয়াৰিকৈ চলি থাকিবলৈ হ'লে এজন উচ্চক্ষমতাসম্পন্ন সচিবৰ আৱশ্যক বুলি আমি অনুভৱ কৰোঁ ; কিয়নো সভাৰ কামৰ ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ আৰু কাৰ্যালয়ৰ বিভিন্ন বিভাগ পৰিচালনা কৰিবলৈ এনে বেতনভোগী বিষয়াৰ আৱশ্যক। সভাপতি-সম্পাদক বছৰি আহে, বছৰি যায় আৰু কাৰ্যকাল শেষ হৈ গ'লে সভাৰ লগত তেওঁলোকৰ সম্পৰ্কৰ যোগসূত্ৰ নাইকিয়া হৈ যায়। সচিবজনে এই যোগসূত্ৰ ধৰি ৰাখিব পাৰে।

তৃতীয় কথা: এইবাৰ এটা দুটা বিষয়ে আপোনাসবৰ দৃষ্টি আকৰ্ষণ কৰিব খোজোঁ। দুখেৰে কওঁ, অসমীয়া সাহিত্যৰ বৰ্তমান যুগটো উন্নতিৰ যুগ বুলি কৈ গৌৰৱ কৰিবৰ থল আছে সঁচা, কিন্তু লগতে এই কথাও স্বীকাৰ কৰিব লাগিব যে উন্নতিৰ সমান্তৰালভাৱে সম্প্ৰতি এটা অৰাজকতাৰ যুগো চলিব লাগিছে। কেৱল সাহিত্যতে নহয়, সামগ্ৰিকভাৱে বৰ্তমান যুগটোকে অৰাজকতাৰ যুগ, গুৰু-গোঁসাই নমনাৰ যুগ বুলি আখ্যা দিব পাৰি। গণতন্ত্ৰৰ দোহাই দি সকলো ক্ষেত্ৰতে আমি দেওপাৰি নাচিছোঁ। আজিৰ দিনত যোগ্যতাৰ প্ৰশ্ন নাই। দল থাকিলেই বল বাঢ়ে, ভোট পালেই মোট সলাব



পাৰি। অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো এই অৰাজকতাৰ দৌৰাত্ম্য বাঢ়ি অহাটো সকলোৰে পক্ষে চিন্তাৰ বিষয় হৈ পৰিছে। অসমীয়া ভাষা-সাহিত্যৰ বৰনাওখন আজি গুৰিয়াল নোহোৱা নাৱৰদৰে টলংভটং কৰি চলিব লাগিছে। ব্যাকৰণ অভিধানৰ অনুশাসন আজি কোনেও নেমানে—যাৰ যি ইচ্ছা হাত দাঙি দাঙি নাচে। বৰ্তমান আমাৰ সাহিত্যৰ যিসকল কৰ্ণধাৰ সেই সকলেও ইজনে সিজনৰ কথাত বা মতত হয়ভৰ দিবলৈ টান পায়। ফুকলীয়া সাহিত্যক একোজনেও হেম বৰুৱা, বেজবৰুৱা, বাণীকান্তৰ সিদ্ধান্তও টিলিকি মাৰি উৰাই দিব খোজে। আজিৰ দিনত এখন কাকতৰ সম্পাদক হ'বলৈ বিদ্যাবুদ্ধি নেলাগে, সাহিত্যিক অৰ্হতাও অনাৱশ্যক যদিহে গুৰিত এটা দল আৰু হাতত এটা ধনৰ মোনা থাকে। উদাহৰণ লাগে যদি নামকৰা ভাল কিতাপ এখনৰ পাত লুটিয়াই চাওক, বহুল প্ৰচাৰিত এখন বাতৰিকাকত বা আলোচনীৰ পাত মেলি পঢ়ক, এখন সদ্য প্ৰকাশিত বোলছবি চাওক, আকাশবাণীৰ অনুষ্ঠান উপভোগ কৰক, সুধী-সভাসদৰ বক্তৃতা-কথিকা শ্ৰৱণ কৰক সকলোতে কম-বেছি পৰিমাণে অশুদ্ধ আখৰজোঁটনি, ভুল শব্দ প্ৰয়োগ, বিকৃত উচ্চাৰণ আৰু অহৈতুকভাৱে আমদানি কৰা বিজতৰীয়া শব্দবোৰ দেখি-শুনি আপোনাৰ চকু-কাণ টহটহাই যাব। এনেবোৰ ভুলভ্ৰান্তি বিতংভৱে বখলিয়াই নগৰত জগৰ লগাব নোখোজোঁ। ইয়াৰ ব্যতিক্ৰম অৱশ্যে আছে। তথাপি এই খেলিমেলিবোৰ এনেভাৱে চলি থকাটো ভাল কথা নে? নিশ্চয় নহয়। তেন্তে উপায় কি? উপায় নিশ্চয় আছে। কেৱল কথাৰ মহলা আৰু আলোচনাৰ চক্ৰবাণ মাৰি, ইজনে সিজনৰ গালৈ দোষ ঠেলি নিদি সময় আৰু শক্তিৰ অপচয় নকৰি, অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ আৰু আমাৰ বিশ্ববিদ্যালয় দুখনে নিজৰ ভিতৰতে সমন্বয় সাধন কৰি একযোগ চেষ্টা কৰিলে উপায় নিশ্চয় ওলাব, সাহিত্যত অৰাজকতা বহুগুণে কমিব। সেয়েই অচিৰতে হ'ব বুলি আশা কৰিছোঁ। সাহিত্য সভাই আগভাগ লৈ মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধাব লাগে।

আৰু এটা বিষয়ৰ প্ৰতি আপোনালোকৰ দৃষ্টি আকৰ্ষণ কৰি মেলানি মাগিম। বিষয়টো হৈছে, চৰ্কাৰী অনুদান। আমি সাহিত্য সভাৰ সম্পাদক থকা কালত অসমৰ মুখ্যমন্ত্ৰী আছিল শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়া আৰু শিক্ষামন্ত্ৰী আছিল শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়া। অপ্ৰিয় সত্য হ'লেও ক'ব লাগিব, সাহিত্য-সংস্কৃতিৰ প্ৰতি দুয়োজনৰ হাতৰ মুঠি বৰ টান আছিল।

সেয়ে নোহোৱা হ'লে সেই সময়ত আৰু বহুত ভাল কাম কৰিব পৰা গ'লহেঁতেন। সুখৰ বিষয় বৰ্তমান মুখ্যমন্ত্ৰী শ্ৰীসিংহ ডাঙৰীয়া আৰু শিক্ষামন্ত্ৰী শ্ৰীতালুকদাৰ ডাঙৰীয়া দুয়োজনৰ হাতৰ মুঠি পূৰ্বৱৰ্তীসকলতকৈ ঢিলা। ইয়াৰ ফলত সাহিত্য সভাই আশাৰ ৰেঙনি দেখা পাইছে। সেয়েহে এই লেখক-শিৱিৰৰ নিচিনা ব্যয়বহুল কামো হাতত ল'বলৈ সমৰ্থ হৈছে।

সিদিনা অনাতাঁৰ বাতৰিযোগে জানিব পাৰিছিলোঁ যে, কেন্দ্ৰীয় চৰ্কাৰে পঞ্চম পৰিকল্পনাত হিন্দী ভাষা-সাহিত্যৰ উন্নয়নৰ বাবে কুৰিকোটি টকা ধাৰ্য কৰিছে। ইয়াৰ আগতে হিন্দী ভাষাৰ বাবে বহুকোটি টকা খৰচ কৰা হৈছে। হিন্দী ভাষাই ৰাজভাষাৰ স্বীকৃতি লভিছে। সেই কাৰণে ৰাজভাষাৰ বাবে কেন্দ্ৰীয় ৰাজকোষৰপৰা মুকলি হাতেৰে ধন খৰচ কৰাত আমাৰ অলপো আপত্তিৰ থল নাই; ৰাজৰাণীয়ে সিংঘ-বাঘ পালেও আমাৰ নিশ্চয় চকু নোপোৰে। পিছে সংবিধানে স্বীকৃতি দিয়া আনকেইটা ভাষা আৰু বিশেষকৈ অসমীয়াৰ নিচিনা ধনবলত নিশকতীয়া ভাষাৰ বাবে পঞ্চম পৰিকল্পনাত কিমান ধন আচুতীয়াকৈ ৰখা হৈছে সেই কথা জানিব নোৱাৰিহে আমাৰ মনটো উচপিচাই আছে। কুৰিকোটি টকালৈ আমি নিশ্চয় মুখ নেমেলোঁ। এককোটি টকা পালেও বহুত বুলি ভাবিম। আমাৰ ৰাজ্যিক চৰ্কাৰ আৰু অসম সাহিত্য সভাই নেৰানেপেৰাকৈ থাকিলে সুফল পোৱা যাব পাৰে। ঘহঁোতে ঘহঁোতে শিলো ক্ষয় যায়।

ইমানতে মোৰ বক্তব্যৰ আধ্যা পৰিল। লৰা-লৰিকৈ লিখি, ততোধিক লৰা-লৰিৰে চেপাশালত চেপি ভুকুতে কলটো পকোৱাৰ নিচিনাকৈ মোৰ এই চমু ভাষণ যুগুত কৰা হৈছে। হোৱাই নোহোৱাই কিছু কথা বলকি মুখৰ খজুৱতি মাৰিলোঁ। বেয়া পালে ক্ষমা কৰে যেন। সদৌ শেষত ঠোৰতে কওঁ—এই লেখক-শিবিৰ অসম সাহিত্য সভাৰ সুদীৰ্ঘ জীৱনত এক বলিষ্ঠ পদক্ষেপ আৰু নতুন অভিলেখ। এই শিৱিৰৰ ঘাই উদ্যোক্তা, সভাৰ সম্পাদক শ্ৰীনগেন শইকীয়ালৈ আশীৰ্বাদ আৰু সদৌ অসম সাহিত্য সভালৈ শুভেচ্ছা জনাই, সমজুৱা-সভাসদ আৰু লেখকসকললৈ আকৌ এবাৰ মূৰ দোৱাই ইমানতে মেলানি মাগিলোঁ।

"বাজক দবা, বাজক শঙ্খ, বাজক মৃদং খোল,
অসম আকউ উন্নতি পথত জয় আই অসম বোল॥"

## সঞ্চালকৰ আৰম্ভণী-ভাষণ

### ডক্টৰ মহেশ্বৰ নেওগ

মাননীয় সভাপতি ডাঙৰীয়া, অসমৰ শিক্ষা বিভাগৰ মন্ত্ৰী শ্ৰীতালুকদাৰ ডাঙৰীয়া, মুখ্যঅতিথি আৰু সমৱেতসকল, অসম সাহিত্য সভাই লেখক-শিৱিৰৰ যা-যোগাৰ কৰি এটি বৰ আৱশ্যকীয় কামৰ পাতনি মেলিছে। ইয়াৰ আগতে আমাৰ ৰাজ্যখনৰ ভাষা-সাহিত্য-সংস্কৃতিৰ লগত ঘনিষ্ঠভাৱে জড়িতসকল বেলেগ বেলেগ স্থানত কেতিয়াবা সমৱেত হ'লেও নিৰ্দিষ্ট উদ্দেশ্য চকুৰ আগত ৰাখি এনেভাৱে শিৱিৰ পাতি সমৱেত হোৱা নাছিল। সভাৰ উদ্যোগী প্ৰধান সম্পাদকজনৰ যত্নতেই এনেভাৱে আমি প্ৰথমবাৰৰ বাবে সমৱেত হ'বলৈ পাইছোঁ; আৰু তাৰ বাবে তেখেতক আমি ধন্যবাদ জনাব লাগে।

এই শিৱিৰ সাতদিন জুৰি ইয়াত বহিব আৰু সম্পাদকে জনোৱামতে সাতোদিনৰ কাৰ্যসূচীৰ মই সঞ্চালক হ'ব লাগে। গতিকে মোৰ ওপৰত এটা বৰ গধুৰ বোজাকে জাপি দিয়া হৈছে। অৱশ্যে ইয়াৰ আগতে অসমৰ ভিতৰত আৰু বাহিৰতো ভাষা-সাহিত্যৰ ৱৰ্কশ্বপ্,—শব্দটো অসমীয়া কৰিলে বোধকৰোঁ কাৰখানা হ'ব,—তেনেকুৱা কাৰখানা পৰিচালনাৰ দায়িত্ব ল'বলগীয়া হৈছিল। এতিয়া, আপোনাসকলেও মোক সহায় কৰিব; আৰু ময়ো মোৰ পূৰ্ব-অভিজ্ঞতাক কামত খটুৱাই যিমানখিনি কৰিব পাৰোঁ কৰিম;—এনেভাৱেই বোধকৰোঁ আমি আমাৰ এই প্ৰথম লেখক-শিৱিৰৰ কাম-কাজ সুচাৰুৰূপে চলাই নিব লাগিব।

অসম সাহিত্য সভা আমাৰ ৰাজ্যখনৰ সৰ্ববৃহৎ সাংস্কৃতিক অনুষ্ঠান। আপোনালোকে ইমান দিনে মন কৰিছে নে নাই ক'ব নোৱাৰোঁ যে আমাৰ সভাখনৰ নাম হ'ল অসম সাহিত্য সভা, অসমীয়া সাহিত্য সভা নহয়। যেতিয়া পোনতে অসম সাহিত্য সভা অনুষ্ঠিত হয় ১৯১৭ চনত, তেতিয়া এই প্ৰশ্নটো খুব বেছি ধৰণে আলোচনা হৈছিল, 'অসমীয়া সাহিত্য সভা' হ'ব লাগে নে 'অসম সাহিত্য সভা হ'ব লাগে' আমাৰ বৰ ভাগ্যৰ

কথা বুলি ক'ব লাগিব যে আমাৰ পূৰ্ব পুৰুষসকলে যিসকলে এই অসম সাহিত্য সভাৰ বুৰঞ্জী আৰম্ভ কৰিছিল, সেই সকলে অতি জ্ঞানী পুৰুষৰ দৰে এই নামটো অসম সাহিত্য সভা কৰিছিল। আৰু আজি যিটি অনুষ্ঠান হ'ব, এই অনুষ্ঠানটিয়ে 'অসম সাহিত্য সভা' নামটো সাৰ্থক কৰিবলৈ আগবাঢ়ি আহিছে বুলি মই ভাবোঁ। কাৰণ আমি যদিও ইমান দিনে অসমীয়া সাহিত্যৰ কথাই কৈ আহিছোঁ, আলোচনা কৰি আহিছোঁ আমাৰ অসমত যিবিলাক থলুৱা ভাষা আছে আৰু যি বেলেগ বেলেগ থলুৱা সংস্কৃতি আছে, সেই সকলোবিলাক এই একেটা সাহিত্য, একেটা সংস্কৃতিৰে অঙ্গ। এই থলুৱা ভাষা আৰু সংস্কৃতি বাদ দি অসমীয়া ভাষা আৰু সংস্কৃতি সম্পূৰ্ণ নহয়। গতিকে সেই সকলো ফালৰপৰা এইটো এটা তাৎপৰ্যপূৰ্ণ কথা যে আমাৰ মাজলৈ, আমাৰ যিসকল ভাই আমাৰ চাৰিওফালে আছে সেইসকলক চপাই বুটলি সাৰটি ল'ব খুজিছোঁ। গতিকে আমি আশা কৰিছোঁ যে আজি আমি যি কাম কৰিম সেই কামৰ দ্বাৰা যাউতি যুগীয়া কিবা ফল লাভ কৰিম। আজি যিসকলক আমাৰ মাজলৈ নিমন্ত্ৰণ কৰি অনা হৈছে, সেইসকল আমাৰ বিশেষকৈ এই থলুৱা জীৱনৰ অগ্ৰভাগ লোৱা লোক আৰু সেইসকলৰ মাজত কি সমস্যা আছে, সেই সকলে আমাৰ জীৱনৰ কথাবিলাকৰ বিষয়ে কি ভাবে, সেইবিলাক জনাটো আমাৰ নিতান্তই আৱশ্যকীয় আৰু সেইখিনি তেখেত সকলৰপৰা আমি আজি জানিম বুলি আশা কৰিছোঁ। ইয়াৰ মাজতে হয়তো বহুত সমস্যা উপস্থিত হ'ব আৰু সেই সমস্যাবিলাক আমি যদি কিবা সহায় কৰি তাক সমাধানৰ পথ উলিয়াব পাৰোঁ তেতিয়াহ'লে আমাৰ কাম হৈছে বুলি আমি ভাবিম। যিসকলক আমাৰ মাজলৈ মতা হৈছে সেইসকল হ'ল—মিচিং, বড়ো, ৰাভা, কাৰবি, ডিমচা আৰু লালুং সম্প্ৰদায়ৰ লোক। তেখেতসকল আমাৰ মাজত আহি উপস্থিত হৈছে। প্ৰথমতে তেখেত সকলক আমাৰ আন্তৰিক অভিবাদন জনাইছোঁ আৰু আশা কৰিছোঁ আমাৰ এই বন্ধনটো ছাই-বালিৰ নহৈ শিলৰ হ'ব। এতিয়া মই অনুৰোধ কৰিছোঁ, আমাৰ প্ৰশ্নাৱলী আপোনালোকৰ হাতত আছেই আৰু সেই প্ৰশ্নাৱলীক লৈ আপোনালোকৰ উত্তৰখিনি আগবঢ়াব আৰু লগতে সংশ্লিষ্ট ভাষা আৰু সংস্কৃতিৰ যি সমস্যা, যি কথা, সকলোখিনি আমাৰ আগত বিদিত কৰিব।

# ২য় খণ্ড

## অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যাৱলী

১। শ্ৰীতৰুণচন্দ্ৰ পামেগাম
২। শ্ৰীভৃগুমুনি কাগ্যুং
৩। শ্ৰীনাহেন্দ্ৰ পাড়ুন
৪। শ্ৰীৰাজেন ৰাভা
৫। শ্ৰীমণি ৰাভা
৬। শ্ৰী বং বং তেৰাং
৭। শ্ৰীভৰেন নাৰ্জি
৮। শ্ৰীৰামদাস বসুমতাৰী
৯। শ্ৰীপ্ৰমোদ ব্ৰহ্ম
১০। শ্ৰীবিহুৰাম বড়ো
১১। শ্ৰীপদ্ম পাটৰ
১২। ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

## অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা

### প্ৰশ্নাৱলী

১। আপুনি আমাৰ কোনটি থলুৱা ভাষাৰ প্ৰতিনিধিত্ব কৰে? এই ভাষা ব্যৱহাৰ কৰা জনসংখ্যা কিমান?

২। এই ভাষাৰ নিজা লিপি আছে নে? নে মূল অসমীয়া ভাষাৰ লিপিয়েই এই থলুৱা অসমীয়া ভাষাৰো লিপি? অথবা মূল অসমীয়া ভাষাৰ লিপিয়েই থলুৱা অসমীয়া ভাষা সমূহৰো উমৈহতীয়া লিপি হ'ব লাগে বুলি নাভাবে নে? থলুৱা অসমীয়া ভাষাৰ সকলো ধ্বনি প্ৰকাশ কৰিবলৈ মূল অসমীয়া লিপিয়েই সক্ষম বুলি আপুনি নাভাবে নে?

৩। এই ভাষাত লিখিত পুথি-পত্ৰ আছেনে? যদি আছে কেনে ধৰণৰ পুথি আছে? কিমান পুথি প্ৰকাশিত হৈছে?

৪। এই ভাষাৰ শব্দ সংখ্যা কিমান?

৫। এই ভাষাৰ উৎপত্তি কেতিয়া বুলি আপুনি জানে? ইয়াৰ ক্ৰমবিকাশৰ ধাৰা সম্পৰ্কে এটি চমু বিৱৰণ দিব নে?

৬। এই ভাষাৰপৰা মূল অসমীয়া ভাষালৈ কিমান আৰু কেনে ধৰণৰ শব্দসম্ভাৰ আহিছে বুলি আপুনি ভাবে?

৭। থলুৱা অসমীয়া ভাষাসমূহৰ বিকাশৰ বাবে মূল অসমীয়া ভাষাৰ-পৰাই শব্দসম্ভাৰ আৰু অন্যান্য বিষয় গ্ৰহণ কৰিব লাগে বুলি আপুনি নাভাবে নে?

৮। উত্তৰ-পূব ভাৰতবৰ্ষৰ সংযোগী ভাষা হিচাপে মূল অসমীয়া ভাষাৰ গুৰুত্ব-সম্পৰ্কে আপোনাৰ ধাৰণা কি?

৯। আপোনাৰ কথিত ভাষাটি বৰ্তমান কেনে অৱস্থাত আছে?

১০। কলা, বিজ্ঞান, বাণিজ্য সকলো বিষয়ৰে পুথিপত্ৰ থকা মূল অসমীয়া ভাষাৰ বৰ্তমানৰ অৱস্থাৰ পৰিপ্ৰেক্ষিতত, থলুৱা অসমীয়া ভাষাৰে কোন স্তৰলৈকে শিক্ষা দিব পৰা হয় বুলি ভাবে? আপোনাৰ থলুৱা অসমীয়া ভাষাটি সকলো স্তৰৰ বিষয় প্ৰকাশৰ বাবে উপযুক্ত হৈ উঠিছে বুলি আপুনি ভাবে নে?

১১। আপোনাৰ কথিত ভাষাৰ সম্মুখত কি কি সমস্যা আছে ?

১২। এই সমস্যা সমাধানৰ কিবা উপায় আছে বুলি আপুনি ভাবে নে ?

১৩। মূল অসমীয়া ভাষাই এই সমস্যা সমাধানত কেনে অংশ ল'ব পাৰে বুলি আপুনি ভাবে ?

১৪। আমি ভাবোঁ মূল অসমীয়া ভাষা থলুৱা ভাষাৰ উন্নয়নৰ ডাঙৰ সহায়ক। আপুনি এনেভাবে ভাবে নে ? যদি নাভাবে, কিয় ?

১৫। কোনো কোনো থলুৱাভাষী ব্যক্তিক মূল অসমীয়া ভাষা আৰু মূল অসমীয়া লিপি গ্ৰহণৰ বাবে অনিচ্ছুক যেন বোধ হয়, ইয়াৰ কাৰণ কি বুলি আপুনি ভাবে ?

১৬। আপুনি নাভাবে নে যে থলুৱা অসমীয়া ভাষাসমূহৰ মাজৰ আৰু থলুৱা অসমীয়া আৰু মূল অসমীয়া ভাষাৰ মাজৰ সম্পৰ্কক যুগমীয়া কৰি ৰাখি বৃহৎ অসমীয়া জাতিক একত্ৰিত কৰি ৰাখিবলৈ মূল অসমীয়া ভাষাৰ শক্তিয়েই সৰ্বাধিক ?

১৭। আপুনি সৃষ্টিশীল বা সমালোচনাত্মক ৰচনা লিখিছে নে ? যদি লিখিছে, কি কি ?

১৮। আপুনি কোন ভাষাত লিখিছে আৰু প্ৰকাশ কৰিছে ?

১৯। লেখক হিচাপে আপুনি এখন বহল পঢ়ুৱৈ সমাজ নিবিচাৰে নে ?

২০। আপোনাৰ ৰচনাসমূহৰ মূল উদ্দেশ্য কি ? সামাজিক সংস্কাৰ সাধন যে মানৱীয় সমস্যাৰ চিত্ৰণ ?

২১। লেখক হিচাপে আপুনি কি কি অসুবিধাৰ সম্মুখীন হৈছে ?

২২। অসমৰ লেখকসকলৰ ভিতৰত আপোনাৰ প্ৰিয় লেখক কোন ? আৰু কিয় প্ৰিয় ?

২৩। আপোনাৰ মতে সাহিত্যৰ উদ্দেশ্য কি হোৱা উচিত ?

## মিচিং ভাষাৰ অৱস্থা আৰু সমস্যা

**তৰুণচন্দ্ৰ পামেগাম**

১। মূলতঃ অসমীয়া ভাষাৰ। কিয়নো মই অসমীয়াকে কওঁ আৰু লিখোঁ। তথাপি থলুৱা ভাষা হিচাপে মিৰি বা মিচিং ভাষাৰ প্ৰতিনিধিত্ব কৰিছোঁ বুলি ক'ম এই কাৰণেই যে মোৰ জিভাত ফুটা প্ৰথম ভাষা মিচিং আৰু এয়ে মোৰ মাতৃভাষা। মিৰি বা মিচিং বুলি দুটা শব্দ ব্যৱহাৰ কৰিছোঁ—কাৰণ চৰকাৰী নথী-পত্ৰত মিৰি বুলি আৰু আমি মিৰি মাত্ৰেই নিজকে মিচিং বুলি কওঁ। ১৯৬১ চনৰ লোক-পিয়লৰ মতে ১,৬০,৪৫৩ জন অৰ্থাৎ প্ৰায় দুই লাখ আৰু মোৰ ধাৰণা সম্প্ৰতি চাৰে তিনি লাখৰ ওপৰ হৈছেগৈ।

২। নাই, কথিত হিচাপে ব্যৱহাৰ কৰাৰ বাহিৰে লিখিত হিচাপে এই ভাষাৰ চৰ্চা প্ৰায় এতিয়ালৈকে নাই বুলিয়েই হয়। কিন্তু মূল অসমীয়া ভাষাত প্ৰবন্ধ আদি লিখোঁতে এই ভাষাৰ আৱশ্যকীয় শব্দ সুমুওৱাৰ আৱশ্যক বোধ কৰিলে মূল অসমীয়া ভাষাৰ লিপিকে লেখকসকলে গ্ৰহণ কৰি আহিছে। মোৰ নিজৰ লিখাবিলাকতো তেনে পদ্ধতি গ্ৰহণ কৰি আহিছোঁ। দ্বিতীয় নম্বৰ প্ৰশ্নৰ তৃতীয় স্তৱৰ উত্তৰত মই ভাবোঁ এই ভাষাৰ লিপি মূল অসমীয়া ভাষাৰ লিপিয়েই হোৱা উচিত। সম্প্ৰতি মিৰিসকলৰ এচাম লোকে এই ভাষাৰ বাবে ৰোমান লিপি ব্যৱহাৰ হ'ব লাগে বুলি দিয়া মতামতৰ মই পক্ষপাতী নহওঁ। চতুৰ্থ স্তৱৰ উত্তৰতো মই ভাবোঁ এই ভাষাৰ সকলো ধ্বনি প্ৰকাশ কৰিবলৈ মূল অসমীয়া লিপি সম্পূৰ্ণ সক্ষম। মাত্ৰ দুই চাৰিটা বেলেগ ধ্বনি-চিহ্নৰ প্ৰয়োজন হ'ব।

৩। আছে। ৺সোণাৰাম পাঞ্চাংএ ঐনিতম্ কিতাপ লিখিছিল অসমীয়া ভাষাৰ লিপিৰে। উত্তৰ লক্ষীমপুৰ মিচিং ছাত্ৰ-ছাত্ৰীৰ আলোচনী "কাজে আজন" আৰু "মিৰি মিগন", কেইবছৰ মানৰ মাজুলীৰপৰা ওলোৱা "অৰনবী বিল্লাম" আদি মিৰি আৰু মূল অসমীয়া মিহলি আলোচনীৰ মিৰি ভাষাৰ প্ৰবন্ধবোৰ অসমীয়া লিপিতেই লিখা হৈ আহিছে। উত্তৰ লক্ষীমপুৰৰ শ্ৰীডিম্বেশ্বৰ পায়েংঞে সংগ্ৰহ কৰি প্ৰকাশ কৰা মিৰি আধুনিক গীতৰ পুথিৰ গীতসমূহো বিভিন্ন লেখকসকলে অসমীয়া লিপিতেই লিখা।

অধ্যাপক নাহেন্দ্ৰ পাডুনৰ পৰীক্ষামূলকভাৱে সম্পাদিত "মিচিং ভাষাৰ লিপি"ও অসমীয়া লিপিতে প্ৰস্তুত। এই বছৰৰ ভিতৰতে প্ৰকাশিত পেগুৱে লিখা "মিচিং আদি পাঠ" অসমীয়া লিপিতে যুগুত কৰা।

"মিচিং আগম আদয়িৰ" শ্ৰীনাহেন্দ্ৰ পাডুনে অসমীয়া লিপিত আৰু ইংৰাজী লিপিত অৰ্থাৎ (Roman scripts) সম্পাদনা কৰিছে। আনহাতে ১৯৭২ চনতে দলে বিস্তাই সম্পাদনা কৰা "মেব নিতম" ইংৰাজী লিপিত ছপা কৰিছে। কিন্তু ইংৰাজী লিপিত ছপা কৰা "মেব নিতম" ৺সোণাৰাম পায়েংঞৰ "ঐনিতম"তকৈ কোনো গুণে সহজ পাঠ্য বা বোধগম্য নহয়। মিচিং ভাষাৰ অভিধানৰ সংকলন হৈ থকা আৰু গণেশ পেগুৰ মিছিং ভাষাৰ কিতাপ "তানি আগম" ছপাখানাত থকা বুলি জানো। উপৰোক্ত পুথি-সমূহৰ বাহিৰেও মিচিং সমাজৰ নানাজনে সেই সমাজৰ ধৰ্ম, ভাষা, সংস্কৃতি আদি-সম্পৰ্কত বহুতো প্ৰবন্ধ বা পুথি আদি প্ৰকাশ কৰিছে। কিন্তু সেই-বিলাক হ'ল মূল অসমীয়া ভাষাত লিখা।

৪। শব্দ সংখ্যাৰ হিচাপ সম্পূৰ্ণ দিব নোৱাৰি। কিন্তু ভাব প্ৰকাশৰ বাবে মিৰি বা মিচিং ভাষাত শব্দৰ নাটনি নাই। সাহিত্য ৰচনাৰ কাৰণে মিচিং ভাষা শব্দ সম্ভাৰত দুখীয়া নহ'ব বুলি মই ভাবোঁ।

৫। সম্প্ৰতি অৰুণাচলত চলা 'আদি' ভাষাই মিৰি বা মিচিং ভাষাৰ মূল বুলি মই ভাবোঁ। মঙ্গোলীয় গোষ্ঠী হিচাপে আপাটানি আৰু নিশি-ভাষাৰ লগতো দুই চাৰিটা শব্দৰ মিল দেখা যায়। মিচিং ভাষাৰ লগত আদি ভাষাৰ মৌলিক সামঞ্জস্য থাকিলেও মিচিংসকলৰ ভাব প্ৰকাশৰ বাহন স্বৰূপে নিজস্ব ভাষা আছে। (ii) মিৰি বা মিচিং ভাষাৰ উৎপত্তি য'ৰেপৰাই নহওক বৰ্তমানৰ এই ভাষাই স্বকীয় ৰূপ অসমত আহোম ৰাজত্বৰ আৰম্ভণিৰপৰাই লৈছে বুলি মই ভাবোঁ। (ii) এই ভাষাৰ ক্ৰমবিকাশ-সম্পৰ্কত ধাৰণা জন্মাবলৈ হ'লে এই ভাষাক মূল অসমীয়া ভাষাৰ লগত সাঙুৰিব লাগিব। কাৰণ এই ভাষাৰ মাজতে ভাৱব্যঞ্জক বা অৰ্থব্যঞ্জক বহুতো মূল অসমীয়া শব্দ সোমাই পৰিছে। উদাহৰণস্বৰূপে গৰু, ছাগলি, ঘোঁৰা, ইকৰা, খাগৰি, ডুবৰি, নাঙল, যুৱঁলি, মৈ, খন্তি, কাচি, ডুলি, দোন আদি মূল অসমীয়া ভাষাৰ বহুতো শব্দ থলুৱা অসমীয়া মিচিং ভাষাৰো ভাব প্ৰকাশৰ বাহন হৈ পৰিছে।



৬। কিমান শব্দ আহিছে, উত্তৰ সহজ আৰু সঠিকভাৱে দিয়া সম্ভৱ নহয়। কেনে ধৰণৰ বুলি সোধা প্ৰশ্নৰ উত্তৰো পোনপটীয়াকৈ দিব পৰা নহয়। তথাপি উপন্যাসিক-সম্ৰাট ৺ৰজনীকান্ত বৰদলৈৰ দিনৰেপৰাই গ্ৰহণ কৰা 'লেদেং', 'চেনেং', 'কেনেং' আদি শব্দ মৰমব্যঞ্জক আৰু আৱশ্যকীয় অৰ্থত ব্যৱহৃত হৈ আহিছে। মিৰিসকলকলৈ কিছুমান শব্দ অসমীয়া ভাষাত সোমাইছে; যেনে—মিৰিজিম, মিৰি আলু, মিৰিমাহ, ইত্যাদি।

৭। ইতিপূৰ্বেই মই স্বীকাৰ কৰিছোঁ যে এই ভাষাৰ ভাব প্ৰকাশৰ বাহনস্বৰূপে ক্ৰমাগত মূল অসমীয়া ভাষাৰ শব্দই এই ভাষাৰ ক্ৰমবিকাশত সহায় কৰি আহিছে।

৮। মূল অসমীয়া ভাষাৰ গুৰুত্ব অতি গুৰুতৰ। ৰাজনীতিয়ে সেই গুৰুত্ব লাঘৱ কৰিলেও আমাৰ সংহতিয়ে সেই গুৰুত্ব লাঘৱ নকৰে। মূল অসমীয়া ভাষাৰ জৰিয়তেই আমি উত্তৰ-পূব ভাৰত এনাজৰিৰে সাঙোৰ খাই থাকিব লাগিব। নগাভূমিৰ বিভিন্ন গোষ্ঠীৰ ভাব প্ৰকাশৰ সাধাৰণ ভাষা বা অনাতাঁৰ মাধ্যম অসমীয়া, অৰুণাচলৰ সামূহিক অনাতাঁৰ মাধ্যম অসমীয়া; সেইদৰে আমি মণিপুৰী, খাচীয়া, মিজো আদি সকলোৰে লগতে ইতিপূৰ্বে আৰু এতিয়াও অসমীয়া ভাষাৰ যোগেদিয়েই ভাবৰ আদান-প্ৰদান কৰি আহিছোঁ আৰু আগলৈকো কৰিব লাগিব। ৰাজনীতিৰ চাল হলেও আমি বহুতদিনলৈকে হিন্দী বা ইংৰাজী মাধ্যমত উত্তৰ-পূব ভাৰতবাসীয়ে ভাবৰ আদান-প্ৰদান কৰিব নোৱাৰোঁ। গতিকে ভাষা হিচাপে আমি অসমীয়া ভাষাত অতিশয় গুৰুত্ব উত্তৰ-পূব ভাৰতীয় মাত্ৰেই দিবই লাগিব।

৯। কথিত হিচাপে সম্পূৰ্ণ জীৱিত আৰু প্ৰচলিত অৱস্থাত আছে। কিন্তু লিখিত হিচাপে বিদ্যালয় আদিত প্ৰচলন হোৱা নাই।

১০। প্ৰাথমিক স্তৰত থলুৱা ভাষাত শিক্ষাদান কৰাটো লাভবান হ'ব পাৰে। মাধ্যমিক স্তৰৰপৰাই যিহেতুকে বিজ্ঞানৰ নিচিনা বিষয় আৰম্ভ হৈছে—গতিকে থলুৱা ভাষাত বিজ্ঞান, বাণিজ্য আদিৰ নতুন নতুন শব্দ সৃষ্টি বা উদ্ধাৰ নকৰি মূল অসমীয়া ভাষাৰ যোগেদিয়েই ল'ৰা-ছোৱালীক শিক্ষা দিয়া উচিত বুলি ভাবোঁ। ভাষাটো জীয়াই ৰাখিবৰ বাবে আৰু অসমীয়া শিকাত প্ৰাথমিক স্তৰতো অতিৰিক্ত সহায় হ'বৰ কাৰণে (additional) বিষয় হিচাপেহে থলুৱা ভাষা থকাটো মই ব্যক্তিগতভাৱে কামনা কৰোঁ।

মিচিং থলুৱা ভাষাটো বিদ্যালয়ৰ সকলো স্তৰতে শিক্ষাদানৰ বাহন হৈ উঠিছে বুলি মই নাভাবোঁ ; অতবছৰ ইংৰাজী মাধ্যমতে মহাবিদ্যালয়, বিশ্ববিদ্যালয়ত আমি শিক্ষা লাভ কৰিছিলোঁ। এতিয়া সংবিধান-স্বীকৃত নিজবাসভূমিত অসমীয়া মাধ্যমত উচ্চ শিক্ষা লোৱাটো থলুৱা অসমীয়াৰ কৰ্তব্য বুলিহে ভাবোঁ।

১১। সাম্প্ৰতিক সমস্যা হ'ল (১) লিপি গ্ৰহণ, (২) পুথি প্ৰণয়ন আৰু (৩) বিদ্যালয়ত ইয়াৰ প্ৰৱৰ্তন।

১২। ভাষাটো জীয়াই ৰাখিবলৈ হ'লে ওপৰত লিখা কামেই কৰিব লাগিব। ভাষা জীয়াই ৰখাটো মই কামনা কৰোঁ ; কিন্তু মূল অসমীয়া ভাষাৰ প্ৰতিদ্বন্দ্বী হিচাপে নহয়, আনুষঙ্গিক ভাষা হিচাপেহে। থলুৱা ভাষা যদি উপনদী হয়—মূল অসমীয়া ভাষা হ'ব লাগিব ব্ৰহ্মপুত্ৰ নৈ আৰু থলুৱা ভাষা যদি নদী হয়—মূল অসমীয়া ভাষা হ'ব লাগিব সাগৰ।

১৩। মূল অসমীয়া ভাষাই নহয়, মূল অসমীয়া ভাষা-ভাষী আৰু সেই ভাষা চৰ্চা কৰা প্ৰতিলোকেই আন্তৰিকতাৰে থলুৱা ভাষাৰ পৃষ্ঠপোষকতা কৰিব লাগিব।

১৪। ভাবোঁ। মই আগতেই কৈছোঁ—মূল অসমীয়া ভাষাৰ শব্দসম্ভাৰৰ দ্বাৰাই এই ভাষাৰ বিকাশ সাধন হৈছে। গতিকে কিয় নাভাবিব বোলা প্ৰশ্নৰ উত্তৰ আৰু একো নাই।

১৫। প্ৰশ্নটোৰ উত্তৰ বৰ সহজ নহয়। তথাপি মই ভবাত (১) সেই শ্ৰেণীৰ লোকসকল আচৰিত ধৰণৰ আন্তঃৰাষ্ট্ৰিক ( internationalist ) নতুবা (২) জটিলতাক সহজ বুলি লৈ গৌৰৱ কৰিব বা নাম কৰিব খোজা লোক। (৩) কিংবা স্বাৰ্থজড়িত ৰাজনীতিৰ কৌশলকাৰী।

১৬। সেই কথা মই সম্পূৰ্ণৰূপে সমৰ্থন কৰোঁ। তাৰ উত্তৰ মই স্পষ্টকৈ ১২ নম্বৰ প্ৰশ্নৰ উত্তৰতে দিছোঁ।

১৭। সাংসাৰিক অনুকুল অৱস্থাৰ মাজত যি পাৰিছোঁ লিখিছোঁ। মোৰ পূৰ্ণ বয়সৰ প্ৰবন্ধ লিখাৰ কথা বাদ দি এই সম্পৰ্কত মোৰ কম বয়সৰ 'জেউতি' আলোচনীৰ আৰু 'জয়ন্তী'ৰ "মিৰি আৰু অসমীয়া ভাষা" প্ৰবন্ধৰ কথা মনত পৰিছে।

১৮। মূল অসমীয়া ভাষাত।



১৯। বিচাৰোঁ যদিও মই লিখিবলৈ ভাল পাওঁ—কোনোবাই পঢ়া-নপঢ়াৰ কথা মই নাভাবোঁ। তথাপি পাঠকৰ মনোগ্ৰাহী বা সমাজৰ উপকাৰত নাহিলে জানো লিখাৰ উদ্দেশ্য থাকিব ?

২০। বহুতদিনৰ আগতে মোৰ দুখনমান কবিতা পুথি প্ৰকাশ পাইছিল। পিছে কবিতাৰ নামটো দেখোন আগতে দি লৈ লিখিব নোৱাৰিছিলোঁ। তথাপি লিখাৰ আগতে এটা ভাবে ভূমুকি মাৰে—সেই ভাবৰ ভূমুকিত লিখাৰ উদ্দেশ্য নিহিত থাকে। কিন্তু সাহিত্য সদায় উদ্দেশ্যধৰ্মী হোৱাই বাঞ্ছনীয়। মোৰ ৰচনাতো উদ্দেশ্য নোহোৱা নহয়। "সমাজৰ শেষ সীমা" উপন্যাসৰ উদ্দেশ্য আছিল সামাজিক সংস্কাৰ সাধন, "পাহাৰপুৰী" উপন্যাসৰ উদ্দেশ্য আছিল পৰ্বত-ভৈয়াম সম্প্ৰীতি আৰু মাজে সময়ে প্ৰকাশিত গল্পসমূহ আৰু ৰেডিঅ' নাটিকা 'খদমদম'ত মানৱীয় সমস্যাৰ চিত্ৰণ আৰু হাস্য-ৰসৰ অৱতাৰণা।

২১। সাংসাৰিক আৰু পাৰিপাৰ্শ্বিক সমস্যাৰ লগতে সাহিত্য-প্ৰকাশৰ প্ৰতিকূল বাতাবৰণ।

২২। নামী অনামী সকলো লেখকক মই শ্ৰদ্ধা কৰোঁ। লেখকমাত্ৰেই সৃষ্টিশীল। গতিকে সকলো লেখকেই মোৰ প্ৰিয়। প্ৰিয়তম কোনো নাই আৰু কিয় প্ৰিয়ৰ উত্তৰো নাই। তথাপি সময় সাপেক্ষে খোৰাক দিব পৰা লেখকক বেছি ভাল পোৱাটো স্বাভাৱিক। কোন কোন নাম দিবলৈ অক্ষম।

২৩। সাহিত্যৰ উদ্দেশ্য বহুমুখী। সাহিত্য সৃষ্টিৰ ক্ষমতাও অসীম। সাহিত্যৰ উদ্দেশ্য দেশগঠন—সমাজ সংস্কাৰ- মানৱীয় আনন্দদান আৰু বহুতো। মুঠতে সাহিত্যৰ উদ্দেশ্য সম্পৰ্কে এখন পূৰ্ণ-পৰ্যায়ৰ ৰচনা লিখিলেহে এই প্ৰশ্নৰ উত্তৰ সম্পূৰ্ণ হ'ব। তথাপি বজাৰ পোৱাৰ সাহিত্য সৃষ্টি কৰাতকৈ সমাজে গ্ৰহণ কৰিব পৰা সাহিত্যহে স্থায়ী বা চিৰস্থায়ী।

# অসমৰ মিচিং ভাষাৰ অৱস্থা আৰু সমস্যা

শ্ৰীভৃগুমনি কাগয়ুং

আজি আমি বিশাল ভাৰতবৰ্ষৰ ভাষা সমস্যাৰ কথা বিশদভাৱে পৰ্যালোচনা কৰি চালে দেখা পাওঁ যে ভাৰততে ১৭৫টা ভাষা আৰু ৫৪৪টা কথিত ভাষা বা দোৱান আছে। অসমত থকা বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন ভাষা-উপভাষাসমূহ ইয়াৰ অন্তৰ্ভুক্ত আৰু তাৰ ভিতৰত মিচিং ভাষাও অন্যতম। ১৯৭১ চনৰ লোকপিয়লৰ হিচাবতকৈ মিচিং ভাষা-ভাষীৰ সংখ্যা অধিক। অৰুণাচলৰ মিচিং লোকক ধৰি এই সংখ্যা ৪ লাখমান হ'বগৈ।

আমি ভাষা-সমস্যাৰ বিষয়ে সাধাৰণভাৱে বিশ্লেষণ কৰি চালে পাওঁ যে ভাষাৰ ক্ষেত্ৰত কিছুমান আনুষঙ্গিক উপাদান আছে আৰু সেইবোৰৰ ভিতৰত প্ৰধানকৈ লিপি, ভাষাগত বৈশিষ্ট্য, ভাষাগত সমস্যা, লেখকৰ সমস্যা আৰু আদি মৌলিক উপাদানৰ কথা উল্লেখ কৰিব পাৰি।

মানুহে মনৰ ভাৱ লিখি প্ৰকাশ কৰিবৰ কাৰণে সৃষ্টি কৰা লিপি বা চিহ্নবোৰ একোটা ভাষাৰ ধ্বনি প্ৰকাশৰ মাধ্যম মাথোন কিছুমান ভাষাৰ হয়তো স্বকীয় লিপি আছে আৰু কিছুমানৰ স্বকীয় লিপি নাই বা আজিও উদ্ধাৰ হোৱা নাই। সেই স্বকীয় লিপি নথকা বা উদ্ধাৰ নোহোৱা ভাষাৰ ভিতৰত মিচিং ভাষাও এটা।

বৰ্তমান যুগত মিচিং ভাষাৰ বিকাশৰ কাৰণে মূল অসমীয়া ভাষাৰ বৰ্ণমালাৰপৰা মিচিং ভাষাৰ ধ্বনিৰ লগত সাদৃশ্য থকা কিছু বৰ্ণ গ্ৰহণ কৰি আৰু তাৰ লগতে আৱশ্যকমতে ধ্বনি প্ৰকাশ কৰিব পৰা নতুন বৰ্ণমালাৰ সৃষ্টি কৰি মিচিং ভাষাত কিতাপ-পত্ৰ প্ৰকাশ কৰা হৈছে। অসমীয়া ভাষাৰ লিপিৰে মিচিং ভাষাত ব্যৱহৃত আটাইবোৰ ধ্বনি প্ৰকাশ কৰিব পৰা হ'লে অসমীয়া ভাষাৰ লিপিকে উমৈহতীয়া লিপি হিচাপে গ্ৰহণ কৰাত কাৰো আপত্তি নাথাকিলহেঁতেন। কিন্তু আজি বহু বছৰ ধৰি কৰা পৰীক্ষা-নিৰীক্ষাৰপৰা দেখা গৈছে যে মিচিং ভাষাৰ শতকৰা পঞ্চাশ



ভাগতকৈ অধিক শব্দৰ ধ্বনি প্ৰকাশ কৰিবলৈ মূল অসমীয়া ভাষাৰ বৰ্ণমালা যথেষ্ট নহয়। আনহাতে চলিত অসমীয়া ভাষাৰ বৰ্ণমালাৰ আটাইবোৰ বৰ্ণৰ ধ্বনি মিচিং ভাষাত নাই।

প্ৰধানকৈ ভাষাগত বৈশিষ্ট্য লৈ লক্ষ্য ৰাখি বিজ্ঞান সম্মতভাৱে প্ৰথমতে লিপি গ্ৰহণ কৰাটো ভৱিষ্যতৰ কাৰণে নিৰাপদজনক।

মিচিং ভাষাৰ কাৰণেই নহয় স্বকীয় লিপি নথকা ভাষাবোৰৰ ক্ষেত্ৰতো বিশেষকৈ এই তিনিটা কথাৰ ওপৰত প্ৰাধান্য দিয়া উচিত হ'ব বুলি ভাবোঁ ঃ

(১) যি লিপি গ্ৰহণ কৰিলে নিজৰ ভাষাটো শুদ্ধকৈ লিখি প্ৰকাশ কৰিব পাৰি।

(২) যি লিপি গ্ৰহণ কৰিলে নিজৰ ভাষাটোৰ উপৰিও আন চহকী ভাষা এটাও অনায়াসে লিখিব আৰু পঢ়িব পৰা যোগ্যতা আপোনা-আপুনি আছে।

(৩) যি লিপি ব্যৱহাৰ কৰিলে আঞ্চলিক ভাষাৰ সান্নিধ্য লাভ কৰি পৰস্পৰৰ মাজত সামাজিক সংযোগ ঘটাই আত্মীয়তা, ভ্ৰাতৃত্বৰ সংভাৱেৰে অনুপ্ৰাণিত হৈ ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি গঢ়ি তোলাত বিপুল প্ৰভাৱ বিস্তাৰ কৰিব পাৰে তেনে নিবিড় সম্পৰ্ক থকা লিপিৰ লগত আৱশ্যক অনুপাতে দুই-চাৰিটা নতুন লিপিৰ যোগ বিয়োগ কৰি লিপি গ্ৰহণ কৰাটো বাঞ্ছনীয়।

আমি জনাত আজি বহু বছৰ ধৰি "সদৌ অসম চিচিং ভাষা সাহিত্য সভা"ই ( মিচিং আগম কাবাং ) মিচিং ভাষাটো লিখিত অৱস্থালৈ আনিবৰ কাৰণে অসমীয়া-লিপি আৰু ৰোমান লিপিকলৈ বহুতো পৰীক্ষা-নিৰীক্ষা চলাই আছে। ইতিমধ্যে যিমানবোৰ মিচিং ভাষাৰ কিতাপপত্ৰ প্ৰকাশিত হৈছে ইয়াৰ ভিতৰত অসমীয়া লিপিৰ সহায়ত লিখা পুথিয়েই সৰ্বাধিক আৰু সেই প্ৰকাশিত পুথিবোৰেই প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে অসমীয়ালিপি গ্ৰহণৰ পৰিচায়ক বুলি ক'ব পাৰি।

এনেভাৱে মিচিং ভাষাৰ কাৰণে লিপিৰ পৰীক্ষা-নিৰীক্ষা কৰি থকা কালছোৱাৰ ভিতৰত প্ৰকাশিত হোৱা পুথিপত্ৰবোৰত দুই ধৰণৰ পুথি আমাৰ দৃষ্টিগোচৰ হৈছে।

(১) সাধাৰণ ধৰণৰ পুথি।

(২) আলোচনী পত্ৰ। যোৱা ১৯১৫ চনৰপৰা ১৯৭৩ চনলৈকে কিমান সংখ্যক মিচিং ভাষাৰ পুথিপত্ৰ প্ৰকাশিত হৈছে তাৰ সঠিক হিচাব দিয়া টান; তথাপি সাধাৰণ পুথিৰ ভিতৰত—মিৰিদোৱান ১৯১৫ চন লক্ষীমপুৰ, মিচিং পাঠ ১৯৫৮ চন—ডুমডুমা, মিৰি দোৱান—১৯৬৩ চন ঢকুৱাখনা, মিচিং আগম লুয়িৰ—১৯৬৯ চন গুৱাহাটী, মিচিং ভাষাৰ লিপি—১৯৬৮ চন গুৱাহাটী, মিচিং-আগম-অদয়িৰ—১৯৭১ চন গুৱাহাটী, গীতি সংকলনৰ ভিতৰত—ঐনিতম—১৯ চন—লক্ষীমপুৰ, আৰ্আন—মুৰ্কং—১৯৫০ চন—লক্ষীমপুৰ আৰু আলোচনী পত্ৰৰ ভিতৰত মিৰ মিগল—১৯৬১ চন লক্ষীমপুৰ, মিৰুমিগল ১৯৬৬ চন লক্ষীমপুৰ, কাজে আজন—১৯৭০ চন—লক্ষীমপুৰ, ৰীগৃ-ৰীগাম্ ১৯৭৩ চন—গুৱাহাটী আদি উল্লেখ কৰিব পাৰি। ইয়াৰ বাহিৰে মিচিং ভাষাৰ তুথন অ-ফলা, ক-ফলা, মিচিং ভাষাৰ অভিধান প্ৰকাশিত হৈছে যদিও আমাৰ পঢ়াৰ সুযোগ ঘটা নাই।

অসমৰ জনজাতীয় মিচিং ভাষাই কেতিয়া স্বকীয়া গঢ় লৈছিল তাক সঠিকভাৱে কোৱা টান যদিও মিচিং ভাষা উত্তৰ অসম শাখাৰে ভাষা যেতিয়া সেই ভাষাসমূহৰ উৎপত্তিৰ কালেই মিচিং ভাষাৰ উৎপত্তিৰ কাল বুলি ঠাৱৰ কৰিব পাৰি।

আমি পৰৱৰ্তীকালৰ মিচিং ভাষাৰ ক্ৰমবিকাশৰ ধাৰা পৰ্যালোচনা কৰি চালে পাওঁ যে উত্তৰ অসম শাখা ভাষাগোষ্ঠীৰ পৰিৱেষ্টনৰপৰা আঁতৰি অহাৰ আগতে আদি বা আবৰ আৰু মিচিংসকলৰ ভাষা মূলতে একে আছিল আৰু কালক্ৰমত বসতি বিস্তাৰ কৰি পৰম্পৰে পৰম্পৰৰপৰা আঁতৰা-আঁতৰি হৈ অহাত বিভিন্ন অঞ্চলৰ পাৰিপাৰ্শ্বিক প্ৰভাৱত পৰি মিচিং ভাষাই এটা স্বকীয়া গঢ় লৈছিল।

মিচিং ভাষাৰ শব্দৰাজি আজিও সজাই গণনা কৰা হোৱা নাই। গতিকে মিচিং ভাষাৰ সম্পূৰ্ণ শব্দৰ সঠিক হিচাপ দিয়া সম্ভৱ নহয়, তথাপি ক'ব পাৰি যে অন্ততঃ মনৰ ভাৱ প্ৰকাশ কৰিবলৈ প্ৰয়োজনীয় শব্দ মিচিং ভাষাৰ আছে।

মিচিং ভাষাৰপৰা অসমীয়া ভাষালৈ কিমানখিনি শব্দ সম্ভাৰ আহিছে তাক সঠিকভাৱে কোৱা টান যদিও ইয়াক গবেষণাৰ দ্বাৰা নিৰ্ণয় কৰাৰ থল নথকা নহয়। বিচাৰ কৰি চালে পাওঁ যে মিচিংসকলে উৎপাদন কৰা বস্তুবাচক শব্দৰাশি আৰু নামবাচক শব্দৰাজিৰ বাহিৰে নিভাজ মিচিং ভাষাৰ শব্দ বেছিকৈ অসমীয়া ভাষাত সোমাইছে বুলি ক'ব পৰা নাযায়।



আমাৰ সংস্কৃতমূলীয় অসমীয়া ভাষাৰ ঘাই সুঁতিৰ প্ৰৱাহৰ লগত অসমৰ চৌদিশৰপৰা বৈ অহা চীন-তিব্বতীয়মূলীয় ভাষাৰ বহুবোৰ উপ-সুঁতি লগ লাগি অসমীয়া ভাষাৰ বৰলুইতৰ ধাৰা শক্তিশালী কৰিছে আৰু তাৰ ফলত আধুনিক অসমীয়া ভাষা স্বকীয় বৈশিষ্ট্যৰে বিভিন্ন জাতি-উপজাতি, বিভিন্ন ভাষা-উপভাষাৰে ভৰা বিশাল অসমৰ আঞ্চলিক ভাষাস্বৰূপে পৰিগণিত হৈছে।

আন হাতেদি মিচিং ভাষা-ভাষী সমাজৰ অঞ্চলবিশেষত অসমীয়া ভাষাৰ প্ৰভাৱ পৰি মিচিং ভাষাৰ বিকাশ আৰু প্ৰসাৰত অসমীয়া ভাষাৰো শব্দৰাজিৰ অনুপ্ৰৱেশ ঘটাটো স্বাভাৱিক। মিচিং ভাষা বিকাশৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ আনুষঙ্গিক বিষয় বস্তু পাৰ্যমানে গ্ৰহণ কৰি অধিক সাদৃশ্য ৰাখি, ব্যাকৰণ আদি ৰচনাৰদৰে ভাষা বিষয়ৰ উপাদানখিনি লৈ কিতাপ-পত্ৰ ৰচনা কৰাটো মঙ্গলজনক।

সুবিশাল ভাৰতবৰ্ষৰ উত্তৰ-পূব বিস্তৃত অঞ্চলৰ বিভিন্ন জনগোষ্ঠী, বিভিন্ন ভাষা-ভাষীৰ মাজত সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অধিক আৰু পুৰণি কালৰপৰাই এই দিশত অসমীয়া ভাষাই পৰ্বত-ভৈয়ামৰ আদান-প্ৰদান, পৰম্পৰৰ মাজত ভাৱ বিনিময়ৰ প্ৰধান মাধ্যম হৈ আহিছিল। আজি আমি বাস্তৱ দৃষ্টিভঙ্গীৰপৰা চাবলৈ গ'লে প্ৰকৃতপক্ষে সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিকভাৱে আদান-প্ৰদানত আহিবলৈ আঞ্চলিক ভাষাৰ প্ৰাধান্য সদায় বিতৰ্কৰ অতীত। আনকি অৰুণাচল, নগালেণ্ড, মেঘালয় আদি সৰু-বৰ স্বকীয়া স্বকীয়া ৰাজ্য গঠন হ'লেও সেই ৰাজ্যৰ অধিবাসীসকলে অসমৰ লগত ভাষিক-সাংস্কৃতিক সম্পৰ্ক নাৰাখি বা অসমৰ মাটিত ভৰি নিদিয়াকৈ চলা সম্ভৱ নহয়।

মিচিং ভাষাৰ বৰ্তমান পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিলে দেখা যায় যে মিচিং ভাষাটো এতিয়ালৈকে নিজৰ সমাজৰ পৰিসীমাৰ মাজতে আৱদ্ধ হৈ আছে বুলি ক'ব পাৰি। মিচিং ভাষা-ভাষীৰ ভিতৰত লিখা-পঢ়া জনা লোকৰ সংখ্যা কম হোৱাৰ কাৰণে আৰু লিখা-পঢ়া জনা সকলৰ প্ৰায় ভাগে অসমীয়া আৰু ইংৰাজী মাধ্যমত উচ্চ শিক্ষা গ্ৰহণ কৰাৰ কাৰণে

হয়তো এই ভাষাটো সীমিতভাবে প্ৰচলিত হৈ আছে। আজিও মিচিং ভাষাত ধৰ্মীয় আচাৰ-পদ্ধতি, জৰা-ফুকা, তন্ত্ৰ-মন্ত্ৰ, মঙ্গল চোৱা আদি কিছুমান আচাৰ-নীতি মুখে মুখে শ্ৰুতিৰ আকাৰে পৰাম্পৰাগত ভাৱে প্ৰচলিত।

বৰ্তমান মিচিং ভাষাত ভাষা-বিষয়ক কিছু পুথিপত্ৰ ৰচিত আৰু প্ৰকাশিত হৈছে যদিও এতিয়ালৈকে সাহিত্য, সংস্কৃতি, কলা-শিল্প, বিজ্ঞান-দৰ্শন, বাণিজ্য আদি সকলো স্তৰৰ উচ্চ ভাৱ প্ৰকাশৰ উপযোগী আৰু উচ্চস্তৰৰ শিক্ষা দানৰ মাধ্যম হিচাপে ব্যৱহাৰৰ উপযোগী হৈ উঠিছে বুলি নাভাবোঁ। গতিকে মাতৃভাষাৰ শিক্ষা প্ৰাথমিক স্তৰলৈকে দিয়া বাঞ্ছনীয়।

স্বকীয় লিপি নথকা অলিখিত ভাষা এটাক কেন্দ্ৰ কৰি যিমানবোৰ সমস্যাৰ উদ্ভৱ হ'ব পাৰে মিচিং ভাষাটো সেই সমস্যাৱলী প্ৰযোজ্য। জন-জাতীয় মিচিং ভাষা সংখ্যা লঘুৰ ভাষা। যাৰ শিক্ষা-দীক্ষা পোৱা লোকৰ সংখ্যাও কম হোৱা হেতুকে লিখক, সেই ভাষাৰ পাঠক আৰু প্ৰকাশকৰ সংখ্যাও কম হোৱাটো স্বাভাৱিক। প্ৰাথমিক পৰ্যায়তে মিচিং মাতৃ ভাষাৰ মাধ্যমেৰে সেই জনগোষ্ঠীৰ নতুন বংশধৰসকলক শিক্ষা দিব পাৰিলে ভৱিষ্যতে ভাষাটোৰ বিকাশ সম্ভৱ হ'ব।

এটা ভৌগোলিক পৰিবেষ্টনৰ মাজত বাস কৰা সংখ্যালঘু সকলোৱে আঞ্চলিক ভাষাৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাটো স্বাভাৱিক যিহেতু আঞ্চলিক ভাষাই পূৰ্ণতা লাভ কৰিছে বিভিন্ন থলুৱা ভাষাসমূহৰ বিভিন্ন উপাদানৰ সংমিশ্ৰণত। গতিকে আঞ্চলিক ভাষাক অৱহেলা কৰি সংখ্যালঘুৰ ভাষাই সৰ্বাঙ্গীন উন্নতি লাভ কৰাটো সম্ভৱপৰ নহয় আৰু তেনে মনোভাৱ পোষণ কৰিলে বাস্তৱ দৃষ্টিভঙ্গীক উপেক্ষা কৰাৰ বাহিৰে একো নহয়।

সাধাৰণতে ভাষা-সংক্ৰান্তৰ কথাবোৰ অনিচ্ছাকৃতভাৱে কাকো কোনেও বলেৰে জাপি দিব পৰা বিষয় নহয়। তেনে কৰিবলৈ গ'লে বিপৰীত প্ৰতি-ক্ৰিয়াৰে সৃষ্টি হোৱা সম্ভাৱনা থাকে। আনহাতে বহু ব্যক্তিয়ে আঞ্চলিক ভাষা-ভাষী সমাজৰ সান্নিধ্য লাভ কৰিও কোনো আন্তৰিক সমাদৰ লাভ কৰিব পৰা নাই আৰু দিওঁতায়ো দিয়া নাই। আমাৰ মাজত আজিও এচাম লোক আছে যিসকলে অসমীয়া ভাষা



সাহিত্য গ্ৰহণৰ ক্ষেত্ৰত সদায় বিদ্বেষ মনোভাৱ পোষণ কৰি অশান্তিৰ সূত্ৰপাত কৰি থাকে তেনেলোক আঞ্চলিক ভাষাদ্ৰোহীয়ে নহয়, সমাজ-দ্ৰোহী, দেশদ্ৰোহীও। অসমৰ ক্ষেত্ৰতো থলুৱা ভাষা আৰু আঞ্চলিক অসমীয়া ভাষাৰ সম্পৰ্ক যুগমীয়া কৰি এক শক্তিশালী অসমীয়া জাতি গঢ়িবলৈ হ'লে সকলোবোৰ জনগোষ্ঠীৰ মাজত এটা জাতীয়ভাৱ গঢ়ি তুলিব লাগিব আৰু সেইটো জাতীয়-চেতনা গঢ়ি উঠা সম্ভৱপৰ হ'ব পাৰে একমাত্ৰ অসমীয়া ভাষাৰ মাধ্যমেৰে।

এই প্ৰবন্ধ-লেখকৰ অধিক সংখ্যক ৰচনা মিচিং ভাষাতকৈ আঞ্চলিক অসমীয়া ভাষাতে ৰচিত আৰু প্ৰকাশিত হৈছে। এই ৰচনাবোৰৰ ভিতৰত বিশেষকৈ সৃষ্টিশীল ৰচনা আৰু সমালোচনাত্মক ৰচনা দুয়োবিধ ৰচনাই আছে আৰু সময়সাপেক্ষে সাময়িক সমস্যাৰ ওপৰতো লিখি থকা হৈছে। এই লেখকৰ সৃষ্টিশীল ৰচনাৰ ভিতৰতে—'কবিতা কলি', 'কবিতা কুসুম', 'অনাহূত' পুথি, আৰু সমালোচনা মূলক ৰচনাৰ ভিতৰত—মিচিং কৃষ্টিৰ চমু আভাস, লেখক আৰু সম্পাদক হিচাপে সম্পাদনা কৰি মিচিং সমাজৰ পটভূমিৰ ওপৰত যুগুত কৰা বিশদ বৰ্ণনাৰ পুথি 'মিচিং সংস্কৃতিৰ আলেখ্য' আৰু সাময়িক কাকত-পত্ৰত প্ৰকাশিত—মিচিং সমাজৰ প্ৰচলিত ধৰ্মৰ সমীক্ষা, পৰ্বত-ভৈয়ামৰ সংহতি-বিসংহতিৰ সমীক্ষা, জন-জাতীয় ভাষা সমস্যাৰ সমীক্ষা, মিচিং গীত মাতৰ ভিত্তিত ৰচনা কৰা একোলানিকৈ প্ৰবন্ধৰ কথা উল্লেখ কৰিব পাৰি।

নিজৰ থলুৱা ভাষাৰ পৰিৱৰ্তে আঞ্চলিক ভাষাত লিখা পুথিয়ে যোগ্যতাৰ বিচাৰত অসমীয়া ভাষা-ভাষীৰ মাজত সমাদৰ লাভ কৰিলে লেখকে নিশ্চয় উৎসাহ পাব আৰু দুগুণ উদ্দীপনাৰে সাহিত্য চৰ্চা কৰি সাহিত্য সেৱা কৰিবলৈ অনুপ্ৰেৰণা পাব। কিন্তু তেনে এখন অনাহূত নামৰ পুথিৰ গুণাগুণ বিচাৰ কৰি কেন্দ্ৰীয় চৰকাৰৰ শিক্ষাবিভাগে ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰাৰ পাছতে সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতিৰ নিৰুৎসাহজনক মন্তব্য নিশ্চয় দুঃখদায়ক।

আমাৰ লিখনীয়ে যাতে যুগৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত, মানৱ-সমাজখনৰ চিত্ৰ চিত্ৰণ কৰি সমস্যা সমাধানৰ ক্ষেত্ৰত সংস্কাৰৰ মাজেদি পাঠকৰ মনত আনন্দ প্ৰদান কৰি শান্তি-সম্প্ৰীতি যোগাব পাৰে তেনে উদ্দেশ্য কামনা কৰোঁ।

লেখকৰ কাৰণে পুথি প্ৰকাশ কৰাটো অন্যতম প্ৰধান সমস্যা। এনে সমস্যাৰ সমাধানো বাঞ্ছনীয়। লেখক আৰু পাঠকৰ মাজৰ মধ্যস্থলোক হৈছে প্ৰকাশক। পাঠকে প্ৰতিভা থকা লেখকৰপৰা বিচাৰে বৈশিষ্ট্যপূৰ্ণ লেখা। লেখকেও বিচাৰে প্ৰকাশকৰপৰা অনুপ্ৰেৰণা ; এনে ক্ষেত্ৰত লেখকৰ বিষয়বস্তু লৈয়ো কেতিয়াবা নতুন সমস্যাৰ সৃষ্টি হয়।

কিন্তু প্ৰকাশকে যদি সদায় ব্যৱসায়ৰ দিশটো চায় আৰু লেখকে যদি নিজৰ স্বকীয় আদৰ্শ আৰু স্বকীয় বৈশিষ্ট্যৰ চিন্তা কৰি সদায় চলে তেতিয়া সমস্যাই অন্যৰূপ ধাৰণ কৰে। লেখকসকল সাধাৰণতে আৰ্থিক অৱস্থাত হাড় ভগা। সেয়ে কিতাপ ছপাই যথাযথভাৱে বিক্ৰী কৰাত অনেক অসুবিধা। মানৱীয়-সমস্যা সমাধানৰ পটভূমিতে সাহিত্যৰ জন্ম আৰু সাহিত্যৰ সমস্যা সাহিত্যই সমাধান কৰিব।

## মিচিং ভাষাৰ অৱস্থা আৰু সমস্যা

**নাহেন্দ্ৰ পাডুন**

১। মই অসমৰ থলুৱা মিচিংসকলৰ "মিচিং ভাষা"ৰ প্ৰতিনিধিত্ব কৰিছোঁ। যোৱা ১৯৬১ চনৰ লোক-পিয়লৰ মতে অসমত মিচিং-ভাষীৰ সংখ্যা ১,৩৬,৩০৬ জন। ১৯৬১ চনৰ লোকপিয়লত অৰুণাচল প্ৰদেশৰ ছিয়াং আৰু লোহিত জিলাত থকা মিচিং জনসংখ্যাৰ হিচাপ নাই। সেইখিনি অৰুণাচল প্ৰদেশৰ লোক-পিয়লতহে পোৱা যাব।

২। মিচিং ভাষাৰ নিজা লিপি নাই। বৰ্তমানে অসমীয়া আৰু ৰোমান লিপিৰ যোগেদি মিচিং ভাষা প্ৰকাশ কৰাৰ পৰীক্ষা-নিৰীক্ষা চলিছে। মিচিংসকলে এতিয়ালৈকে কোনো লিপিকেই চূড়ান্তভাৱে গ্ৰহণ কৰা নাই। লিপি গ্ৰহণৰ সংক্ৰান্তত "মিচিং আগম্ কীবাং" নামৰ অনুষ্ঠানে পৰীক্ষা-নিৰীক্ষা চলাই আছে। বহুতে অসমীয়া লিপিকেই মিচিং ভাষাৰ কাৰণে গ্ৰহণ কৰিবলৈ অভিমত দিছে যদিও এচাম মিচিং ডেকাই ৰোমান লিপিৰ পৃষ্ঠপোষকতা কৰে। ইয়াৰ এটা কাৰণো আছে অৱশ্যে। ৰোমান লিপিৰে লিখিলে—ছপাশাল, টাইপ-ৰাইটাৰ আদিৰ সুবিধাৰ বাহিৰেও বিভিন্ন ধ্বনি-প্ৰকাশক কূট থকা টাইপ পোৱা যায়। ৰোমান লিপিত ধ্বনি মূল্য আৰোপ কৰিলেহে মিচিং ভাষা প্ৰকাশ কৰিব পৰা যায়।

৩। মিচিং ভাষাত লিখিত পুথি-পত্ৰ আছে। সেইবিলাক ৰোমান আৰু অসমীয়া লিপিত লিখা। ৰোমান লিপিৰে পুথিসমূহৰ লিখক—বিংশ শতাব্দীৰ আগ ভাগৰপৰা পঞ্চদশকলৈকে মিচিংসকলৰ মাজত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱা মিছনেৰীসকল। অসমীয়া লিপিৰে লিখা পুথি-বিলাকৰ লিখক—মিচিং। অৱশ্যে কেইবাজনো মিচিঙে ৰোমান লিপিৰেও লিখিছে। বিষয়বস্তুৰ ফালৰপৰা এই পুথিবোৰক—ব্যাকৰণ, অভিধান, গণিত ( অংক ), ভাষা আৰু লিপি, খ্ৰীষ্টান ধৰ্ম-বিষয়ক, মিচিং লোকগীত সংগ্ৰহ, আলোচনী ইত্যাদি ভাগত ভগাব পাৰি। উল্লেখযোগ্য যে, মিচিং ভাষাৰ ব্যাকৰণ ( Outline Grammar of the Shaiyang Miri language,

as spoken by the Miris of that clan residing in neighbourhood of Sadiya—J. F. Needham, A. P. O. Saiya 1885) ১৮৮৫ চনত প্ৰকাশ পায় আৰু অভিধান ছপা হৈ ওলায় ১৯০৭ চনত (D.ctionary of Abor-Miri Language—J. H. Lorrain, Shillong, 1907).

৪। মিচিং ভাষাৰ শব্দাৱলী কিমান তাক এতিয়াই সহজে ক'ব নোৱাৰি। লৰেইনৰ অভিধানখনত প্ৰায় ১৮ হেজাৰৰো অধিক শব্দ আছে। কিন্তু তাত বহুতো পৰিচিত শব্দ অন্তৰ্ভুক্ত নকৰা দেখিয়েই অনুমান কৰিব পাৰি যে, মিচিং ভাষাৰ শব্দাৱলী সংগ্ৰহ সেই অভিধানত সম্পূৰ্ণ হোৱা নাই।

৫। মিচিং ভাষা কেতিয়া আৰু কেনেকৈ উৎপত্তি হৈছে তাক ঠিৰাংকৈ ক'ব নোৱাৰি। এই বিষয়ে ভাষা-বৈজ্ঞানিকসকলৰ আলোচনাই আৰম্ভ হোৱা নাই। Linguistic Survey of India, সুনীতিকুমাৰ চট্টোপাধ্যায়, ৰবাৰ্ট ছেফাৰ ইত্যাদি পণ্ডিতসকলৰ মতে মিচিং ভাষা তিব্বতধৰ্মীয় ভাষা গোষ্ঠীৰ অন্তৰ্গত।

৬। মিচিংসকল ভৈয়ামলৈ আহি বসবাস কৰা বেছি শতিকা (দ্বাদশ শতিকাৰ পিচৰপৰা বুলি অনুমান কৰা হৈছে) হোৱা নাই। সেইবাবে অসমীয়া ভাষাত মিচিং শব্দাৱলী বেছি বিচাৰি পোৱা নাযায়। যিসময়ত মিচিংসকল পাহাৰৰপৰা ভৈয়ামলৈ নামি আহিছিল বুলি অনুমান কৰা হৈছে, সেই সময়ত অসমীয়া ভাষাই গঢ় লৈ প্ৰায় সমগ্ৰ অসমতেই সিঁচৰতি হৈ পৰে। তাৰ আগৰ অষ্ট্ৰীক আৰু বড়ো ভাষাই অসমীয়া ভাষাত যথেষ্ট প্ৰভাৱ পেলাইছিল বুলি পণ্ডিতসকলে কয়। মিচিংসকলৰ ৰজা নাই, নাইবা ৰাজকীয় আধিপত্যও নাই। বাসস্থানো চিৰস্থায়ী নাছিল। সেইকাৰণে নদীৰ নাম, বাসস্থানৰ নাম উল্লেখযোগ্য নহয়। তথাপি তেনেধৰণৰ কেইটামান শব্দ উল্লেখ কৰিছোঁ। এই শব্দকেইটা মিচিং ভাষাৰপৰা উৎপত্তি হৈছে বুলিব পাৰি।

(১) নদীবাচক নাম (চি মানে পানী):

ছিয়াং—দিহং নদী, চিচি—লক্ষীমপুৰ জিলাৰ (চিচি কলঘৰ) নদী, চিচেৰী—দিবাঙৰ ওচৰত, চিলে—মুৰ্কংচেলেকৰ ওচৰত, চিলুক—পাছিঘাটত।



(২) স্থানবাচক শব্দ:

মুৰ্কংচেলেক (ৰূপ বা টকাৰ খেৰনি), নাম্‌চিং গাঁও (নামচিং—শুকতি মাছ), জাম্‌জি—ৰেল ষ্টেচন, তেলাম্—(তৌ <—চিতৌ, লাম্=বাট) হাতীপটী, ৰেলষ্টেচন, ডিৰাক্—নামচাইৰ ওচৰত এখন গাঁও, ক'ৱ (ঘাট) —(পাৰ কৰা) ইত্যাদি।

(৩) বাদ্য যন্ত্ৰ:

পেম্পা, পেন্‌পা—অসমীয়া—পেঁপা। গুংগাং, গন্‌গনাং—গগনা।

(৪) আজিকালি এই শব্দবোৰ অসমীয়া লেখকৰ লেখাতো পোৱা যায়। অসমীয়া অভিধানত নাই। যেনে:

কনেং—গাভৰু, মুৰং—ৰাজহুৱা ক্লাব ঘৰ, কেবাং—সভা, আপং—মদ, ইত্যাদি।

৭। সচৰাচৰ প্ৰচলিত আৰু জনপ্ৰিয় হোৱা অসমীয়া শব্দকেই থলুৱা ভাষাসমূহৰ বিকাশৰ বাবে গ্ৰহণ কৰাটো উচিত।

৮। অসমত বিভিন্ন ভাষা-ভাষীৰ থলুৱা লোক আছে। তেওঁলোকৰ সুকীয়া সুকীয়া ভাষাও আছে। কিন্তু আটায়ে পৰস্পৰৰ ভাষা ক'ব নোৱাৰে। এই ক্ষেত্ৰত অসমীয়া ভাষাকেই মাধ্যম হিচাপে (liguna franca) বহুদিনৰপৰা ব্যৱহাৰ কৰি আহিছে। গতিকে উত্তৰ-পূব ভাৰতৰ বিশেষকৈ অৰুণাচল, মেঘালয়, মিজোৰাম, নগালেণ্ডৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অস্বীকাৰ কৰিব নোৱাৰি।

৯। মিচিং ভাষা এতিয়াও কথিত ৰূপতেই আছে বুলিব পাৰি। কিতাপ-পত্ৰ লিখা হৈছে যদিও এতিয়ালৈকে মান্য ভাষাৰ (standard language) গঢ় দিব পৰা নাই।

১০। অসমীয়া ভাষাই প্ৰায় সকলো দিশতেই এতিয়া পৰিপুষ্টি লাভ কৰিছে বুলিব পাৰি। গতিকে অসমীয়া ভাষাৰে প্ৰৱেশিকা পৰ্যালয়লৈকে শিক্ষা দি উচ্চতৰ শিক্ষাৰ বাবে অসমীয়া বা ইংৰাজীকেই গ্ৰহণ কৰাটো যুগুত বুলি মই ভাবোঁ। থলুৱা অসমীয়া ভাষাসমূহ এতিয়াও সকলো বিষয় প্ৰকাশৰ উপযুক্ত হৈ উঠা নাই।

১১। কথিত মিচিং ভাষাৰ সন্মুখত কেবাটাও সমস্যা আছে। লিপি গ্ৰহণ, লিপ্যন্তৰকৰণ (transcription and transliteration), শব্দসম্ভাৰ

সংগ্ৰহ, ইয়াৰ উৎপত্তিৰ কাল নিৰ্ণয় ( lexico-static dating ), অসমীয়া ভাষা নজনা মিচিং ছাত্ৰ-ছাত্ৰীৰ বাবে ( প্ৰাথমিক বিদ্যালয়ৰ ) পাঠ্যপুথি প্ৰকাশ, অসমীয়া আৰু মিচিং ভাষাৰ মাজত যোগসূত্ৰ স্থাপন কৰিব পৰাকৈ দ্বিভাষিক পুথি-প্ৰণয়ন ইত্যাদি। 'সাধাৰণতে আমাৰ প্ৰকাশকসকলে থলুৱা ভাষাৰ পুথি প্ৰকাশৰ ক্ষেত্ৰত আগ্ৰহ নেদেখুৱায়। অসমীয়াভাষী লোকে থলুৱা ভাষা শিকিবৰ কাৰণে আগ্ৰহো প্ৰকাশ নকৰে।

১২। এই সমস্যাসমূহৰ সমাধানৰ উপায় আছে। অৰ্থ আৰু প্ৰচেষ্টা এই দুটাই ইয়াৰ সম্বল।

১৩। অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যিকে এই সমস্যা সমাধানত অংশ ল'ব পাৰে। অসমীয়া সাহিত্যিকসকলে এই থলুৱা ভাষাবোৰৰ বিষয়ে চৰ্চা, গৱেষণা কৰি অসমীয়া লিপিতেই পুথি-পত্ৰ ৰচনা কৰিলে এই ভাষবিলাকৰ সাহিত্য চৰ্চাও হ'ব। অসমীয়া সাহিত্যিকেও এইক্ষেত্ৰত আগবাঢ়ি আহিলে প্ৰীতিৰ বান্ধোন আৰু অধিক কট্‌কটীয়া হ'ব বুলি ভাবোঁ।

১৪। ভাবোঁ। ওপৰত উল্লেখ কৰাৰ দৰে।

১৫। থলুৱা অসমীয়া-ভাষী ব্যক্তিয়ে অসমীয়া লিপি গ্ৰহণ কৰাত অনিচ্ছা প্ৰকাশ কৰাৰ কাৰণ হ'ব পাৰে—(ক) অসমীয়া লিপিয়ে সেই থলুৱা অসমীয়া ভাষাৰ ধ্বনিসমূহ প্ৰকাশ কৰাত অসমৰ্থ। (খ) অসমীয়া-ভাষীয়ে সেই থলুৱা ভাষীসকলৰ প্ৰতি প্ৰদৰ্শন কৰা উদাসীনতা, বৰ্ণ-বৈষম্যজনিত অৱজ্ঞা, বিদ্বেষ ; যাৰ ফলত, থলুৱা-ভাষীসকলে আজি আত্ম-প্ৰতিষ্ঠাৰ প্ৰচেষ্টাত লিপ্ত হ'বলৈ বাধ্য হৈছে। তাৰ পৰোক্ষ ফলস্বৰূপে তেওঁলোকে অসমীয়া লিপি লোৱাৰ প্ৰতিও আগ্ৰহ প্ৰকাশ নকৰে। (গ) আৰু আনটো কাৰণ হৈছে—ইতিমধ্যে বিদেশী লিথকসকলে ৰোমান লিপিত লিখি থৈ যোৱা পুথিসমূহক আৰ্হি স্বৰূপে লৈ ৰোমান লিপিকেই গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ।

১৬। ভাবোঁ। এই ভাতৃ-সম থলুৱা-ভাষীৰ লগত মূল অসমীয়া-ভাষীৰ পাৰস্পৰিক বুজা-পৰাৰ দৰ্কাৰ। বৃহৎ অসমীয়া জাতি গঠনত অসমীয়া ভাষাই সহায় কৰিলেও, সামাজিক আৰু ৰাজনৈতিক দিশটোৰে এই মহামিলনৰ পথত যাতে বাধাৰ প্ৰাচীৰ হৈ থিয় দিব নোৱাৰে তাৰ বাবেও যত্ন ল'ব লাগে।



১৭। সৃষ্টিশীল সাহিত্যৰ ভিতৰত মই কবিতাহে লিখিছোঁ। অলপতে "মোৰ লগৰীয়া" নামৰ কবিতাৰ সংকলন এটি প্ৰকাশ হোৱাৰ কথা। সাহিত্য সমালোচনাত্মক ৰচনা বেছি নাই। প্ৰবন্ধ-আকাৰে আলোচনীৰ পাততে এতিয়াও পৰি আছে। সংকলন কৰা পুথি নাই। লোক-সংস্কৃতি বিষয়ক দুই এটা লিখিছোঁ। "মিচিং সংস্কৃতিৰ আলেখ্য" নামৰ পুথিত কেবাটাও লেখা সন্নিবিষ্ট কৰা হৈছে। বাকীবোৰ আলোচনীৰ পাতত।

১৮। মই অসমীয়া, ইংৰাজী আৰু মিচিং ভাষাত লিখিছোঁ। অসমীয়াতেই বেছি লেখা হৈছে।

১৯। লেখক হিচাপে পঢ়ুৱৈ সমাজ নিশ্চয় বিচাৰোঁ। পঢ়ুৱৈ বা দৰ্শক নাথাকিলে সৃষ্টিৰ আনন্দই বা কত ?

২০। এতিয়ালৈকে মোৰ ৰচনাৰ মূখ্য উদ্দেশ্য হৈছে—সৃষ্টিৰ আনন্দ উপভোগ কৰা। অৱশ্যে তাৰ মাজেদিয়েই সামাজিক সমস্যাৰ চিত্ৰ অংকন কৰিবলৈ যত্ন কৰিছোঁ।

২১। লেখক হিচাপে ( যদিও লেখকৰ শাৰীলৈ উত্তীৰ্ণ হ'ব পৰা নাই ) মোৰ সমুখত পোৱা অসুবিধাটো হ'ল—কেইটামান 'অভাৱ' অনুভৱ। পঢ়ুৱৈ, নিৰপেক্ষ সমালোচক, আৰু বিভিন্ন বিষয়ৰ পুথি প্ৰকাশকৰ অভাৱ।

২২। বৰ্তমান অসমৰ লেখকসকলৰ ভিতৰত মোৰ প্ৰিয় কবি—নীলমণি ফুকন আৰু গল্পকাৰ—ভবেন্দ্ৰনাথ শইকীয়া। ফুকনৰ ( যদিও মই তেখেতৰ লগত ব্যক্তিগতভাৱে এতিয়ালৈকে সাক্ষাৎ হোৱা নাই ) কবিতাৰ মনন-শীলতা আৰু কাব্য-শৈলী আৰু শইকীয়াৰ গল্পৰ সূক্ষ্ম পৰ্যবেক্ষণ, উপস্থাপন ৰীতি আৰু কথন-ভংগীয়ে মোক বৰকৈ আকৰ্ষণ কৰে।

২৩। ব্যক্তি আৰু সমাজৰ হিত সাধনেই সাহিত্যৰ শেষ উদ্দেশ্য হোৱা উচিত।

# ৰাভা ভাষাৰ অৱস্থা আৰু সমস্যা

ৰাজেন ৰাভা

১। মই অসমত বাস কৰা 'ৰাভা' থলুৱা ভাষাৰ প্ৰতিনিধিত্ব কৰোঁ। এই ৰাভা জাতি অসম, মেঘালয়, পশ্চিমবঙ্গ, বাংলাদেশ, ত্ৰিপুৰা, বিহাৰ, এনেকি নেপালতো বসবাস কৰি আছে। কিন্তু যোৱা ১৯৬১ চনৰ জন-গণনাৰ মতে—অসমত ১,০৮০২৯ জন আৰু পশ্চিমবঙ্গত ৬০৫৩ জন পোৱা হৈছে। এই চনৰ গণনাত বৰ্তমান মেঘালয় ৰাজ্যত বাস কৰা 'ৰাভা' আৰু কোঁচ নামে পৰিচিত ৰাভা জাতিৰ জনসংখ্যা বাদ পৰিছে।

২। ৰাভা ভাষাৰ নিজস্ব লিপি নাই। মূল অসমীয়া ভাষাৰ লিপিয়েই এই ৰাভা ভাষাৰো লিপি। মূল অসমীয়া ভাষাৰ লিপিয়েই থলুৱা অসমীয়া ভাষাসমূহৰো উমৈহতীয়া লিপি হ'ব লাগে বুলি ভাবোঁ আৰু থলুৱা অসমীয়া ভাষাৰ সকলো ধ্বনি প্ৰকাশ কৰিবলৈও অসমীয়া ভাষাৰ লিপিয়েই সক্ষম বুলি মই ভাবোঁ।

৩। ৰাভা ভাষাত লিখিত পুথি-পত্ৰ আছে। তলত কেইখনমানৰ উল্লেখ কৰা হল ঃ

(ক) **ধৰ্মমূলক ঃ**

(১) যীচুনি নেকায় মাৰ্কনি চায় কায় কাথা, ( Published by the British and Foreign Bible Society in 1909 ). (২) সাংমান দাসমান্নি, ( The questions and answers in Rabha ), লিখক ঃ শ্ৰীপ্ৰভাতচন্দ্ৰ ৰাভা, Published by the Christian Literature Centry, Pan Bazar Gauhati. (৩) পেনেম লাম, Printed and published by Norman A. Ellis, Baptist Mission Press, Calcutta. (৪) কোঁচ ৰাভাৰ ঋষি যোগ, প্ৰকাশক ঃ শ্ৰীলোকেন্দ্ৰনাথ ৰাভা। (৫) Rabha Hymns—Printed by Stanmore Missionary Press. (৬) উৰগী ( প্ৰাৰ্থনা গীত )—শ্ৰীঅমিয় হাটো



(খ) **ব্যাকৰণ শব্দাৰ্থ আদি ঃ**

(১) ৰাভা জিব্ৰাও অৰণি ( ৰাভা কাথা ) ১৯৪৮, ( ১ম ভাগ ) লিখক ঃ শ্ৰীৰাজেন্দ্ৰ ৰংথ। (২) ৰাভা জিব্ৰাও অৰগি, ( ২য় ভাগ ) লিখক ঃ শ্ৰীৰাজেন্দ্ৰ ৰংথ। (৩) ৰাভা ব্যাকৰণ—লিখক ঃ শ্ৰীৰাজেন্দ্ৰ ৰংথ। (৪) সংক্ষিপ্ত ৰাভা ভাষা—শ্ৰীঅধৰচন্দ্ৰ ৰাভা। (৫) ৰাভা ভাষা শিক্ষা প্ৰণালী—শ্ৰীমণি ৰাভা। (৬) নাং পৰায়েঙা by Baptish Mission Devitala, ( ক মান আৰু খ মানৰ বাবে )।

(গ) **( 'সাথাৰ' কৃষ্টিমূলক ) ঃ**

(১) সাথাৰ—শ্ৰীমণি ৰাভা। (২) কাৰানলৰ মৌসৰা স্তুৱ—শ্ৰীৰাজেন পাম। (৩) চায়চাৱা—শ্ৰীলিষ্টি ৰাভা। (৪) হায়ুনি থুৰাং—শ্ৰীখগেন ৰাভা। (৫) বন্দনা বন্দনা—লক্ষ্মী ফেনাং। (৬) হৈ মাৰু গীত—শ্ৰীঅমিয় হাটো ( যন্ত্ৰস্থ )।

(ঘ) **ৰাভা ভাষাৰ নাটকসমূহ ঃ**

(১) সৃষ্টি বিধান—শ্ৰীপ্ৰসন্ন ৰাভা। (২) লাভা মুক্তি—শ্ৰীপ্ৰসন্ন ৰাভা। (৩) দদান বীৰ—শ্ৰীপ্ৰসন্ন ৰাভা। (৪) পিদান সংসাৰ—শ্ৰীপ্ৰসন্ন ৰাভা। (৫) মাৰু ক্ষেত্ৰী—শ্ৰীপ্ৰসন্ন ৰাভা। (৬) স্বৰ্গীনি ঋষি—শ্ৰীৰাজেন পাম। (৭) ত্যাগবীৰ—শ্ৰীৰাজেন পাম। (৮) ৰংদান ক্ষত্ৰিয় ধ্বংস—শ্ৰীকংগ্ৰেছ ৰাভা। (৯) বায়খু—শ্ৰীফৰচিং বাঠৌ। (১০) যমদূত—শ্ৰীফৰচিং বাঠৌ। (১১) দদান লুপ্ত—শ্ৰীগণপতি পাম। (১২) শাস্তুল অভিশাপ—শ্ৰীগণপতি পাম। (১৩) বন্দনা বন্দনা—শ্ৰীগণপতি পাম। (১৪) বিদ্ৰোহীৰ গুলীত—শ্ৰীগণপতি পাম।

উক্ত নাটকবোৰ হাতে লিখা অৱস্থাতে ৰাভা গাঁওবোৰত অভিনীত হৈ আছে।

৪। বৰ্তমানলৈকে ৰাভা ভাষাৰ শব্দ দহ হাজাৰতকৈ অধিক সংখ্যক সংগ্ৰহ কৰা হৈছে।

৫। ৰাভা ভাষাৰ উৎপত্তিৰ সম্বন্ধে সঠিককৈ নিৰ্ণয় কৰা টান। কিন্তু এই ভাষা প্ৰাগ্-ঐতিহাসিক যুগৰ পৰাই যে এতিয়ালৈকে ৰাভা জাতিৰ মাজত চলি আছে এইটো ঠিক বুলিয়েই মই ভাবোঁ।

আৰবী, পার্চী আদিৰ উপৰিও ওচৰচুবুৰীয়া থলুৱা ভাষা-ভাষী লোক-সকলৰ ভাষাৰ শব্দ আৰু মূল অসমীয়া ভাষাৰ শব্দও পাৰম্পৰিক ভাবে বৰ্তমান প্ৰভাৱ নকৰাকৈ থকা নাই, আৰু বৃটিছ শাসনৰ লগে লগে বিদেশী ভাষাৰ শব্দৰ সম্ভাৰো ৰাভা ভাষাত সোমোৱাটোও পৰিলক্ষিত হয়।

৬। ৰাভা ভাষাৰপৰা মূল অসমীয়া ভাষালৈ কিমান শব্দ সম্ভাৰ সোমাইছে সেইটো সঠিককৈ কোৱা টান। সেই কাৰণে ইয়াৰ গবেষণাৰ আৱশ্যক। বহুতো শব্দ যে সোমাইছে সি ঠিক।

৭। থলুৱা অসমীয়া ভাষাসমূহৰ বিকাশৰ বাবে মূল অসমীয়া ভাষাৰ-পৰাই শব্দ-সম্ভাৰ আৰু অন্যান্য বিষয় গ্ৰহণ কৰিব লাগে বুলি ভাবোঁ। কিন্তু মূল অসমীয়া ভাষাৰ বিকাশৰ বাবেও থলুৱা অসমীয়া ভাষাসমূহৰ শব্দসম্ভাৰ আৰু অন্যান্য বিষয়-বস্তু গ্ৰহণ কৰা অতি আৱশ্যকীয় বুলি ভাবোঁ।

যদিহে মূল অসমীয়া ভাষা'ত থলুৱা ভাষাভাষীসকলৰ আৱশ্যকীয় শব্দ সম্ভাৰ সংযোগ কৰি ল'লেহেঁতেন তেনেহ'লে ইমান দিনে অসমীয়াত চন্দ্ৰকান্ত, হেমকোষ, অভিধানতকৈ অধিক শব্দ-সম্ভাৰযুক্ত—এনেকি এক লাখতকৈও অধিক শব্দ-সম্ভাৰ থকা হিন্দী অভিধানবোৰতকৈও বৃহৎ আকাৰৰ অভিধান সংকলন কৰিবলৈ নিশ্চয় সক্ষম হ'লহেঁতেন।

৮। নানা ভাষাৰ সংমিশ্ৰণত মূল অসমীয়া ভাষাৰ সৃষ্টি হৈছে। এনেক্ষেত্ৰত মূল অসমীয়া ভাষাই বিশেষকৈ থলুৱা ভাষা-ভাষীসকলৰ লগত সংযোগ আৰু মৈত্ৰী স্থাপনৰ একমাত্ৰ ভাষা। ৰাজনীতি, ধৰ্মনীতি বা সমাজ-নীতিৰ ক্ষেত্ৰত যি বিভাজনেই নাথাকক কিয়—ভাষাৰ ক্ষেত্ৰত এই থলুৱা ভাষাভাষীসকলৰ লগত মূল অসমীয়া ভাষাৰ কৰ্ণধাৰসকলে দৃঢ় সম্পৰ্ক ৰাখিব লাগে।

৯। ই বৰ্তমান ৰাভা জাতিৰ মাজত প্ৰচলিত আৰু ক্ৰমবৰ্ধমান অৱস্থাত আছে।

১০। কলা, বিজ্ঞান, বাণিজ্য সকলো বিষয়ৰে পুথি-পত্ৰ থকা মূল অসমীয়া ভাষাৰ বৰ্তমান অৱস্থাৰ পৰিপ্ৰেক্ষিতত—ৰাভা ভাষা সকলো স্তৰৰ বিষয় প্ৰকাশৰ বাবে উপযুক্ত হৈ উঠিছে বুলি বৰ্তমান নাভাবোঁ।

১১। এই ভাষাৰ বিকাশৰ ক্ষেত্ৰত কেবাটাও সমস্যা সন্মুখত আছে। যেনে:—(১) এই ভাষাক চৰকাৰৰ স্বীকৃতি দান আৰু বিদ্যালয় স্থাপন, পাঠ্য পুথি প্ৰণয়ন, (২) সাহিত্য সভাৰ সহায় সহানুভূতি আৰু গবেষণা, (৩) চৰকাৰৰ আৰু সাহিত্য সভাৰ অনুদান আৰু বিবিধ পুথি-সংকলন, (৪) প্ৰচাৰ ও পঢ়ুৱৈ সমাজ বৰ্দ্ধিত-কৰণ, (৫) ভাষা-শিক্ষণ।



১২। ওপৰৰ আঁচনিবোৰৰ যোগেদি এই ভাষা-সমস্যাৰ সমাধান হ'ব আৰু এই ভাষাৰ বিকাশ হ'ব বুলি ভাবোঁ।

১৩। মূল অসমীয়া ভাষাই এই ভাষাৰ-সমস্যা-সমাধানত যথেষ্ট অংশ গ্ৰহণ কৰিব পাৰে বুলি মই ভাবোঁ। কবিগুৰু 'ৰবি ঠাকুৰে' কৈছে—'দিবে আৰ নিবে, মিলাবে মিলিবে, যাবেনা ফিৰে।' তদ্ৰূপ—মূল অসমীয়া ভাষা আৰু থলুৱা অসমীয়া ভাষাসমূহৰ মাজত শব্দ সম্ভাৰ আৰু সাহিত্যৰ বিষয়-বস্তুবোৰৰ পাৰম্পৰিক বিনিময় হ'ব লাগে—থলুৱা অসমীয়া ভাষাক মূল অসমীয়া ভাষাই মিলাবলৈ চেষ্টা কৰিব লাগে, তেতিয়া থলুৱা অসমীয়া ভাষাও মিলি যাব। এনে আঁচনি আৰু প্ৰচেষ্টা আগতে গ্ৰহণ কৰা হ'লে আজি নিশ্চয় এই ভাষা-সমস্যা উদ্ভৱ নহ'লহেঁতেন।

১৪। মূল অসমীয়া ভাষা থলুৱা অসমীয়া ভাষাৰ সহায়ক ই নিশ্চয়; আৰুময়ো তাক দৃঢ় ভাবে ভাবোঁ।

থলুৱা অসমীয়া ভাষা আৰু আন আন ভাষাৰ শব্দ-সম্ভাৰৰ সমষ্টিয়েই মূল অসমীয়া ভাষা। এনে ক্ষেত্ৰত—থলুৱা অসমীয়া ভাষীসমূহে মূল অসমীয়া ভাষাৰ লিপি গ্ৰহণ কৰাই যুক্তিযুক্ত হ'ব।

যদি কোনো কোনো থলুৱা অসমীয়াভাষী ব্যক্তিয়ে মূল অসমীয়া লিপি গ্ৰহণ কৰিবলৈ অনিচ্ছুক তাৰ কাৰণ মই একো বুজি নাপাওঁ। অসমীয়া ভাষাৰ লিপি গ্ৰহণ নকৰিলে শেহলৈ ভাষা, সংহতি আৰু জাতীয় সম্প্ৰীতি ৰক্ষা নহ'ব বুলিয়েই মই ভাবোঁ।

১৬। থলুৱা অসমীয়া ভাষাসমূহৰ মাজৰ আৰু মূল অসমীয়া ভাষাৰ মাজৰ সম্পৰ্কক যুগমীয়া কৰি ৰাখি বৃহৎ অসমীয়া জাতিক একত্ৰিত কৰি ৰাখিবলৈ মূল অসমীয়া ভাষাৰ শক্তিয়েই সৰ্বাধিক বুলি মই ভাবোঁ। কিন্তু মূল অসমীয়া ভাষাৰ শক্তি তেতিয়াহে বাঢ়িব যেতিয়া থলুৱা ভাষাসমূহৰ শক্তিৰ লগত এটা সমন্বয় গঢ়ি উঠে।

১৭। ৰাভা কৃষ্টি সংঘৰ দ্বাৰা প্ৰকাশিত 'উদয়ন' আলোচনীৰ সম্পাদনাৰ কাম কৰিছিলোঁ। তিতাবৰ বুনিয়াদী প্ৰশিক্ষণ কলেজৰপৰা প্ৰকাশিত

'কিশলয়' নামক আলোচনীৰে সম্পাদনাৰ কাম কৰিছিলোঁ। তদুপৰি প্ৰভাত, মুক্তি, নৱৰূপা আদি আলোচনীত দুই এটি সমালোচনাত্মক ৰচনা লিখিছিলোঁ।

১৮। উক্ত আলোচনী আৰু ৰচনাৱলী মূল অসমীয়া ভাষাতেই প্ৰকাশ হৈছিল।

১৯। এখন বহল পঢ়ুৱৈ সমাজৰ নিতান্তই আৱশ্যক। সেই কাৰণে মই কিয়, প্ৰত্যেকজন লেখকে এখন বহল পঢ়ুৱৈ সমাজ বিচাৰে।

২০। মোৰ ৰচনাৰ মূল উদ্দেশ্য—মানৱীয়-সমস্যাৰ চিত্ৰণৰ যোগেদি এখন সমাজৰ সংস্কাৰ কৰা।

২১। লেখকসকলে কেবাটাও অসুবিধাৰ সন্মুখীন হ'ব লগা হয়। প্ৰথম অসুবিধা—পুথি প্ৰকাশন-ক্ষেত্ৰত অৰ্থৰ চিন্তাই চিন্তান্বিত কৰি তোলে। দ্বিতীয়তে—মুদ্ৰিত পুথিৰ বাবে বহল পঢ়ুৱৈ সমাজৰ আৱশ্যক। তত্বপূৰ্ণ পুথি বা সমালোচনাৰ পুথি খুব কম পাঠক-পাঠিকাইহে পঢ়ে।

২২। অসমৰ লেখকসকলৰ ভিতৰত বহুতো মোৰ প্ৰিয় লেখক থাকিলেও মোৰ অধিক প্ৰিয় লেখক শ্ৰদ্ধেয় ডঃ মহেশ্বৰ নেওগদেৱ। কিয়নো তেখেতে শঙ্কৰী কলা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত যি বৰঙনি আগবঢ়াইছে সি অতুলনীয়। যদি আমি মহাপুৰুষ শঙ্কৰদেৱক জাতিৰ জনক বুলি স্বীকাৰ কৰোঁ তেনে হ'লে সেই গুৰুজনাৰ ক্ৰিয়া-কলাপৰ বিকাশৰ মাজেদি অসমীয়া জাতিৰ সংহতি ৰক্ষা কৰা আৰু সমাজ সংস্কাৰ কৰাৰ ক্ষেত্ৰত আমি প্ৰত্যেকেই মনোনিবেশ কৰিব লাগিব।

মই ভাবোঁ আজি অসমৰ ভাষা-সমস্যাৰ সন্ধিক্ষণত ডঃ নেওগদেৱৰ এই অৱদানবোৰে অসমীয়া জাতিক মানৱীয় প্ৰেৰণা যোগাব—যি প্ৰেৰণাই অসমীয়া জাতিৰ অন্তৰৰ মলিনতাক সংস্কাৰ কৰি এটা জাতীয় সংহতি ৰক্ষা কৰাত সমল যোগাব।

২৩। প্ৰাচীন ভাৰতীয় আৰু পাশ্চাত্য কবি, সাহিত্যিক আৰু সমালোচকসকলে সাহিত্য সৃষ্টিৰ উদ্দেশ্যৰ সংজ্ঞা বহুধৰণে প্ৰকাশ কৰি গৈছে। জীৱনক মহৎ চিন্তা আৰু আনন্দ দান কৰিব পৰাটোৱেই সাহিত্য-শিক্ষাৰ শেষ লক্ষ্য হ'ব লাগে।

## ৰাভা ভাষাৰ অৱস্থা আৰু সমস্যা

### মণি ৰাভা

১। মই অসমৰ থলুৱা ৰাভা ভাষাৰ প্ৰতিনিধিত্ব কৰিছোঁ। ১৯৬১ চনৰ লোক-পিয়ল মতে ভাৰতত ৰাভা জনসংখ্যা ১,১৪,০৮২ জন। অসমত ১,০৮,০২৯ জন। তাৰে ভিতৰত ৰাভা ভাষা ব্যৱহাৰ কৰা লোকৰ সংখ্যা ৪৪,৪১০ জন।

২। ৰাভা ভাষাৰ নিজস্ব লিপি নাই। এই ভাষাৰ লিপিৰ কথা ক'ব লাগিলে আমি মূল অসমীয়া ভাষাৰ লিপিকেই ক'ব লাগিব। মোৰ মতেৰে মূল অসমীয়া ভাষাৰ লিপিয়েই অসমৰ থলুৱা ভাষাসমূহৰো লিপি হ'ব লাগে।

৩। ৰাভা ভাষাত লিখিত পুথি-পত্ৰ যথেষ্ট নাই যদিও একেবাৰে নোহোৱাও নহয়। ৰাভা ভাষাত প্ৰকাশিত হোৱা পুথিৰ ভিতৰত ধৰ্ম, ভাষা-কৃষ্টি আৰু নাটক আদি পোৱা যায়। ৰাভা ভাষা আৰু সংস্কৃতি আদিৰ বিষয়ে প্ৰকাশ হোৱা পুথিৰ সংখ্যা ৩০-ৰ কম নহ'ব। তাৰে ভিতৰত কেইখনমান পুথিৰ নাম তলত দাঙি ধৰা হ'ল।

ধৰ্মমূলক :—(১) যিচুনী নেমকায় মাৰ্কবী ছায়কায় কাথা—১৯০৯ চনত বেপ্টিষ্ট মিচনে প্ৰকাশ কৰে। (২) পেনেম লোম। (৩) Rabha Hymns.

শব্দ-অৰ্থৰ পুথি :—(১) জিব্ৰাও ওৰগিকায়—১ম খণ্ড—শ্ৰীৰাজেন ৰংখ। (২) জিব্ৰাও ওৰগিকায়—২য় খণ্ড—শ্ৰীৰাজেন ৰংখ। (৩) সংক্ষিপ্ত ৰাভা ভাষা—শ্ৰীঅধৰ ৰাভা। (৪) ৰাভা ভাষা শিকাৰ প্ৰণালী—শ্ৰীমণি ৰাভা।

ব্যাকৰণ—ৰাভা ব্যাকৰণ—শ্ৰীৰাজেন ৰংখ।

কৃষ্টি-সংস্কৃতি মূলক :—(১) কাঢ়া নলৰ মৌসৰা যুৰ—শ্ৰীৰাজেন পাম। (২) ছাথাৰ—শ্ৰীমণি ৰাভা। (৩) চায় ছাব্ৰা—শ্ৰীলিষ্টি ৰাভা। (৪) হাচুইনি খুৰা—শ্ৰীখগেন ৰাভা। (৫) বন্দনা-চন্দনা—শ্ৰীলক্ষ্মী ফেনান। (৬) ক্ৰৌ নিঙ্ তাম—শ্ৰীমুগাচৰণ ৰঙাগ্। (৭) কোচ ৰাভাৰ গীত—লোকেন্দ্ৰ ৰাভা।

(৮) তুকুৰীয়া গীত—শ্ৰীহৰিমোহন চৰকাৰ। (৯) বহুৰঙী গীতৰ আচলত—শ্ৰীহৰিমোহন চৰকাৰ।

বুৰঞ্জীমূলক :—(১) ৰাভা জাতিৰ ইতিবৃত্ত—শ্ৰীযোগেন্দ্ৰ ৰাঠৌ। (২) ৰাভা বুৰঞ্জী—শ্ৰীঅমিওকুমাৰ হাটো। (৩) ৰাভা বুৰঞ্জীৰ প্ৰতিধ্বনি—শ্ৰীমণি ৰাভা।

আলোচনী :—(১) ৰাভা খুৰাং। (২) ৰাহুংহুপ্‌পা। (৩) উদয়ন। (৪) মুহুগ্‌হুমৈ। (৫) ঝঙ্কাৰ ইত্যাদি।

অপ্ৰকাশিত পুথিসমূহ :

( নাটক ) :—(১) সৃষ্টি তৰঙ্গ, (২) দদান ৰাজা, (৩) মাকক্ষেত্ৰী, (৪) স্বীৰগিনি ৰিষি।

অভিধান :—ৰাভা শব্দকোষ—শ্ৰীমণি ৰাভা।

অন্যান্য :—(১) ৰাভা সংস্কৃতিৰ ধাৰা। (২) অস্তাচলৰ সাধু। (৩) ৰাভা সুৰৰ নিজৰা। (৪) ৰাভা কাথা—ইত্যাদি প্ৰকাশিত আৰু অপ্ৰকাশিত কিতাপৰ লেখ পোৱা গৈছে।

৪। ৰাভা ভাষাৰ শব্দ সংখ্যা দহ হেজাৰতকৈ অধিক সংগৃহীত হৈছে। গৱেষণা-পদ্ধতিৰে অভিধান ৰচনা কৰিব পাৰিলে ইয়াতকৈ বহুতো বেছি শব্দসংখ্যা সংগৃহীত হোৱাৰ সম্ভাৱনা আছে।

৫। ৰাভা ভাষাৰ উৎপত্তি সম্বন্ধে সুনিশ্চিত যুগ নিৰ্ণয় কৰা কঠিন। তথাপি ৰাভাসকলৰ জনশ্ৰুতি আৰু বিভিন্ন কৃষ্টি-সংস্কৃতিৰ সুসংগত পৰিবৰ্ধমান প্ৰমাণ সাপেক্ষে ক'ব পাৰি যে, এই ভাষা প্ৰাগ্‌ঐতিহাসিক যুগৰপৰাই চলি আহিছে। তদুপৰি অসমৰ বিভিন্ন থলুৱা ভাষাৰ শব্দসম্ভাৰ প্ৰক্ষিপ্ত ভাৱে সোমাই পৰাটোও অস্বাভাৱিক নহয়।

৬। ৰাভা ভাষাৰপৰা মূল অসমীয়া ভাষালৈ কিমান আৰু কেনেধৰণৰ শব্দসম্ভাৰ আহিছে সেই বিষয়ে থাটাংকৈ লেখ দিয়া নাযায় ; ই গৱেষণা-সাপেক্ষ। তথাপি শ্ৰীৰাজেন ৰাভাই উল্লেখ কৰাৰ দৰে অনেক শব্দ দেখুৱাব পাৰি।

৭। মোৰ মতেৰে থলুৱা অসমীয়া ভাষাসমূহৰ বিকাশৰ ক্ষেত্ৰত মূল অসমীয়া ভাষাৰপৰাই শব্দসম্ভাৰ গ্ৰহণ কৰিবলগীয়া হৈ আছে। সেইদৰে অন্যান্য বিষয়ে মূল অসমীয়া ভাষাৰপৰাই গ্ৰহণ কৰিব লাগে বুলি মই ভাবোঁ।



৮। অসমীয়া ভাষা সাংবিধানিক স্বীকৃতিপ্ৰাপ্ত এটি সুসংগত ভাষা। উত্তৰ-পূৱ ভাৰতত কেবাটাও সৰু সৰু জনগোষ্ঠীৰ দল আৰু অলেখ থলুৱা ভাষা বিস্তৃত হৈ আছে। এইবোৰ জাতিৰ লগত সংযোগ স্থাপন কৰাৰ ক্ষেত্ৰত অসমীয়া ভাষাই মুখ্য ভূমিকা অৱলম্বন কৰিছে। উত্তৰ-পূৱ ভাৰতৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অবিসম্বাদী বুলি ক'বই লাগিব।

৯। ৰাভা ভাষা স্বকীয় অলঙ্কাৰেৰে বিভূষিত, প্ৰচলিত আৰু ক্ৰমবৰ্ধমান হ'লেও প্ৰচাৰ আৰু প্ৰকাশৰ অভাৱত নিস্তেজ আৰু নিকুজ্জল অৱস্থাত আছে।

১০। উপযুক্ত পৰিমাণে পুথি-পত্ৰ যুগুত কৰিব পাৰিলেহে ৰাভা ভাষাৰে শিক্ষা দিব পৰা হ'ব বুলি মই ভাবোঁ। এই ভাষাত সকলো ধৰণৰ পুথি-প্ৰণয়ন কৰা হোৱা নাই যদিও ই সকলো বিষয় প্ৰকাশৰ ক্ষমতা বহন কৰা বুলি মোৰ ধাৰণা হয়।

১১। ৰাভা ভাষাই বিকাশৰ ক্ষেত্ৰত কেবাটাও সমস্যাৰ সন্মুখীন হৈ আছে। সেয়া হৈছে এই ভাষাত পুথি প্ৰণয়ন কৰা, প্ৰকাশ আৰু প্ৰচাৰ, কৰা আৰ্থিক ব্যৱস্থা, চৰকাৰৰ স্বীকৃতি, অসম সাহিত্য সভাৰ সহায় সহানুভূতি আদি। তাৰোপৰি বিভিন্ন ৰাভা সম্প্ৰদায়ৰ শব্দ-সম্ভাৰ একীকৰণৰ দ্বাৰা সৰ্বসম্মত ভাবে বিকাশ সাধন কৰাও এটা সমস্যাৰ অঙ্গ।

১২। উল্লিখিত সমস্যাবোৰৰ সমাধানৰ উপায়ো নোহোৱা নহয়। ৰাভা ভাষাৰ সন্মুখত থকা সমস্যা সমাধান কৰিবলৈ হ'লে, পোনতে ৰাভাৰ বিভিন্ন গোষ্ঠীৰ মাজত প্ৰচলিত শব্দ-সম্ভাৰ সংগ্ৰহ কৰি আটাইবোৰকে এটা সম-মান্যতা অৱস্থালৈ আনি পুথি-প্ৰণয়ন কৰিব লাগিব।

১৩। নদীৰ গতি সদায় সাগৰ-মুখী। তেনেকৈ কথিত ভাষা বা দোৱানবোৰো বৃহৎ আৰু উৰ্ধগামী ভাষাৰ মিলনপ্ৰয়াসী। অসমৰ সকলোবোৰ থলুৱা ভাষাৰ শব্দ-সম্ভাৰ গ্ৰহণ কৰি অসমীয়া ভাষা এটি সংস্কৃতিসম্পন্ন পৰিপুষ্ট ভাষাত পৰিণত হৈছে। তেনেদৰে থলুৱা ভাষাবোৰেও মূল অসমীয়া ভাষাৰপৰা শব্দ-সম্ভাৰ গ্ৰহণ কৰিবলৈ বাধ্য হৈছে। তদুপৰি অসমৰ সকলো থলুৱা ভাষাকে লৈ এখন বৃহৎ অভিধান যুগুত কৰিলে অসমীয়া ভাষাৰ ভঁৰাল চহকী হৈ উঠিব আৰু থলুৱা ভাষাবোৰক অপূৰণীয় ক্ষতিৰপৰা ৰক্ষা কৰা হ'ব।

১৪। যিহেতু অসমীয়া ভাষা থলুৱা ভাষাৰ উন্নয়নৰ ডাঙৰ সহায়ক, একেলগে একেখন কিতাপতে অসমৰ থলুৱা ভাষাৰ শব্দ সংগৃহীত হ'লে সকলোৰে বাবে ডাঙৰ সহায়ক হ'ব।

১৫। কোনো কোনো থলুৱাভাষী ব্যক্তিক অসমীয়া ভাষা আৰু মূল অসমীয়া লিপি গ্ৰহণৰ বাবে অনিচ্ছুক হোৱা যেন দেখা গৈছে। অসমৰ কিছুমান লোকৰ মাজত ৰোমান লিপি প্ৰচলন কৰিবলৈ গৈ পিচত সেইসকল লোক নিজ দেশতেই বিদেশী সাজিব লগীয়াত পৰিছে—যাৰ কাৰণে আমি পৰস্পৰৰ ভাষা বুজিব নোৱৰাৰ অজুহাতত বিচ্ছিন্নতাবাদী মনোভাৱ লৈ সৰু সৰু গোষ্ঠী-ৰাজ্য-গঠনত অগ্ৰণী হৈ পৰিছোঁ। অসমীয়া হিচাপে বাচি থাকিবলৈ হ'লে আৰু অসমৰ সমন্বয় ৰক্ষা কৰিবলৈ হ'লে অসমীয়া ভাষাৰ লিপি গ্ৰহণ কৰি থলুৱা ভাষাক উন্নতমুখী কৰিবলৈ যত্ন কৰাই সকলোৰে কাম্য হোৱা উচিত বুলি ভাবোঁ।

১৬। অসমত একমাত্ৰ মূল অসমীয়া ভাষাইহে অন্যান্য থলুৱা ভাষাৰ মাজত সংযোগ স্থাপন কৰি বৃহৎ অসমীয়া জাতিক একত্ৰিত কৰি ৰাখিব পাৰিব। অন্যই নোৱাৰে।

১৭। মই নিজে কেবাটিও সমালোচনাত্মক ৰচনা লিখিছোঁ। সেইবোৰৰ ভিতৰত যেনে—"বৈষ্ণৱ ধৰ্মত একতাৰ সুঁতি", "শঙ্কৰদেৱ বনাম মিছনেৰী", "জাতীয় চেতনাৰ প্ৰয়োজনীয়তা" ইত্যাদি। সৃষ্টিশীল ৰচনাও কেবাটাও লিখিছোঁ। মোৰ নিজস্ব লিখা কিতাপৰ সংখ্যা দহৰ কম নহয়। কিন্তু এতিয়ালৈ মাত্ৰ তিনিখন কিতাপহে প্ৰকাশ হৈছে। যেনে—ছাথাৰ, বিননি আৰু ৰাভা ভাষা শিকাৰ প্ৰণালী।

১৮। মই অসমীয়া আৰু ৰাভা ভাষাত লিখিছোঁ আৰু প্ৰকাশ কৰিছোঁ।

১৯। লেখকসকলে লিখে পঢ়ুৱৈসকলৰ বাবে। সেয়ে লেখক হিচাপে মই নিজেও এখন বহল পঢ়ুৱৈ সমাজ বিচৰাটো স্বাভাৱিক। দুখৰ বিষয় যে অসমত পঢ়ুৱৈ সমাজ পোৱা খুবেই কঠিন। তথাপি যেন নিলিখাকৈ থাকিব নোৱাৰোঁ। ই এটা অভ্যাসত পৰিণত হৈছে।

২০। মোৰ লিখাৰ উদ্দেশ্য হৈছে মানৱীয় সমস্যাৰ চিত্ৰণৰ মাজেৰে সামাজিক সংস্কাৰ সাধন কৰা। লগতে ভাষা-কৃষ্টিৰ বিকাশ সাধন কৰা।



২১। লিখকসকলৰ সন্মুখত বহুতো অসুবিধা থাকে। ইয়াৰ কাৰণ হৈছে প্ৰকাশ, প্ৰচাৰ আৰু পঢ়ুৱৈ সমাজৰ অভাৱ। অসমৰ লেখকসকলে সচৰাচৰ যিবোৰ অসুবিধাৰ সন্মুখীন হৈ আছে সেই একেই অসুবিধা মই নিজেও পাই আছোঁ।

২২। অসমৰ লেখকসকলৰ ভিতৰত মই ব্যক্তিগতভাবে ভাল পাওঁ শ্ৰীবীৰেন্দ্ৰনাথ ভট্টাচাৰ্যদেৱক। তেওঁৰ ৰচনা বিশেষভাবে অসমৰ সমস্যা আৰু সাধাৰণ মানুহৰ জীৱনধাৰা আৰু মানৱীয় অনুভূতিৰ লগত আমাক পৰিচয় কৰাই দিছে। তেওঁৰ কবিতাবোৰৰ ভিতৰত "বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি" নামৰ কবিতাই বিপ্লৱী মনোভাৱ আৰু বিষ্ণু ৰাভাৰ সত্তাক উপলব্ধি কৰি অসমীয়াৰ জীৱনৰ অন্ধকাৰ নাশি নতুন পুৱাৰ সূৰুযৰ আহ্বান কৰিছে।

২৩। সাহিত্য হেনো সমাজৰ দাপোণ। সাহিত্য যদি সমাজৰ দাপোণ হ'ব লাগে তেন্তে সাহিত্যই সমাজৰ প্ৰতিটো দিশ সমাজৰ চকুত ফটফটীয়াকৈ দাঙি ধৰিব পৰা হ'ব লাগে। সমাজৰ ছবি দাঙি ধৰিবলগীয়া হ'লে সাহিত্যই সমাজত ভুল-ত্ৰুটি অঙ্কনৰ মাজেৰে মানৱীয় চিত্ৰণ দাঙি ধৰিব পৰা হ'ব লাগে। লগতে সমাজ সংস্কাৰ আৰু সমন্বয় ৰক্ষাৰ ক্ষেত্ৰতো সাহিত্যই মুখ্য ভূমিকা গ্ৰহণ কৰিব পৰা হ'ব লাগে।

# কাৰ্বি ভাষাৰ অৱস্থা আৰু সমস্যা

ৰং ৰং তেৰাং

১। সংহতিৰ প্ৰতীক স্বৰূপ অসম সাহিত্য সভাৰ "লেখক-শিৱিৰ"ৰ মৰম-চেনেহত উপচিপৰা এই পৱিত্ৰ সভাকক্ষত কাৰ্বি আংলঙৰ কাৰ্বি অৰ্থাৎ আৰ্লেং জন-জাতিৰ প্ৰতিনিধিত্ব কৰিবলৈ পাই সুখী হৈছোঁ। প্ৰাচীন কালৰপৰাই অসমৰ পৰ্বত-পাহাৰ আৰু বিশাল ভৈয়াম অঞ্চলত এই কাৰ্বি-সকলে বসতি কৰি আহিছে। মিকিৰ পাহাৰ জিলাৰ বাহিৰেও অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলত বসতি কৰা থলুৱা অসমীয়া কাৰ্বি জন-জাতিৰ সংখ্যা প্ৰায় তিনি লাখ বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

২। থলুৱা অসমীয়া কাৰ্বি ভাষাৰ নিজা লিপি নাই। মূল অসমীয়া লিপিকেই থলুৱা কাৰ্বি ভাষাৰো লিপি স্বৰূপে ব্যৱহাৰ কৰিছে। মই ভাবোঁ মূল অসমীয়া লিপিয়েই এই থলুৱা ভাষাৰো লিপি হোৱা উচিত। কিয়নো কাৰ্বি ভাষাৰ ধ্বনি-বৈশিষ্ট্য প্ৰকাশ কৰিবলৈ অসমীয়া বৰ্ণমালাই যথেষ্ট। গতিকে মোৰ ব্যক্তিগত মত হ'ল ধ্বনি-বৈশিষ্ট্যৰ লগত বৰ্ণৰ সঙ্গতি থকা মূল অসমীয়া লিপিৰে থলুৱা ভাষা প্ৰকাশ কৰিলে একো ক্ষতি নহয়; বৰঞ্চ ইয়াৰ বিকাশ হোৱাৰ সুবিধাহে থাকে।

৩। আমাৰ থলুৱা কাৰ্বি ভাষাত লিখা পুথি যথেষ্ট সংখ্যকৰূপে প্ৰকাশ হ'ব ধৰিছে। প্ৰকাশিত কিতাপকেইখনৰ ভিতৰত যথাক্ৰমে লোক-গীত, লোক-সাহিত্য, কাৰ্বি ধৰ্ম আৰু আচাৰ-ব্যৱহাৰ বিষয়ক আলোচনী, সাময়িকী, বাতৰি-কাকত, স্কুলীয়া পাঠ্য-পুথি আদি উল্লেখ কৰিব পাৰি। ইয়াৰ বাহিৰেও মিছনেৰীসকলৰ উদ্যোগত প্ৰকাশিত ৰোমান লিপিৰে লিখা খৃষ্টধৰ্ম বিষয়ক আৰু মিছনেৰী স্কুলৰ বাবে লিখা পাঠ্য-পুথিকো সামৰিব পাৰি।

৪। কাৰ্বি ভাষাৰ শব্দসংখ্যা সম্পৰ্কে নিৰ্ভুল তথ্য দাঙি ধৰাত কিছু অসুবিধা আছে। নিৰ্ভৰযোগ্য তথ্য-পুথি বুলি ক'বলৈ G. D. Walkerৰ A Dictionary of the Mikir Language নামৰ অভিধান পুথিত বাহিৰে সম্প্ৰতে প্ৰকাশিত পুথি আমাৰ হাতত নাই। Walker চাহাবৰ পুথিত



মুঠ ৫,৫৬৬ টা কাৰ্বি শব্দ পোৱা যায়। কাৰ্বিসকলৰ গীত-মাত, ৰীতি-নীতিত ব্যৱহাৰ হোৱা শব্দবোৰ সেই পুথিত পাবলৈ নাই। গতিকে আমি আৰু হাজাৰ চেৰেক শব্দ সংযোগ কৰিব পাৰোঁ। সেয়ে হ'লে প্ৰায় দহ হেজাৰ কাৰ্বি শব্দ থকা বুলি ধাৰণা কৰিব পাৰোঁ।

৫। কাৰ্বি ভাষাৰ উৎপত্তি সম্বন্ধে সঠিকভাবে নিৰ্ণয় কৰা টান। অসমীয়া বা অন্যান্য ভাষাৰ জন্ম আৰু বিকাশ বিশ্লেষণ কৰিবলৈ যেনেদৰে সহজ, কাৰ্বি ভাষাৰ জন্ম আৰু বিকাশ দেখুৱাবলৈ সিমান সহজ নহয়। ডঃ ব্ৰন্সন্ চাহাবে অসমীয়া লিপিত "ধৰম আলাম আক্ৰাং ইকিথান" পুথি শিৱসাগৰৰপৰা ছপাই প্ৰকাশ কৰে। এইখন পুথিৰ দ্বাৰাই কাৰ্বি ভাষাত পুথি লিখা কামৰ শুভাৰম্ভ হয়। তেওঁক অনুসৰণ কৰি অন্যান্য মিছনেৰী চাহাবে ৰোমান লিপিত পুথি লিখিবলৈ ধৰিলে। স্বৰ্গীয় ছেমছন সিং ইংতিৰ প্ৰচেষ্টাত বহুতো স্কুলীয়া পাঠ্য-পুথি অসমীয়া লিপিত লিখি প্ৰকাশ কৰে। মিকিৰ পাহাৰ জিলা গঠন হোৱাৰ পিচত জিলা পৰিষদৰ প্ৰচেষ্টাত প্ৰাথমিক পৰ্যায়লৈকে কাৰ্বি সাহিত্য-পুথি প্ৰকাশ কৰে। নতুনকৈ উঠি অহা কাৰবি লেখকসকলৰ মাজত পুথি লিখাৰ উদ্যম দেখা যায় আৰু যথেষ্ট সংখ্যক পুথিৰো প্ৰকাশ পাইছে। বৰ্তমানে কাৰ্বি ভাষাৰ বিকাশমুখী ৰূপ পৰিলক্ষিত হৈছে।

৬। থলুৱা কাৰ্বি ভাষাৰপৰা মূল অসমীয়া ভাষালৈ সামান্য পৰিমাণে শব্দসম্ভাৰ হয়তো যাবও পাৰে। কাৰ্বি ভাষাৰ শব্দাৱলীৰ ক্ষেত্ৰত বৰং অন্যান্য ভাষাৰপৰাহে পৰিৱৰ্তিত ৰূপত এই ভাষাত অনুপ্ৰৱেশ ঘটিছে। উদাহৰণস্বৰূপে নাৰিকল, নাঙ্গল, কপাল, মেল, গাওঁবুঢ়া আদি শব্দবোৰ যথাক্ৰমে কাৰ্বিত নাৰিকই, নাঙই, কপাই, মেই, কাংবুঢ়া ৰূপে ব্যৱহাৰ কৰিছোঁ। সেইদৰে কাৰ্বি গীত-মাতত বহুতো খাটী শব্দ অন্তৰ্ভুক্ত হৈছে। এই শব্দবোৰ কাৰ্বিত সোমাই এই ভাষা বিকাশত অৰিহণা যোগাইছে।

৭। থলুৱা কাৰ্বি ভাষাত বৰ্তমান যুগৰ পৰিপ্ৰেক্ষিতত ভাব আৰু জ্ঞানৰ পৰিসৰ প্ৰকাশ কৰিবলৈ উপযুক্ত শব্দৰ নাটনি হোৱাটো স্বাভাৱিক। এই ভাষা বিকাশমুখী কৰিবৰ হ'লে চিনাকী অথচ সহজে হৃদয়ঙ্গম কৰিব পৰা মূল অসমীয়া ভাষাৰ শব্দ গ্ৰহণ কৰা উচিত বুলি মই ভাবোঁ।

৮। উত্তৰ-পূব ভাৰতত থকা বিভিন্ন জাতি-উপজাতিৰ মাজত ভাবৰ আদান-প্ৰদান কৰিবৰ বাবে মূল অসমীয়া ভাষাৰ প্ৰয়োজন অধিক বুলি ক'ব খোজোঁ। উদাহৰণ স্বৰূপে এজন কাৰ্বি আৰু নগাৰ ভিতৰত কথা-বতৰা পাতিবলৈ হ'লে মূল অসমীয়া ভাষাৰ সহায় ল'ব লাগে। এতেকে এই দৃষ্টিকোণৰপৰা বিবেচনা কৰিলে সংযোগী ভাষা স্বৰূপে মূল অসমীয়া ভাষাৰ গুৰুত্ব উপলব্ধি নকৰি নোৱাৰি।

৯। কাৰ্বি ভাষাৰ কথিত ৰূপত দৰাচলতে অসমীয়া ভাষাৰ সংমিশ্ৰিত ৰূপো দেখা যায়। মিকিৰ পাহাৰৰ মূল কাৰ্বি ভাষাৰ লগত কামৰূপৰ কাৰ্বি ভাষাৰ কথিত ৰূপত কিছু পাৰ্থক্য থকা দেখা যায়। উদাহৰণ স্বৰূপে 'গৰু' শব্দ বুজাবলৈ যথাক্ৰমে 'চাইনং' আৰু 'চৰং' শব্দ ব্যৱহাৰ হয়।

১০। মূল অসমীয়া ভাষাত বিভিন্ন বিষয়ক পাঠ্য-পুথি ৰচিত হৈছে আৰু তাৰেই পৰিপ্ৰেক্ষিতত আমাৰ কাৰবি ভাষাৰ মাধ্যমত প্ৰাথমিক স্কুল পৰ্যায়লৈ শিক্ষা দিয়া উচিত বুলি ভাবোঁ। কাৰণ, মাধ্যমিক অথবা উচ্চ মাধ্যমিক স্তৰৰ পাঠ্য-পুথি যুগুত কৰিবলৈ এই কাৰ্বি ভাষাত যথেষ্ট শব্দৰ নাটনিয়ে দেখা দিব আৰু আনহাতে এই ভাষাত শিক্ষা দিবলৈকো যথেষ্ট সংখ্যক শিক্ষকৰ অভাৱো হ'ব। গতিকে সম্প্ৰতে এনে ভাষাৰে প্ৰাথমিক পৰ্যায়লৈকে লাগতিয়াল পাঠ্য-পুথি লিখা উচিত বুলি মই ভাবোঁ।

১১। মিকিৰ পাহাৰ জিলা গঠন হোৱাত কাৰ্বি ভাষাৰ বিকাশ-সাধনৰ পথ সুগম হৈছে যদিও জিলাখনৰ বাহিৰত থকা কাৰ্বিসকলৰ সমস্যা যথেষ্ট আছে বুলিব পাৰি। মোৰ বোধেৰে মূল কাৰ্বি ভাষাৰ লগত থকা পাৰ্থক্যই বাহিৰৰ কাৰ্বিসকলৰ লগত যোগসূত্ৰ স্থাপনত কিছু অসুবিধাৰ সৃষ্টি কৰিছে।

১২। এইবোৰ সমস্যা সমাধানৰ উপায় আছে বুলি কোৱাতকৈ উপায় উদ্ভাবনৰ বাবে প্ৰচেষ্টা চলোৱাহে উচিত বুলি বিবেচনা কৰোঁ।

১৩। অসমীয়া ভাষা তথা অসম সাহিত্য সভাই সিচঁৰতি হৈ থকা কাৰ্বিসকলৰ মাজত থকা ভাষা, কৃষ্টি, ধৰ্ম আদি তুলনামূলক ভাবেৰে অধ্যয়নৰ পথ মুকলি কৰিব পাৰে। আৰু মই ভাবোঁ এনে আঁচনিৰ দ্বাৰা মূল অসমীয়া ভাষাৰ লগতে কাৰ্বিসকলৰ যথেষ্ট উন্নতি হ ব।



১৪। থলুৱা কাৰ্বি ভাষা বিকাশ কৰিবলৈ হ'লে মূল অসমীয়া ভাষাই এনে উন্নয়নত যথেষ্টৰূপে সহায় কৰিব পাৰে। কৃষ্টি-সংস্কৃতি, ভাষা আৰু ঐতিহাসিক যোগসূত্ৰ অসমীয়াৰ লগত নিৰহ-নিপানীকৈ সোমাই পৰাৰ পাচত আঁতৰৰ বিজতৰীয়া ভাষাৰে থলুৱা ভাষাক বিকাশ কৰিবলৈ গ'লে, নিজৰ ভৰিত কুঠাৰাঘাত কৰাহে হ'ব।

১৫। ৰাজনৈতিক কাৰণত আমি স্বকীয়া স্বকীয়া গোট হৈ নিজস্ব ভাষা, কৃষ্টিক নিৰ্ভেজাল কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছোঁ, তথাপিও আমাৰ অজানিতে ভৌগোলিক সঙ্কীৰ্ণ সীমাৰেখা চেৰাই এই জনস্ৰোতৰ ভাষা-কৃষ্টি পৰম্পৰৰ মাজত সান-মিহলি হৈ পূৰ্বৰ অখণ্ডিত অসমৰ সত্তাকেই উপলব্ধি কৰাইছে। এই কেন্দ্ৰীভূত শক্তিৰ কথা বুৰঞ্জীয়ে সোঁৱৰাই থকা সত্বেও আমি হৃদয়ঙ্গম নকৰি ভাষা আৰু লিপিকে লৈ আমাৰ মাজত বেয়া বাতাবৰণ সৃষ্টি কৰিছোঁ। ভাষা আৰু লিপি গ্ৰহণত অনিচ্ছুকসকলৰ যুক্তিবোৰৰ পৰিপ্ৰেক্ষিতত এইখিনিকে ক'ব পাৰি যে তেওঁলোকৰ যুক্তি অহেতুক আৰু যথেষ্ট তৰাং। ভাষা আৰু লিপি-সম্পৰ্কে অসন্তুষ্টিৰ অন্তৰালত বহিঃশক্তিৰ প্ৰভাৱ থকা বুলি ভাবিবৰ যথেষ্ট স্থল আছে।

১৬। স্বাভাৱিক জন-মানসৰ প্ৰবৃত্তিক ৰাজনৈতিক আৰু ভৌগোলিক সীমাৰেখাই মূল অসমীয়া ভাষাৰ লগত বিচ্ছিন্ন কৰিব নোৱাৰে—যিহেতুকে অসমীয়া ভাষা কৃষ্টি-সংস্কৃতিৰ মূল জুমুঠি থলুৱা অসমীয়া ভাষা-ভাষীৰ অৱদানতহে গঢ় লৈছে বুলি কোৱাৰ অৱকাশ আছে।

১৭। নিজকে লেখকৰূপে 'লেখক-শিৱিৰ'ত চিনাকি দিবলৈ মোৰ কোনো অৱদান নাই। ছেগা-চোৰোকাকৈ দুই এখন ডুখৰীয়া লেখাৰ বাহিৰে পুথি আকাৰে একোকে লিখা নাই।

১৮—১৯। সাধাৰণতে মই অসমীয়া ভাষাতেই লিখোঁ। লেখক হিচাপে এখন বহল পঢ়ুৱৈ সমাজ বিচৰাটো স্বাভাৱিক। গতিকে সেই দৃষ্টিকোণৰপৰা লেখক হিচাপেময়ো এখন বহল পঢ়ুৱৈ সমাজ বিচাৰোঁ।

২০। সৃষ্টিশীল ৰচনাৰ অৱদান আগবঢ়াব পৰা নাই যেতিয়া মোৰ ৰচনাৰ মূল উদ্দেশ্য কোৱাটো উচিত নহয় বুলি ভাবোঁ। অৱশ্যে লেখক স্বৰূপে মানৱীয় সমস্যাৰ চিত্ৰণৰ মাধ্যমেদি সমাজ সংস্কাৰমূলক দৃষ্টিভঙ্গীও থকা একান্ত প্ৰয়োজন।

২১। অৰ্থকৰী আৰু প্ৰকাশকৰ অসুবিধাবোৰৰ বাহিৰেও অসমীয়া পাঠকৰ অভাৱবোৰেও লেখকৰ আগত বাধাৰ সৃষ্টি কৰিছে। বৰ্তমানে অসমীয়া আলোচনীৰ অভাবেও নতুন লেখকৰ সৃষ্টি প্ৰতিভাত বাধাৰ সৃষ্টি কৰিছে।

২২। মোৰ বোধেৰে সাহিত্যৰ উদ্দেশ্য জীৱনৰ চিত্ৰণ হোৱা উচিত। বাস্তৱ জীৱনৰ কলাত্মক ৰূপ প্ৰকাশ কৰাহে বাঞ্ছনীয়।

## বড়ো ভাষাৰ সমস্যা আৰু অৱস্থা

### ভবেন নাৰ্জি

মই জনজাতিৰ সংস্কৃতিৰ বিষয়েহে গৱেষণা কৰি আছোঁ। তাৰ ওপৰতহে মই লিখা-পঢ়া কৰোঁ। ভাষাৰ সম্পৰ্কে মোৰ ক'বলৈ সিমান ব্যুৎপত্তি নাই। মই পিছে কোনো ভাষাৰে প্ৰতিনিধিত্ব নকৰোঁ। বড়ো ভাষাৰো নহয়। লোক-পিয়লৰ পৰিসংখ্যাটোত বহুত ভুল ক্ৰুটি হৈ আছে বুলি মানুহবিলাকে ৰিঙিয়াইছে। এইটো ঠিক নে ক'ব নোৱাৰোঁ।

এই ভাষাৰ নিজা লিপি নাই ; নেওগ ডাঙৰীয়ায়েই জানে কি আছে কি নাই। ডিমাপুৰত কিছুমান লিপি আছে সেইবোৰ আমাৰ বোধগম্য নহয়।

মূল অসমীয়া ভাষাৰ লিপিয়েই থলুৱা অসমীয়া ভাষাসমূহৰ উমৈহতীয়া লিপি হ'ব লাগিব নেলাগে। এই সম্পৰ্কে আমাৰ বড়ো সমাজৰ লগত যিসকলে ওতঃপ্ৰোতভাবে কাম কৰি আছে, বড়ো সমাজৰ মেলে-মিটিঙে জড়িত তেওঁ-লোকেই এইবোৰৰ জবাব দিব।

এতিয়ালৈকে যিবিলাক বড়ো-কছাৰী ভাষাৰ কিতাপ প্ৰকাশ হৈ আছে সেইবোৰ অসমীয়া লিপিৰে লিখিত। কিছুমানে কয় যে বঙ্গদশতো বড়ো আছে, মেঘালয়তো আছে, ত্ৰিপুৰাতো আছে, ডিমাছাও আছে, সেই-বিলাকৰ লগত আমাৰ ধ্বনিবিলাক প্ৰকাশ কৰিবলৈ হ'লে আমি ৰোমান ল'ব লাগিব,—এই ধৰণৰ তেওঁলোকৰ মনোভাৱ। অৱশ্যে মই এতিয়ালৈকে যিমানবোৰ কিতাপ লিখিছোঁ, অসমীয়া ভাষাৰেই লিখি আছোঁ।

বড়ো ভাষাত কিতাপ-পত্ৰ আছে ১৯২১ চনৰপৰা। ২৬ চন, ২৭ চনতো ওলাইছিল। তাৰ পিছত 'ওলঙ্গাৰ' ওলাল, 'নায়ক' ওলাল, তাৰ পিছত 'বীবাৰ' ওলাল, তাৰ পিছত 'পোশাদৰ' ওলাল আদি প্ৰকাৰে এতিয়ালৈকে ওলায়েই আছে। এইবিলাক কিছুমান অসমীয়া ভাষাতো লিখিছে, কিছুমান বড়ো ভাষাতো লিখিছে। ঠাই বিশেষে কিছুমান বঙলা ভাষাতো লিখিছে, ইংৰাজীতো লিখিছে ; এইদৰে নানান ভাষাৰে কিতাপ আলোচনী ওলাই আছে।

এই ভাষাৰ শব্দ সংখ্যা মই ক'ব নোৱাৰো। মই বড়ো অভিধান এখন অসমীয়া ভাষাত লিখি আছোঁ; শব্দ সংখ্যা মোৰ হিচাপ কৰিবপৰা হোৱা নাই।

এই ভাষাৰ উৎপত্তি কেতিয়া কোৱা টান। এনেই থূলমূলকৈ কিতাপৰ ওপৰত নিৰ্ভৰ কৰি কবলৈ গ'লে খৃঃ পূঃ দুহাজাৰৰপৰাই বড়োসকল ভাৰতলৈ প্ৰৱেশ কৰাৰ এটা আভাস পোৱা যায়। সেই সময়ত ঠিক তেনেকুৱা ধৰণৰ এটা ভাষা, বড়ো ভাষা নহলেও কিৰাটবিলাকৰ ভাষা এটা নিশ্চয় আছিল। লিখাৰ কোনো লিপি পোৱা নাযায়। এই কাৰণে ইয়াৰ ঠিক চন, তাৰিখ, আমাৰ অসমীয়া ভাষাত থকাৰ দৰে পোৱা নাযায়।

এই ভাষাৰপৰা মূল অসমীয়া ভাষালৈ, সচৰাচৰ ব্যৱহাৰ হোৱা শব্দবোৰলৈ চাই, বহুত শব্দ সোমোৱা বুলি আমি ক'ব পাৰোঁ। বৰদৈচিলা শব্দটো জনাজাতেই হৈছে। এটা সম্প্ৰদায়ৰ ভাষা আন এটা সম্প্ৰদায়ে ভালকৈ শিকি নলৈ যধেমধে প্ৰকাশ কৰিলে বহুত বিকৃত হয় আৰু বিকৃতি হলে সেই-বিলাক সমাজৰ মানুহে অসন্তুষ্ট হয়।

ভাষাৰ কোনো কঠোৰ বন্ধাধৰা নিয়ম নাই। থলুৱা অসমীয়া ভাষাৰ যিটো সংস্কৃতিময় জীৱন, এই জীৱনৰ মাজেদি যদি আমি গোটেই থলুৱা অসমীয়া বা অসমীয়া শব্দবিলাক সুমুৱাই নিজৰ কৰি ল'ব পাৰো সিমানেই এটা ভাষা চহকী হয়। অৰ্থবিলাক বহল হৈ যায়, মানুহৰ জ্ঞান বাঢ়ে আৰু তাৰ প্ৰভাৱত দৃষ্টিভঙ্গী বহল হয় আৰু সুবিধা হয়।

ভাষা জানিলে জ্ঞান আহৰণ কৰাত সুবিধা হয়।

উত্তৰ-পূব ভাৰতৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব নুই কৰিব নোৱৰা। এই প্ৰশ্নটোৰ সমাধান বিচাৰিয়েই বোধকৰোঁ লেখক-শিৱিৰ কৰা হৈছে। মোৰ ব্যক্তিগত মতে সংযোগী হিচাপে অসমীয়া ভাষা লাগে। সকলোৱে বুজি পোৱা এটা ভাষা লাগে আৰু সেইটো অসমীয়া। তদুপৰি আমাক আন্তঃৰাষ্ট্ৰীয় সংযোগৰ বাবেও এটা ভাষা লাগে; আৰু সেইটো নিশ্চয় ইংৰাজী। সেই কাৰণে বহুতে মত পোষণ কৰে যে ইংৰাজী ৰাখিব লাগে। অসমীয়াও থাকক; অসমীয়াতো আমাৰ মাতৃ-ভাষা। অসমীয়াও থাকক, বড়োও থাকক, লালুঙো থাকক, মিচিঙো থাকক, ৰাভাও থাকক, গোটেইবিলাক থাকক। এখন ফুলনিত নানা তৰহৰ ফুল থাকিলে সুন্দৰ হয়। এবিধ ফুলৰে ফুলৰ বাগিচা নহয়।



মোৰ কথিত ভাষাটো বৰ প্ৰৱল ভাষা। মই ক'ব খুজিছোঁ যে ভাষা হিচাপে যিমানখিনি গুণ আৰু ক্ষমতা থাকিব লাগে সিমানখিনি আমাৰ জনজাতীয় ভাষাত আছে। যি আধুনিক সাহিত্য ৰচনা হৈছে, সেইটো একেবাৰেই চালুকীয়া। ১৯৫২ চনৰপৰাই আধুনিক যুগ ধৰিব পাৰি। কিন্তু ১৯২১ চনৰপৰা আমাৰ আলোচনীবিলাক ওলাই আছে ধাৰাৱাহিকভাৱে। গতিকে সেই কালৰপৰা ক'বলৈ গ'লে ১৯২১ চনৰপৰাই এই যুগ ধৰিব লাগে।

এই সমস্যা সমাধানৰ উপায় নিশ্চয় আছে। ৰাজনীতিয়েহে আমাক গোলমাল কৰি দিয়ে। এটা ভাষা গঢ় দিবলৈ অভিধান লিখিব লাগিব, প্ৰকাশ কৰিব লাগিব, প্ৰকাশৰ দায়িত্ব ল'ব লাগিব। তাৰ বাবে টকাৰ প্ৰয়োজন।

এইবোৰ দায়িত্ব কোনে ল'ব? লেখকবিলাকো হাড়ে-হিমজুৱে তেজ-মঙহৰে মানুহ; নিজৰ ল'ৰা-ছোৱালীৰে বৈষয়িক জীৱন আছে। অতীজতে ৰজাই কবিক পৃষ্ঠপোষকত' কৰিছিল। অৱশ্যে পৃষ্ঠপোষকতা কৰিলেই যে লিখিব পাৰিব এনেও নহয়। প্ৰধান কথাটো হ'ল লিখাতো এটা নিচা। চাহাববিলাকৰ বহুতে ছৰকাৰী চাকৰি কৰিও লিখি গৈছিল; কিন্তু আমাৰ মানুহে লিখিব নোখোজে। আৰু বেছি আধুনিক চথ, অৰ্থনৈতিক হেঁচা, এইবোৰেও বাধা দিয়ে। এই সমস্যা সমাধান কৰিবলৈ সকলোৰে সহায় সহানুভূতি পালে, আদান-প্ৰদান হ'লে সকলো কাম সহজেই হৈ যায়। অসমীয়াই যদি ভাবে যে আমাৰ জন-জাতীয় ভাষাবোৰৰো উন্নতি হ'ব লাগে, তেনেহলে তেওঁলোকে যত্ন কৰিব লাগে। তাৰ বাবে কষ্টও কৰিব লাগিব। তেখেতসকলে যদি ভাবে, এইবিলাক জনজাতি আমাৰেই মানুহ, আমিও তেওঁলোকৰ কাৰণে চিন্তা কৰিব লাগে, তেনেহ'লে বিশ্ববিদ্যালয়ে মঞ্জুৰী দিব লাগিব, চৰকাৰে মঞ্জুৰী দিব লাগিব।

মূল অসমীয়া ভাষা থলুৱা ভাষাৰ নিশ্চয় ডাঙৰ সহায়ক। কিন্তু নিজৰ জাতি, সম্প্ৰদায় যদি পিছ পৰি থাকে, দেখা পাওঁ যে আমাৰ এই এটা বস্তু আছে, তাক দাঙি ধৰিবলৈ কোনো অহা নাই, তেতিয়াতো নিজে নিজেই চেষ্টা কৰিব। কোনো কোনো থলুৱা ব্যক্তিক মূল অসমীয়া ভাষা আৰু লিপি গ্ৰহণৰ ক্ষেত্ৰত অনিচ্ছুক যেন বোধ হয়। সেইটো মই আগতে ক'লোঁ কি কাৰণে অনিচ্ছুক হৈছে। মই সংস্কৃতিৰে মানুহ। ৰাইজে যি ভাষাকে গ্ৰহণ কৰে

ময়ো সেই ভাষাকে গ্ৰহণ কৰিম। "পদৰ পুথি চাবা, ৰাইজ যিফালে যায় সেইফালে যাবা।" জনজাতীয়সকলে যদি ভাৱে যে অসমীয়া ভাষাই আমাৰ মাধ্যম হওক, তেনেহলে ৰাইজে কওক। গতিকে মোৰ ফালৰপৰা মই এটা কাম কৰক, এনেকৈ লিখকসকলক আজি যেনেকৈ মাতি আনিছে, তেনেকৈ এই অনুষ্ঠানবিলাক বা প্ৰকাশকবিলাককো তেনেকৈ মাতি আনি বহুৱাই আলোচনা কৰিলে বেচি ভাল হয়।

লেখক হিচাপে আপুনি এখন বহল পঢ়ুৱৈ সমাজ নিবিচাৰে নে? লেখকে বিচাৰে যদিও ইমান নজৰ দিবলৈ লেখকৰ সময় নাই। নিজে কিতাপ প্ৰকাশ কৰি বিক্ৰী কৰা বৰ টান পাওঁ।

প্ৰত্যেক লেখকে সমাজৰ চিন্তাধাৰা চাইহে লিখে। চৰকাৰৰ সংবিধান সামাজিক পৰিৱৰ্তনৰ লগত খাপ খোৱাকৈ পুৰণি সমাজখন কি, নতুন ধাৰাটো কি হৈছে, প্ৰত্যেকজন লেখকে চিন্তা কৰিহে লিখে।

প্ৰিয় লেখকৰ কথাটো কোৱা বৰ অসুবিধা হৈছে; কাৰোবাৰ অপ্ৰীতিভাজন হ'ব লাগে। গতিকে নোকোৱাই ভাল। কিয় মিছাতে বন্ধু হেৰুৱাওঁ? শেষত মই আপোনালোকলৈ মোৰ শ্ৰদ্ধা জনালোঁ।

## বড়ো ভাষাৰ সমস্যা আৰু অৱস্থা

### ৰামদাস বসুমতাৰী

আজি অসম সাহিত্য সভাৰ দ্বাৰা অনুষ্ঠিত "অসমৰ থলুৱা ভাষাৰ লেখক-শিৱিৰ"ত অংশ গ্ৰহণ কৰি বড়ো ভাষাৰ সমস্যা আৰু অৱস্থাৰ বিষয়ে কেইটিমান মন্তব্য দাঙি ধৰিবলৈ সুযোগ পাই মই আনন্দিত। এই আলোচনা-চক্ৰত দাঙি ধৰা কথাবোৰ মোৰ নিতান্ত ব্যক্তিগত—কোনো অনুষ্ঠানক প্ৰতিনিধিত্ব কৰি কোৱা কথা নহয়।

মই প্ৰতিনিধিত্ব কৰা ভাষাটো বড়ো ভাষা।

অসমত বড়ো-ভাষী লোকৰ সংখ্যা কিমান এই প্ৰশ্নৰ উত্তৰ দিবলৈ যাওঁতে উল্লেখ কৰিব পাৰি যে—পাশ্চাত্য পণ্ডিত মেৰীওপেই আৰু ফ্ৰাঙ্ গেনৰে তেওঁলোকৰ Dictionary of Linguistics-ত প্ৰকাশ কৰা মতে বড়ো ভাষা একালত আছিল "Lingua Franca embracing various dialects spoken by the Mongolian people of the North-eastern India." গতিকে মংগোলীয় গোষ্ঠীৰ ভাষা বা উপভাষাবোৰ ভাৱ-প্ৰকাশৰ সাধাৰণ মাধ্যম হিচাপে একালত উত্তৰ পূব-ভাৰতত প্ৰচলিত মূল বড়ো ভাষাৰেই ঠাল-ঠেঙুলি বুলি ধাৰণা কৰিব পাৰি।

গতিকে এই মতে চালে ১৯৭১ চনৰ লোক পিয়লমতে তালিকাভুক্ত হোৱা ১৩,৪৪,০২৬ জন কোঁচ, কছাৰী, ডিমাছা, ফুলগুৰীয়া, শৰণীয়া, ৰাভা, মেছ, চুটিয়া, লালুং, মৰাণ আদি জন-জাতীয় লোকেই অসমৰ বড়ো-ভাষী লোক। এই পৰ্যন্ত বড়ো ভাষাৰ নিজস্ব লিপি আছিল বা নাছিল বুলিও ক'ব নোৱাৰি। কিন্তু এই ভাষাৰ প্ৰায় শতকৰা ৬০।৭০টা শব্দৰ ব্যুৎপত্তিগত বৈশিষ্ট্য আৰু অতি বৈজ্ঞানিক প্ৰকাশশীলতালৈ চাই কোনোবা একালত এই ভাষা স্বকীয় লিপিৰে লিপিবদ্ধ এক সাহিত্যিক ভাষা আছিল বুলিয়েই ধাৰণা হয়। আচলতে দেৱনাগৰী বা দেৱনাগৰীৰপৰা কিছু পৰিমাণে ৰূপান্তৰিত হৈ অসমীয়া বা বঙলা ভাষাত গৃহীত হোৱা লিপিবিলাকে যিবোৰ ধ্বনিৰ প্ৰতিনিধিত্ব কৰে সেইবোৰ ধ্বনি বড়ো-মূলজ যেনহে লাগে।

দেৱনাগৰীৰপৰা কিঞ্চিৎ পৃথক ৰূপত গৃহীত হোৱা অসমীয়া বা বঙলা লিপিৰে মূল আজিকোপতি অনাবিষ্কৃত বড়ো লিপিয়েই হ'ব পাৰে। যদি বড়ো আৰু বৰ্তমান অসমীয়া ভাষা উভয়ে উৎপত্তিমূলক বিচাৰৰ ক্ষেত্ৰত পাৰম্পৰিকভাৱে গভীৰ সম্বন্ধত জড়িত, তেন্তে অসমীয়া লিপিয়েই বৰ্তমান বড়ো ভাষাৰ লিপি হ'বলৈ সক্ষম নহয় নে ?

বড়ো ভাষাই অসমীয়া ভাষাৰ মূল হওক কিংবা অসমীয়া ভাষাই বড়ো ভাষাৰ মূল হওক—মূল আৰু শাখাৰ মাজত কিছু পৰিমাণে মৌলিক পাৰ্থক্য থাকে ; আৰু এই পাৰ্থক্য গা-গছ আৰু ডালৰ ভিতৰত থকা পাৰ্থক্যৰ দৰেই স্পষ্ট। নিম্নোক্ত যুক্তিসমূহৰে বড়ো ভাষা আৰু অসমীয়া ভাষাৰ মাজত থকা পাৰ্থক্য ফঁহিয়াই চাই লিপি গ্ৰহণৰ ব্যৱস্থা বা সিদ্ধান্ত গ্ৰহণ কৰিব পাৰি।

(১) যিবোৰ ধ্বনি সূচাবলৈ বা প্ৰতিনিধিত্ব কৰিবলৈ অসমীয়া হৰফ গৃহীত হৈছিল আজিৰ প্ৰয়োগ মতে সেইবোৰ মূল ধ্বনিৰ লগত বৰ্তমান অসমীয়া লিপিৰ কোনো সামঞ্জস্য নাই।

(২) বড়ো ভাষা অ', অ'ং আৰু অ'ই ( ঐ নহয় ) ধ্বনি-প্ৰধান। এই তিনিটা ধ্বনি প্ৰকাশ কৰিবলৈ অসমীয়া ভাষাত কোনো লিপি নাই।

(৩) বড়ো ভাষাত 'স'ৰ ধ্বনি ৰোমান 'S'ৰদৰে বা বঙলা 'স'ৰ দৰে হয়। গতিকে 'স' লিপিটো যদি বড়ো ভাষাত গ্ৰহণ কৰা হয় তেন্তে অসমীয়া 'স' গ্ৰহণ কৰা বুলি ক'ব নোৱাৰি ; বঙলা 'স' লিপিহে গ্ৰহণ কৰা বুলি ক'ব লাগিব।

(৪) বড়ো ভাষাৰ শতকৰা প্ৰায় ৮০ ভাগ শব্দতেই ব্যঞ্জনবৰ্ণৰ লগত থকা স্বৰ ধ্বনিৰ বিলুপ্তি ঘটে। সেই বাবে অসমীয়া লিপিৰে বড়ো ধ্বনি-বোৰ শুদ্ধভাৱে প্ৰকাশ কৰিব লাগিলে অগণন ব্যঞ্জন চিহ্ন ব্যৱহাৰ কৰিব লগা হয়।

ওপৰোক্ত কাৰণসমূহৰ বাহিৰেও বড়ো ভাষাত অসমীয়া লিপি গ্ৰহণ কৰিব নোৱৰাৰ এটা বিশেষ গুৰুত্বপূৰ্ণ অসুবিধা আছে। অসমৰ বাহিৰেও ভাৰতবৰ্ষৰ ভিন ভিন ৰাজ্যত বসবাস কৰি থকা সকলো বড়ো-ভাষী লোককে এই ভাষাৰ দ্বাৰা শিক্ষা-দীক্ষাৰ বিকাশৰ ক্ষেত্ৰেত সমানভাৱে উপকৃত কৰাৰ আৱশ্যক। সেয়েহে এইবোৰ নানা অসুবিধাৰ কথা



বিবেচনা কৰি সৰ্বভাৰতীয় আৰু আন্তৰ্জাতিক দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত এক দীৰ্ঘম্যাদী বাদ-বিতণ্ডাৰ পাচত নিখিল বড়ো সাহিত্য সভাই ৰোমান লিপিকে বড়ো ভাষাৰ লিপি হিচাপে চূড়ান্তভাৱে গ্ৰহণ কৰি ১৯৭৪ চনৰ-পৰা প্ৰচলন কৰাৰ স্থিৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। অৱশ্যে এই সিদ্ধান্তৰ লগতে নিখিল বড়ো সাহিত্য সভাই আঞ্চলিক ভাষাৰ লিপিৰ জৰিয়তে সাহিত্য সৃষ্টিৰ পথো সম্পূৰ্ণ মুকলি ৰাখিছে, যাৰ ফলত বড়ো-ভাষী যিকোনো শিক্ষাৰ্থীয়ে ৰোমান হৰফত প্ৰচলিত পাঠ্যপুথিসমূহ পঢ়ি লিখা-পঢ়া চৰ্চা কৰাৰ উপৰিও অসমীয়া বঙলা আদি যি কোনো আঞ্চলিক ভাষাৰ লিপিৰে অবাধে সাহিত্য সৃষ্টি কৰিব পাৰে। বড়ো সাহিত্য সভাৰ লিপি গ্ৰহণ-বিষয়ক এই দ্বৈতৰপীয়া ব্যৱস্থাৰ ফলত একালে সৰ্ব-ভাৰতীয় পৰ্যায়ত এটা সাধাৰণ লিপিৰে বড়ো মাধ্যমৰ শিক্ষা-ব্যৱস্থাৰ সংহতি অটুট ৰাখিব পৰা যাব আৰু আনহাতে আঞ্চলিক ভাষাসমূহৰ লিপিৰ জৰিয়তে সৃষ্ট বড়ো সাহিত্যৰ লগত ভিন ভিন আঞ্চলিক ভাষাসমূহৰ মাজতো স্থায়ী সম্বন্ধ বজাই ৰখাটো সম্ভৱপৰ হ'ব।

বড়ো ভাষাত লিখিত পুথিপত্ৰ আছে। এতিয়ালৈকে প্ৰকাশ হোৱা পুথিপত্ৰবোৰ—

১। আলোচনী
২। নাটক
৩। কবিতা পুথি
৪। পাঠ্য-পুথি
৫। অভিধান
৬। ধৰ্মীয় আলোচনাৰ পুথি
৭। লোকগীত আৰু লোকসাধু
৮। জীৱনী
৯। সমালোচনামূলক ৰচনা আৰু
১০। বাতৰি কাকত আদি।

এতিয়ালৈকে প্ৰকাশ হৈ যোৱা সকলো গ্ৰন্থৰ সংখ্যা প্ৰায় তিনি হাজাৰ হ'ব।

বড়ো ভাষা বিশাল শব্দ সম্ভাৰেৰে পৰিপুষ্ট। স্বনামধন্য বড়ো সাহিত্যিক

শ্ৰীপ্ৰমোদচন্দ্ৰ ব্ৰহ্মৰদ্বাৰা হাতে লিখা অৱস্থাত সংৰক্ষিত আৰু বড়ো অভিধানত শব্দৰ সংখ্যা ৬০,০০০ হাজাৰৰো অধিক। অলিখিত অৱস্থাত হাজাৰ হাজাৰ বছৰ থকাৰ ফলত হেৰাই যোৱা শব্দবোৰ সম্পূৰ্ণ উদ্ধাৰ হ'লে এই ভাষাৰ শব্দৰ সম্ভাৰ ৮০,০০০ ( আশী ) হাজাৰৰ কম নহ'ব বুলি ধাৰণা হয়।

বড়ো ভাষাৰ উৎপত্তি সম্পৰ্কে আগতেই এই বিষয়ে উল্লেখ কৰি অহা হৈছে। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰেপৰা কুৰি শতিকাৰ অৰ্ধ ভাগলৈ এই ভাষা দোৱান হিচাপেই পৰিগণিত হৈ থাকিল। যোৱা ১৯৬৪ চনত ই শিক্ষাৰ মাধ্যম হিচাপে স্বীকৃত হৈছে।

বৰ্তমান অসমীয়া ভাষাত ব্যৱহাৰ হোৱা প্ৰায় শতকৰা ৫০%-ৰো অধিক শব্দ বড়ো-মূলজ যেন লাগে।

অসমীয়াত ব্যৱহাৰ হোৱা বহুতো সংস্কৃত বা তৎসম শব্দ বড়ো-মূলজ যেন লাগে।

(২) ঐতিহাসিক ঐতিহ্য নিহিত থকা বহুতো (ক) স্থানবাচক শব্দ আৰু নদীবাচক শব্দ বড়ো-মূলজ। যেনে—খামৰুৱ ( কামৰূপ ), খাংমাখা ( কামাখ্যা ), ফুৰগাজ্যোংথিফুৰ ( প্ৰাগজ্যোতিষপুৰ ), থিজপুৰ ( তেজপুৰ ), বংখ্লা ( বাংলা ), ঠিহু ( টিহু ), বুলুংবুথৰ ( ব্ৰহ্মপুত্ৰ ), অসমীয়া ভাষাত ব্যৱহাৰ হোৱা শব্দসমূহৰ শতকৰা ৬০ টাৰো বেছি হ'ব বুলি অনুমান কৰিব পাৰি।

মই অকল অসমীয়া ভাষাৰপৰাই শব্দ সম্ভাৰ গ্ৰহণ কৰাৰ কথা নাভাবোঁ; সম্ভৱ হ'লে ভিন ভিন ভাষাৰপৰা শব্দ সম্ভাৰ গ্ৰহণ কৰিব পাৰি। সেয়েহে অসমীয়া ভাষাৰপৰা শব্দ সম্ভাৰ গ্ৰহণ কৰাটো অসমীচীন নহয়, অৱশ্যে সকলো প্ৰকাৰৰ শব্দকে অসমীয়া ভাষাৰপৰা বড়ো ভাষাত গ্ৰহণ কৰিব নোৱাৰি। অসমীয়া ভাষাৰপৰা বড়ো ভাষাত কিছুমান শব্দ আহি সোমাইছে। এই শব্দবিলাক যেনে—'ৰোৱাথি', 'গামছা', 'ঘৰজীয়া' ইত্যাদি।

উত্তৰ-পূৱ ভাৰতবৰ্ষৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব যথেষ্ট আছে। অসমীয়া ভাষাৰ গুৰুত্ব এই কাৰণেই আছে যে অসমৰ আবেষ্টনীৰ ভিতৰত থকা আজি যিমানবিলাক থলুৱা মানুহ আমি অসমত আছোঁ, প্ৰায়বিলাক থলুৱা ভাষাগোষ্ঠীৰ লোকেই অসমীয়া ভাষা খুব ভালদৰে জানে।



আৰু অসমীয়া ভাষাৰ মাধ্যমেৰেই অসমীয়া ভাষাৰ জৰিয়তে শিক্ষা-দীক্ষা লাভ কৰি এতিয়া বহুতেই বিজ্ঞ হৈ উঠিছে, জ্ঞানী হৈ উঠিছে। কিন্তু অসমীয়া ভাষাৰ সংযোগী ভাষা হিচাপে ইয়াৰ গুৰুত্ব আছে বুলিয়েই যে বিশ্ববিদ্যালয়ৰ মাধ্যম অকল অসমীয়াই হ'ব লাগিব তাৰ কোনো মানে নাই। অসমৰ বুকুৰপৰাই ফাটি যোৱা নগালেণ্ড, মেঘালয়, অৰুণাচল আদি বিভিন্ন অঞ্চলৰ লগত সংযোগী ভাষা হিচাপে ইংৰাজী ভাষাৰো যথেষ্ট প্ৰয়োজনীয়তা আছে। সেই কাৰণে আমি ভাবো যে উত্তৰ-পূৱ ভাৰতবৰ্ষত সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ যথেষ্ট গুৰুত্ব আছে, সংহতি সাধনত ই যথেষ্ট সহায় কৰিব। কিন্তু তাৰো লগতে ইংৰাজী ভাষাৰো আৱশ্যকতা আছে।

মোৰ কথিত ভাষা বড়ো ভাষা। এই বড়ো ভাষাটো বৰ্তমান এটা দোৱান নহয়। ই এটা বৈয়াকৰণিক ভাষা, এতিয়া ই এটা সাহিত্যিক ভাষা আৰু তাৰ লগতে ই শিক্ষাৰ মাধ্যমো।

থলুৱা ভাষাসমূহৰ ভিতৰত বিশেষভাৱে এতিয়া বড়ো ভাষা হাইস্কুল পৰ্যায়লৈ স্বীকৃত হোৱা বুলি উল্লেখ কৰা হৈছে। ঠিক আশা কৰা মতে তেনেধৰণৰ নহলেও প্ৰাৰম্ভণিৰ এই পৰ্যায়তে ভালেখিনি উন্নত পৰ্যায়ৰ কিতাপ-পত্ৰ এতিয়া ছপা হৈছে আৰু সেইমতে ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে। যদি সম্ভৱ হয় ভৱিষ্যতে বিশ্ববিদ্যালয় পৰ্যন্ত শিক্ষাৰ মাধ্যম হিচাপে ই হয়তো স্বীকৃত হ'ব পাৰে বা উন্নীত হ'ব পাৰে।

মই এতিয়াও নাভাবোঁ। বড়ো ভাষাৰ এতিয়া যিটো অৱস্থা এই অৱস্থাটো সকলো দিশ প্ৰকাশৰ কাৰণে উপযুক্ত হৈছে বুলি মই ক'ব নোৱাৰোঁ। আনকি মোৰ বোধেৰে অসমীয়া ভাষাটোও যে সকলো দিশতে প্ৰকাশৰ কাৰণে উপযুক্ত হৈছে তাকো ন'দি ক'ব নোৱাৰোঁ। কাৰণ অসমীয়া বা বঙলা ভাষাৰ জৰিয়তেও আজি বিজ্ঞানৰ যিবোৰ Technical Term আছে, যিবোৰ শব্দৰ আমাৰ প্ৰয়োজন সেইবোৰ এতিয়াও প্ৰকাশ কৰিব পৰা হোৱা নাই।

মোৰ কথিত ভাষা বড়ো ভাষাৰ সন্মুখত এতিয়া বহুত সমস্যাই দেখা দিছে। ঘাইকৈ এটা সমস্যা শিক্ষাৰ মাধ্যম হিচাপে ইয়াক সুচাৰুৰূপে প্ৰচলন কৰা আৰু উন্নীত কৰা। আৰ্থিক সমস্যাও ইয়াত নিহিত আছে। বড়োগোষ্ঠীৰ লোকসকল দুখীয়া কাৰণে টকা-পইচাৰ ব্যৱস্থা কৰিব নোৱাৰে।

এইবিলাক যথেষ্ট অসুবিধা আমাৰ হৈছে, ইয়াৰ ফলত বড়ো মাধ্যমৰ জৰিয়তে শিক্ষা লাভ কৰা যিবিলাক ছাত্ৰ-ছাত্ৰী বা শিক্ষাৰ্থী, তেওঁলোকৰ শিক্ষাগ্ৰহণ আৰু শিক্ষাদান দিয়া কাৰ্যত যথেষ্ট ব্যাঘাত জন্মিছে। আৰু এটা সমস্যা হৈছে বড়ো ভাষাটোৰ মান উন্নত কৰা। চৰকাৰ বা অসমীয়া ৰাইজৰপৰাও বড়ো ভাষা বা বড়ো ভাষাৰ অনুষ্ঠানে যথেষ্ট সহায়-সহানুভূতি পোৱা নাই। বহুতে বড়ো সাহিত্য সভাৰদৰে অনুষ্ঠানক ৰাজনৈতিক অনুষ্ঠান বুলি ভাৱে; আৰু এই কথাই বড়োসকলক আঘাত দিয়ে। ফলত বহুত বড়োগোষ্ঠীৰ লোকে ৰাজনৈতিক দৃষ্টিভঙ্গী লৈ ৰাজনীতিৰ ক্ষেত্ৰত অংশ গ্ৰহণ কৰিবলৈ লৈছে। এইসকলোবোৰ সমস্যা সমাধানৰ কাৰণে বিশেষকৈ অসম সাহিত্য সভাই, যি সভাই সমগ্ৰ অসমীয়া জাতিৰে প্ৰতিনিধিত্ব কৰে, উদাৰ দৃষ্টিভঙ্গীৰে বড়ো সাহিত্য সভা নাইবা বড়োগোষ্ঠীয় লোকসকলৰ প্ৰতি সমবেদনা লৈ সৃষ্টিধৰ্মী আঁচনি হাতত লোৱা প্ৰয়োজন বুলি মই ভাবোঁ।

মূল অসমীয়া ভাষা নহয়, অসমীয়া ভাষাগোষ্ঠী ৰাইজৰহে বিশেষভাৱে এই ক্ষেত্ৰত কৰিব লগীয়া আছে। মোৰ বোধেৰে আজি ইয়াত লেখক-চক্ৰ অনুষ্ঠিত কৰি যিদৰে এটা সুস্থ বাতাবৰণ সৃষ্টি কৰিবলৈ যত্ন কৰা হৈছে, এই চেষ্টাটো অতি প্ৰশংসনীয়; কিন্তু এই চেষ্টা শেহতীয়া হৈছে। খৃষ্টান মিছনেৰীসকলে যি সময়ত আহি খৃষ্টান ধৰ্ম প্ৰচাৰ কৰি তেওঁলোকে এই অসমৰ থলুৱা ভাষাগোষ্ঠীৰ লোকসকলক বুকুৰ আপোন কৰি লৈছিল, তাৰ বহুত আগতে অসম সাহিত্য সভাই নাইবা অসমৰ ভাষাগোষ্ঠীৰ লোকসকলে এইবোৰ ব্যৱস্থা কৰি থলুৱা ভাষাগোষ্ঠীয় লোকসকলৰ ইচ্ছা আকাংক্ষাৰ প্ৰতি সজাগ সচেতন কৰি এই লেখীয়া বুজা-পৰাৰ ব্যৱস্থা যদি কৰি আহিলেহেঁতেন, তেতিয়াহ'লে আজি এনেকুৱা ধৰণৰ আমাৰ মাজত বিভ্ৰান্তিৰ সৃষ্টি হ'ব নোৱাৰিলেহেঁতেন। তথাপি মোৰ ধাৰণা এদিন হয়তো ইয়াৰ সুফল লাভ কৰিব পাৰিম।

অসমীয়া ভাষা থলুৱা ভাষা উন্নয়নৰ ডাঙৰ সহায়ক এই কথাটো স্বীকাৰ কৰিবও নোৱাৰি আৰু অস্বীকাৰ কৰিব লগীয়াও নহয়। থলুৱা ভাষাৰ অৱস্থাৰ উন্নতি কৰাত অকল অসমীয়া ভাষা নহয়, অসমীয়া ভাষাগোষ্ঠীৰ লোকসকলহে ডাঙৰ সহায়ক হ'ব পাৰে।

এইটো অৱশ্যে এটা তাৎপৰ্যপূৰ্ণ প্ৰশ্ন। ভাষা এটাৰ প্ৰতি সাধাৰণতঃ



ঈৰ্ষাৰ ভাৱ পোষণ কৰিব লগীয়া কোনো প্ৰশ্ন নাথাকে। কিন্তু বিশেষ এটা ভাষা কোৱা ব্যক্তিয়ে বা গোষ্ঠীয়ে যদি আচৰণ, ব্যৱহাৰ ইত্যাদিত সংকীৰ্ণতা প্ৰকাশ কৰে, নিমৰমিয়াল ভাৱ প্ৰকাশ কৰে, তেতিয়াহ'লে ব্যক্তিৰ প্ৰতি থকা ভাৱ সমষ্টিত প্ৰতিফলিত হয়। আমাৰো বহুতে ভাৱে—অসমীয়া লোকে যিহেতু আমাক মৰম নকৰে, অসমীয়া ভাষা শিকি আমাৰ কি লাভ হ'ব? জনা-বুজা বা শিক্ষিত লোকসকলে এইভাৱেৰে কথাটো গ্ৰহণ কৰা নাই। জনা-বুজা আৰু শিক্ষিত লোকসকলৰ ভিতৰত বেছিভাগেই এতিয়া অসমীয়া লিপি গ্ৰহণ কৰিব নোখোজাৰ মূল কাৰণটো হৈছে তেওঁলোকৰ ভাষিক সচেতনতাহে।

মূল অসমীয়া ভাষাৰ শক্তিয়েই সৰ্বাধিক এই কথাটো মই স্বীকাৰ কৰোঁ—বৰ্তমান পৰ্যায়লৈকে। অসমীয়া ভাষাই থলুৱা ভাষাগোষ্ঠী বা ভাষাসমূহৰ মাজত সংহতি স্থাপন কৰি অসমীয়া জাতিটোক চিৰশক্তিমান কৰি ৰাখিব পাৰিব যদিহে অসমীয়া সাহিত্যসেৱীসকলে বা অসমীয়া ভাষাগোষ্ঠীৰ লোকসকলে খুব উদাৰ আৰু সহনশীল মনোভাৱেৰে সকলো থলুৱা ভাষাগোষ্ঠীৰ লোকসকলক অতি আপোনভাৱে আদৰি ল'ব পাৰে আৰু থলুৱা ভাষা-সমূহৰ উন্নতিৰ কাৰণে যথাবিহিত ব্যৱস্থা হাতত ল'ব পাৰে।

আচলতে মই এজন সাহিত্যিক নহয়। অসমীয়া সাহিত্য লৈ মোৰ একো বৰঙনি নাই। বড়ো ভাষা আৰু সাহিত্যৰ ক্ষেত্ৰতো মোৰ কিবা বৰঙনি আছে বুলি মই ক'ব নোৱাৰোঁ। কাৰণ বড়ো ভাষাতো মই কিতাপ আদি লিখা নাই। অৱশ্যে বড়ো সাহিত্য সভাৰ কিছুমান সংগঠনমূলক কামৰ মাজত সংশ্লিষ্ট থাকোঁতে প্ৰয়োজনীয়তাৰ তাগিদাত মই বড়ো, ইংৰাজী আৰু অসমীয়া ভাষাত দুটা এটা প্ৰবন্ধ লিখিছোঁ; অৱশ্যে অসমীয়াত এটা নে দুটাহে।

প্ৰধানকৈ মই ইংৰাজী আৰু বড়ো ভাষাত লিখিছোঁ।

মই যদি লেখক হলোঁহেঁতেন তেনেহ'লে এখন বহল পটভূমিৰে সমাজ মই নিশ্চয় বিচাৰিলোঁহেঁতেন।

মই যদি এজন ৰচক হওঁ, তেনেহ'লে সামাজিক সংস্কাৰ আৰু মানৱ-চিত্ৰণ এই দুয়োটাই ৰচনাৰ মূল বিষয়বস্তু হোৱাটো উচিত বুলি মই ভাবোঁ।

যিহেতু মই লেখক নহয়, লেখকে কি কি অসুবিধাৰ সন্মুখীন হৈছে মই

ক'ব নোৱাৰোঁ। তথাপি দুই-এটা প্ৰবন্ধ লিখি, বিশেষকৈ বড়ো ভাষাত, বহুতো অসুবিধাৰ সন্মুখীন হৈছোঁ। বড়ো ভাষাত যেতিয়া কোনো এটা প্ৰবন্ধ বা কিতাপ ছপাবলৈ দিয়া হয় তেতিয়া সেই কিতাপখন কোনোৰকমে শুদ্ধভাৱে ছপা হৈ নোলায়।

অসমীয়া লেখক বা সাহিত্যিকসকলক মই সন্মানো কৰোঁ আৰু ভালো পাওঁ। অৱশ্যে তাৰে ভিতৰত বিশেষভাৱে অসমৰ কেইজনমান সাহিত্যিকে মোৰ অন্তৰ স্পৰ্শ কৰে। স্বৰ্গীয় কাকতীদেৱৰ যিবিলাক সমালোচনামূলক আৰু গভীৰ তত্বপূৰ্ণ প্ৰবন্ধ-পাতি, এই লেখক-শিৱিৰৰ সঞ্চালক নেওগদেৱৰ ৰচনা, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ ৰচনা, আমাৰ নিৰ্ভীক সাহিত্যিক শ্ৰীপদ্ম বৰকটকীৰ ৰচনা, বাস্তৱ আৰু বস্তুনিষ্ঠ দৃষ্টিভঙ্গীৰ বাবে আমাৰ সাহিত্যিক বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ আৰু বৰ্তমান নীলাচল কাকতৰ সম্পাদক হোমেন বৰগোহাঞিৰ যিবিলাক আলোচনা বা গল্প ওলাইছে, উপন্যাস ওলাইছে, সেইবিলাকে মোক বৰকৈ আকৰ্ষণ কৰে। যিকোনো ভাষা-গোষ্ঠীৰ যিকোনো সাহিত্যিকক মই ভাল পাওঁ। কাৰোবাৰ ৰচনা যদি মোৰ মনঃপুত নহয়ো তথাপি মই সেই সাহিত্যিকক অসন্মান নকৰোঁ আৰু মই বেয়াও নাপাওঁ।

মোৰ মতে সাহিত্যৰ উদ্দেশ্য বহুত। বিশেষভাৱে ৰস সৃষ্টি কৰি আনন্দ দিয়া আৰু সমাজ গঠন কৰা—এই দুটাই সাহিত্যৰ বৰ্তমান অৱস্থাত মৌলিক উদ্দেশ্য হোৱাটো উচিত বুলি মই বিবেচনা কৰোঁ।

## বড়ো ভাষাৰ অৱস্থা আৰু সমস্যা

### প্ৰমোদ ব্ৰহ্ম

[ শ্ৰীপ্ৰমোদ ব্ৰহ্মৰ মৌখিক ভাষণৰ টেপ আৰু টোকা ৰখা হৈছিল। তাৰপৰাই ভাষণৰ মূল কথাসমূহ যুগুতাই উলিওৱা হৈছে। ]

মই বড়ো ভাষাৰ এজন সামান্য প্ৰতিনিধি। বড়ো ভাষাৰ অনেক সমস্যা মই বহুত দিনৰপৰা অধ্যয়ন কৰি আহিছোঁ। বড়ো ভাষাক মাধ্যম কৰাত আৰু বড়ো ভাষাৰ বাবে এটা লিপি গ্ৰহণ কৰা—এই দুয়োটাতে আমি অনেক বাধা-বিঘিনি পাব লগীয়া হৈ আহিছে। এই যে ৰোমান স্ক্ৰিপ্টৰ কথা—ই এটা ক্ৰমাৎ বাঢ়ি অহা ইচ্ছাৰ ওপৰত গঢ়ি উঠিছে। ৰোমান আখৰৰ প্ৰতি আজি কেৱল বড়োসকলৰে হঠাৎ আগ্ৰহ বঢ়া নাই। সমগ্ৰ ভাৰততে অনেক শিক্ষিত লোকে দেৱনাগৰীতকৈ ৰোমান আখৰ অধিক বিজ্ঞানসম্মত বুলি ভাবি গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিছে। আপোনা-লোকৰ অসমীয়া ভাষাৰ কাৰণেও ৰোমান লিপি উপযোগী। এসময়ত ৰোমান লিপি ল'ব লাগে বুলি দাবী উঠিছিল। সাহিত্য সভাৰ অনেক মানুহেই তেনেকৈ ভাৱিছিল। ৰত্নকান্ত বৰকাকতীৰ নিচিনা মানুহে সেই সময়ত অসমীয়া ভাষাৰ লিপিৰ প্ৰশ্নাৱলী-সম্পৰ্কে কিতাপ লিখিব লগীয়া হৈছিল। আনকি দেৱনাগৰী কিতাপতো ৱান, টু, থ্ৰি সংখ্যাবোৰ ইংৰাজীতে ব্যৱহাৰ কৰা হৈছে। অতএব, এই যে বড়োভাষীসকলে ইংৰাজী লিপি ল'ব খুজিছে কোনো খৃষ্টীয়ানৰ প্ৰভাৱত পৰি নহয়। তাৰ এটা কাৰণ মই খোলা-খুলিকৈ কওঁঃ অসমীয়া ভাষা চলা অসমত বড়োসকলে মাধ্যম হিচাপে, হাটে-বজাৰে অসমীয়া ভাষাকে গ্ৰহণ কৰিছে, কিন্তু অসমীয়াসকলে এটা বড়ো শব্দ ব্যৱহাৰ কৰিছে নে? আপোনালোকে বড়ো ভাষাক দোৱান বুলি ভাবে। গতিকে আমাৰ মনতো এটা ভাব কিছু-মানৰ হৈছে যে—তেওঁলোকেই আমাৰ ভাষা নিশিকে, আমি শিকিম কিয়? অৱশ্যে এইটো ভাল মনোভাৱ নহয়; কিন্তু মানুহৰ আৱেগকতো বাধা দিব নোৱাৰি! তথাপি আমি বড়ো সাহিত্য সভাত এইটো ঠিক

কৰিলোঁ যে—ক্লাছ ফাইভৰপৰা বড়ো ছাত্ৰ-ছাত্ৰীসকলে অসমীয়া ভাষা শিকিবই লাগিব। ৰোমান লিপি লোৱাৰ আনটো কাৰণ হ'ল বড়ো ভাষা কেৱল অসমৰ ভিতৰতে নহয়—পূব বংশ, কোচবিহাৰ, জলপাইগুৰি, ৰংপুৰ, ত্ৰিপুৰাতো চলি আছে; ব্ৰহ্মদেশ, ভূটানতো আছে। বেলেগ বেলেগ ঠাইৰ বড়োভাষীসকলে বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ আখৰ ল'ব লগীয়া হৈছে। যিবোৰ আখৰে আমাৰ ভাষাৰ উচ্চাৰণৰ সমতা ৰক্ষা কৰিব পাৰে তেনে আখৰহে আমি ল'ব লাগে। এই অসুবিধাটো আঁতৰ কৰিবলৈ হ'লে ৰোমান লিপি গ্ৰহণ কৰাৰ বাহিৰে উপায় নাই। অসমৰ অন্যান্য জনজাতিবোৰৰ ক্ষেত্ৰতো এনে অসুবিধা হ'ব পাৰে। অৱশ্যে বড়ো ভাষাৰ দৰে তেওঁলোকৰ ভাষা ৰাজ্যৰ বাহিৰৰ বেলেগ ঠাইত নাই। আপোনালোকৰ ভাষাৰো ধ্বনি প্ৰকাশৰ বাবে আপোনালোকৰ আখৰ বহু সময়ত উপযোগী নহয়। আপোনালোকে কয় চুৰেন, লিখে সুৰেন; কয় চতীচ, লিখে সতীশ। শ, ষ, স, ৰ উচ্চাৰণ ভাৰতৰ সকলো ঠাইতে 'চ'ৰ দৰে। অসমীয়াত এই আখৰ কেইটাৰ উচ্চাৰণ বেলেগ হোৱাত আপোনালোকৰ নানা সমস্যা হ'ব। আমিও আপোনালোকৰ আখৰৰ ব্যৱহাৰ কৰি সেই সমস্যা গোটাই লওঁ কিয়? আকৌ আপোনালোকৰ ে, ি, ৈ আদি চিন আগত আৰু া, ী, পিছত আৰু ো আৰু ৌ আখৰৰ আগে পিছে বহে। স্বৰবৰ্ণৰ উচ্চাৰণ যিহেতু সদায় ব্যঞ্জনৰ পিছত, এই চিনবোৰ সেইবাবে পিছত বহুৱাব লাগে বুলিও আপোনালোকৰ কোনো কোনোৱে কয়। আকৌ অসমীয়াত চ, ছ-ৰ উচ্চাৰণৰ পৃথকতা নাই। ধৰক—বড়ো শব্দ 'চংক্ৰি'। তাত আমি কোনটো বৰ্ণ দিম—চ নে ছ? ৰোমান লিপি ল'লে এই অসুবিধাবোৰ নাথাকে। এই সমস্যা অন্যান্য ভাষাতো হ'ব। মুঠতে আমি কিয় ৰোমান লিপি ল'ব খুজিছোঁ তাকে ক'লোঁ।

বড়ো ভাষাত ছপা পুথি ২০০ মান আছে। নছপোৱা নাটকেই বোধকৰোঁ ১০০ খনমান হ'ব। সাধাৰণতে পুথিবোৰ গল্প আৰু ধৰ্মৰ কিতাপ। পুথিবোৰৰ যিবোৰ খ্ৰীষ্টান মিছনেৰীয়ে লিখিছে সেইবোৰত ৰোমান লিপি আৰু আনে লিখাবোৰ দেখাত অসমীয়া লিপি হ'লেও ক'বলৈ গ'লে মিশ্ৰিত। অৰ্থাৎ স'টো কোনোবাই 'চ' লিখিছে, কোনোবাই 'স'—এনেকুৱা।



বড়ো ভাষাৰ যিখন অভিধান সংকলন কৰি থকা হৈছে, তাত এতিয়ালৈকে ৬০ হেজাৰমান শব্দ হৈছে। গতিকে আপোনালোকৰ অসমীয়া ভাষাৰ অভিধানতকৈ এতিয়াই অনেক বেছি শব্দ আমাৰ আছে। তদুপৰি আমাৰ একোটা শব্দৰ দহ-বাৰটা পৰ্যন্ত কম্পাউণ্ড শব্দ আছে। আপোনালোকৰ নাই। মই যিখন অভিধান যোৱা প্ৰায় ২৫ বছৰে সংকলন কৰি আছোঁ তাৰ মূল শব্দবোৰ ৰোমান আখৰত দি, ব্ৰেকেটত অসমীয়া আখৰতো দিয়াৰ ব্যৱস্থা কৰিছোঁ। তাৰ পিছত ইংৰাজী, অসমীয়া, গাড়ো, ডিমাছা আদি ভাষাৰ অৰ্থ থাকিব। বড়ো ভাষা সংস্কৃত-মূলীয়া ভাষা নহয়, যদিও সংস্কৃত শব্দ অনেক আছে। চীন-তিব্বতীয় ভাষাৰ লগত ইয়াৰ সম্পৰ্ক আছে, কিন্তু পোণপটীয়াকৈ তাৰপৰাও ওলোৱা নাই। ক'ৰপৰা ওলাইছে ঠাৱৰ কৰা টান। আৰু এটা কথা—আমি আজি যি বড়ো ভাষা বেলেগ বেলেগ ঠাইত ব্যৱহাৰ কৰিছোঁ, ই মূল বড়ো ভাষাৰ অংগহে। মূল বড়ো ভাষাৰপৰা গাৰো, ৰাভা, ত্ৰিপুৰী, ডিমাছা, লালুং, দেউৰী, দেউৰী-চুতীয়া আদি অনেক ভাষা ওলাইছে। বৰ্তমানৰ বড়ো ভাষাকে ধৰি এই ভাষাবোৰ মূল বড়ো ভাষাৰ দোৱান নহয়। জনজাতীয় ভাষাবোৰ অসমীয়া ভাষাৰ দোৱান নহয়। এই যে আমাৰ অভিধানখনত ৬০ হেজাৰ শব্দ হৈছে, তাত আমি এই ভাষাবোৰৰ সমাৰ্থক শব্দবোৰ গ্ৰহণ কৰিছোঁ। কাৰণ, গাড়ো বা ডিমাছা আদি ভাষাবোৰক আমি বেলেগ ভাষা বুলি ভবা নাই। সংস্কৃত ভাষায়োতো তেনেকৈ অনেক সমাৰ্থক শব্দ অন্তৰ্ভুক্ত কৰি শব্দ-সম্ভাৰ বৃদ্ধি কৰি লৈছিল! আমি যেতিয়া কটন কলেজৰ ছাত্ৰ আছিলোঁ, তেতিয়া ড° ভূঞা, ড° কাকতি আদি পণ্ডিতসকলক কৈছিলোঁ যে—অসমীয়া ভাষাৰ আৰু সাহিত্যৰ পাঠ্যক্ৰমতে আঠখন কাকতৰ ভিতৰত এখন কাকত বড়ো ভাষা, ৰাভা ভাষা আদিৰ কাৰণে ৰাখক আৰু সেই সেই ভাষাৰপৰা অসমীয়া ভাষালৈ শব্দ আনক; তেতিয়াহ'লে আমি বেলেগে বড়ো ভাষাৰ কাৰণে ভৱিষ্যতে আন্দোলন নকৰোঁ। কিন্তু আমাৰ সেই কথা তেতিয়া কোনেও গ্ৰাহ্য নকৰিলে।

অসমীয়া বা বাংলা ভাষাৰ উৎপত্তিৰ সময়ৰ কথা ক'ব পাৰি; কিন্তু বড়ো ভাষাৰ নোৱাৰি। বড়ো ভাষাৰ কোনো তাম্ৰলিপি বা শিলালিপি

নাই। কিন্তু শদিয়াৰপৰা মেচিলৈকে আৰু ভূটানৰপৰা ত্ৰিপুৰালৈকে থকা নদীৰ নামবোৰৰপৰাই এই ভাষাৰ প্ৰাচীনত্বৰ কথা অনুমান কৰিব পাৰি। হাজাৰ হাজাৰ বছৰীয়া নদীবোৰৰ দৰেই বড়ো ভাষাও বহু হাজাৰ বছৰীয়া। আহোমসকলেও এই নদীবোৰৰ নাম পৰিৱৰ্তন কৰিব নোৱাৰিলে।

অনেক অসমীয়া পণ্ডিতেই কৈছে যে বড়ো ভাষাৰ শব্দসংখ্যাৰ শতকৰা পঞ্চাছটা অসমীয়া ভাষাৰপৰা আহিছে। কিন্তু অসমীয়া অভিধানত থকা সংস্কৃত আৰু সংস্কৃতমূলীয় শব্দবোৰ বাদ দিলে যিবোৰ শব্দ থাকে তাৰ সেইবোৰৰ অনেক শব্দ অসমীয়া ভাষাৰে ভাঙি দেখুৱাব নোৱাৰি; কিন্তু বড়ো ভাষাৰে ভাঙি দেখুৱাব পাৰি। মই তিনিটা শব্দৰ কথা কওঁ:— ডাৱৰ=ডি মানে পানী, বাৰ মানে বতাহ; জাকৈ=এ—আখ্যাই অৰ্থাৎ হাতৰ জাল; বৰদৈচিলা=বৰ মানে বতাহ, দৈ মানে পানী, চিলা হ'ল এগৰাকী দেৱী; আনকি 'অসম' এই শব্দটো আচান অৰ্থাৎ—আ মানে মাটি আৰু চান মানে শ্যাম দেশীয় মানুহৰ। ল'ৰা আৰু ছোৱালী—এই শব্দদুটাও বড়ো ভাষাৰপৰা আহিছে। তেনেকৈ চেৰেকী। গতিকে বড়ো ভাষা নিশিকিলে অসমীয়া ভাষাৰ বহুত কথাকে জনা নাযাব।

বড়ো ভাষাৰ বিকাশৰ বাবেও অসমীয়াৰপৰা শব্দ ল'বই লাগিব। বড়ো ভাষাত বহুতো শব্দৰ অভাৱ; বিশেষকৈ গুণবাচক বিশেষ্যৰ। ইয়াৰপৰা বুজা যায় যে—বড়ো জাতিয়ে এব্‌ষ্টেক্ট্ কথা বৰকৈ নাভাৱিছিল। গতিকে আদান-প্ৰদানৰ মাজেৰেই ভাষাক চহকী কৰি ল'ব লাগিব।

আপোনালোকে নাভাৱিব যে আমি খ্ৰীষ্টানৰ প্ৰভাৱত ৰোমান লিপি ল'ব খুজিছোঁ বা অসমীয়া ভাষাক বেয়া পাওঁ বুলি বড়ো মাধ্যম বিচাৰিছোঁ। আমি আমাৰ ভাষাৰ ধ্বনি প্ৰকাশৰ সুচলৰ বাবে আৰু বিভিন্ন ঠাইত থকা বড়োভাষীৰ মাজত ভাষাৰ ঐক্য স্থাপনৰ বাবেই ৰোমান লৈছোঁ আৰু আমাৰ এই হাজাৰ হাজাৰ বছৰীয়া পুৰণি ভাষাটোক তাৰ উচিত মৰ্যাদা দিবলৈকে মাধ্যম হোৱাটো বিচাৰিছোঁ। তাতে বড়োক মাতৃভাষা হিচাপে ব্যৱহাৰ কৰি অহাসকলৰ বাবে বড়ো মাধ্যমেৰেহে ভাল শিক্ষা হ'ব পাৰিব।

## বড়ো ভাষাৰ অৱস্থা আৰু সমস্যা

### বিছুৰাম বড়ো

মই এই শিবিৰত যোগদান কৰিবহি পাৰিব বুলি ভবা নাছিলোঁ। অসম সাহিত্যসভাৰ শ্ৰদ্ধেয় কৰ্মীবৃন্দৰ অনুৰোধ এৰাব নোৱাৰি আহিলোঁ আৰু তেখেতসকলে মোক তেখেতসকলৰ কাৰ্যক্ৰম স্থগিত ৰাখিও ক'বলৈ অনুৰোধ কৰিলে। এনে অসুবিধাত পেলোৱাৰ বাবে মই দুঃখিত। তাতে মই কিবা ক'ম বুলি ভাবি অহা নাই। মই যদিও বড়ো সাহিত্যসভাৰ সম্পাদক, তথাপি বড়ো সাহিত্যসভাক প্ৰতিনিধিত্ব কৰি কোৱাৰ অনুমতি বা অধিকাৰো মই লৈ অহা নাই। তদুপৰি বড়োভাষাৰ এগৰাকী আজীৱন সেৱক শ্ৰদ্ধেয় প্ৰমোদ ব্ৰহ্ম আৰু শ্ৰীৰামদাস বসুমতাৰী আদি উপযুক্ত লোক আছে। তথাপি ব্যক্তিগতভাৱে মই দুষাৰ কওঁ। সঁচাকৈয়ে যদি কোনোবাই বৃহত্তৰ অসমৰ বা বৃহত্তৰ অসমীয়া জাতিৰ কল্পনা কৰে, তেনেহ'লে মই ভাবোঁ আমাৰ শিক্ষিত মানুহৰ মাজত থকা দোষ-ক্ৰটিবোৰ প্ৰথমে আঁতৰাই ল'ব লাগিব। হয়তো ইয়াত বহি থকা লেখকসকলৰ ৰচনাতো তেনে ক্ৰটি থাকিব পাৰে। 'হেমকোষ'ত জাতিবাচক শব্দবোৰৰ অৰ্থ যথেষ্ট হীন-জ্ঞান কৰি দিয়া আছে। এনেবিলাক দোষ-ক্ৰটিয়ে আমাক অসমীয়া জাতি হিচাপেও আনৰ চকুৰ আগত হেয় কৰিছে আৰু নিজৰ মাজতো অসন্তোষ আৰু বিভাজন সৃষ্টি কৰিছে। যিজনক আমি মহাপুৰুষ বুলি কওঁ, সেই শ্ৰীশংকৰদেৱেও "কাটি মাৰি ম্লেছক কৰিবা বুন্দামাৰ" বুলি লিখি গৈছে। এই 'ম্লেছ' শব্দটোৰে অসমৰ কোনোবা জাতিয়ে তেওঁলোকক বুজোৱা হৈছে বুলি ভাবিব পাৰে আৰু তেওঁলোকক কাটি মাৰি শেষ কৰিবলৈ শংকৰদেৱে উচটনি দি গৈছে বুলি ভাবিব পাৰে। এইবোৰ অনেক কথা। ইয়াত পণ্ডিত, গৱেষক, লেখকসকল গোট খাইছে। তেওঁলোকে এইবোৰ কথা নিশ্চয় ভাবি চাব। আমি যদি প্ৰত্যেকেই বেলেগে বেলেগে ভাবি ভাষা-সাহিত্যত লাগোঁ—আমি একেলগ হোৱাৰ প্ৰশ্ন নুঠে। এই শিবিৰৰ আলোচনাত যিখিনি কথা শুনিছোঁ—সেই কথা যদি বাস্তৱত ৰূপায়িত কৰিব পাৰে

অৰ্থাৎ থলুৱা ভাষাবোৰৰ বিকাশৰ বাবে কৰা চিন্তাক যদি কাৰ্যত ৰূপ দিব পাৰে, হয়তো আমাৰ মাজত থকা বিভাজন লাহে লাহে নাইকিয়া হ'ব। আজি বড়ো সাহিত্যসভা, কাৰ্বি সাহিত্যসভা, মিচিং সাহিত্যসভা গঠিত হৈছে। আগৰেপৰা সকলোকে একেলগে সামৰি লোৱা হ'লে হয়তো এনে ধৰণৰ বেলেগ বেলেগ অনুষ্ঠানৰ প্ৰয়োজন নহ'লহেঁতেন।

এই শিৱিৰত লিপি-সমস্যাৰ বিষয়েও আলোচনা কৰা হৈছে। বড়ো সকলৰ মতামত আপোনাসকলে জানিছেই। বড়োসকলে বিভিন্ন ৰাজ্যত বিভিন্ন লিপি গ্ৰহণ কৰিব লগীয়া হৈছে। গাৰো পাহাৰ, নগাভূমি, ত্ৰিপুৰাত থকাসকলে ৰোমান, বেংগলত থকাখিনিয়ে বাংলা আৰু অসমত থকাসকলে অসমীয়া লিপি ব্যৱহাৰ কৰিছে। অৱশ্যে অসমৰ বড়ো সাহিত্যৰ আৰম্ভণ ৰোমান লিপিৰেই হৈছিল। অসমীয়া, বাংলা বা দেৱনাগৰী লিপি ব্যৱহাৰ কৰিলেও সেই সেই লিপিৰ উচ্চাৰণ বড়োসকলে নিজৰ বাবে বহুসময়ত বেলেগ কৰি লৈছে। গতিকে উত্তৰ-পূব ভাৰতত সিঁচৰতি হৈ থকা বড়োসকলৰ বাবে ৰোমান লিপি গ্ৰহণ কৰিবলৈ বড়ো সাহিত্যসভাই সিদ্ধান্ত লৈছে। আমি কোনো খ্ৰীষ্টীয়ান মিছনেৰীৰ প্ৰভাৱত ৰোমান লিপি লোৱা নাই। বড়োসকলৰ শতকৰা ৪ জনহে খ্ৰীষ্টীয়ান। প্ৰকৃত কাৰণবোৰ নজনাকৈ কিবা মন্তব্য দিলে তাৰপৰা উপকাৰৰ পৰিৱৰ্তে অপকাৰ হোৱাৰহে সম্ভাৱনা বেছি। এইবোৰ কথা সুস্থিৰভাৱে আলোচনা কৰি বা বিশিষ্ট ভাষাবিদসকলক মাতি আনি পুংখানুপুংখভাৱে বিচাৰ কৰিহে কোনো গোষ্ঠীৰ পক্ষে বা বিপক্ষে কোৱা উচিত। আমি ৰোমান লিপি গ্ৰহণ কৰি জাতীয় ঐক্য গঢ়ি তোলাৰ কথাই ভাবিছোঁ। কোঠাৰী আয়োগে ৰোমান লিপিক দেৱনাগৰী লিপিৰ পিছতে স্থান কিয় দিছে— যদি ই ভাৰতীয় লিপিত পৰিণত হোৱাই নাই? ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে সমগ্ৰ ভাৰতৰ বাবে ৰোমান লিপিৰ উপযুক্ততা দেখুৱাই অনেক প্ৰবন্ধ-পাতি লিখিছে। লিপিবিদ্‌সকলৰ মতে দেৱনাগৰী বা যিকোনো ভাৰতীয় লিপিয়েই লিখি যাওঁতে প্ৰতি পদতে হাত দাঙিব লাগে আৰু প্ৰত্যেক ভাৰতীয় বৰ্ণমালা আখৰ আৰু যুক্তাক্ষৰসহ চাৰিশমান বৰ্ণৰ সমষ্টি। ৰোমান লিপি তাৰ তুলনাত কিমান সহজ সহজেই অনুমেয়। ৰোমান লিপি ভাৰতীয় ভাষাসমূহৰ কাৰণে ব্যৱহাৰ কৰাৰ প্ৰস্তাৱ ভাৰতীয়



কমিউনিষ্ট পাৰ্টিৰ বিৰোধিতাৰ কাৰণেহে কাৰ্যকৰী নহ'ল আৰু হোৱা নাই।

আদান-প্ৰদানৰ মাজেৰে বৃহত্তৰ অসমীয়া জাতি গঠনৰ কল্পনা কেৱল অসম সাহিত্য সভাৰ নহয়, অসমৰ প্ৰতিজন থলুৱা বাসিন্দাৰো। কিন্তু বিভেদৰ মনোভাৱটো অসমীয়া-ভাষীসকলৰপৰাই আহিছে। পুৰণি সাহিত্যত থলুৱা জাতি-গোষ্ঠীক হীনজ্ঞান কৰি কৰা অনেক মন্তব্য আছে। কিবা পঢ়িম বা গৱেষণা কৰিম বুলি সেইবিলাকত হাত দিলেই কেঁচু খান্দোতে সাপ ওলোৱাদি অনেক কথাই ওলাই পৰে। নতুন চামৰ সাহিত্যিকসকলো সম্পূৰ্ণৰূপে মুক্ত হৈছে বুলি ক'ব নোৱাৰি। সেয়ে, মই আশা কৰোঁ এই শিৱিৰত গোট খোৱা লেখকসকলে এই বিভিন্ন ত্ৰুটি-বিচ্যুতিবোৰ আঁতৰাই সকলোকে সামৰি লোৱাৰ যত্ন কৰিব আৰু বৃহৎ অসমীয়া জাতি গঢ়ি তোলাত বৰঙনি যোগাব।

# তিৱা ভাষাৰ অৱস্থা আৰু সমস্যা

পদ্ম পাটৰ

অসম সাহিত্য সভাই প্ৰথমবাৰৰ বাবে আয়োজন কৰা লেখক-শিৱিৰৰ প্ৰথম দিনাৰ কাৰ্য-সূচীতে থলুৱা ভাষা-সাহিত্য-সম্পৰ্কে আলোচনাৰ ব্যৱস্থা কৰাত আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলোঁ। যদিও আমি বৃহত্তৰ অসম আৰু বৃহত্তৰ অসমীয়া জাতিৰ কথা কওঁ, আমি আমাৰ বিভিন্ন থলুৱা জাতি-জনজাতিসকলক যেনেভাৱে সামৰি ল'ব লাগে, তেনেভাৱে ল'ব পৰা নাই। সাহিত্যসভাই পলমকৈ হ'লেও এই ব্যৱস্থা কৰি এটি ভাল কামৰ আৰম্ভণি কৰিছে।

এই শিৱিৰত মই অসমৰ তিৱা অৰ্থাৎ লালুং সম্প্ৰদায়ৰ পক্ষৰপৰা প্ৰতিনিধিত্ব কৰিছোঁ। তিৱাসকলৰ প্ৰতিনিধিত্ব কৰিলেও মই তিৱা ভাষা নাজানো; মোৰ মাতৃভাষা অসমীয়াহে। ভৈয়ামত থকা তিৱাসকলে অসমীয়া ভাষাকেই গ্ৰহণ কৰিলে; কেৱল কিছুমান শব্দহে থাকি গ'ল। পাহাৰত থকা আমাৰ তিৱা সম্প্ৰদায়ে এতিয়াও তেওঁলোকৰ ভাষা বা দোৱান ব্যৱহাৰ কৰি আহিছে। আপোনাসকলে জানে যে নগাঁও তিৱা-সকলৰ গোভাৰাজ্য আছিল। তাৰ উপৰি বৰ্তমানৰ নেলীত গোভাৰজাৰ অধীনত এজন শাসনকৰ্তা আছিল। তিৱাসকল জয়ন্তীয়া পৰ্যন্ত আৰু কোনো কোনোৰ মতে ত্ৰিপুৰা পৰ্যন্ত বিয়পি আছিল। কিন্তু কালৰ সোঁতত তিৱা ৰাজ্য বা তিৱা ভাষা নাইকিয়া হ'ল। যিসকলে এতিয়াও তিৱা ভাষা ব্যৱহাৰ কৰি আছে তেওঁলোকৰ প্ৰতি আমাৰ নিশ্চয় দায়িত্ব আৰু কৰ্তব্য আছে। তিৱা ভাষাৰ উচ্চাৰণ প্ৰকাশ কৰিবৰ কাৰণে অসমীয়া লিপি সমৰ্থ হ'ব বুলি ভাবিবলৈ টান। সেই বাবে তিৱা ভাষাৰ প্ৰচাৰৰ বাবে ৰোমান লিপি লোৱাৰ কথা ভাবিছোঁ। অৱশ্যে এতিয়াও কাৰ্যকৰী হোৱা নাই। তিৱা ভাষাৰ শব্দসংখ্যা কিমান ঠাৱৰ কৰিব পৰা নাই। চীন-তিব্বতীয় ভাষাগোষ্ঠীৰপৰাই ই ওলোৱা সম্ভৱ। কিন্তু কেতিয়া এই ভাষাৰ জন্ম— ক'ব পৰা নাযায়। বৰ্তমান দৈনিক ব্যৱহাৰত অনেক অসমীয়া শব্দ



সোমাইছে নে কি ক'ব পৰা নাই। বৰ্তমানলৈকে তিৱা ভাষা লিখিত ৰূপত নাই বুলিব পাৰি। গতিকে শিক্ষাৰ মাধ্যম কৰাৰ প্ৰশ্ন নুঠে। কিন্তু এই ভাষাটোৰ যদি বিকাশ সাধন কৰিব পৰা হয়, তাৰদ্বাৰা তিৱা ভাষীসকল উপকৃত হ'ব। থলুৱা ভাষাসমূহৰ বিকাশ সাধনত অসমীয়া ভাষা-ভাষীলোকে যথেষ্ট বৰঙনি যোগাব পাৰে; আৰু সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অনস্বীকাৰ্য। মই নিজে অসমীয়া ভাষাত লিখোঁ। মই কবিতা আৰু প্ৰবন্ধাদি লিখিছোঁ আৰু 'প্ৰতিপদ' নামৰ আলোচনী এখন সম্পাদনা কৰিছোঁ। অসমীয়া ভাষাতে প্ৰকাশিত ৰিংছাং নামৰ তিৱা যুৱক সম্প্ৰদায়ৰ আলোচনীৰ লগতো জড়িত। লেখক হিচাপে নিশ্চয় মই বহল পঢ়ুৱৈ সমাজ এখন বিচাৰোঁ। লেখক হিচাপে মই সমাজৰ কথা ভাবোঁ আৰু মোৰ মনত সমাজে সৃষ্টি কৰা অনুভূতিৰ প্ৰকাশৰ বাবে যত্নপৰ হওঁ। গতিকে সামাজিক সংস্কাৰ আৰু মানৱ-চৰিত্ৰৰ চিত্ৰণ ছুয়োটাই মোৰ কাম্য। লেখক হিচাপে মই পুথি-প্ৰকাশত অসুবিধা পাইছোঁ। মোৰ প্ৰিয় লেখক কেইবাজনো। অনেক লেখকৰ ৰচনাৰ লগতে পৰিচয় হৈছে। একেজনৰে সকলো ৰচনা হয়তো ভাল লগা নাই।

মোৰ মতে সাহিত্যৰ উদ্দেশ্য মানৱ-প্ৰেমৰ পৰিধি বহল কৰি সকলোকে সামৰি লোৱা।

# অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা

ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

১. মিচিং, বড়ো, কাৰ্বি, ৰাভা, ডিমাছা, তিৱা—এই ছটা জনজাতীয় ভাষাৰ প্ৰতিনিধিসকলক প্ৰথমবাৰৰ বাবে অসম সাহিত্যসভাই একত্ৰিত কৰি সেই সেই ভাষাসমূহৰ অৱস্থা আৰু সমস্যা-সম্পৰ্কে সম্ভেদ ল'বলৈ চেষ্টা কৰাটো প্ৰশংসনীয় কাম হৈছে। মোৰ দৃষ্টিত এই ছটাৰ উপৰিও আমাৰ ৰাজ্যৰ তথা সীমামূৰিয়লি ঠাইবোৰৰ—দেউৰি-চুটিয়া, গাৰো, খাচী, জয়ন্তীয়া, বিষ্ণুপ্ৰিয়া, মৈইতেই, হাজং, চাওতালী, মুণ্ডাৰী, জেমি, আংগামি, আও, ছেমা আদি নগা ভাষা, মিজো, মনপা, ভুটীয়া, শেৰডুকপেন, টাই-খামটি, মিছিমি, আদি আদি ভাষা-ভাষী লোক আছে। সেইসকলকো সামৰিবলৈ ভৱিষ্যতে যত্ন কৰিব লাগে।

২. যদিও আজি আমি ৰাষ্ট্ৰীয় সংহতিৰ কথা কৈছোঁ, আমাৰ ৰাজ্যসমূহৰ থলুৱা লোকগোষ্ঠীৰ মাজতে নানাধৰণৰ বিভাজন আছে। ভাষাৰ আৰু সংস্কৃতিৰ ফালৰপৰা থকা এই বিভাজনবোৰে যাতে মানুহক মানুহৰপৰা পৃথক কৰিব নোৱাৰে তাৰ কাৰণে যত্ন ল'ব লাগে। আমাৰ থলুৱা ভাষা-উপভাষাবোৰৰ সম্পৰ্কেও পুথি-পত্ৰ লিখি অধ্যয়নৰ বাট কাটে মিছনেৰী সকলেই। তাৰ পিছত আমি যে বহুত বেছি কিবা কৰিব পাৰিছোঁ—এনে নহয়। আমি বিভিন্ন জনগোষ্ঠীৰ ভাষা, ধৰ্ম, সংস্কৃতি পোনপটীয়াকৈ অধ্যয়ন কৰিব লাগে; তেহে সামগ্ৰিকভাৱে আমাৰ ৰাজ্যৰ জন-জীৱনক অধ্যয়ন কৰা হ'ব।

৩. ভাষাৰ ভাল-বেয়া বা সৰু-বৰ বাছিব নালাগে। কাৰণ প্ৰত্যেক ভাষাই প্ৰথম অৱস্থাত কেঁচুৱা হৈ থাকে। লাহে লাহে সি শব্দ শক্তি আৰু প্ৰকাশিকা-শক্তি আহৰণ কৰি নিজক শক্তিশালী কৰি তোলে। সকলো ভাষালৈ নিজৰ ধ্বনিবৈশিষ্ট্য, ৰূপবৈশিষ্ট্য, শব্দ-ভঁৰাল, প্ৰকাশ-বৈশিষ্ট্য আছে। বেলেগ বেলেগ জাতি বা ভাষাগোষ্ঠীৰ সংস্পৰ্শলৈ আহি নিজৰ ভাষাৰ



পৰিৱৰ্তন, পৰিবৰ্ধন বা পৰিমাৰ্জন হয়। আমাৰ থলুৱা ভাষাবোৰৰ ক্ষেত্ৰতো সেই কথা খাটে।

৪. চীন-তিব্বতীয় ভাষাগোষ্ঠীসম্ভূত অসমৰ থলুৱা ভাষা বা দোৱানসমূহৰ অনেকৰে লিখিত ৰূপ নাই। বৰ্তমান ইবোৰক লিখিত ৰূপত প্ৰকাশ কৰিবৰ কাৰণে কোনো কোনো লোক যত্নপৰ হৈছে। তদুপৰি চাহবাগিচা, কয়লাখনি আদিত কাম কৰা বনুৱাসকলৰ অনেক কোল, মুণ্ডাৰী, ওৰাং, চাওঁতাল আদি গোষ্ঠীৰ। খাচী, জয়ন্তীয়া আৰু অষ্ট্ৰিক-মূলান্তৰ ভাষাবোৰৰ ৰৱস্থানো স্বীকাৰ্য। গতিকে আমি এই সকলোৰে কথা ভাবিব লাগিব।

৫. ভাষাৰ বাবে লিপিগ্ৰহণ কৰা আৰু লিপ্যন্তৰ কৰাৰ বাবে আফ্ৰিকীয় আৰু আমেৰিকাৰ ৰে'ড ইণ্ডিয়ানসকলৰ ক্ষেত্ৰত ধ্বনিমান-বিজ্ঞানৰ সহায়ত উপায় উদ্ভাৱনৰ চেষ্টা কৰা হৈছে। আন্তঃৰাষ্ট্ৰীয় ধ্বনিতাত্ত্বিক লিপি সংস্থাৰ মতকে ঠাই-বিশেষে লৰ-চৰ কৰি আধুনিক ভাষাতাত্ত্বিকসকলে ব্যৱহাৰ কৰে। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ে ভাৰতীয় ভাষাসমূহৰ বাবে ৰোমান-লিপি গ্ৰহণৰ পোষকতা কৰে। কিন্তু ভাৰতীয় লিপি ৰোমানতকৈ ধ্বনি-বিজ্ঞানৰ ফালৰপৰা অনেক বেছি সুবিধাজনক। অসমীয়া লিপি ভাৰতীয় ব্ৰাহ্মীলিপি-সম্ভূত। সেই ফালৰপৰা অসমীয়া লিপিও ধ্বনি-বিজ্ঞান-সম্মত। যি কি নহওক, আমাৰ ভাৰতীয় ভাষাসমূহৰ বাবে ভাৰতীয় লিপিহে অধিক উপযোগী। সেইবুলি ইংৰাজীভাষা বা ৰোমান লিপিৰ প্ৰতি কোনো বিদ্বেষ ভাৱ পোষণ কৰাটোও উচিত নহয়। অৰ্থাৎ 'ইংৰেজী হটাও' মনোভাৱেৰেও ভাৰতৰ সংহতি নাহে আৰু 'ৰোমান লিপি' জধে-মধে গ্ৰহণ কৰিও ভাষাৰ ঐক্য ৰক্ষা কৰিব নোৱাৰি।

৬. অসমখন সৰু, ঠেক হ'লেও মনবোৰ যদি বহলকৈ লওঁ, তেনেহ'লে আমি অসমীয়া-বাংলা লিপিৰেই আমাৰ থলুৱা ভাষাবোৰ, আনকি নগাভূমি আৰু অৰুণাচলৰ ভাষাও লিখিব পাৰিম। এই বিষয়ে চিন্তা-চৰ্চা কৰি লিপিত আৱশ্যকীয় ধ্বনিচিহ্ন যোগ দি আৰু ধ্বনিমূল্য আৰোপ কৰি পৰিমাৰ্জন কৰি ল'ব পৰা হ'ব।

৭. মই নিজে বড়োভাষা অধ্যয়ন আৰু গৱেষণা কৰিছোঁ। ১৯৫১ চনতে ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে দিয়া নিৰ্দেশ

মানি এই ভাষাৰ বিজ্ঞানসম্মত অধ্যয়ন আৰম্ভ কৰি সম্পূৰ্ণ কৰোঁ। কিন্তু বাকী ভাষাৰ গবেষণাৰ কাম এতিয়াও সম্পূৰ্ণ হোৱা নাই। বিশ্ববিদ্যালয়ে আমাৰ থলুৱা ভাষাসমূহৰ বিজ্ঞানসম্মত অধ্যয়নৰ ব্যৱস্থা কৰাৰ উপৰিও, ট্ৰাইবেল্ ৰিছাৰ্চ্ চেণ্টাৰ স্থাপনৰ বাবেও দিহা-পৰামৰ্শ দিব লাগে। চৰকাৰ, সাহিত্যসভা আদিয়ে যুটীয়াভাৱে এনে কেন্দ্ৰ অসমৰ বিভিন্ন ঠাইত স্থাপন কৰিবলৈ যত্ন কৰিব লাগে। তাৰ যোগেদি জনজাতীয় ভাষা, গীত, মাত, নৃত্য, বিভিন্ন ধৰ্মীয় অনুষ্ঠান, লোক-অনুষ্ঠান, ৰীতি-নীতি, সাজ-পাৰ ইত্যাদি সম্পৰ্কে বিস্তৃত অধ্যয়ন, সংগ্ৰহ, সংৰক্ষণৰ ব্যৱস্থা কৰিব লাগে।

৮. আমাৰ সৃষ্টিশীল লেখকসকলেও আমাৰ জনজীৱনৰ বিভিন্ন অংগক লৈ গল্প, উপন্যাস, নাটক, কবিতা, গীত আদি লিখিব লাগে—যাতে এইবোৰৰ মাজত সংশ্লিষ্ট জনগোষ্ঠীৰ লোকে নিজক বিচাৰি পাব পাৰে। ইতিমধ্যে অৱশ্যে আমাৰ অনেক লেখকে লিখিবলৈ যত্ন কৰিছে; কিন্তু তথাপি আমাৰ জনজীৱনৰ এক শতাংশকো ই চোৱাগৈ নাই।

দেখা গ'ল—আমি কৰিব লগীয়া কাম অনেক আছে। এই লেখক-শিবিৰত অসমীয়া ভাষা আৰু থলুৱা জনজাতীয় ভাষাৰ লেখক প্ৰতিনিধিসকল আজি সমৱেত হৈছেহি। আশা কৰিছোঁ তেখেতসকলে সকলো দিশ চালি-জাৰি চাই সমন্বয় আৰু প্ৰগতিৰ পথ ৰচনা কৰিব।

# ৩য় খণ্ড

## যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা

১। নৰকান্ত বৰুৱা
২। হীৰেন ভট্টাচাৰ্য
৩। নিৰ্মলপ্ৰভা বৰদলৈ
৪। পৰেশমল্ল বৰুৱা
৫। লক্ষহীৰা দাস
৬। আনিছ্ উজ্ ঝামান্
৭। নাৰায়ণ বেজবৰুৱা
৮। মহিম বৰা
৯। চৈয়দ আব্দুল মালিক
১০। প্ৰবীণা শইকীয়া
১১। নলিনীধৰ ভট্টাচাৰ্য
১২। হীৰেন দত্ত

## যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা

## প্ৰশ্নাৱলী

১। আপুনি কেতিয়াৰপৰা কবিতা লিখিছে? প্ৰথম কবিতাটি ক'ত কেতিয়া প্ৰকাশিত হৈছিল? প্ৰথম কবিতাটি কেনে পৰিৱেশত লিখিছিলে?

২। আপোনাৰ প্ৰকাশিত কবিতাৰ সংখ্যা কিমান? পুথি আকাৰত প্ৰকাশ হৈছেনে? প্ৰকাশিত পুথি কেইখনৰ নাম?

৩। আপুনি কেনেকৈ কবিতা লিখিবলৈ ল'লে? কোনো কবি, কোনো বিশেষ অভিজ্ঞতা বা ঘটনাই আপোনাক অনুপ্ৰাণিত কৰিছিলনে কি?

৪। আপোনাক কিহে আকৰ্ষণ কৰে? ভাব-বস্তুৱে, বিষয়-বস্তুৱে নে ফৰ্মে? এই তিনিওটাৰ ভিতৰত কোনটোক আপুনি কাব্য-সৃষ্টিৰ বাবে অধিক গুৰুত্বপূৰ্ণ বুলি ভাবে?

৫। জীৱন-সম্পৰ্কে আপোনাৰ দৃষ্টিভঙ্গী কেনে? সেই বিষয়ে স্পষ্ট ধাৰণা এটি দিবনে?

৬। আপুনি কাৰ বাবে লিখে? কেৱল নিজৰ বাবে? বিশেষ পঢ়ুৱৈৰ বাবে? সাধাৰণ পাঠকৰ বাবে?

৭। আপুনি কিয় লিখে?

৮। আপুনি কোন সময়ত লিখে? নে কোনো নিৰ্দিষ্ট সময় নাই? লিখাৰ সময়ত আপোনাৰ মানসিক অৱস্থা কেনে হয়?

৯। কেতিয়াবা আপুনি লিখিবলৈ লৈয়ো লিখিব নোৱৰা হয়নে? তেতিয়া মানসিক অৱস্থা কেনে হয়?

১০। সামাজিকভাৱে লিখকসকল দায়বদ্ধ হ'ব লাগে বুলি আপুনি ভাবেনে?

১১। অৰ্থনৈতিক অৱস্থাৰ পৰোক্ষ বা প্ৰত্যক্ষ প্ৰভাৱে আপোনাৰ লিখাত কিবা প্ৰভাৱ পেলাইছেনে?

১২। আপোনাৰ ওপৰত দেশী-বিদেশী কোনো কবিৰ প্ৰভাৱ পৰিছে বুলি ভাবেনে? যদি ভাৱে, কাৰ প্ৰভাৱ আছে?

১৩। আপোনাৰ প্ৰিয় কবি কোন? কিয় প্ৰিয়?

১৪। সমালোচকে আপোনাৰ কবিতাৰ যথাৰ্থ সমালোচনা কৰিছে বুলি আপুনি ভাৱেনে? যদি ভাৱে, কিয়? আৰু যদি নাভাৱে, কিয় নাভাৱে?

১৫। সমালোচকৰ সমালোচনাই আপোনাক ক্ষুব্ধ কৰেনে?

১৬। আপুনি একোটি কবিতা কিমান দিনত লিখে? একে বহাতে লিখে, নে কিছুদিন থৈ পৰিবৰ্তন সাধন কৰি গৈ থাকে? নামকৰণ কেতিয়া কৰে আৰু কিহৰ ওপৰত ভিত্তি কৰি কৰে?

১৭। আপুনি কবিতা কেনে হ'ব লাগে বুলি ভাবে? আৰু কবিতাৰ মূল উদ্দেশ্য কি হ'ব লাগে বুলি ভাবে?

১৮। সাহিত্যৰ অন্যান্য ধাৰাৰ কোনটো ধাৰা বিশেষভাৱে আপোনাৰ প্ৰিয়?

১৯। সাম্প্ৰতিক অসমীয়া কবিসকলৰ ভিতৰত আপোনাৰ প্ৰিয় কবি কোন?

২০। আপোনাৰ অগ্ৰজ অসমীয়া কবিসকলৰ সম্পৰ্কে ধাৰণা কি?

২১। আপোনাৰ অনুজ অসমীয়া কবিসকলৰ সম্পৰ্কে ধাৰণা কি?

২২। কবিতাত ছন্দৰ প্ৰয়োজনীয়তা বা অপ্ৰয়োজনীয়তা-সম্পৰ্কে আপোনাৰ ধাৰণা কি?

২৩। আপোনাৰ কবিতাৰ কিবা স্তৰ বিভাজন আছেনেকি? যদি আছে, কেনে ধৰণে আছে?

২৪। আপুনি নিজৰ কোনটি ৰচনাক আটাইতকৈ ভাল বুলি ভাবে?

২৫। এটা ভাল কবিতা পাঠ কৰাৰ পিচত আপোনাৰ কেনে লাগে?

২৬। আপোনাৰ মতে কবিতাৰ সংজ্ঞা কি হোৱা উচিত?

## স্বৰচিত কবিতাৰ বিষয়ে

**নৱকান্ত বৰুৱা**

কবিতা লিখিবলৈ লৈছিলোঁ প্ৰায় ৭ বছৰ বয়সৰপৰা। তেতিয়া ১৯২৮/২৯ চন। এল. পি. স্কুলৰ প্ৰথম শ্ৰেণীত পঢ়ি আছিলোঁ। ৰত্নকান্ত বৰকাকতীৰ কবিতাই সৰুৰেপৰা মোক আকৰ্ষণ কৰিছিল। কেনেকুৱা পৰিৱেশত লিখিবলৈ লৈছিলোঁ—এতিয়া মনত নাই। প্ৰথম আধুনিক কবিতা লিখিছিলোঁ 'সাহস' নাম দি। যতিনাৰায়ণ শৰ্মা-সম্পাদিত আধুনিক অসমীয়া কবিতাৰ সংকলনত সেই কবিতাটো সন্নিবিষ্ট হৈছে। এতিয়ালৈকে প্ৰকাশিত কবিতাৰ সংখ্যা ২০০ৰ বেছি নহয়। মোৰ শেহতীয়াকৈ প্ৰকাশ পোৱা 'মোৰ আৰু পৃথিৱীৰ' নামৰ সংকলনত সৰহখিনি কবিতাই সংকলিত হৈছে। তাৰ আগতে 'হে' অৰণ্য হে' মহানগৰ', 'সম্ৰাট', 'ৱাৰণ', 'যতি আৰু কেইটামান স্কেচ্ছ' আদি কবিতা পুথি ওলাই গৈছে।

কেনেকৈ লিখিবলৈ ল'লোঁ—ক'ব নোৱাৰোঁ। ঘৰুৱা পৰিৱেশত কবিতাৰ চৰ্চা আছিল। মোৰ ককাইদেউ দেৱকান্ত বৰুৱা আৰু শেৱালি-কবি ৰত্নকান্ত বৰকাকতীৰ কাব্য-চৰ্চাই মোকো আকৰ্ষণ কৰিছিল।

কবিতাৰ বিভিন্ন উপাদানক মই বেলেগে বেলেগে নাচাওঁ। প্ৰেৰণা, কল্পনা আৰু ফৰ্ম আটাইকেওটা লগলাগিয়েই এটি সম্পূৰ্ণ কবিতা হয়। অৱশ্যে যেতিয়া নতুন চিত্ৰকল্প এটা আবিষ্কাৰ কৰোঁ, বা শব্দৰ নতুন ব্যঞ্জনা অনুভৱ কৰোঁ, তেতিয়া পুলকিত হওঁ।

জীৱন-সম্পৰ্কে দৃষ্টিভংগী কেনেকুৱা তাৰ এটা স্পষ্ট ধাৰণা দিয়াটো কঠিন। মুহূৰ্তে মুহূৰ্তে জীৱনৰ ধাৰণা সলনি হয়। মানুহৰ জীৱনৰ প্ৰতিটো ক্ষণেই একো একোটা অভিজ্ঞতা। সেইবাবে নতুন অভিজ্ঞতা, নতুন ধাৰণা গ্ৰহণ কৰিবলৈ মন চিৰপ্ৰস্তুত হৈ থাকিব লাগে বুলি ভাবোঁ।

কবিতা সকলোৰে বাবে হ'ব পাৰেনে নোৱাৰে—এটা তৰ্কৰ বিষয়। মই যেতিয়া লিখোঁ—নিশ্চয় তাৰ যোগেদি মোৰ মনত ধৰা দিয়া কোনো সৌন্দৰ্যক বা বোধক মানুহৰ আগত দাঙি ধৰিব খোজোঁ। আৰু মোৰ কবিতাৰ প্ৰথম উপভোক্তা হয়তো ময়েই হওঁ।

কবিতা লিখিবৰ বাবে মোৰ কোনো নিৰ্দিষ্ট সময় নাই। চৌবিছ ঘণ্টাই মোৰ কবিতা লিখাৰ সময়। মোৰ কোনো পূৰ্বপ্ৰস্তুতিও নাই। কবিতা লিখাৰ সময়ত মোৰ এনে লাগে যেন মোৰ অনুভূতিয়ে মোক জুমুৰি দি ধৰে।

যোৱা ত্ৰিছ বছৰে মই কবিতা লিখিছোঁ। কেতিয়াবা মানসিক অৱস্থাৰ পৰিৱৰ্তন-সাপেক্ষে উপন্যাস লিখিছোঁ।

মই লিখিব পাৰিম নে নোৱাৰোঁ—এনে দ্বিধা লৈ লিখা নাই। মই বাল্মীকিও নহওঁ। 'সম্ৰাট' কবিতাত মই এই কথা ব্যক্ত কৰিছোঁ।

সামাজিক দায়বদ্ধতা এটা নতুন কথা। এই বিষয়ে নতুন আলোচনাৰ সূত্ৰপাত হ'ব পাৰে। এজন কবি হিচাপে মই মানুহৰ হৃদয় সত্যৰ ওচৰত দায়বদ্ধ আৰু সেই সত্য মই মোৰ হৃদয়েৰেই অনুভৱ কৰিবলৈ যত্ন কৰোঁ। মানুহ হিচাপে মই সমাজৰ প্ৰতি দায়বদ্ধ হ'বই লাগিব। সি এটা বেলেগ দিশ।

অৰ্থ নৈতিক অৱস্থাই কবিৰ জীৱনৰ ওপৰত প্ৰভাৱ পেলাবই। কিন্তু কবিতাৰ ওপৰত পেলাব পাৰেনে নোৱাৰে—বিচাৰ কৰিবলগীয়া কথা। কাৰণ কবিয়ে যেতিয়া লিখিবলৈ লয়, নিজৰ ভিতৰৰ অনুপ্ৰেৰণাৰে লিখিবলৈ লয়; তেতিয়া তেওঁক অৰ্থ-সম্পদৰ চিন্তাই বিচলিত কৰিব নোৱাৰে।

মোৰ ওপৰত কোনো কোনো কবিৰ প্ৰভাৱ নপৰা নহয়। ভাল কবিতাৰ প্ৰভাৱ গ্ৰহণ কৰা উচিত বুলিয়েই ভাবোঁ। মোৰ অনুজসকলৰ ওপৰতো তেনেকৈ আন কবিৰ বা মোৰ কবিতাৰো প্ৰভাৱ পৰিব পাৰে। মোৰ ওপৰত কোনজন কবিৰ কিমান প্ৰভাৱ কেনে ধৰণে পৰিছে বিচাৰ কৰি চোৱা নাই। টি. এছ. এলিয়ট মোৰ প্ৰিয় কবি; কিন্তু মোৰ ওপৰত বোধকৰোঁ বেছি প্ৰভাৱ পৰিছে ৰবীন্দ্ৰনাথৰ; বিশেষকৈ ভাবাৰ। তদুপৰি মোৰ আন এগৰাকী প্ৰিয় কবি হ'ল খলিল জিব্ৰান।

সমালোচনা-সম্পৰ্কে মোৰ আন কোনো বক্তব্য নাই। কাৰণ সমালোচকে নিজৰ দায়িত্বতহে সমালোচনা কৰিব। কোনো সমালোচকে যদি মোৰ কবিতা মোৰদৰেই অনুভৱ কৰে সমালোচনা কৰে বা মোক অনুপ্ৰেৰণা দিব পাৰে, তাৰ বাবে আনন্দিত হোৱাটোৱেই স্বাভাৱিক। 'হে' অৰণ্য হে' মহানগৰ' নামৰ মোৰ প্ৰথম পুথিখন সমালোচনা কৰিছিল ড° নেওগে। এই সমালোচনাই মোক যথেষ্ট অনুপ্ৰেৰণা দিছিল।



একো একোটা কবিতা লিখিবলৈ মোক কেতিয়াবা বহুত দিন লাগে। 'ৰাৱণ' কবিতাটো লিখি উলিয়াওঁতে মোৰ ছবছৰ লাগিছিল; আনহাতে 'সম্ৰাট' লিখি উলিয়াইছিলোঁ তিনি মাহত। 'ৰত্নাকৰ' নামৰ কবিতাটো লিখি উলিয়াইছো ছমাহত। কেতিয়াবা বহুত দিন পেলাই থৈ লাহে লাহে লিখিছোঁ। কেতিয়াবা সৰু একোটা কবিতা একে দিনতে লিখিছোঁ। কেতিয়াবা কিছুমান কবিতা 'ফাইনেল' বুলি লিখি থোৱাৰ পিছতো সলনি কৰিছো। উপযুক্ত শব্দটো বিচাৰি নোপোৱালৈকে ক্ষান্তি নাই। য'তে ত'তে শব্দ বিচাৰোঁ; কি বিচাৰোঁ ব্যাখ্যা কৰিব নোৱাৰোঁ। মোৰ ওপৰত অসমীয়া বুৰঞ্জীৰ প্ৰভাৱ মই অনুভৱ কৰোঁ। কেতিয়াবা কবিতা লিখিবলৈ বহি অভিধান, ব্যাকৰণ, বুৰঞ্জী চাবলগীয়া হয়। মই বিচৰা শব্দটো বা বিষয়টো নোপোৱালৈকে সন্তুষ্ট হ'ব নোৱাৰোঁ। মোৰ অনেক কবিতাৰ নাম বন্ধুসকলে দিয়া। 'ইয়াত নদী আছিল'—এই নামটো হীৰেন ভট্টাচাৰ্যই দিয়া নাম।

কবিতা—কবিতাই হ'ব লাগে। কবিতাৰ মূল উদ্দেশ্য জীৱন-বিৰোধী—নেহোৱাটোৱেই হোৱা উচিত। কবিতাত জীৱন-দৰ্শন দৰ্শনৰ তত্ত্ব হৈ নিশ্চয় থাকিব নোৱাৰে। সকলো প্ৰকাৰৰ মানৱীয় ভাব প্ৰকাশ কবিতাৰ উদ্দেশ্য হ'ব পাৰে। কিন্তু এটা স্থিৰ সিদ্ধান্ত কবিতাৰ লক্ষ্য হ'ব নোৱাৰে। লেবেল মাৰিলেই কবিতা মৰিবলৈ বাধ্য। কবিতাৰ মাধ্যম ভাষা; ইয়াৰ সমান ট্ৰেছাৰাছ একো নাই।

সাহিত্যৰ অন্যান্য ধাৰাৰ ভিতৰত উপন্যাস মোৰ প্ৰিয়। মই উপন্যাস লিখিবলৈও যত্ন কৰি আহিছোঁ।

সাম্প্ৰতিক অসমীয়া কবিসকলৰ ভিতৰত মোৰ প্ৰিয় কবি হ'ল—নীলমণি ফুকন আৰু হীৰেন ভট্টাচাৰ্য। যি সকল কবি তেওঁলোকক মই কবি বুলি ভাবোঁ; অনুজ বুলি বেলেগ একো নাভাবোঁ। অগ্ৰজসকলকো মই সমানেই শ্ৰদ্ধা কৰোঁ। অগ্ৰজৰ বাবেই আমাৰ জন্ম সম্ভৱ হৈছে আৰু আমাৰ বাবেই উত্তৰাধিকাৰী অনুজসকলৰ জন্ম সম্ভৱ হৈছে বা হ'ব। স্বীকাৰ নকৰিলেও আমাৰ উত্তৰাধিকাৰী অনুজসকলক মনেৰে আপোন কৰি ল'ব পাৰিব লাগিব। অতীত বৰ্তমান আৰু ভৱিষ্যত জুৰি বৈ থকা আমাৰ কবিতাৰ ট্ৰেডিছনত আমি প্ৰতিটো পুৰুষ একো-একোটি ৱে'ভ মাত্ৰ।

কোনো এক প্ৰকাৰৰ ছন্দ নোহোৱাকৈ কবিতা হ'ব নোৱাৰে বুলি ভাবোঁ।

মই মোৰ কবিতাৰ স্তৰ নিজে বিভাজন কৰিব নোৱাৰোঁ। মই মোৰ প্ৰতিটো কবিতাকে নিজৰ সন্তানৰ সমান বুলি ভাবোঁ। কোনোটো কবিতাকে মই disown নকৰোঁ।

মোৰ মতে কবিতাৰ কোনো সংজ্ঞা থকা উচিত নহয়।

মোৰ ভাব হয়—১৯৭২ চনেই যেন মোৰ কবিতাৰ শেষ সময়। ক'ব নোৱাৰোঁ মোৰ এই ভাব সাময়িকনে কি। মানুহ হিচাপে মই মানুহৰ ওচৰত দায়বদ্ধ। কোনো ৰাজনৈতিক ভূগোলত মোৰ আস্থা নাই, সাম্প্ৰদায়িক চেতনাত মোৰ বিশ্বাস নাই, ঈশ্বৰৰ বিষয়ে মই একো নাজানো। জাতি-সম্প্ৰদায় আদিৰ পৰিচয়ৰ বৰ গ্লানিকৰ অভিজ্ঞতা হৈছে। মানুহৰ হৃদয়ৰ কবি হৈ থকাটোকেই মই পৰম সৌভাগ্য বুলি বিবেচনা কৰোঁ; অৱশ্যেই মোৰ কবিতাৰ শ্ৰেষ্ঠ মাধ্যম অসমীয়া ভাষা।

## হীৰেন ভট্টাচাৰ্য

১। ১৯৫৪ চনৰপৰা কবিতা লিখিছোঁ। প্ৰথম কবিতা 'নিমন্ত্ৰণ'। কেতিয়া ক'ত প্ৰকাশিত হৈছিল মনত নাই।

২। মোৰ কবিতাৰ সংখ্যা কিমান হিচাপ কৰা নাই। পুথি আকাৰত দুখন এতিয়ালৈকে ওলাইছে।

৩। ভভিজ্ঞতাই? ক'ব নোৱাৰোঁ কি অভিজ্ঞতা।

৪। মোক 'জীৱনে' আকৰ্ষণ কৰে। তাৰ বাহিৰে একো নাই।

৫। জীৱন সম্পৰ্কে ধাৰণা। Just not living.

৬। মই মানুহৰ বাবে—মানে পাঠকৰ বাবে লিখোঁ।

৭। মই কিয় লিখো? লিখিব পাৰোঁ কাৰণে!

৮। মই ৰ'দ ওলোৱাৰ পিছত লিখোঁ। লিখাৰ সময়ত মানসিক অৱস্থা কেনেকুৱা হয়—কেনেকৈ ক'ম? সেই সময়ততো মই লিখি থাকোঁ!



৯। লিখিবলৈ লৈ লিখিব নোৱৰা হোৱা নাই। আধা লিখা কবিতা মোৰ নাই।

১০। ভাবোঁ। দায়বদ্ধতা মোৰো আছে সমাজৰ ওচৰত। সমাজৰ এজন হিচাপে সমাজৰ প্ৰতি মই দায়বদ্ধ।

১১। অৰ্থনৈতিক অৱস্থাৰ প্ৰভাৱ মোৰ ওপৰত কিয় নপৰিব? দেশত মানুহে খাবলৈ পোৱা নাই—দেশৰ মানুহৰ আৰ্থিক দুৰ্দশাৰ বাবেই আৰু এদলে দুৰ্দশা সৃষ্টি কৰি আছে বাবেই।

১২। মোৰ ওপৰত দেশী-বিদেশী কবিৰ প্ৰভাৱ বৰ বেছিকৈ পৰা নাই। এজন কবি আছে; তেওঁৰ প্ৰভাৱ পৰিছে: সুভাষ মুখোপাধ্যায়।

১৩। ভাল কবিতা, মানে মোৰ মনত ভাল বুলি ভাব হোৱা কবিতা যেয়ে লিখে—তেৱেঁই মোৰ প্ৰিয়।

১৪। মোৰ কবিতাৰ সমালোচনা বোধ কৰোঁ কৰিছে। মই কিন্তু নপঢ়ো। সংবাদ-পত্ৰও নপঢ়ো। মই ক্ৰিকেট-ৰিলেৰ বাহিৰে একো নুশুনো। মোৰ কবিতাৰ যথাৰ্থ সমালোচনা কৰিছেনে নাই—তাৰ প্ৰতি মই বৰ চিন্তা নকৰোঁ। কাৰণ—মোৰ বিশ্বাস আছে যে মই ভাল কবিতাই লিখোঁ। কাৰণ, মই যিটো নাভাবোঁ তাকতো নিলিখোঁ। গতিকে মই ভাল কবি। লোকৰ কথালৈ মই কৰ্ণপাত নকৰোঁ। মই কবি, তাৰ বাহিৰে আন একো নহয়।

১৫। সমালোচনাৰ কথা কলোঁৱেই। গতিকে ভালেই লিখক বা বেয়াই লিখক—মোক পীড়া দিব নোৱাৰে।

১৬। মোৰ এই ৪২ বছৰ বয়সলৈকে মই এটা কবিতাই লিখি আহিছোঁ। শিৰোনামা বেলেগ হ'ব পাৰে। মই ভাবোঁ, প্ৰত্যেক কবিৰ কবিতা এটাইছে। মোক লিখিবলৈ বেছি সময় নালাগে। একে বহাতে লিখোঁ। শব্দৰ পিছত শব্দ। নামটো পিছত ভাবোঁ আৰু দিওঁ।

১৭। কবিতা বুজি পোৱা হ'ব লাগে; সংবেদন জগাবপৰা হ'ব লাগে। উদ্দেশ্য জীৱনক প্ৰকাশ কৰা। দৃষ্টিভংগী নিশ্চয় ইতিবাচক। ৰং-বৰণ প্ৰত্যেকৰে বেলেগ হ'ব পাৰে। এখন ফুলনিত জানো একে বিধৰ ফুল থাকিলে ভাল দেখাব?

১৮। সাহিত্যৰ অন্য ধাৰাৰ ভিতৰত প্ৰবন্ধ-সাহিত্য মোৰ প্ৰিয়।

১৯। কোনজন প্ৰিয়—উত্তৰ দিব নোৱাৰিম।

২০। অগ্ৰজসকলৰ কবিতা পাঠ্যপুথিত পঢ়িছিলোঁ। ভাল লাগিছিল। ডিম্বেশ্বৰ নেওগৰ কেইটামান কবিতা ভাল লাগিছিল।

২১। উচ্চকণ্ঠী।

২২। ছন্দ—ই জীৱনৰ ছন্দ। ইয়াক লাগিবই। তাৰ স্পন্দিত ৰূপ থাকিবই।

২৩। মোৰ কবিতাৰ স্তৰ-সম্পৰ্কে মই ভবা নাই। সেইটো আনৰ কাম।

২৪। মোৰ সদায় শেহতীয়া কবিতাটোকে মই ভাল পাওঁ। আজি লিখা কবিতাটো এই—

মোৰ ভোকৰ ভোগালি
মলমলীয়া গোন্ধত উৰি যাব নেকি পাখিত
তেজে ফুটো ফুটো যেনিবা কমাৰ শাল
ভাই সময় বুজি এদিন আহিবা
ফু' মাৰি চোতালত লগে-ভাগে খাম
দুখৰ ধানৰ এসাজ ভাত।

২৫। ভাল কবিতা পঢ়ি উঠি ভাল লাগে।

২৬। কবিতাৰ কোনো সংজ্ঞা নথকাই ভাল।

## নিৰ্মলপ্ৰভা বৰদলৈ

প্ৰথম পদ্যটো যেতিয়া লিখিছিলোঁ তেতিয়া মই আছিলোঁ ক্লাছ ফ'ৰত। কবিতা হৈছিলনে নাই নেজানো, লিখিবলৈ লৈছিলোঁ তেতিয়াৰপৰাই। যতদূৰ সম্ভৱ মোৰ কবিতা প্ৰথম প্ৰকাশিত হয় ছাত্ৰ কংগ্ৰেছৰ দ্বাৰা সম্পাদিত আলোচনী এখনত। তেতিয়া মই ক্লাছ নাইনত। ১৯৪৬-৪৭ ছন নেকি। প্ৰথম প্ৰকাশিত কবিতাটো অৱশ্যে প্ৰথম লিখা কবিতা নহয়।



বৰষুণৰ পাছৰ বদ দিয়া জিলমিলিয়া এটা আবেলি। পঢ়া-কমত মোৰ ভনটিৰে সৈতে মই খেলি আছিলোঁ। পঢ়া-কমৰ গাতে গা লগাই ৰমক্জমককৈ ফুলি আছিল এজোপা হাচনাহানা। মনত এক অজান আনন্দ, এক অচিনাকি অনুভূতিয়ে কিজানি দোলা দিছিল। সেই অনুভূতিত অধীৰ হৈ ছন্দমিলা কেইটামান শাৰী অজানিতে মই লিখি পেলাইছিলোঁ। সেইদিনা কি লিখিছিলোঁ তাৰ এটা শব্দও মোৰ মনত নাই—মনত আছে কেৱল কবিতাটো চাই কোৱা দেউতাৰ আশীষ মিহলি কেই আষাৰমান কথা।

প্ৰকাশিত কবিতাৰ সংখ্যা তিনিশ নহলেও আঢ়ৈশৰ কম নহ'ব নিশ্চয়। 'বনফৰিঙৰ ৰং' নামৰ সংকলন এটা প্ৰকাশ হৈছিল ১৯৬৭ চনত। অলপতে কবিতাৰ আৰু দুটা সংকলন প্ৰকাশ পোৱাৰ কথা।

এক নম্বৰ প্ৰশ্নৰ উত্তৰতে এই প্ৰশ্নটোৰো উত্তৰ আছে। পাছলৈ কোনোবা কবিৰ কবিতা, জীৱনৰ বিশেষ বিশেষ অভিজ্ঞতাই সময়ে সময়ে নিশ্চয় মনত প্ৰভাৱ পেলাইছে। সৰুৰেপৰাই নৈসৰ্গিক দৃশ্যই, ঋতু সলনিৰ ছবিয়ে মোৰ মনত কবিতা লিখাৰ প্ৰথম অনুপ্ৰেৰণা যোগাইছিল। সৰুতে ফ'ৰ্, ফাইভ, ছিক্স্ মানত পঢ়ি থাকোঁতে দ্বিতীয় মহাযুদ্ধৰ হুলস্থুল, আৰু স্বাধীনতা সংগ্ৰামৰ মহামন্ত্ৰই অস্পষ্টভাৱে মনত প্ৰতিক্ৰিয়া কৰিছিল। কবি পদ্মধৰ চলিহা, কীৰ্তিনাথ বৰদলৈ, জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত, বিনন্দচন্দ্ৰ বৰুৱা আৰু দুৰ্বাৰ কবিতাই সৰুতেই মনত অজস্ৰ লহৰ তুলিছিল।

ভাৱবস্তু আৰু বিষয়বস্তু দুয়োটাই কাব্যসৃষ্টিত গুৰুত্বপূৰ্ণ কথা। সেইবুলি ফৰ্মক গুৰুত্বহীন বুলি মই কোৱা নাই। কিন্তু কাব্যসৃষ্টিৰ বাবে বিশেষ প্ৰয়োজন গভীৰ উপলব্ধিৰহে।

জীৱন-সম্পৰ্কে মোৰ দৃষ্টিভঙ্গী নেতিবাচক নহয়। জীৱনত সংগ্ৰাম অৱশ্যম্ভাৱী। সুস্থ জীৱনবোধেৰে সেই সংগ্ৰামক প্ৰত্যাহ্বান জনাব লাগে। তাৰ বাবে লাগে স্পষ্ট, উচ্চ লক্ষ্য, একাগ্ৰতা, আন্তৰিকতা আৰু ধৈৰ্য। ভাল কামৰ ফল অথলে কেতিয়াও নেযায়। আত্মাত নিহিত থকা সুপ্ত শক্তিত মই বিশ্বাস কৰোঁ। একোটা সৎ উদ্দেশ্য লৈ জীয়াই থাকিলে জীৱন অৰ্থপূৰ্ণ হয়। জীৱনক গতি আৰু প্ৰেৰণা দিয়ে মানৰ হৃদয়ৰ পাৰস্পৰিক পৱিত্ৰ প্ৰেম আৰু কৰুণাই। 'য'তেই প্ৰেম ততেই ভগৱান।' আনহাতে ঈৰ্ষা, ভণ্ডামি, হিংসা আৰু স্বাৰ্থপৰতাই জীৱন দুৰ্বহ কৰে।

লিখোঁ—নিজৰ বাবে, পঢ়ুৱৈৰ বাবে, শ্ৰোতাৰ বাবে। বিশেষ পঢ়ুৱৈৰ বাবে বুলি নিলিখোঁ—প্ৰকাশৰ পাছতহে বিশেষ পঢ়ুৱৈ বা বিশেষ শ্ৰোতা লাভৰ সৌভাগ্য হয়। কবিতা অৱশ্যে সকলো শ্ৰেণীৰ সামৰা পাঠকৰ বাবে নহয়; কাৰণ সেয়া সম্ভৱ নহয়। কবিতা আটায়ে নুবুজেও।

প্ৰথম কবিতা লিখিছিলোঁ ছন্দ মিলাৰ আনন্দত। আনন্দ! (সাহিত্যৰ শেষ মূল্যও যে আনন্দ!) কিযে সেই আনন্দ মোৰ ল'ৰালিৰ!

তাৰ পাছত কবিতা লিখিবলৈ আৰম্ভ কৰিছোঁ বিচিত্ৰ অনুভৱৰ তীব্ৰতাত, সুখৰ কাতৰতাত, সচেতনতাৰ যন্ত্ৰণাত, বুজা-নুবুজাৰ অস্পষ্ট ৰহস্যময়তাত। সুতীক্ষ্ণ অনুভৱে যেতিয়াই মোক অসহায় অনুভৱ কৰায় তেতিয়াই একোখিলা উকা কাকতৰ বুকুত মই আশ্ৰয় লওঁ। কবিতা মোৰ সত্তাৰ সঙ্গী; মোৰ দ্বিতীয় পৃথিৱী, মোৰ আশ্ৰয়। সেয়েই কবিতা লিখোঁ।

কোনো নিৰ্দ্দিষ্ট সময় নাই। নিজম ৰাতি বা খুউব পুৱাতে লিখিবলৈ সময় পালে অৱশ্যে মই ভাল পাওঁ। মানসিক অৱস্থা কেনে হয় ঠিক বুজাব নোৱাৰিম। কিছু উৎকণ্ঠিত যে হওঁ সেয়া ঠিক।

নিশ্চয় হওঁ। তেতিয়া মন হয় অত্যন্ত অস্থিৰ। অন্য ক'তো মন বহুৱাব নোৱোৱোঁ।

সামাজিক দায়িত্ব লিখকসকলৰ বাবে অতি গুৰুত্বপূৰ্ণ।

ঘৰুৱা স্বচ্ছল অৱস্থাই সৰুতে জীৱনৰ সুন্দৰ, শুভ, উজ্জ্বল দিশত দৃষ্টিপাত কৰাইছিল। দুখ কাক কয় নেজানিছিলোঁ। ডাঙৰ হৈ যেতিয়া চাৰিও দিশৰ জীৱন চাবলৈ শিকিলোঁ দেশৰ অৰ্থনৈতিক বিষমতাই কলিজা থকা-সৰকা কৰিলে। দুখত, খঙত কেতিয়াবা কান্দিছোঁ, কেতিয়াবা গোট মাৰি শিল হোৱা চকুলোৰে অস্ত্ৰ সাজিব খুজিছোঁ।

মোৰ ওপৰত জ্ঞাতভাৱে কাৰো প্ৰভাৱ পৰা নাই। মোৰ অজ্ঞাতে যদি কাৰোবাৰ প্ৰভাৱ পৰিছে সেয়াতো অজ্ঞাতেই।

প্ৰিয়জনৰ কথা গুপুতে ৰখাই ভাল। সকলো কিয়ৰ যে উত্তৰ নাই!

নাভাবোঁ। কাৰণ যি দুই এক সমালোচকে অনুগ্ৰহ কৰি মোৰ কবিতাৰ বিষয়ে লিখিছে তেখেতসকলে সম্পূৰ্ণকৈ মোৰ কবিতা অধ্যয়ন কৰা নাই। (মোৰ এতিয়াৰ কবিতাবোৰৰ ব্যক্তিগত সংকলন এতিয়াও



ওলোৱা নাই। ইও এক কাৰণ।) ইয়াৰ ভিতৰত কবি ভবেন বৰুৱা, নৱকান্ত বৰুৱা আৰু ইমদাদ্ উল্লাহ অৱশ্যে ব্যতিক্ৰম।

এখেতসকলে মোৰ এতিয়াৰ কবিতাৰ মূল spiritক যথাৰ্থ ওলগ জনাইছে।

মই বৰ sensitive, হয়তো সমালোচকৰ বিৰূপ সমালোচনাই ক্ষুব্ধ কৰিব পাৰে।

অতি কম সময়ত একোটি কবিতা লিখোঁ। প্ৰায়ে একে বহাতেই। কেতিয়াবাহে এটা শাৰী লিখি অস্থিৰ যৈ ঘূৰি ফুৰোঁ। পৰিৱৰ্তন সাধন কৰাৰ অভ্যাস থকা হ'লে মোৰ আৰু কিছু উন্নতি হ'লহেঁতেন। আজি-কালি নামকৰণ নকৰোঁৱেই। কৰিলেও কেতিয়াবা বহুত পাছত। নাম দিবলৈ বৰ টান। দিলে লিখাখিনিৰ ওপৰত ভিত্তি কৰিয়েই দিয়া হয়।

কবিতা হ'ব লাগে হৃদয় আৰু বুদ্ধিক একেলগে আলোড়িত কৰিব পৰা। কবিতা হ'ব লাগে এক অন্তৰঙ্গ অধ্যয়ন। কৌশল-সৰ্বস্ব আৰু দুৰ্বোধ্য হ'ব নেলাগে। স্পৰ্শ কৰিব পৰা, সংযোগ কৰিব পৰা ক্ষমতাই কবিতাৰ মূল উদ্দেশ্য হোৱা উচিত।

সাহিত্যৰ অন্যান্য ধাৰাৰ ভিতৰত বিশেষভাৱে গল্প, নাটক আৰু উপন্যাস মই কিজানি সমানে ভাল পাওঁ।

মোৰ প্ৰিয় কবি কোন ক'বলৈ টান। কাৰণ, কবিতাহে প্ৰিয় হয়। কবিজন হয় জানো? একেজন কবিয়ে সদায় ভাল কবিতা নিলিখে।

অগ্ৰজ অসমীয়া কবিসকলৰ সম্পৰ্কে মোৰ ধাৰণা উচ্চ। অগ্ৰজসকলৰ কেবাজনেও প্ৰকৃত কবিতা লিখিছে।

অনুজ অসমীয়া কবিসকলৰ সম্পৰ্কে বিশেষ ধাৰণা এতিয়াও হোৱা নাই। সমসাময়িক অথচ বয়সত অনুজ এনে কবি যি এজন দুজন আছে সেই এজন দুজনৰ অৱদান গুৰুত্বপূৰ্ণ।

কবিতাৰ ছন্দ সম্পৰ্কে মোৰ ধাৰণা হ'ল—কবিতা কথা নহয়। ছান্দিক হিল্লোল থাকিলেহে কবিতা।

মোৰ কবিতাৰ স্তৰ বিভাজনৰ কথা আনলৈকে থাওক।

নিজৰ মতে মোৰ একো এটাই ভাল হোৱা নাই। আগদিনা লিখি পাছদিনা মোৰ খং উঠে।

এটা ভাল কবিতা পঢ়ি উঠি সদায় মনত ভাৱ হয়—"ময়ো যদি এনেকৈ লিখিব পাৰিলোঁহেঁতেন!"

মোৰ মতে কবিতাৰ সংজ্ঞা ?

"Definitons are nonsense."

**পৰেশমল্ল বৰুৱা**

১। মনতপৰা মতে ১৯৪৭ চনৰপৰাই কবিতা লিখিছোঁ। মই তেতিয়া টিহু হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। বয়স ১১ বছৰ। খুব সম্ভৱ মোৰ প্ৰথম কবিতাটিৰ নাম আছিল 'কোনে সৰজিলে'; স্কুলৰ হাতে লিখা আলোচনী 'সৌৰভ'ত প্ৰকাশিত হৈছিল। প্ৰথম ছপা হোৱা কবিতাটি আছিল 'অংগীকাৰ' বি. বৰুৱা কলেজ আলোচনীত প্ৰকাশ পাইছিল ১৯৫৪ চনত। আমাৰ পৰিয়ালটি তেতিয়া আৰ্থিকভাৱে বৰ জুৰুলা। মনত পৰা মতে কবিতাটিৰ মাজেদি দুখ, বেদনা, অভাৱ, অনাটনৰ অৱস্থাসমূহনো কোনে কিয় সৃষ্টি তাৰেই সন্ধানত হাবাথুৰি খাইছিলোঁ।

২। মোৰ বৰ্তমানলৈকে প্ৰকাশিত ১০৮টা মৌলিক কবিতা গ্ৰন্থাকাৰে প্ৰকাশ হৈছে আৰু অনূদিত কবিতা ১১০; আলোচনীত প্ৰকাশিত মৌলিক কবিতা ৬০-৭০টা মান আৰু অনূদিত কবিতা ৩০-৪০টা মান হ'ব। মোৰ প্ৰকাশিত কবিতা গ্ৰন্থৰ সংখ্যা ছখন। তাৰ চাৰিখন অসমীয়া, এখন বাংলা আৰু আনখন ইংৰাজী। সেইবোৰ—সান্ধ্য আৰতি (১৯৫৮), আৰণ্যক ( ১৯৬৮ ), সোণালী সংগম ( ১৯৭০ ), কুৰি শতিকাৰ ছোভিয়েট কবিতা ( অনুবাদ—১৯৬৯ ), পথেৰ আলোছায়া ( বাংলা—১৯৭১ ) আৰু Pain within Heart ( ইংৰাজী—১৯৭৩ )।

৩। যেতিয়া মই প্ৰথম কবিতাটি লিখিছিলোঁ তেতিয়া পাঠ্যপুথিত থকা পদ্য কেইটাৰ বাহিৰে কোনো কবিতা পঢ়িছিলোঁ নে নাই সন্দেহ। কিন্তু মই ধাৰণা কৰোঁ, মোৰ কবিতা লেখাৰ প্ৰবৃত্তি মোৰ শিল্পস্পৃহাৰ



এটি ৰূপান্তৰ হে মাথোন। ল'ৰা কালত মই ছবি আঁকিছিলোঁ। এদিন যে মই ছবি আঁকিছিলো, সেই কথা আজি নিজৰেই অবিশ্বাস্য হৈ পৰিছে। কলেজলৈ অহাৰ লগে লগে মোৰ বাস্তৱ জীৱনৰ এক প্ৰণয়সংক্ৰান্ত ঘটনাই মোক দাৰুণ এক সঙ্কটৰ মাজলৈ লৈ যায়। কবিতাৰ মাজেৰে সেই সময়ৰ গভীৰ মনোবেদনাসমূহ প্ৰকাশ কৰি মানসিক মুক্তি বিচাৰোঁ। সেই বাবে মোৰ প্ৰথম কবিতাসমূহ আছিল প্ৰেমৰ কবিতা। মোৰ বাস্তৱৰ প্ৰেম শেষ হ'ল যদিও ব'বলৈ আৰম্ভ কৰিলে জীৱনযাত্ৰাৰ গভীৰ প্ৰেমৰ সোঁত। লাহে লাহে মোৰ কবিতাৰ সুৰবো ঘটিল অভাৱনীয় পৰিৱৰ্তন। গতিকে মই বিশ্বাস কৰোঁ, মোৰ কবিতাৰ গতিয়ে জীৱনৰ গতিৰ লগত সমান্তৰালভাৱে গতি কৰিছে।

৪। ফৰ্মৰ প্ৰতি মোৰ বিশেষ আকৰ্ষণ নাই; তাৰ প্ৰতি মই যত্নপৰো নহওঁ। ভাৱবস্তু আৰু বিষয়বস্তু উভয়কেই সামৰি লৈ কবিতা ৰচনাকাৰ্যত প্ৰবৃত্ত হওঁ। মই ভাবোঁ ভাৱবস্তুৱেই মূল উপাদান।

৫। পাৰ্থিৱ সুখ-দুখ, হাঁহি-কান্দোনৰপৰা অবিচ্ছিন্ন জীৱন—সামাজিক, দেশীয় আৰু আন্তৰ্দেশীয় মহাজীৱনৰ সতে ওতঃপ্ৰোতভাৱে জড়িত। ব্যক্তিসত্তাক পাৰ্থিৱ জড়া-ৰোগ-মৃত্যুৱে সময়মতে স্বাভাৱিকতে গ্ৰাস কৰে সঁচা, কিন্তু ক্ৰূৰতাই অত্যাচাৰ, বঞ্চনা আৰু ছলনাৰে জড়া-ৰোগ মৃত্যুৰ মুখলৈ ঠেলিদি অথবা প্ৰজ্ঞা আৰু সোন্দৰ্যৰ পোহৰৰপৰা বিচ্যুত কৰি মহাজীৱনৰ অবিচ্ছেদ্য অংগ জীৱনৰ নৈতিক স্বাধীনতাত হস্তক্ষেপ কৰাৰ বিপক্ষে যি সংগ্ৰাম সিয়েই জীৱন সংগ্ৰাম। সেই সংগ্ৰাম জীৱন আৰু মহাজীৱন উভয় ক্ষেত্ৰতেই প্ৰয়োজনীয়।

৬। নিজৰ বাবে লিখো সঁচা। কিন্তু মই নিজকে সমস্ত পাঠকৰ মাধ্যম হিচাপে গ্ৰহণ কৰোঁ, যেহেতু মইও সকলোৰেই মাজৰ এজন আৰু যেহেতু আনক বাদ দি মোৰ অস্তিত্ব অৰ্থহীন।

৭। শব্দৰ মাধ্যমেৰে ভাৱৰ মুক্তিৰ কাৰণে লিখোঁ।

৮। সাধাৰণতে ৰাতি লিখোঁ। কাৰণ, লিখাৰ সময়ত লিখাৰ তীব্ৰ-স্ৰোতৰ বাহিৰে অন্য স্ৰোতে বাধা দিলে লিখাৰ স্বতঃস্ফূৰ্ত তীব্ৰতা ৰক্ষা কৰা সহজ নহয়। দিনত সামাজিক আৰু জীৱিকাৰ ব্যস্ত পৰিৱেশত লিখাৰ অনুভূতি কেতিয়াবা আহিলেও সি ক্ষুণ্ণ হৈ যায়। লিখাৰ সময়ত ধাৰণা

হয়, মোৰ অনুভূতি আৰু বোধশক্তি উভয়েই প্ৰখৰ হৈ উঠে। কাৰণ, তেতিয়া মোৰ মানসিক সত্তা সামগ্ৰিকভাৱে লিখাৰ ওপৰতেই প্ৰবৃত্ত হয়।

৯। লিখিবলৈ লৈ বহুদিনেই লিখিব নোৱৰা হৈছোঁ। বহুবাৰ আধা লিখি লিখিবলৈ বাদ দিছোঁ। তাৰ প্ৰধান কাৰণ মোৰ কাৰণে দুটা—(১) বাহ্যিক অসুবিধাৰ দ্বাৰা বাধা প্ৰাপ্তি আৰু (২) এটা ভাৱোচ্ছ্বাসত আন এটা ভাৱোচ্ছ্বাসে হঠাৎ আশ্ৰয় ল'লে কোনোটি ভাবোচ্ছ্বাসেই শব্দৰ মাধ্যমেৰে মুক্তি পাব নোৱৰা হৈ পৰে। তেতিয়া স্বাভাৱিকতেই এক পৰাজয়ৰ অশান্তিয়ে মনক কষ্ট দিয়ে। কেতিয়াবা আকৌ মূল ভাৱোচ্ছ্বাসক ঘূৰাই আনিবলৈ বহু সময় চেষ্টা কৰি অপাৰগ হৈ শাৰীৰিক দুৰ্বলতাও উপলব্ধি কৰাৰ অভিজ্ঞতা মোৰ নোহোৱা নহয়।

১০। সমাজৰ প্ৰতিজন মানুহৰদৰেই লেখকসকলো সামাজিকভাৱে দায়বদ্ধ। লেখক মাত্ৰেই ৰাস্তাৰ মানুহ—সহস্ৰজনৰ এজন। সেই বাবে সমাজত বিভিন্নজনে বিভিন্ন দায়িত্ব বহন কৰাৰদৰে লেখকসকলেও নিজৰ সেই দায়িত্ব পালন কৰা উচিত।

১১। মোৰ লিখাত অৰ্থনৈতিক অৱস্থাৰ প্ৰভাৱ প্ৰত্যক্ষ বুলিয়েই ক'ব পাৰি। এই প্ৰভাৱ মোৰ কবিতাত ব্যক্তিগত আৰু সামাজিক দুই ধৰণেই আহিছে। আজিৰ অৰ্থনৈতিক বৈষম্যই সামাজিক বৈষম্যৰ সৃষ্টি কৰিছে। ফলত এই দুৰ্বল শ্ৰেণীটোৱে সমাজত তিষ্ঠি থাকিবলৈ কিছুদিন চেষ্টা কৰি শেষত নোৱাৰি নিজকে বিকিবলৈ বাধ্য হৈছে, নিঃশেষ হৈ নোযোৱা দিনলৈকে এখন অৰ্থশাসিত সমাজত সংগ্ৰাম কৰিছে। লেখক হিচাপে মইও সেই সংগ্ৰামৰ ভাগী।

১২। মোৰ কবিতাৰ ওপৰত কোন কবিৰ প্ৰভাৱ পৰিছে মই সেই বিষয়ত বৰ স্পষ্ট নহয়। কাৰণ, কম-বেছি পৰিমাণে পৃথিৱীৰ বহু শ্ৰেষ্ঠ কবিৰেই কবিতাৰ ইংৰাজী অনুবাদ মই পঢ়িছোঁ। তথাপিও, পাব্লো নেৰুদা, মায়াক'ভস্কি, সুভাষ মুখোপাধ্যায়, এই তিনিগৰাকী কবিৰ কবিতাৰ প্ৰতি মই গভীৰভাৱে আকৃষ্ট। এইসকল কবিৰ প্ৰভাৱ মোৰ কবিতাত নথকাটোহে অস্বাভাৱিক হ'ব।

১৩। মোৰ প্ৰিয় কবি পাব্লো নেৰুদা, মায়াক'ভস্কি আৰু সুভাষ মুখোপাধ্যায়।



১৪। সমালোচকে মোৰ কবিতাৰ যথাৰ্থ সমালোচনা কৰিছে বুলি মই নাভাবোঁ। ইয়াৰ কাৰণো মোৰ মনত স্পষ্ট নহয়। কাৰণ নিজৰ ৰচনাৰ ওপৰত নিজৰ মত দাঙি ধৰা সহজ নহয়। তথাপিও মই বিচাৰোঁ মোৰ কবিতা যুক্তিসংগত ৰীতিৰে যিমান চোকাভাৱে সমালোচনা কৰে মোৰ বাবে সিমানেই মংগল। কিন্তু এক শ্ৰেণীৰ সমালোচকে মোৰ গ্ৰন্থ কেইখন আৰু মোৰ কবিতাৰ কথা পাহৰি থাকিবলৈ যত্ন কৰে। আনকি মোৰ নামটো পৰ্যন্ত উল্লেখ নকৰে। অথচ আন অসমীয়া আধুনিক কবিৰ ছ'খন কাব্য গ্ৰন্থ কাৰো ওলোৱা নাই। তদুপৰি মোৰদ্বাৰা অনূদিত 'কুৰি শতিকাৰ ছোভিয়েট কবিতা'ই ১৯৭১ চনত "ছোভিয়েট দেশ নেহৰু বঁটা" লাভ কৰিছিল। আৰু মোৰ ভালেকেইটি কবিতা বাংলা, উড়ীয়া, উৰ্দু, পাঞ্জাৱী, মালয়ালম, ইংৰাজী আৰু ৰুছ ভাষালৈ অনূদিত হৈছে। বাংলা 'অমৃত', উড়ীয়া 'বেলা' আদি কাকতে মোৰ কাব্য-চিন্তাক প্ৰশংসা কৰিছে আৰু Skylarkৰদৰে সৰ্বভাৰতীয় কবিতা-পত্ৰিকাত মোৰ কবিতা ওলাইছে, কবিতাৰ বিষয়ে মোৰ ব্যক্তিগত লেখা লৈছে আৰু মোৰ কবিতা সম্পৰ্কে সম্পাদকীয় প্ৰবন্ধ লিখিছে। কিন্তু মাতৃভাষাৰ সমালোচকসকলে মোক আৰু মোৰ কবিতাক প্ৰায় উপেক্ষা কৰি আছে।

১৫। এসময়ত চোকা সমালোচনাই আমাক সঁচাকৈয়ে ক্ষুব্ধ কৰিছিল। কিন্তু আজি-কালি সেই বিষয়ে চিন্তা নকৰোঁ। কাৰণ, অসমত প্ৰকৃতপক্ষে যোগ্য কাব্য-সমালোচক নাই। এজ্ৰা পাউণ্ডৰ কথা এষাৰ মোৰ মনলৈ আহে: "Pay no attention to the criticism of men, who have never themselves written a notable work."

১৬। চুটি কবিতাবোৰ একে বহাতেই লিখোঁ। দীঘল কবিতাৰ ক্ষেত্ৰত কেবাদিনো লাগে। মোৰ বৰ্তমানলৈ লিখা দীৰ্ঘতম কবিতা বাংলা 'পথেৰ আলোছায়া' ৭৮৩টি শাৰীত শেষ হৈছে। তাক মই সাত দিন মানত শেষ কৰিছিলোঁ। নামকৰণ প্ৰায় লগে লগেই কৰোঁ যদিও, আৱশ্যক বুজি সেই নাম পৰিৱৰ্তন নকৰা নহয়। সাধাৰণতে ভাব আৰু প্ৰতীকৰ ওপৰতেই নামকৰণ কৰোঁ। কবিতাৰ সামান্য শব্দৰ পৰিৱৰ্তন কৰি শুধৰণি কৰোঁ যদিও প্লাষ্টিক চাৰ্জাৰী কৰি কবিতাৰ সম্পূৰ্ণ ৰূপান্তৰ কৰাটো মই সহ্য কৰিব নোৱাৰোঁ।

১৭। কবিতাৰ মুল উদ্দেশ্য মানৱীয়বোধৰ পূৰ্ণ প্ৰকাশ, সত্যৰ চমৎকাৰিত্বৰ উন্মোচন।

১৮। নাট্যধাৰা মোৰ প্ৰিয়।

১৯। নৱকান্ত বৰুৱা।

২০। মোৰ অগ্ৰজ কবিসকলৰ ভিতৰত নৱকান্তৰদৰে কেশৱ মহন্তৰ নামো উল্লেখ কৰিব পাৰি। নৱকান্ত বৰুৱাৰ কবিতাত বিদেশী ফৰ্ম বা ৰচনাৰীতিৰ প্ৰভাৱ থাকিলেও তেওঁৰ কবিতা অভিজ্ঞ জগতখনৰ উপলব্ধিৰে পৰিপূৰ্ণ।

২১। মোৰ অনুজ কবিসকলৰ মাজত বাস্তৱজগত আৰু ব্যক্তিগত অভিজ্ঞতাৰ প্ৰতি আগ্ৰহ বাঢ়ি অহা দেখা গৈছে। সৰল প্ৰকাশ ভংগী এটাই ঠন ধৰি উঠিছে। সামাজিক বৈষম্যৰ প্ৰতি মাত মাতিবলৈ লৈছে।

২২। ছন্দ কাব্যত অপৰিহাৰ্য। কিন্তু ছন্দৰ ধ্বনিগত দিশটো যদিও শাৰীৰিক, বাকী দিশবোৰ অন্তৰ্নিহিত।

২৩। মোৰ কবিতাৰ স্তৰ বিভাজন মই কৰিব পৰা নাই। মই ভাবোঁ, মোৰ প্ৰতিটো কবিতাৰ মাজেদিয়েই জীৱনৰ বিষয়ে নতুন কিবা এটা কব'লৈ বিচাৰিছোঁ।

২৪। মোৰ আটাইতকৈ ভাল কবিতাটি এতিয়াও লিখা হোৱা নাই। কিন্তু, 'বেলা আঁদ্ৰিয়ানোভা' কবিতাটো পঢ়ি মোৰ নিজৰেই ভাল লাগে।

২৫। সামগ্ৰিকভাৱে যি অনুভূতিয়ে সমগ্ৰ কবিতাটি ঢৌৱাই যায় সেই ভাবেৰে মন পৰিপূৰ্ণ হৈ উঠে আৰু সেই ভাৱৰ ইতিমধ্যে পঢ়া বিভিন্ন কবিতাই মনৰ মাজত ভুমুকি মাৰে। লগে লগে সেই ধৰণৰ প্ৰতীক আৰু কল্পচিত্ৰই মনত আনন্দ বা বেদনাৰ স্ৰোত বোৱায়। কেতিয়াবা কবিতা লিখিবলৈও ই অনুপ্ৰেৰণা স্বৰূপ হয়।

২৬। কবিতা হ'ল—মানৱীয়তাৰ অনন্ত বৈচিত্ৰ্যৰ এক বিৰাট চিত্ৰৰ ভাৱমূৰ্তিৰ লাৱণ্যময় তীব্ৰানুভূতিৰ মুক্তিৰ বাবে জন্ম; সীমিত কলেৱৰৰ অন্য এক শব্দময় প্ৰশান্তি।

## লক্ষহীৰা দাস

মই চতুৰ্থমান শ্ৰেণীৰপৰাই কবিতা লিখিবলৈ আৰম্ভ কৰোঁ। তেতিয়া আমি তেজপুৰত আছিলোঁ। সেই চহৰৰ গৌৰৱময় ঐতিহ্য, সাংস্কৃতিক পৰিৱেশ, ৰমনীয় প্ৰাকৃতিক শোভা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আৰু তেওঁৰ পৰিয়ালৰ নিকট সান্নিধ্য, অসমীয়া ৰোমাণ্টিক কবিসকলৰ কাব্য-অধ্যয়ন ইত্যাদি বিচিত্ৰ ঘটনাই মোৰ শিশুমনত কাব্যসৃষ্টিৰ কাৰণে এক দুৰ্বাৰ প্ৰেৰণা জগাই তুলিছিল।

মোৰ প্ৰথম কবিতাটি স্কুলৰ হাতে লিখা আলোচনীত প্ৰকাশিত হৈছিল। এতিয়া আৰু আলোচনী, কবিতা, এটাৰো নাম মনত নপৰে।

মোৰ প্ৰকাশিত কবিতাতকৈ অপ্ৰকাশিত কবিতাৰ সংখ্যাই সৰহ। আলোচনী, বাতৰিকাকত আৰু পুথি আকাৰৰ হোৱা কবিতাৰ সংখ্যা ৬০/৭০ৰ বেচি নহয়। কবিতাৰ প্ৰকাশিত পুথি এখন মাত্ৰ। নাম "প্ৰাণগঙ্গা" (১৯৫৭ চনত প্ৰকাশিত) অৱশ্যে এখন পুথি বৰ্তমান ছপাশালত।

কোনো উল্লেখনীয় ঘটনা বা অভিজ্ঞতাই মোক কবিতা লিখিবলৈ অনুপ্ৰাণিত কৰা বুলি মোৰ মনে নধৰে।

কবিতা লিখা সময়ৰ মানসিক অৱস্থাটো বিশ্লেষণ কৰিলে দেখিবলৈ পাওঁ যে ভাৱবস্তুৱেহে মোক প্ৰথমে আকৰ্ষণ কৰে। তাৰ পাছত ক্ৰমে বিষয়বস্তু আৰু ফৰ্মৰ কথা মনলৈ আহে। জীৱনৰ বিশেষ তাৎপৰ্য আছে, আৰু ইয়াৰ মাজেদি আমি নিয়ত এক বিশেষ কোনো গভীৰ উদ্দেশ্য প্ৰতিফলিত কৰি গৈছোঁ, প্ৰতি কৰ্ম, প্ৰতি চিন্তা তাৰেই বাবে উৎসৰ্গিত হৈছে, জীৱনৰ প্ৰতি মুহূৰ্তৰ বিশেষ মূল্য আছে,—এইবোৰেই মোৰ জীৱন সম্পৰ্কে কিছুমান নিজস্ব ধাৰণা।

মই কিছুমান কবিতা নিজৰ কাৰণে লিখা—কিছুমান পাঠকৰ কাৰণে। প্ৰথম স্তৰৰ কবিতা মোৰ নিজস্ব সম্পদৰূপে অপ্ৰকাশ অৱস্থাত থাকি যায় আৰু দ্বিতীয় স্তৰৰ কবিতা পাঠকৰ আগলৈ আগবঢ়াই দিওঁ। নেলেখি নোৱাৰো কাৰণেই মই কবিতা লিখোঁ। লিখাৰ সময়খিনি এক অপূৰ্ব অথচ অবৰ্ণনীয় সময়। শ্বাস-প্ৰশ্বাস বন্ধ হৈ যোৱা। বুকুৰ কথা ওঁঠত ফুফুটা এক

যন্ত্ৰণাৰ সময়। ইয়াক মাতৃৰ প্ৰসৱ-যন্ত্ৰণাৰ লগত ৰিজাব পাৰি। অনুপ্ৰাণিত হোৱা সেই মুহূৰ্তত মোৰ নিজৰ অস্তিত্বৰ কথা সম্পূৰ্ণ পাহৰি যাওঁ, এটা ভাব আৰু তাক প্ৰকাশ কৰা কবিতাৰ শাৰীবোৰ মনঃচক্ষুৰ আগত ওপঙি ফুৰে।

কবিতা লিখাৰ কোনো নিৰ্দিষ্ট সময় নাই। অৱশ্যে অহৰহ এটা দায়িত্বপূৰ্ণ চাকৰি আৰু এখন সংসাৰৰ বোজা কঢ়িয়াই ফুৰিব লগীয়া হোৱাত দিনত কবিতা লিখাৰ সময় প্ৰায় উলিয়াব নোৱাৰোঁ। বেচিভাগ কবিতাই ৰাতিৰ নিৰ্জন মুহূৰ্তত লিখা। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো নোহোৱা নহয়।

কেতিয়াবা কবিতা লিখিবলৈ লৈয়ো লিখিব নোৱৰা হওঁ—ভাবাধিক্যতা আৰু সাংসাৰিক জীৱনৰ ব্যস্ততাৰ কাৰণে। লিখিবলৈ প্ৰেৰণা নাই আৰু অত্যধিক ভাবাকুল হৈ পৰাৰ কাৰণে যেতিয়া কলম অচল হৈ পৰে, তেতিয়া গভীৰ বিৰক্তিৰে কবিতাৰ বহী সামৰি থওঁ, অস্বস্তি বোধ কৰোঁ, নিজৰ ওপৰতে খং উঠে আৰু বহুত সময়ত কান্দি পেলাওঁ।

মই গভীৰভাৱে বিশ্বাস কৰোঁ যে কবিসকল সামাজিকভাৱে দায়বদ্ধ। মোৰ বিবেচনাত তেওঁলোকৰ শিল্পীসত্তাৰ স্বকীয়তা যিমান তাৎপৰ্যপূৰ্ণ কথা সিমানেই গুৰুত্বপূৰ্ণ কথা হ'ল কাব্যসৃষ্টিৰ ক্ষেত্ৰত তেওঁলোকৰ সামাজিক ভূমিকা।

দেশৰ অৰ্থনৈতিক অৱস্থাৰ প্ৰভাৱে অগণন নাগৰিকৰ সামগ্ৰিক জীৱনত যি পৰিবৰ্তন সাধন কৰিছে তাৰ গুৰুত্বৰ কথা কবি হিচাপে মই আওকাণ কৰিব নোৱাৰোঁ।

দেশী বিদেশী কোন কবিৰ প্ৰভাৱ মোৰ ওপৰত পৰিছে স্পষ্টকৈ কোৱা টান। সেই কথা মোৰ কবিতাৰ পাঠকেহে ক'ব পাৰিব। অৱশ্যে কবিগুৰু ৰবীন্দ্ৰনাথ, অম্বিকাগিৰি, ৰত্ন বৰকাকতি, বুদ্ধদেব বসু, সুভাষ মুখোপাধ্যায়, জাঁ পল ছাত্ৰে, ৰিল্‌কে, পেবলো নেৰুদাৰ কবিতা মোৰ ভাল লাগে। সেইদৰেই জাপানী কবিতাৰ বাক্‌সংযমতা আৰু ইঙ্গিতময়তা মোৰ ভাল লাগে।

সমালোচকে মোৰ কবিতাৰ যথাৰ্থ সমালোচনা কৰিছে বুলি মই নাভাবোঁ। সাম্প্ৰতিক কবিতাৰ যি সমালোচনা কাকতপত্ৰ, আলোচনীত পঢ়িবলৈ পোৱা যায় সেয়া মূঠেই বস্তুনিষ্ঠ অৰ্থাৎ নিৰপেক্ষ (objective) নহয় বুলিয়ে মোৰ ধাৰণা। গতিকে এনে সমালোচনাই মোক ক্ষুব্ধ কেতিয়াও নকৰে।



কেতিয়াবা একে দিনতে ৪।৫টা কবিতাও লিখোঁ আৰু কেতিয়াবা বহুদিন ধৰি কবিতা লিখাই নহয়। কাব্যসৃষ্টিৰ সেই চৰম মুহূৰ্ত কোন সময়ত উপস্থিত হয় তাৰ ওপৰতে সকলো নিৰ্ভৰ কৰে। এটা কবিতা লিখি তাক মই মোৰ মনঃপূত নোহোৱালৈকে পৰিৱৰ্তন কৰি গৈ থাকোঁ। কবিতাটো সম্পূৰ্ণ হোৱাৰ পাছত নামকৰণ কৰোঁ। এই কামটো মোৰ কাৰণে বৰ কঠিন। সেই গতিকে নামবো প্ৰায়ে সালসলনি কৰোঁ।

কবিতাৰ পিছতে সাহিত্যৰ আন এটি ধাৰা 'উপন্যাস' মোৰ প্ৰিয়। সাম্প্ৰতিক কবিসকলৰ অগ্ৰণী আৰু অসমীয়া কাব্য-জগতৰ এটি স্বনামধন্য নাম 'নৱকান্ত বৰুৱা' মোৰ প্ৰিয় কবি। কাৰণ তেওঁৰ কবিতাত জিজ্ঞাসা আছে, চিন্তা আছে আৰু আছে সামগ্ৰিক আবেদন।

মোৰ অগ্ৰজ কবিসকলৰ প্ৰতি আছে মোৰ অপৰিসীম শ্ৰদ্ধা আৰু কৃতজ্ঞতা। সেইদৰেই মোৰ অনুজ কবিসকলৰ মাজত সম্ভাৱনাৰ স্বাক্ষৰ দেখিলে মই হৈ পৰোঁ পুলকিত।

কবিতাত ছন্দৰ প্ৰয়োজনীয়তা মই একেবাৰে নুই নকৰোঁ; কিন্তু ই কবিতাৰ অবিচ্ছেদ্য অঙ্গ বুলিও নেভাবোঁ। মুঠতে এই ক্ষেত্ৰত মই মধ্যমপন্থী।

মোৰ কবিতাৰ স্তৰ-বিভাজন সম্পৰ্কে মোৰ স্পষ্ট ধাৰণা নাই। মোৰ কোনো ৰচনাকে আটাইতকৈ ভাল বুলি ক'ব নোৱাৰোঁ। এই ক্ষেত্ৰত মোৰ দৃষ্টিভঙ্গী সন্তানৰ প্ৰতি মাতৃৰ দৃষ্টিভঙ্গীস্বৰূপ। মোৰ শ্ৰেষ্ঠ কবিতাটো মই এতিয়াও লিখা নাই—হয়তো ভৱিষ্যতে লিখিবলৈ সক্ষম হ'ম।

ভাল কবিতা এটা পাঠ কৰাৰ পাছত মন ভৰি পৰে তাৰ নিৰ্যাসেৰে—এক অনিৰ্বচনীয় আনন্দেৰে হৃদয় ভৰপূৰ হয়, সকলো কথাতে সকলো কামৰে কিবা এটা প্ৰেৰণা পাওঁ। মনে মনে ভাব হয়—মই কেতিয়া তেনে 'ভাল কবিতা লিখিব পাৰিম?'

কবিতাৰ বুকুত জীৱন প্ৰতিফলিত হ'ব লাগিব। কিয়নো চিৰকালৰ মানৱ জীৱনৰ চিত্ৰ আঁকিব পাৰিলেহে কবিতা কালজয়ী হ'ব পাৰে।

## আনিছ উজ ঝামান

কবিতা কি? কবিতাৰ মাজত থকা মানৱীয় আবেদন কি? কিহৰ ৰসত কবিতাই সজীৱতা লাভ কৰে? এইসকলোবোৰ কথা মন, হৃদয়, আৱেগ-অনভূতিৰ লগত জড়িত।

কৈশোৰত 'কুলি'ৰ বিষয়ে কবিতা পঢ়িছিলোঁ। প্ৰকৃতিৰ লগত মানুহৰ সম্পৰ্ক কি তাৰ বিশেষ উমান পোৱা নাছিলোঁ। কুলি চৰাই মাথো বসন্তৰ আলহী হৈ গীত গাই ডালে ডালে জপিয়াই ফুৰা কথাৰ মাজতে মন আৰু হৃদয়ত বন্দী হৈ আছিল। চৌধাৰীৰ 'বহাগীৰ বিয়া', 'দহিকতৰা', 'গিৰিমল্লিকাই' সেইদৰে লৈ গৈছিল প্ৰকৃতিলৈ। সেয়ে আকৃতিৰ প্ৰতি আত্মীয়তা গঢ়ি উঠিছিল।

এটা বয়সত কবিতা আৰু গীতৰ ভাষাৰ প্ৰতি সকলোৰে অনুৰাগ বাঢ়ে। গণেশ গগৈৰ কবিতাৰ ভাষাই মনৰ মাজত 'কিবা এটা' ভাৱৰ সৃষ্টি কৰে। এই 'কিবা এটা' অৱস্থাটো কি একে আষাৰতে কৈ দিব নোৱাৰি। বয়সে বুজি পায় তাৰ অৰ্থ। বিহগীতবোৰেও মনৰ মাজলৈ আনে সেউজীয়া অনুভূতি। তেনেধৰণৰ কবিতা আৰু গীতৰ ভাষাৰ প্ৰতি হৃদয় আকুল হৈ পৰে। আলোড়িত হয় হৃদয়ৰ প্ৰতি তন্ত্ৰী। আৰু অনিবাৰ্য শব্দ বিশেষৰে সেইবোৰ কাগজত থাকি যায়।

সৰুৰেপৰা কবিতা লিখিছোঁ। প্ৰায় হাইস্কুলৰ সপ্তম শ্ৰেণীৰপৰা। প্ৰথম কবিতাটো ক'তো প্ৰকাশ কৰা নাছিলোঁ কাৰণ সমসাময়িক কবিতাৰ গঠন আৰু ৰচনা ৰীতিৰপৰা সি বহুত দূৰৈত আছিল। প্ৰথম প্ৰকাশিত কবিতা 'আমাকো বিপ্লৱ লাগে' 'আমাৰ প্ৰতিনিধি'ত প্ৰকাশ কৰিছিলোঁ। স্বৰ্গীয় অমূল্য বৰুৱাৰ কবিতাই সেই কালচোৱাত মোক বৰকৈ আকৰ্ষণ কৰিছিল। ১৯৬৮ চনৰপৰা আলোচনী আদিত কবিতা প্ৰকাশ কৰিবলৈ ল'লোঁ। সেইসময়তে গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহোঁ, ইয়াত আহি পাওঁ কবিতাৰ এখন নতুন আকাশ। তেতিয়াৰেপৰা প্ৰকাশ কৰা মোৰ কবিতাৰ সংখ্যা আশীটামান হ'ব। পুথি আকাৰত প্ৰকাশ কৰা নাই।

পৃথিবীৰ সকলো কবি যেন গাঁৱতেই উপজিছে। বসন্তৰ প্ৰকৃতি-কঁপোৱা কুলিৰ চিঞৰ, কেতেকীৰ হিয়াভগা মাত চহৰত কেইজনে শুনিছে?



পকাধানৰ ঠোকত ওলমি ৰোৱা জাক জাক টুনি, ফৰিংফুটা জোনাক চহৰৰ কেইজনে দেখিছে? এইবোৰো গাঁৱৰ নিজা সম্পত্তি। এইবোৰৰ মাজতে আছে কবিতাৰ ভাব, ভাষা; চেতন এটা মন, সৌন্দৰ্যই ৰু-ৰুৱাই পুৰি নিয়া এখন হৃদয়। মোৰ কবিতা লিখাৰ ক্ষেত্ৰতো চেতনাক তীব্ৰভাৱে জগাই তুলিছিল প্ৰকৃতিয়ে। বিশ্ববিদ্যালয়লৈ অহাৰ পাছত চাৰিজন ব্যক্তিৰ সান্নিধ্যই মোক যথেষ্ট অনুপ্ৰাণিত কৰিছিল। তেখেতসকল ভৱেন বৰুৱা, হীৰেন দত্ত, হোমেন বৰগোহাঞি আৰু হীৰেন গোঁহাই। বৰগোহাঞিদেৱে মোৰ কবিতা 'সাপ্তাহিক নীলাচল'ৰ 'জনদিয়েক উদীয়মান অসমীয়া কবি' শিতানত প্ৰকাশ কৰি যথেষ্ট সহায় কৰিছিল। দত্ত ছাৰে কবিতাৰ চিন্তা আৰু চেতনাৰ এক দিগন্তৰ সম্ভেদ দিলে যাৰপৰা মোৰ কাব্যচৰ্চাৰ এখন নতুন দুৱাৰ মুকলি হ'ল। কবিতাত থকা বিভিন্ন ভুলভ্ৰান্তি আদি দেখুৱাই কবিতাৰ আঙ্গিক, শব্দচেতনা, উপমা সৃষ্টিসম্পৰ্কে যি ধাৰণা আনি দিছিল তাৰ মূলতে হৈছে ভৱেন বৰুৱা ছাৰ। এইজনা ব্যক্তিৰ সৎপৰামৰ্শ নোহোৱা হ'লে এতিয়াও মই কবিতাত 'ৰাতিৰ জোনাক', 'দিনৰ সূৰ্য' আদি শব্দৰ অপচয় কৰি থাকিলোঁহেতেন।

* * * * *

কবিতা লিখাত মোক বিশেষকৈ ভাববস্তুৱে আকৰ্ষণ কৰে। অৱশ্যে বিষয়বস্তু আৰু 'ফৰ্ম'ৰ কথাও তাৰ লগে লগে আহে। কোনোটোৱে যেন কোনোটোকে এৰিব নোখোজে। দেশী অথবা বিদেশী কবিৰ প্ৰভাৱ মোৰ চিন্তাৰ স্মৃতিত লগ লাগিছেহি বুলি স্বীকাৰ কৰিব নোৱাৰোঁ। তেনে এক অৱস্থাৰপৰা নিজকে মুক্ত বুলি ভাবোঁ; কিন্তু বিদেশী কবি কোৱাছিমোদো, ৰিল্কে আদিৰ কবিতা আগ্ৰহেৰে পঢ়োঁ। সেইদৰে পঢ়ো বঙ্গীয় কবি ৰবীন্দ্ৰনাথ ঠাকুৰ, জীৱনানন্দ দাশ, বুদ্ধদেৱ বসু, অমিয় চক্ৰৱৰ্তী, সুনীল গঙ্গোপাধ্যায় আদিৰ কবিতা।

জীৱনসম্পৰ্কে মোৰ গভীৰ উৎকণ্ঠা। এই জীৱনে আমাক কি শিকায়? ক'লৈ আমাক উটুৱাই নিয়ে এই জীৱনৰ গতিৰ প্ৰৱাহে? সময়ৰ ঢৌৱে নি সিপাৰ লগায়। সন্ধান দিয়ে পৰম মুক্তিৰ। সিদৰে লৈ যায় বতাহৰ পাখিয়ে দুপাৰ নমনা নদীৰ ঢৌ। জীৱনৰ প্ৰকৃত ৰূপ কি? জীয়াই থকাৰ

প্ৰেৰণাৰ উৎস ক'ত? কবিতাৰ মাজতেই হয় নেকি প্ৰেৰণাৰ নতুন উন্মেষ? এনেবোৰ প্ৰশ্নই কেতিয়াবা আহি চিন্তাৰ দুৱাৰত খুন্দিয়ায়। বাট বিচাৰি নেপাই উভটি যায় উৎসকেন্দ্ৰলৈ। কেৱল উৎকণ্ঠা। এই উৎকণ্ঠাৰ মাজতে এটা এটাকৈ মাৰ যায় মোৰ কবিতাৰ তৰঙ্গবোৰ। আৰু এই মানসিক অস্থিৰ অৱস্থাটো সলাবলৈ, চেতনাৰ নিবৃত্তিৰ বাবেই জন্ম লয় কবিতাই আৰু সেইবাবেই কবিতা লিখোঁ। কোনো বিশেষ পঢ়ুৱৈ অথবা সাধাৰণ পাঠক বুলি কাক ভাবিম? কবিতাৰ প্ৰতি আন্তৰিকতা থকা ব্যক্তি বিশেষে পঢ়ি ভাল লগা বুলি ক'লে কেতিয়াবা কেতিয়াবা ভাল লাগে। কবিতাৰ শব্দৰ প্ৰতীকীমূলক কোমলতাখিনি মোৰ আটাইতকৈ ভাল লাগে।

হৃদয় যেতিয়া কিহবাই আন্দোলিত কৰে, 'কিবা এটা' ভাবে মনৰ মাজত যেতিয়া অহাযোৱা কৰি থাকে তেতিয়াই কোনো কোনো শব্দ, কোনো শাৰী অজানিতে মনলৈ আহি তোলপাৰ লগায়। মনৰ সুৰঙাইদি জাক জাক শব্দৰ অহাযোৱা। কোনোটো কবিতা এবাৰত লিখা হয়। কোনোটো বহুবাৰৰ পাছতো গা কৰি উঠিব নোৱাৰে। কবিতাৰ নামকৰণ সাধাৰণতে কবিতাটো লিখি উঠি দিয়া হয়। কবিতা লিখাৰ কোনো সময় নাই। বেছিভাগ কবিতা ৰাতি লিখা হয়। কেতিয়াবা কিছুমান বিশেষ মুহূৰ্তত কিছুমান ভাব হৃদয়ত দুলি থাকে। তাৰে কিছুমান বাদ দিয়া হয়। কিছুমানে আকুলভাৱে হৃদয়ৰ সঁহাৰিলৈ বাট চাই থাকে। তাৰ মাজে মাজে বিচৰণ কৰি ফুৰে কল্পনাই। গতিকে ভাৱনা আৰু কল্পনা একোটা সূত্ৰতে আহি আৱদ্ধ হয়। আৰু যেতিয়াই মন 'ভাৱাক্ৰান্ত' হয় তেতিয়াই সি ছন্দৰূপে গঢ় লৈ উঠে। প্ৰেৰণাত মই বিশ্বাস কৰোঁ। এই প্ৰেৰণাৰ লগত ৰোমাণ্টিক কল্পনা-প্ৰতিভাৰ এটা সম্পৰ্ক আছে। ইয়াৰ লগে লগে ইতিহাস-চেতনা আৰু সময়-চেতনা কাব্যসৃষ্টিৰ একেটা সাঁচতে গঢ় লয়।

সামাজিকভাৱে লেখকসকল দায়বদ্ধ হোৱাটো কিমান সম্ভৱপৰ—মই নাজানো। জীৱনে সাজি দিছে সকলোৰে যাত্ৰাৰ তোৰণ। সকলোৱে যেন সেই পথেৰেই সোমায়। সোমাই যায় সেই হাঁহি আৰু কাৰুণ্যৰ ঠাইলৈ য'ত বৈ বৈ বাজে আত্মাৰ সুৰ। গতিকে সমাজ, সাহিত্য আৰু লেখক এই তিনিটা শব্দ কোনোটা কোনোটোৰ পৰ নহয়।



সাহিত্যৰ অন্য সকলো বিষয়তকৈ কবিতাৰ সমালোচনাই কঠিন কাম বুলি ভাবোঁ। এটা ভাল কবিতা বুজি উঠি তাৰ ওপৰত সমালোচনা আগবঢ়াবলৈ আৱশ্যক এখন কবি-হৃদয়ৰ। হৃদয়ত গভীৰ ৰসবোধ নেথাকিলে কবিতাৰ ওপৰত মন্তব্য দিয়া কষ্টকৰ। সমালোচনাই মোক ক্ষুব্ধ নকৰে। সু-সমালোচকৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা আছে। তেনে সমালোচকৰ প্ৰতিটো কথাৰ অন্ততে এটা গভীৰ অনুপ্ৰেৰণা লাভ কৰা হয়। এই ক্ষেত্ৰত ভবেন বৰুৱাৰ সমালোচনাক মই শ্ৰদ্ধা কৰোঁ।

কবিতা সদায় কবিতা—যাৰ অন্তঃস্ৰোতধাৰ হৃদয়ৰ কোমলতা। ব্যক্তি-সত্তাত আনন্দ আৰু বেদনাৰ অন্তিম অথচ প্ৰকৃত ৰূপদান কৰি হৃদয়ত এক স্থায়ী কঁপনি ৰাখি যাব পৰাটোৱেই কবিতাৰ প্ৰকৃত সাৰ্থকতা। সেইবাবে কবিতা সৃষ্টিত কবিৰ আত্মীয়তা সম্পূৰ্ণ প্ৰাকৃতিক আৰু মানৱীয় হোৱাটো বাঞ্ছনীয়।

সাম্প্ৰতিক অসমীয়া কবিসকলৰ ভিতৰত মোৰ বিশেষ প্ৰিয় কবি কোন বুলি কোৱাটো কিছু অসুবিধাজনক। কাৰণ কবিতা বিশেষে এই বিচাৰৰ উঠা-নমা হৈ থাকে। তথাপিও নৱকান্ত বৰুৱা, অজিত বৰুৱা, নীলমণি ফুকন, ভবেন বৰুৱা, হীৰেন ভট্টাচাৰ্য, হীৰেন দত্ত, নিৰ্মলপ্ৰভা বৰদলৈ, হৰেকৃষ্ণ ডেকা আদি কবিসকলৰ কবিতা মই ভাল পাওঁ। এই অগ্ৰজসকলক মই শ্ৰদ্ধা কৰোঁ। তেওঁলোকে সাৰুৱা কৰা কাব্যৰ পথাৰত যেন চিন্তা সবল হৈ উঠিছে এই বিশ্বাস মোৰ ক্ষণে ক্ষণে মনলৈ আহে।

মোৰ অনুজ অসমীয়া কবি সম্পৰ্কে থকা ধাৰণা কি বুলি কবলৈ অসুবিধা কাৰণ যি দুজন কবি আছে তেওঁলোক মোৰ অনুজ নহয়। প্ৰায় সম-সাময়িক; বন্ধু। তেওঁলোকেও সত্তৰৰ দশকতে আত্মপ্ৰকাশ কৰিছে। দুয়োজনৰে কাব্য-সৃষ্টিৰ প্ৰতি গভীৰ আন্তৰিকতা আছে, দুয়োজনেই সংবেদনশীল। এওঁলোক হ'ল শ্ৰীমোহনকৃষ্ণ মিশ্ৰ আৰু শ্ৰীতৰুণ বৰুৱা। ব্যক্তি-মনত গভীৰ অনুভূতিবোধ জগাবৰ বাবেই কবিতাত প্ৰয়োজন এক বিশেষ ছন্দোময় ৰূপৰ যি সঁহাৰি দিয়ে চেতন-অৱচেতন দুয়োটা মনৰ মুদ্ৰাকে।

এটা ভাল কবিতা পঢ়ি এক বিশেষ আনন্দ পোৱা যায়। সকলো ভাল কবিতাতে এটা সঙ্গীত থাকে যি হৃদয়ত বহুদিনলৈ ক্ৰিয়া কৰি থাকে। সেইবাবে এটা ভাল কবিতা পঢ়ি উঠি পোৱা আনন্দখিনি শাশ্বত। মোৰ

প্ৰতিটো কবিতাকে মই ভাল পাওঁ কাৰণ প্ৰতিটোৱেই মোৰ অনুভূতিৰ সহাঁৰিতে উপজিছে। বিশেষ কোনটো বুলি বিচাৰ কৰিব নোৱাৰোঁ। তথাপিও কেতিয়াবা কোনোটোৱে মনলৈ বেচি আনন্দ আনে। প্ৰতীকী অৰ্থত, হৃদয়ত আলোড়িত শব্দৰাশিক মুকলিমূৰীয়াকৈ আৰু বিশেষ স্মৰণীয় ৰূপত বান্ধি থ'ব পৰাটোৱেই কবিতা। কবিতা অনুভূতিশীল হৃদয়ৰ সংবাদ।

## নাৰায়ণ বেজবৰুৱা

১। কলেজীয়া জীৱনতে আৰম্ভ কৰিছোঁ। ১৯৪০ চনত 'বাজিল প্ৰাণত মোৰ তোমাৰেই সুমধুৰ গান' নামৰ কবিতা এটা লিখোঁ। দেশাত্মবোধক কবিতা। প্ৰকাশ পাইছিল 'জয়ন্তী'ত।

২। কবিতাৰ সংখ্যা ৫০০ মান হ'ব। প্ৰকাশিত পুথি হ'ল 'শক্তিশিঙা' আৰু 'মহাত্মা গান্ধী'। 'অনন্যা' নাম দি এখন যুগুত কৰি আছোঁ। প্ৰথমখন বৃটিছ চৰকাৰে বাজেয়াপ্ত কৰিছিল।

৩। মোৰ প্ৰেৰণা হ'ল প্ৰেম। সৌন্দৰ্যৰ ঐশী ৰূপৰ প্ৰতি প্ৰেমেও প্ৰেৰণা যোগায়।

৪। ভাৱ বস্তুৱে আকৰ্ষণ কৰে।

৫। শিল্পী হিচাপে জীৱনক অসাধাৰণ বুলি ভাবোঁ।

৬। মানুহৰ কাৰণে লিখোঁ—বিশ্বৰ মানুহৰ কাৰণে।

৭। লেখক হিচাপে সাৰ্বজনীন সত্তাক অনুভৱ আৰু প্ৰকাশ কৰাৰ প্ৰেৰণাত লিখোঁ।

৮। সকলো সময়তে লিখোঁ।

৯। হওঁ। তেতিয়া অশান্তিত কটাওঁ।

১০। মানুহ হিচাপে মই সামাজিক প্ৰাণী। গতিকে সমাজৰ প্ৰতি দায়বোধ আছে।

১১। আৰ্থিক অৱস্থাৰ প্ৰভাৱ আছে। অৱশ্যে পোনপটীয়াকৈ নাই।

১২। কালজয়ী কবি ছেক্সপীয়েৰ, মাৰলো, ডান্টে আৰু আধুনিক কালৰ টি. এছ. এলিয়ট, পল ভেলেৰি আদিৰ প্ৰভাৱ অনুভৱ কৰোঁ।



১৩। এই সকলেই মোৰ প্ৰিয় কবি।

১৪। মোৰ কবিতাৰ সমালোচনা হোৱা নাই। মই যে এজন কবি সেই কথা কেৱল মইহে জানো।

১৫। সমালোচনা ভাল পাওঁ, কিন্তু সমালোচনা বিদ্বেষহীন হ'ব লাগে।

১৬। একেটা বহাতে লিখোঁ।

১৭। কবিতাই হিয়াৰ আৱেগক স্পন্দিত কৰি অতীন্দ্ৰিয় আনন্দ দান কৰিব পাৰিব লাগে।

১৮। গল্প, নাটক, উপন্যাস—সকলো ধাৰাই মোৰ প্ৰিয়।

১৯। ভাল কবি সকলোৱেই প্ৰিয়।

২০। অগ্ৰজসকলক শ্ৰদ্ধা কৰোঁ।

২১। অনুজসকলৰ কেইজনমানৰ মাজত বিশাল সৃষ্টি-প্ৰতিভা লুকাই থকা বুলি ভাবোঁ।

২২। ছন্দবিহীন কবিতা হ'বই নোৱাৰে। ছন্দ স্বাভাৱিক, স্বতঃস্ফূৰ্ত ভাৱে আহিব লাগে।

২৩। তেনেকুৱা কোনো বিভাজন মই কৰা নাই। ভাৱ বা বিষয়ৰ ফালৰপৰা ভাগ কৰিব পাৰি বোধকৰোঁ।

২৪। মোৰ সকলো ৰচনাই মোৰ। গতিকে মোৰ সকলো ৰচনাই মোৰ মৰমৰ।

২৫। ভাল কবিতা পাঠ কৰি মই সঁচাকৈ এটা অপাৰ্থিৱ আনন্দ লাভ কৰোঁ।

২৫। আত্ম-আবিষ্কাৰ।

## মহিম বৰা

কবিতা লিখিবলৈ আৰম্ভ কৰোঁতেই 'জয়ন্তী'য়ে ভয় খুৱালে। কিন্তু মনে মনে মনৰ চেষ্টা চলি থাকিল। 'ৰামধেনু' যেতিয়া ওলাল—সেই 'ৰামধেনু'ৱে ভয় ভাঙি দিলে। কবিতা হয়নে-নহয় প্ৰথমে ভয়েই লাগিছিল। কিন্তু কবিতা মোৰ মনৰ বিশেষকৈ অৱসৰৰ আনন্দ। এই পৰ্যন্ত মই

পঁচিশটামান কবিতা লিখিছোঁ। মই মূলতঃ গল্প লিখোঁ আৰু উপন্যাস লিখোঁ। আৰু যিহকে লিখোঁ অলপ ভাবি-চিন্তি লিখিবলৈ মোক লাগে। মানে মনত সঠিককৈ অনুভৱ কৰি তাৰ পিছত প্ৰকাশ কৰিব খোজোঁ। কবিতাৰ বাবে দীঘলীয়া প্ৰস্তুতি কৰা নাই; কিন্তু একে লগে কবিতা লিখিবলৈ যত্নও কৰা নাই আৰু যত্ন কৰিলেও পাৰিমনে নোৱাৰোঁ—ক'ব নোৱাৰোঁ। প্ৰথম অৱস্থাত কবিতা লিখিবলৈকে অৱশ্যে চেষ্টা কৰিছিলোঁ। কিন্তু কবিতাৰ সমালোচনাই, অৱশ্যে মোৰ কবিতাৰ সমালোচনা নহয়, আনৰ কবিতাৰ সমালোচনাই বোধকৰোঁ কবিতা ৰচনাত অদৃশ্য বাধাৰ সৃষ্টি কৰিলেনে কি! অৱশ্যে এতিয়াও যে বহুত দিনৰ মূৰত একোটা লিখা নাই—এনে নহয়। ভবিষ্যতেও লিখিব পাৰোঁ—সেইটো ভবিষ্যতৰ কথা। কিন্তু প্ৰেৰণা নোহোৱা যেন অনুভৱ কৰি আহিছোঁ।

বৰ্তমানৰ অসমীয়া কবিতা এনে এটা পৰ্যায় পাইছেহি যে আমি তাক লৈ গৌৰৱ কৰিব পাৰোঁ। অগ্ৰজসকল আৰু অনুজসকলৰ ভিতৰত ভাল কবি সকলোৱেই মোৰ শ্ৰদ্ধা আকৰ্ষণ কৰে।

মোৰ শেহতীয়া কবিতা হ'ল 'ৰঙাজিঞা'।

## চৈয়দ আব্দুল মালিক

'অসমীয়া কবিতা'ৰ আধুনিকতা দ্বিতীয় মহাযুদ্ধৰ সময়ৰপৰা আৰম্ভ হৈছে। পিছৰ সময় ছোৱাত ই সকলো দিশত সম্পূৰ্ণ হৈ উঠিছে। কেতিয়াবা অৱশ্যে আধুনিকতাৰ নামত অলপ বেলেগ ধৰণৰ কছৰৎ হৈছে, আৰু সেইটো হ'বই। কাৰণ 'ডেকা ল'ৰা' বুলিলে আজিকালি আমাৰ আগৰ চকুৰে চাই চিনি পাব পৰা 'ডেকা ল'ৰা' কেইটামানহে ওলাব। জীৱনতে যেতিয়া এনেকুৱা ঘটিছে কবিতাত ঘটাটোত অস্বাভাৱিকতা নাই। বহুতে অভিযোগ কৰে যে আধুনিক কবিতা সেইসকলে বুজি নাপায়। বুজি নোপোৱাটো সঁচা কথা, কিন্তু তাত আপত্তি কৰিবলগীয়া কথাও মই দেখা নাই। আমিতো প্ৰতিজ্ঞা কৰা নাই সকলো কথাকে বুজিম! জীৱনৰ আৰু বহুত কথাকে আমি নুবুজোঁ। তাৰ ভিতৰত যদি দুই এটা কবিতাও



থাকে—থাকক। আমি যিবোৰে কিছুমান কবিতা বুজি নাপাওঁ—সেই কেইটা বাদ দি বুজিপোৱা খিনি লৈয়েই সন্তুষ্ট থকা ভাল। কবিতাৰ প্ৰয়োজন আছে আৰু থাকিবই।

মই আচলতে কবি নহওঁ। মই সাধুকথা কৈ ভাল পোৱা মানুহ। কিন্তু কেতিয়াবা কবিসকলৰ চাৰণভূমিত অনধিকাৰ প্ৰৱেশ নকৰা নহয়। তেতিয়া কিন্তু মই অনুপ্ৰাস থাকক নাথাকক ছন্দ এটা অনুভৱ কৰোঁ আৰু তাৰ আলমতে মোৰ ক'বলগীয়া কথাৰ শব্দবোৰ সজাই যাওঁ। এই যে ছন্দ আৰু শব্দবোৰ ব্যৱহাৰ কৰোঁ—মই অগ্ৰজ কবিসকলৰ কবিতা পঢ়িয়েই হয়তো ক'ব নোৱৰাকৈয়ে তাৰপৰা অনেক উপাদান গ্ৰহণ কৰিছোঁ। জানি হওক বা নাজানি হওক অনুশীলন কৰিব লাগিবই। ন'হলে কবিতা-ৰচনা সম্ভৱ বুলি মই ভাবিব নোৱাৰোঁ।

কবি তেতিয়াই জনপ্ৰিয় হয় যেতিয়া তেওঁ মানুহৰ মনৰ কথা ক'বপৰা হয়। আমাৰ কবিতাৰ মাজতো মানুহৰ হৃদয়ৰ কথাই প্ৰকাশ লাভ কৰিবলৈ সক্ষম হৈছে। আমাৰ নতুন কবিসকলে আত্ম-বিশ্বাস লাভ কৰিব পৰা হৈছে।

পৃথিৱী এতিয়া আমাৰ বহুত ওচৰ চাপি আহিল। পৃথিৱীৰ বিভিন্ন দেশৰ সাহিত্যত কি কি ঘটিছে তাৰ খবৰ পাবলৈ আমাক সময় নালাগে। হয়তো ভাল কবিতাৰ অনুকৰণ বা ভাল কবিক অনুসৰণ কৰাৰ চেষ্টাও সেই বাবেই বেছি হৈছে। এইটো এটা ভাল লক্ষণ বুলিয়েই ভাবোঁ।

ব্যক্তিগতভাৱে বিভিন্ন দেশৰ ন-পুৰণি কবিতাৰ লগত পৰিচিত হোৱাৰ সুযোগ ঘটিছে আৰু তাৰপৰা এটা বিশ্বাসেই মোৰ দৃঢ় হৈছে যে মানুহে যি অৱস্থাকে লাভ নকৰক কবিতাৰ মৃত্যু হ'ব নোৱাৰে। হয়তো তাৰ ৰং-বৰণৰ সাল-সলনি ঘটিব, পোছাক-পৰিচ্ছদৰ সাল-সলনি ঘটিব। তাৰ মাজতেই কবিতা জীয়াই থাকিব।

## প্ৰবীণা শইকীয়া

তৃতীয়মান শ্ৰেণীত থাকোঁতেই 'বৰযুণ'ক লৈ এটা কবিতা লিখিছিলোঁ। তেতিয়াৰপৰা প্ৰকাশ হওক নহওক কবিতা লিখি আহিছোঁ। কিমান কবিতা লিখিছোঁ হিচাপ কৰা নাই; মোৰ কবিতাৰ কিতাপো ওলোৱা নাই। জীৱনক মই সহজভাৱে ল'বলৈ যত্ন কৰি আহিছোঁ। কেতিয়াবা ভাবোঁ কবিতা মই নিজৰ বাবেই বোধ কৰোঁ লিখোঁ; কাৰণ পাঠকৰ বাবে গল্প আৰু উপন্যাস লিখিবৰ যত্ন কৰোঁ। অৱশ্যে উপন্যাস লিখিবলৈ বহিলে কেতিয়া শেষ কৰিব পাৰোঁ—এই ভাৱটোৱে বৰ আহুকাল কৰে। ল'ৰা-ছোৱালীৰ উপযোগী লিখাও লিখিবলৈ যত্ন কৰিছোঁ। কেতিয়া কি লিখিম এনেভাৱে ৰুটিন কৰি লিখাৰ অভ্যাস নাই।

লিখিবলৈ লৈ কেতিয়াবা লিখিব নোৱৰা হওঁ। তেতিয়া সামৰি থৈ দিওঁ। কেতিয়াবা একে বহাতে লিখোঁ; কিন্তু পিছত কেতিয়াবা সামান্য শুধৰাবও হয়তো পাৰোঁ।

মোৰ প্ৰিয় কবি কেইবাগৰাকীও আছে। নৱকান্ত বৰুৱাৰ কবিতা মোৰ প্ৰিয়। অগ্ৰজসকলৰ অনেক কবিতাই আনন্দ দি আহিছে; অনুজ-সকলৰ ভিতৰত কেইবাজনৰো কবিতাই সুন্দৰ ভবিষ্যতৰ সম্ভাৱনা দাঙি ধৰিছে।

মোৰ কবিতা সমালোচিত হোৱা নাই। সমালোচনা যদি কঠোৰ কিন্তু বিদ্বেষহীন হয়—তেনেহলে আনন্দ পাম।

কবিতাৰ উদ্দেশ্য আনন্দ দিয়া। লেখকসকলে যদি সামাজিক উদ্দেশ্য জাপি দিব খোজে, সাহিত্যৰ গুণ কমি যাব বুলি ভয় হয়। মই কবিতা পঢ়ি ভাল পাওঁ আৰু একোটা ভাল কবিতা পঢ়াৰ পিছত বহুতদিনলৈ এটা আনন্দ লাভ কৰি থাকোঁ।

## আধুনিক অসমীয়া কবিতা

### নলিনীধৰ ভট্টাচাৰ্য

আধুনিক কবিতা সম্পৰ্কে এটা কথা ক'ব পাৰি যে সাধাৰণ মানুহ নেলাগে বহুত উচ্চশিক্ষিতেই ইয়াৰ ৰস গ্ৰহণ কৰিবৰ বাবে আগ্ৰহ নেদেখুৱায়। সেই বাবে আধুনিক কবিতা সৰহ সংখ্যক পাঠকৰ বাবেই বন্ধ কিতাপৰ দৰে। সাহিত্য এতিয়া নগৰকেন্দ্ৰিক, গতিকে সাধাৰণ মানুহৰ পৰা ই বিচ্ছিন্ন। শিল্পীসকলৰ এই বিচ্ছিন্নতাবোধৰ উদ্ৰেক নোহোৱালৈকে তেওঁলোকে লেটাত পলু বান্ধ খোৱাৰ দৰে নিঃসঙ্গ নিৰ্জন ব্যক্তিগত চেতনাৰ মাজত সোমাই থাকিব। পুঁজিবাদী সমাজত শিল্পীসকল প্ৰায়ে অৱহেলিত; সামাজিক অৱহেলাৰ বাবেও তেওঁলোকৰ স্পৰ্শকাতৰ মন ভাৱবিলাসী হৈ উঠে। সমাজৰ লগত সম্পৰ্ক নোহোৱা বাবে তেওঁলোক অলস আৰু দায়িত্বহীন হোৱাৰ আশংকাও নোহোৱা নহয়। ইয়াৰ উপৰিও শোচনীয় আৰ্থিক দুৰ্দশাই অসমীয়া মধ্যবিত্ত সাহিত্যিকৰ সৃষ্টি-ক্ষমতা ব্যাহত কৰিছে। তেওঁলোকে দেখিছে তেওঁলোকৰ লগৰ বহুতেই ৰাতিটোৰ ভিতৰতে গাড়ী আৰু পকী দালানৰ গিৰিহঁত হৈছে। অথচ তেওঁলোকৰ মাহেকটোৱেই ভালদৰে চলিব নোৱাৰে। সমাজৰপৰা সততা অন্তৰ্হিত হোৱা দেখিও তেওঁলোক নিৰাশ হৈছে। আনহাতে সম্ভ্ৰমবোধ পৰিত্যাগ কৰি নিপীড়িতৰ লগত সম্পৰ্ক ৰক্ষা কৰিবলৈও তেওঁলোক নাৰাজ। গতিকেই এই আত্ম-কেন্দ্ৰিকতা আহিছে। সৰহভাগ শিল্পীয়েই বিশুদ্ধ শিল্পৰ সন্ন্যাসী হৈছে। তেওঁলোকে ৱৰ্ডচৱৰ্থৰ দৰে আশাৰ বাণী শুনাব নোখোজে। "We would not be rejected from this community. And therefore do we hope." যি সকলে কেৱল দিলে, একো পোৱা নাই, সেইসকলৰ লগত যোগসূত্ৰ নাইকিয়া হোৱা বাবেই আমাৰ কবি-শিল্পীৰ যে নৈৰাশ্য আহিছে সেই বিষয়ে সন্দেহ নাই। সুস্থিৰ এটি জীৱন-দৰ্শনৰ অভাৱেও আমাৰ শিল্পীসকলক নিৰাশ হবলৈ বাধ্য কৰিছে। আমাৰ সাহিত্যত বিদেশী

পোহৰ পৰিছে। এই কথা সকলোৱেই জানে। ঊনৈশ শতিকাৰ ইউৰোপত পুঁজিবাদৰ প্ৰসাৰৰ ফলত বিশ্ব-দৃষ্টি ছেদেলি-ভেদেলি হৈ পৰাত চিন্তাৰ যি বিভাজন ঘটিছিল, আমাৰ কবি-সাহিত্যিকসকলেও ইংৰাজী সাহিত্যৰ জৰিয়তে সেই বিভাজিত চিন্তাৰ পৰম্পৰাৰ লগত সম্পৰ্ক স্থাপন কৰিলে। কাণ্ট্, ফ্ৰয়েড্, নীৎসে, বাৰ্গছঁ আদি চিন্তানায়কসকলৰ ভাববাদী দৃষ্টিভঙ্গীয়ে সেই সময়ৰ ইউৰোপৰ সাহিত্য-জগততো প্ৰভাৱ পেলাইছিল। আমাৰ ইয়ালৈও সেইবোৰ দৰ্শনৰ সোঁত ব'বলৈ ধৰিলে। ইয়াৰ উপৰিও, বীভৎস স্নায়ুপীড়িত জগত এথনৰপৰা উজ্বল উদ্ধাৰৰ স্বপ্ন দেখা মহৎ কবি বোদেলেয়াৰ, অথবা ক্ষয়িষ্ণু সভ্যতাৰ সূৰ্যৰ সোণালী আভাৰে মহিমান্বিত কবি এলিয়টে অনা অৱক্ষয়-চেতনা আমাৰ কবিতাতো সোমাল। আমাৰ বুদ্ধিমান কবি-সকলক এইবিধ চেতনায়ো গ্ৰাস কৰিছে।

এই আটাইবোৰৰ ফলশ্ৰুতি হ'ল, সংকট-সংকুল জীৱনক এৰি থৈ আমি এতিয়া কেৱল নিৰ্লিপ্ত, আত্মগত; আৰু সেই বাবেই হয়তো পৱিত্ৰ সাধনাৰ কুঠৰীত স্বেচ্ছাই নিৰ্বাসিত হৈছোঁ। যদি এয়ে হয় তেনেহলে আৰ্তনাদৰ বাহিৰে আন কি নৈবেদ্য শিল্পীয়ে আগবঢ়াব?

দেশত মানুহৰ দুৰ্দশা আহিলে কবি-শিল্পীয়ে তাৰ লগত নিজক জড়িত কৰিব নে তাৰপৰা পলায়ন কৰিব? এই প্ৰশ্নৰ উত্তৰ স্বৰূপে এজন জাৰ্মান কবিৰ কথা কওঁ। নাজীবাদ আৱৰীয়া বেমাৰে পোৱা জাৰ্মানীৰ কেচিষ্ট-সকলৰ নিৰ্যাতন আৰু লাঞ্ছনা সহ্য কৰিব নোৱাৰি টমাছ্ মেনৰ দৰে ঔপন্যাসিক প্ৰবাসী হ'ল। তেওঁ ক'লে, "মোৰ দেশৰ মানুহেই এই জুইকুৰাত ছাই হৈ গৈছে, মই নো কোন কুটা? তেওঁলোকৰ ভাগ্যৰপৰা নিজক মই কেনেকৈ নিলগাওঁ? মই জানো তেওঁলোকতকৈ বেছি কথা জানো? মই তো নেজানো। মই মাথোন মোৰ সৰ্বশক্তিৰে তেওঁলোকক বাট দেখুৱাবলৈ যত্ন কৰিছোঁ...যদি মোৰ চেষ্টা বিফলেও যায়, তথাপি মই এই দেশৰ মানুহ হৈয়ে থাকিব লাগিব। আৰু 'দেশৰ মানুহ' এই শব্দ দুটাৰ অৰ্থ বহুত। মোৰ অৰ্থনৈতিক অস্তিত্ব, মোৰ ভাষা, মোৰ জীৱন, মোৰ যাৱতীয় মানৱীয় সম্পৰ্ক, মোৰ মস্তিষ্কৰ সমস্ত যোগফল, সকলো মোৰ দেশৰ মানুহৰপৰাই পাইছোঁ।" মেনৰ এই কথাষাৰ আমাৰ শিল্পীৰ বাবেও প্ৰণিধানযোগ্য।



এইষাৰ কথাৰ তাৎপৰ্য হ'ল, দেশৰ মানুহৰ লগত মানসিক আত্মীয়তা আমাক লাগে, কিয়নো আমাৰো জীৱনৰ উৎস মানুহবোৰেই। কবি-সাহিত্যিকে যদি এক প্ৰকাৰ সান্ধ্যভাষাত নিজৰ লগত নিজেই কথা পাতে, অতিশয় আগ্ৰহশীল পাঠকেও কবিতা পঢ়িবলৈ হেহোঁ-নেহোঁ কৰিবই। তেনেবোৰ কবিতাই নন্দনতাত্ত্বিক দৃষ্টিৰপৰা মনোৰম হ'লেও জীৱনবোধ উদ্ৰেক কৰিবপৰা ৰস-পৰিণতি এটা সাধাৰণ পাঠকলৈ থৈ যাবনে? নে কেৱল সৌন্দৰ্যৰে এটা নিজা ৰস-পৰিণতি আছে? এইবোৰ প্ৰশ্ন কেতিয়াবা মনলৈ আহে। মই ভাবোঁ পৰিপূৰ্ণ জীৱনবোধৰ সংকেত য'ত থাকে তাতেই সৌন্দৰ্যও থাকে।

অসমীয়া কবিতাৰ ইতিহাস চালে দেখা যায় যে স্বাধীনতাৰ উত্তৰ-কালৰ কবিতা প্ৰাক্-স্বাধীনতা যুগৰ কবিতাতকৈ অধিক জটিল; ইয়াৰ সম্ভৱতঃ ছান্দিক পৰিৱৰ্তন, মিতভাষণ, অৰ্থঘনত্ব, বিশ্ব-সংস্কৃতিৰ বীজ-সংগ্ৰহ, ব্যক্তিগত উপমাৰ ব্যৱহাৰ আৰু দৃষ্টিগ্ৰাহ্য বাস্তৱৰ আঘাতৰপৰা নিৰাপদ দূৰত্বত শিল্পীমনৰ অৱস্থিতি। জয়ন্তীৰ পাতত ভৱানন্দ দত্ত, অমূল্য বৰুৱা, হেম বৰুৱা, কেশৱ মহন্ত আদিৰ কবিতাত যি সামাজিক সচেতনতা ফুটি উঠিছিল, সি প্ৰশংসনীয় হ'লেও, বাস্তৱাহত মানুহৰ যন্ত্ৰণাৰ পৰিচয় থাকিলেও, সমাজবোধক কাব্যিক অনুভূতিৰ স্তৰলৈ নিয়াত কৃতকাৰ্য নহ'ল বুলিয়েই ক'ব লাগিব; ফলতে মৰহি যোৱা বাবে আমি প্ৰতিশ্ৰুতিসম্পন্ন কবি অমূল্য বৰুৱাৰপৰা ভালেখিনি হেৰুৱালোঁ। হেম বৰুৱাৰ নাম আমি নিশ্চয় ল'ব লাগিব, কিয়নো প্ৰকাশ-ভঙ্গীৰ ত্ৰুটি সত্বেও তেওঁ এই প্ৰচেষ্টাৰ বাটকটীয়া। চল্লিশৰ দশকত আমাৰ কবিতাত যি অগভীৰ উচ্ছ্বাস দেখা গৈছিল, তাৰ মোৰ ঘূৰাই দি হেম বৰুৱাই এটি ঐতিহাসিক দায়িত্ব পালন কৰিলে। কিন্তু হেম বৰুৱাৰ কবিতাৰ প্ৰথম স্তৰত যি 'Active Romanticism'ৰ আভাস আছিল, পিছলৈ তাৰ বিপৰ্যয় ঘটিল; ইয়াৰ গুৰিকাৰণ হ'ল, সেই সময়ৰ বুদ্ধিজীৱীসকলৰ সৰহভাগেই গান্ধী আৰু মাৰ্ক্সৰ দৰ্শনৰ সমন্বয় সাধনৰ চেষ্টা কৰিছিল। হেম বৰুৱাৰ '৩০ জানুৱাৰী' নামৰ কবিতা এটা আছে। সেই কবিতাটোৰপৰা বুজিব পাৰি তেওঁক গান্ধী-দৰ্শনেও চিন্তিত কৰি তুলিছিল। আনহাতে তেওঁ মাৰ্ক্সীয় দৰ্শনৰ লগতো পৰিচিত আছিল। এই দুই ভৰি দুই নাৱত থকা বাবেই দৃষ্টি ক্ৰমে ধূসৰ হৈ আহিল আৰু ধনতন্ত্ৰৰ

ক্ষয়িষ্ণু পুৰণি পথেদি যে সংস্কৃতি বিকাশৰ থল নাই এই কথা গভীৰভাৱে উপলব্ধি কৰি অভিজ্ঞতা আৰু অনুভূতিৰ ৰূপ সলনিৰ উদ্যম পৰিহাৰ কৰিলে। পৰিৱেশৰ জ্ঞান পুথি-সৰ্বস্ব নকৰি যদি মানুহৰ লগত থাকি-মেলি প্ৰকৃত অভিজ্ঞতা সঞ্চয় কৰিলেহেঁতেন আৰু গান্ধীয়ে এৰি থৈ যোৱা ঐতিহ্য বিজ্ঞান-সম্মত দৃষ্টিৰে চালেহেঁতেন, তেনেহ'লে তেওঁৰ কবিতাৰ এনে দৈন্যদশা নহ'লহেঁতেন। তেওঁৰ পূৰ্বসূৰী জ্যোতিপ্ৰসাদৰো এনে কিছু তাত্ত্বিক খেলি-মেলি আছিল; তথাপি তেওঁ আভিজাত্য ত্যাগ কৰিছিল, সাধাৰণ মানুহক আকোৱালি লৈছিল আৰু খাৰ-বাৰুদৰ কুঠৰীৰ কথা অনুভৱ কৰিছিল।

আধুনিক অসমীয়া কবিতাৰ গোটেই কলেৱৰটোৰ ভিতৰলৈ সোমাই গ'লে আমি ঘাইকৈ দুটি ধাৰা পাওঁ—এটা বিশুদ্ধ আৰু আনটো অবিশুদ্ধ। এই ভাৱবিলাসী ধাৰাত আধ্যাত্মিক শুভবুদ্ধি, দুখবোধ, কলাসৰ্বস্বতা, প্ৰকৃতি, যৌৱনৰ বিষণ্ণতা, দীৰ্ঘশ্বাস, যৌনতাৰ মহিমা, সংশয়, অতৃপ্তি, নৈৰাশ্য, হতাশা, নিৰ্জনতা, নিস্তেজ নিষ্ক্ৰিয় সৌন্দৰ্যবোধৰ অনুভূতি দেখা পোৱা যায়। এওঁলোকৰ কবিতা বহুলাংশে মিতভাষ, সূক্ষ্ম অনুভূতিৰ পৰিচায়ক আৰু বিস্তৃত মানসিক দিগন্তৰে উজ্জল; কেতিয়াবা লৰেঞ্চ, এলিয়ট্, ৰবীন্দ্ৰনাথে জাপানী কবিতা, ইউৰোপীয় মানস-চিত্ৰবাদ আৰু প্ৰতীকবাদৰ জিলিকনিও আমাৰ এই ধাৰাৰ কবিতাত পৰিছে। আমাৰ কবিসকলৰো স্বকীয়তা নিশ্চয় নোহোৱা নহয়; এই ধাৰাক ভাৱবিলাসী বোলাৰ কাৰণ এইটো নহয় যে, আমাৰ কবিসকলে সাধাৰণ পাঠকৰ অসতৰ্কতাৰ সুযোগ লৈ কবিতা ৰচনা কৰিছে। এই কবিতাসমূহ সম্পূৰ্ণ অস্থিৰ আবেগৰ অনুৰণন অথবা আচ্ছন্ন ৰহস্যময়তাৰ আৱেশ বুলিও মই নকওঁ। সেইবোৰৰ সূত্ৰও হয়তো উলিয়াব পাৰি—কিয়নো বাস্তৱ পৰিৱেশৰ আঘাততহে মানুহৰ আৱেগ-অনুভূতিৰ জন্ম হয়। তথাপিতো এইবোৰ কবিতা যেন জীৱনৰ লগত অসম্পৰ্কিত এটা স্বতন্ত্ৰ মনৰহে উদ্ভাৱনা, এনে অনুমান হয় বুলিয়েই এই ধাৰাক ভাৱবিলাসী আখ্যা দিছোঁ।

এই ধাৰাৰ কবিসকলৰ সৰহভাগৰে নিঃসংশয় কাব্যানুভূতি আছে, কিন্তু সি এখন ক্ষয়িষ্ণু সমাজৰ অৱক্ষয়ৰ অশ্ৰুৰে বিষণ্ণ। এই কবিতাত যুগান্তৰৰ পদধ্বনি নুশুনি। যুগৰ অগ্ৰগতিৰ পথ দেখাতে ৰুদ্ধ হৈছে বুলি ভাবি



পৰিস্থিতিৰ অসহনীয়তাকে মোৰ বুলি যদি অন্তৰতম স্থলৰপৰা কবিয়ে কয়, 'স্থিতিৰ গীতেৰে আমি গঢ়ি যাওঁ সুৰৰ সৰণি' তেনেহ'লে নিৰুপায় কবিয়ে নিজৰ ভাৱময় জগততে বিচৰণ কৰিবই লাগিব। নৰকান্তই যেতিয়া 'সিজু কাঁইটৰ দেশ'ৰ কথা ভাবে, তেওঁৰ 'সুৰৰ সৰণি'ত তেতিয়া আমি এক অৱক্ষয়ৰ চেতনাহে বিচাৰি পাওঁ। 'বিজ্ঞানৰ আশীৰ্বাদ আমাৰ জীৱন জুৰি মাথো প্ৰহসন'—কবিৰ এই সিদ্ধান্ত বস্তুবাদী দৃষ্টিৰ ফল নহয়। বিজ্ঞান বোধহয় দায়ী নহয়, দায়ী ক্ষয়িষ্ণু সমাজ-ব্যৱস্থাহে। ৰালফ্ ফক্স্‌ৰ ভাষাত "The main difficulty is the failure of the intellectual to understand clearly the corruption which rightly appals him is not the consequence of a moral disease, but of a social system in decay. It is not the machine in itself, any more than the cinema in itself, which is to blame for the private ownership of machine and cinema alike."

নৰকান্ত বৰুৱাৰ 'পলস' নামৰ কবিতাত সপোন-অন্ধ গলিৰ বেদনাৰ মাজতো ফুটি উঠা আশাবাদ প্ৰশংসনীয়; কিন্তু 'প্ৰাণ ঔষধিৰ অনুপান নাই, বিফল বেজালি' বুলি কোৱাৰপৰা বুজিব পাৰি আধ্যাত্মিক শুভবুদ্ধিৰ অভাৱ আৰু অৱক্ষয় চেতনাই কবিক অন্তৰ্মুখী কৰি তুলিছে। সেইবাবে তেওঁৰ অসহায় আৰু নিৰুপায় ৰূপটোৰ লগতহে আমাৰ অধিক পৰিচয় ঘটে। পৰিৱেশ সম্বন্ধে জ্ঞান থকা কবি নৰকান্তৰ এই সমাজ-বিমুখিতা হয়তো স্বভাৱজ, শ্ৰেণী-সংস্কাৰৰপৰা সি উদ্ভূত নহয়। তেওঁৰ এই এহাগুধীয়া ভাৱবিলাস অশ্ৰদ্ধেয় নহয়, কিন্তু প্ৰকৃত ঐতিহাসিক চেতনা নোহোৱাত তেওঁৰ কবিতা বিদগ্ধ জনৰ মনোৰঞ্জনৰ বস্তু হৈহে থাকিব, সাধাৰণ শিক্ষিত পাঠকৰ ৰস-পিপাসাই দূৰ কৰিব নোৱাৰে। অথচ যুগৰ বাবে সিয়েই আটাইতকৈ বেছি প্ৰয়োজনীয়। বহুত সংখ্যক কবিতাৰ জনক, বহু-আলোচিত এই কবিজনৰ অৱদানে আমাৰ সাহিত্য নিশ্চয় চহকী কৰিছে, তথাপিও তেওঁৰ সফল হাতৰপৰা আৰু এনে বস্তু বিচাৰোঁ, য'ত আমি শুনিম নিপীড়িত মানুহৰ প্ৰতি সহানুভূতিৰ সুৰ, আৰু যুগান্তৰৰ পদধ্বনি।

মহেন্দ্ৰ বৰাৰ চুটি কবিতা দুই-এটাত নিস্তেজ সৌন্দৰ্যবোধৰ ইঙ্গিত থাকিলেও তেওঁৰ কবিতাবোৰ অতিকথন আৰু অস্পষ্টতাৰে ধুৱলী-কুঁৱলী;

তেওঁৰ কবিতাৰ উপমা উৎপ্ৰেক্ষাৰ ধ্বনি-ব্যঞ্জনা সহজে ধৰিবলৈ টান। উপমা, উৎপ্ৰেক্ষা যেতিয়া ব্যাখ্যাতীত আৰু ভাবালু হয়, তেতিয়া পাঠকক চমকহে খুৱাব পাৰি, গ্ৰহণ কৰাব নোৱাৰি। বৰাৰ 'জাতিস্মৰ' নামৰ কবিতাটোৰ বক্তব্যও জন্মান্তৰবাদৰ নিচিনা ৰহস্যময় তত্ত্বেৰে গধুৰ—

'মই মাথো জানো মই মৃত্যুহীন গলি গলি
শেষ হৈ আকৌ কঠিন হওঁ।
সাজ পিন্ধোঁ আকৌ প্ৰাণীৰ দেহৰ আকৌ বৰফ হওঁ॥'

হৰি বৰকাকতিৰ কবিতাত আকৌ ৰোমাণ্টিক বিষাদ ঘনীভূত হৈছে। 'পৃথিবী উৰঁলি যক, সোণপাহী সন্ধি আজি তুমি আৰু মোৰ।' এই পংক্তিত জীৱন-বিমুখিতা স্পষ্ট হৈ আছে।

এই ধাৰাৰ অন্যতম উল্লেখযোগ্য কবি অজিত বৰুৱা; তেওঁৰ 'আমি অন্ধবিশ্বাসী, কেৱল আমাৰ অন্ধবিশ্বাস যদি নিৰন্ধ্ৰ অন্ধ হ'লহেঁতেন'···এই পংক্তিটোত ধৰ্মবোধৰ ওপৰত কবিৰ যি সংশয় প্ৰকট হৈছে, সি প্ৰকৃতপক্ষে কবিৰ সমাজ সম্পৰ্কে বস্তুবাদী দৃষ্টি গ্ৰহণৰ প্ৰতি আগ্ৰহহীনতাৰ পৰিচায়ক। 'ভাবি চালে লিলিমাই, এই জীৱনত একো নাই'—লোকগীতৰপৰা অনা এই পৰোক্ষ সূচনাই তেওঁৰ নৈৰাশ্যহে ফুটাই তুলিছে। কেইবাটাও সুন্দৰ কবিতাৰ ৰচক এই কবিজনৰ দৃষ্টিত যদি এনে আউল নেলাগিলেহেঁতেন, তেনেহ'লে আমি তেওঁৰপৰা জীৱন-নিষ্ঠ কবিতা নিশ্চয় আশা কৰিব পাৰিলোঁহেঁতেন।

আন এজন লেখত ল'বলগীয়া কবি, জাপানী কবিতাৰ সাৰ্থক অনুবাদক নীলমণি ফুকনৰ বিৰামবিহীন কাব্য-চৰ্চা, পৰীক্ষা আৰু সাধনা আমাৰ শ্ৰদ্ধাৰ বস্তু। এইজন কবিৰ আত্মবিশ্লেষণ থকা বাবেই কাব্য-বস্তু আৰু ৰীতিৰ বিকাশ সাধন সম্ভৱ হৈছে। মানসচিত্ৰবাদ অথবা প্ৰতীকবাদ এনেবোৰ পশ্চিমীয়া কাব্য-চিন্তাক তেওঁ আত্মসাৎ কৰিব পাৰিছে। আৰাগঁ'ৰ দৰে 'লোকোত্তৰ' ভাষাৰ অনুসন্ধানতো তেওঁ ব্যস্ত। সাধাৰণ ভাৱে এওঁৰ কবিতাত থকা দুখ আৰু মৃত্যুৰ চেতনা নৈৰাশ্যব্যঞ্জক। তেওঁৰ মনত হয়তো বিচ্ছিন্ন মানুহৰ ছবিয়ে ভুমুকি মাৰিছে। ধনতন্ত্ৰৰ বিকাশৰ লগত বিচ্ছিন্নতাৰ প্ৰসঙ্গ গভীৰভাৱে জড়িত। দ্ৰুত শিল্পায়নৰ ফলত মানুহ আপোন সত্তাৰপৰা বিচ্ছিন্ন হৈছে আৰু পুঁজিবাদী ৰাষ্ট্ৰই ছদ্মবেশে ব্যক্তিৰ



ইচ্ছা আকাংক্ষাক বিচ্ছিন্ন কৰাত লাগিছে। অথওৰ লগত সাযুজ্যৰ বাবে মানুহৰ যি স্বাভাৱিক আকূতি তাৰপৰা মানুহক কৌশলেৰে বঞ্চিত কৰা হৈছে। এই সময়ত সমাজ-সংসাৰক অনাত্মীয় বুলি ভবাটো মানুহৰ পক্ষে অস্বাভাৱিক একো নহয়। 'জীয়াই থকা অৰ্থহীন, চাৰিওফালে কেৱল শূন্যতা'—এই দৃষ্টিভঙ্গী আধুনিক ইউৰোপীয় সাহিত্যৰো অন্যতম উপাদান। কবি ফুকনো এই সত্তাবৰ্জিত মানুহৰ প্ৰতি সহানুভূতিশীল আৰু এই সহানুভূতিয়েই তেওঁৰ দুখবোধৰ উৎস। তেওঁৰ চাৰিওফালে এই সত্তাবৰ্জিত মানুহবোৰ আৰু ভাৱনাৰ স্নায়ু-মণ্ডলত তেওঁলোকৰ শূন্যতা। এনে উপলব্ধিৰ ফলতেই তেওঁৰ এই নীৰৱ অশ্ৰুবৰ্ষণ সম্ভৱ হৈছে, ই নিভাঁজ হ'লেও তেওঁৰ সহানুভূতি নিষ্ক্ৰিয়। উত্তৰণৰ পথৰ অঙ্গীকাৰ তেওঁৰ নাই। অৱশ্যে শেহতীয়া সংকল্প এটাত তেওঁ নৈৰাশ্যৰ এই সংকট পাৰ হৈ কৈছে: 'মই আন্ধাৰো নহয় পোহৰো নহয় তেজ হৈ ব'ব পৰা প্ৰজ্বলিত ভাৱনা'।

হোমেন বৰগোহাঞিৰ কবিতাতো প্ৰতীকৰ ব্যৱহাৰ আছে। পশ্চিমীয়া কাব্য-চিন্তাৰ অন্যতম এই দিশটো শ্ৰেণী-বিভক্ত সমাজৰপৰাই বিকশিত হৈছিল বুলিব পাৰি। সেইবাবে প্ৰতীকবাদী চিন্তা একপ্ৰকাৰ বুৰ্জোৱা মানসৰ উদ্ভাৱনা। আমাৰ বৰ্তমান সমাজ-ব্যৱস্থাত তাৰ ব্যৱহাৰ সম্ভাৱনাই বেছি। বৰগোহাঞিৰ কবিতাত চহা জীৱনৰ স্মৃতিচাৰণৰ ব্যঞ্জনা আছে। কেতিয়াবা আকৌ প্ৰকৃতিত শান্তি নাই, মানুহ নিঃসঙ্গ চিৰকাল—বুলিও কৈছে। নাৰী, ফুল, মৃত্যু-চেতনা, লৰেঞ্চৰ দৰে যৌনতাৰ মহিমা-বৰ্ণনা আদি তেওঁৰ বিষয়-বস্তু। তেওঁ কেতিয়াবা অযুক্তিকৰভাৱে কয়: 'মৃত্যুৰ ক্লান্তিৰে দীপ্ত পলাতক মন মোৰ।' (আশ্ৰয়, আশ্ৰয়, ক'ত?)

দীনেশ গোস্বামীৰ 'শৱযাত্ৰা' কবিতাত বাস্তৱ অভিজ্ঞতাৰ অনুভূতি থাকিলেও তেওঁৰ কবিতাত পোৱা যায় ঘাইকৈ যৌৱনৰ দীৰ্ঘশ্বাস, যৌন-ৰহস্যৰ প্ৰতি আগ্ৰহ, হতাশা, নিঃসঙ্গতাবোধ আৰু 'ভৱিষ্যতৰ ভয়'। প্ৰফুল্ল ভূঞাই পুৰণিৰ মাজলৈ উভতি যাব খুজিছে 'মই হ'লে বৈ যাম সময়ৰ অবুজ মায়াত সদায় সাৱটি লৈ পুৰণি জীৱন'। এই স্থিতিধৰ্মিতা আৰু অতীতমুখিতা সমূলি উৎসাহজনক নহয়।

সেই একে হতাশাৰ ভাৱ সংক্ৰমিত হৈছে নিৰ্মলপ্ৰভা বৰদলৈ আৰু হীৰেন ভট্টাচাৰ্যৰ কবিতাতো। এওঁলোক উভয়ৰে সন্ধানী দৃষ্টি আছে। বস্তু

আৰু ৰীতি উভয়েৰে বিকাশ ঘটিছে এওঁলোকৰ কবিতাত। 'মোৰ বুকুৰ কাপোৰখন গুচাই দিয়া, এমুঠি ছাই' বুলি হতাশাৰ মনোভাৱ এটাকে প্ৰকাশ কৰিছে নিৰ্মলপ্ৰভাই ; কেতিয়াবা ; নিৰ্জন অৰণ্যৰ ছুপৰৰ মোহত মুগ্ধ হৈছে। প্ৰকৃতিৰ প্ৰতি মুগ্ধ হৈছে। প্ৰকৃতিৰ প্ৰতি মুগ্ধতাৰ দিন এতিয়া আৰু নাই। ৰহস্যৰ দুৱাৰ এখন এখনকৈ উন্মোচিত হৈ আছে। এতিয়া সাহিত্যৰ বিষয়বস্তু হ'ব লাগে 'মানুহ' যি লাঞ্ছিত, বঞ্চিত, যাৰ উদাৰ হাত ঘামেৰে তিতি আছে—সেই মানুহ। 'কি যে ভয়াৱহভাবে আমি অসহায়' বুলি হীৰেন ভট্টই যেতিয়া কয়, তেতিয়া তেওঁৰ অন্তৰৰ হতাশাৰ পৰিচয় পাওঁ। তেওঁ যেতিয়া গতানুগতিক প্ৰেমৰ কবিতা লিখে তেতিয়া আমি হতাশ হওঁ ; কিন্তু তেওঁ কেতিয়াবা সমাজবোধৰো সংকেত দিয়ে। তেতিয়া শোষক আৰু শোষিতৰ দ্বন্দ্ব সম্পৰ্কে তেওঁ যেন সজাগ হৈ উঠে।

'মোৰ নিয়াৰিৰ কঁাচিখনলৈ এবাৰ
চালেই বুজিব পাৰিবা
কাৰ ডিঙিৰ জোখাৰে গঢ়িছোঁ।'

তথাপি যেন তেওঁৰ অস্থিৰতা আছে। তেওঁ যেন দ্বিধাগ্ৰস্ত—কাৰ বাবে লিখিব? কাৰ বাবে লিখিব সেইটো ঠিক কৰিব পাৰিলেই ভাষা, ৰীতি আৰু বস্তুৰ সমস্যা শেষ হ'ব। 'সুন্দৰৰ পাতনি' নামৰ কবিতাত বীৰেশ্বৰ বৰুৱাৰ বৌদ্ধিক দায়িত্বৰ আভাস আমি পাইছিলোঁ। 'প্ৰত্যাৱৰ্তন'ত জীৱনৰ প্ৰান্তৰত সেউজী আভা চোৱাৰ হেঁপাহ ফুটি উঠিছিল ; এতিয়া যেন তেওঁৰ সেই হেঁপাহ নাই। 'সপোনৰ পোষ্ট্‌মৰ্টেম্', 'লিলিৰ আবেলি'য়েও আমাক উৎসাহিত কৰা নাই। মহিম বৰাৰ প্ৰকাশ-ৰীতি মনোৰম আৰু অৰ্থঘন ; কিন্তু কাব্য-বস্তুত তেওঁ 'অবিশুদ্ধ' হ'বলৈ যত্ন কৰা নাই। তেওঁৰ কবিতাত আছে নিস্তেজ সৌন্দৰ্য-স্পৃহা, আছে এক অকাৰণ হতাশাৰ মনোভাৱ ; 'শুকান পানীৰে ভৰিল মাথোন আমাৰ পুষ্কৰিণী।' হতাশাৰ আনন্দত তৃপ্তি আছে সঁচা ; কিন্তু জীৱনৰ বিকাশৰ সি অনুকূল নহয়। সুনীল শৰ্মাৰ 'জোনাক ৰাতিৰ আৰতি'তো চিত্ৰধৰ্মী ৰোমাণ্টিক আস্বাদহে অনুভৱ কৰিব পাৰি।

সমাজবোধৰ অনুভূতি যিসকল কবিৰ কবিতাত পোৱা যায়, তেওঁলোক আটাইবোৰেই যে প্ৰকৃতপক্ষে উত্তীৰ্ণ হৈছে এনে নহয়। তথাপি ইয়াত



প্ৰাচীন বিপ্লৱী ঐতিহ্যক বৰ্তমানৰ উপযোগীকৈ দাঙি ধৰা শোষিতৰ শত্ৰু-সম্বন্ধে সচেতনতা, আৰ্তসমাজৰ প্ৰতি আন্তৰিক দৃষ্টি, বিপ্লৱী মনোভাৱৰ কল্পনা, সংযুক্তিৰ বাবে ব্যাকুলতা নোহোৱা নহয়। এওঁলোকে যুগৰ passions কি বুজিবৰ চেষ্টা কৰিছে আৰু তাতেই আমাৰ আশা। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'অদ্ভুত সময়'ত শূন্য ফুলগুৰিত জীৱনৰ বাণী বিচাৰি পাইছে। 'বিষ্ণু ৰাভা'ত বৈপ্লৱিক আশাৰ সংকেত সহজ আন্তৰিকতাৰে ফুটাই তুলিছে। "I think, therefore, I am" এই কথাষাৰ জীৱনত যিদৰে প্ৰযোজ্য, আৰ্টৰ ক্ষেত্ৰতো তেনেদৰে প্ৰযোজ্য। বীৰেন ভট্টাচাৰ্যৰ কবিতাত এই দৃষ্টি আছে ; আশাৰ সমাধিৰ মাজতো তেওঁৰ কবিতা নতুন পামৰ কল্পনাৰে উদ্ভাসিত। এই ধাৰাৰ অন্যতম সাৰ্থক কবি কেশৱ মহন্তৰ 'আঘোণৰ কুঁৱলী' বিপ্লৱী উদ্যমৰ প্ৰতিবন্ধকৰ প্ৰতীক। এই কুঁৱলী আঁতৰাব পাৰিলেহে মানুহৰ দুখ শেষ হ'ব। ৰাম গগৈৰ 'পথাৰ' 'এটম বোমা'ৰ কল্পনাত জীৱন-বোধৰ সাৰ্থক প্ৰকাশ ঘটিছে :

'নীলকণ্ঠ জনতাৰ কি আশ্চৰ্য সমাৱেশ!
সৃষ্টিৰ, নতুন সৃষ্টিৰ
কি অগ্নিময় সম্ভাৱনা তোমাৰ বুকুত!'

এই ধাৰাৰ আন আন কবিসকল হ'ল হেমাঙ্গ বিশ্বাস, অমলেন্দু গুহ, ৰবীন্দ্ৰ চৰকাৰ, ৰবীন্দ্ৰ বৰা, অৱনী চক্ৰৱৰ্তী আদি। এওঁলোকৰ কবিতাত থুলমূল ভাৱে বিচ্ছিন্নতাবোধ, শোষিতৰ দুখৰ প্ৰতি অনুভূতি, বাস্তৱক আত্মস্থ কৰাৰ এটা প্ৰয়াস জাছে। এই প্ৰবন্ধত তাৰ পুংখানুপুংখ আলোচনা সম্ভৱ নহয়। সূৰ্যাস্তৰ আভা মনোৰম হ'লেও সি আমাৰ কাম্য নহয়, আমাক লাগে মধ্যাহ্নৰ সৰ্বশক্তিমান সূৰ্যৰশ্মিৰ আভৰণ যাৰ প্ৰচণ্ড আৰু প্ৰৱল শক্তিৰে 'ব্যাঘ্ৰ ভয়ে ভৰা' এই অটব্য অৰণ্য-পথ আমি অতিক্ৰম কৰিব পাৰোঁ। 'পথাৰে পথাৰে সেউজবুলীয়া স্বৰ্গ' সৃষ্টি কৰিব পৰা বজ্ৰনাদৰ প্ৰয়োজন এতিয়া। এই কবিসকলে কথা বুজিছে, তেওঁলোকৰ পথপ্ৰদৰ্শক হ'ব লাগিব কবি নিজেই। দায়িত্ববোধ আমাৰ বাবে নিশ্চয় আশাপ্ৰদ।

ষষ্ঠ দশকৰ কবিসকলৰ ভিতৰত হীৰেন দত্ত, হীৰেন গোঁহাই, ভৱেন বৰুৱা, হৰেকৃষ্ণ ডেকা প্ৰভৃতিৰ নাম উল্লেখযোগ্য। হীৰেন দত্তৰ কাব্য-প্ৰকৰণত দখল আছে, কিন্তু তেওঁৰ প্ৰসঙ্গই আমাক নিৰাশ কৰিছে। নাহৰ

গছৰ শাৰী শাৰী স্বপ্নৰ কলচী চাই, মৌনতাৰ স্তুতি ৰচনা কৰি স্মৃতিৰ জোনাকৰ অত্যাচাৰ সহি থকা কবি হীৰেন দত্তই 'ৰজনীগন্ধাৰ দৰে হৃদয় ফুলা'ৰ বুনিয়াদী আশাও পোষণ কৰে। ই তেওঁৰ ব্যক্তিগত বিশ্বাস; 'সংশয়ৰ লতাকটা ৰণ' শেষ কৰি কেৱল হৃদয়বান হলেই কবিৰ দায়িত্বৰ অন্ত নপৰে। নিজৰ মনৰ হাটত দৰ-ভাও কৰাজনে কেৱল ভাৱ-বিলাসৰ হে পৰিচয় দিয়ে। পৰিৱৰ্তনৰ প্ৰক্ৰিয়াত ৰত বৰ্তমানৰ ব্যঞ্জনা তেওঁৰ কবিতাত নাই।

সমাজ ব্যৱস্থা আৰু ইয়াৰ দিক্‌পাল কৌশলত সাধাৰণ মানুহ বিচ্ছিন্ন আৰু বিভ্ৰান্ত হৈ পৰিছে। মানুহে জীৱনটো অৰ্থহীন বুলি ভাবিছে। এনে অৰ্থহীনতা অথবা শূন্যতাবোধৰ আক্ৰমণ-জৰ্জৰ মানুহৰ কথা ভবেন বৰুৱাৰ কবিতাত আছে বুলি মই নেভাবোঁ। তেওঁৰ 'আন্ধাৰত হাত', 'কুঁৱলীবোৰ', 'জাহাজডুবিৰ স্মৃতি', 'নতুন দিনৰ মানুহ' আদি উল্লেখযোগ্য কবিতা; এই কবিতাবোৰত ফুটি উঠা দুখ-চেতনাৰ উৎস সম্ভৱত 'আত্মাৰ নৈৰাজ্য'। এই জাহাজডুবিৰ নৈৰাজ্যত দুখৰ পৱিত্ৰতা হেৰাই গ'ল। এদিন প্ৰেম আৰু পৃথিৱী দুখৰ স্বচ্ছতাত প্ৰতিবিম্বিত হৈছিল, এতিয়া সি অনুপস্থিত। ইয়েই তেওঁৰ দুখৰ কাৰণ, এতিয়া তেওঁৰ মুখ 'জুইৰ উত্তাপে দহিছে'। আত্মিক শক্তি হেৰুওৱা নতুন দিনৰ মানুহৰ মুখ-বোৰো দুখহীন বৰ্বৰ; তাত কোমলতা নাই। ইস্পাতৰ দৰে সি কঠিন। কবিৰ সঞ্চিত ব্যক্তিগত,—পৱিত্ৰ অন্তৰতম দুখৰ অৰ্ঘ্য দিব খুজিছে এই মুখবোৰত ফুলৰ ওপৰত নিয়ৰ দেখা দিয়াৰ দৰে। কবিৰ এই অনুভূতি মনোৰম কিন্তু সি মূলতঃ ভাৱবাদী দৃষ্টিৰ ওপৰত প্ৰতিষ্ঠিত হোৱাত প্ৰকৃত জীৱনৰ সত্যৰ লগত সম্পৰ্কিত নহ'ল। তেওঁৰ 'শেষ আশ্ৰয়'ত পোহৰ অথবা দ'লৰ সোণৰ কলচীৰ হাঁহি অৰ্থাৎ অতীন্দ্ৰিয় এক শক্তি যি পোহৰৰ পথ দেখুৱাব পাৰে। এই পথ বিযুক্তিৰ পথহে, সংযুক্তিৰ আভাস থাকিলেও, সি ঘাইকৈ মন্ময় আৰু ভাৱাশ্ৰয়ী। ক্ৰমাগত দক্ষতা থকা এইজনা প্ৰেমৰ কবিয়ে নিজৰ অনুভূতিক সামাজিক কৰিলে আমি ৰং পাম।

হৰেকৃষ্ণ ডেকাৰ মনোৰম প্ৰকাশভঙ্গীয়ে আমাক আনন্দ দিয়ে, কিন্তু তেওঁৰ অৰ্থঘন উপমা, উৎপ্ৰেক্ষাৰ অৰ্থ বৈচিত্ৰ্য অথবা অৰ্থসম্পদ সহজে উদ্ধাৰ কৰা মোৰ পক্ষে দুৰূহ। ছিন্ন স্মৃতি, ৰতাহ, নগ্নতা, তেইশৰ উপকণ্ঠত বৰ্ষা,



আদি কবিতাই তেওঁৰ ভাৱালু মনৰহে পৰিচয় দিয়ে; তথাপি, তেৰোঁ যেন কিবা বেদনাত জৰ্জৰিত;

'মোৰ ওঁঠৰ জঠৰ শিলেৰে
ধাৱমান দিনে চেপি থৈ যায় আয়নাৰ মুখ!'

এওঁলোকৰ বিপৰীতে হীৰেন গোহাঞিৰ কবিতাত আমি সমাজ-সচেতনতা লক্ষ্য কৰিছোঁ। শ্ৰেণী-বিভক্ত সমাজৰ প্ৰতি তেওঁৰ কটাক্ষ আছে, তাৰপৰা উদ্ভূত হোৱা অপ-সংস্কৃতি আৰু অতি-বিপ্লৱী মনোভাৱে তেওঁক দুখ দিছে। 'মৃত্যুৰ পথ অলস ঘৃণাৰ' বুলি ঘোষণা কৰা এই কবিজনে শেহতীয়া কবিতাত শোষিত আৰু সজাগ মানুহৰ সম্পৰ্ক স্থাপনৰ আগ্ৰহ ফুটাই তুলিছে।

তৰুণ কবিসকলৰ ভিতৰত মোহনকৃষ্ণ মিত্ৰ, আনিছ উজ জামান, তৰুণ বৰুৱা, বিজন চৌধুৰী আদিৰ নাম উল্লেখযোগ্য। এওঁলোকৰ বহুতেই প্ৰতিশ্ৰুতিসম্পন্ন, কিন্তু এওঁলোকৰ কবিতাকো বিশুদ্ধ আৰু অবিশুদ্ধ এনেকৈ ভাগ কৰাৰ থল আছে। অৱশ্যে এওঁলোকে পথাৰতে নামিছেহে, সম্ভাৰ বেছি হ'লেহে আমি ভাল-বেয়া বছাটো উচিত হব।

অসমীয়া এই এমুঠি কবিৰ সৰহভাগৰে কবিতাত এই নৈৰাশ্যৰ সুৰ কিয় শুনা যায়? আনহাতে দুখবোধ, আৰু মৃত্যু-চেতনাও দেখা যায় কিয় বাৰু? এইবোৰ কিবা কৃত্ৰিম চৈতন্যৰ প্ৰতিফলন নে ই কবিসকলৰ প্ৰকৃতি? নে তেওঁলোকৰ জন্ম, শিক্ষা, জীৱিকাৰ দ্বন্দ্ব আৰু অভিজ্ঞতাৰ ফল? এনে প্ৰশ্ন বিচাৰ্য। অৱক্ষয়-চেতনা আচলতে ভুল মনস্তত্বৰ প্ৰতিক্ৰিয়া, যি মনস্তত্বই আমাক কেৱল উন্মাদ আৰু স্নায়ুপীড়িত সকললৈ আঙুলিয়ায়। এই দৃষ্টি আধুনিক বুলিব নোৱাৰি। পাৰিপাৰ্শ্বিকৰ মালা কণ্ঠত আঁৰি তাৰ স্বৰূপ উপলব্ধি কৰিব পৰাতহে আধুনিক দৃষ্টিভঙ্গী আছে বুলি মই ভাবোঁ। ইউৰোপীয় কাব্যৰ খণ্ড-চৈতন্যৰ প্ৰতি অনুৰাগ, বিজ্ঞান-সম্মত দৃষ্টি আৰু নিপীড়িত মানুহৰ প্ৰতি সক্ৰিয় সহানুভূতিৰ অভাৱ, দেশীয় কাব্য-চিন্তাৰ যুক্তি-সম্মত বিশ্লেষণৰ প্ৰতি অনীহা—এইবোৰ কাৰণতে কবিসকলৰ মাজত আত্মকেন্দ্ৰিক স্বভাৱ এটি লক্ষ্য কৰা যায়। বাস্তৱ-সত্যক অন্তৰৰ শোধনাগাৰত পৰিষ্কাৰ কৰোঁতে শোধন প্ৰক্ৰিয়াৰ যি জাবৰ-জোঠৰ ৰৈ যায়, সি উৎপাদিত দ্ৰব্যৰ ভিতৰতো সোমাই পৰে। দ্ৰব্য বিশুদ্ধ কৰাৰ ইচ্ছা থাকিলেও সি সম্পূৰ্ণ বিশুদ্ধ হ'ব নোৱাৰে।

আজিৰ শিক্ষিত-অশিক্ষিত গাঁও-নগৰৰ পাৰ্থক্য বাঢ়িল ; শিক্ষিত নগৰমুৱা হ'ল। সংস্কৃতিৰ উৎস স্থল আজি বিষণ্ণ, তাত গীতৰ ধ্বনি নীৰৱ, তাৰ অধিবাসী মূক, বধিৰ, অসৰ্তক আৰু শোষিত। তেওঁলোকে জীৱনৰ ৰূপ দেখা নাই ; কবিসকলেই তাক দেখুৱাব লাগিব। সেইবাবেই কবিতাৰ এটা সামাজিক প্ৰয়োজন আছে।

আমাৰ শিক্ষিত মানুহৰ মেধা, বুদ্ধি আছে। নিশ্চয় তেওঁলোকৰ মাজত দৰদী পাঠকো ওলাব। নগৰতকৈ সম্ভৱতঃ গাঁও অঞ্চলৰ শিক্ষিতসকলেহে আজিকালি সাহিত্যৰ খা-খবৰ বেছিকৈ ৰাখে। সেইবুলি কবিতা সম্পূৰ্ণ অনায়াসবোধ্য হ'ব লাগিব বুলিও মই নকওঁ ; কিন্তু বিষ্ণু দেৰ 'কাব্য সম্বোধন, শ্ৰোতাৰ সম্বন্ধ তাত গ্ৰাহ্য' এই উক্তি মই সমৰ্থন কৰোঁ। কাৰণ কবিতা, গল্প, উপন্যাস আদিও জীৱনভিত্তিক আৰু সামাজিক হোৱা প্ৰয়োজন। জীৱন আৰু কল্পনাৰ সমন্বয় সাধনৰ জৰিয়তে কবি-মানসৰ বিকাশ সাধন আৰু কবিতাৰ চৰিত্ৰৰ পৰিৱৰ্তন সম্ভৱ।

বৰ্তমানৰ শিক্ষা ব্যৱস্থা, গণ-মাধ্যমসমূহ, বিদেশী চাল-চলনৰ গোপন অনুপ্ৰৱেশ, অৰ্থ নৈতিক হতাশা আদিৰ বাবে আজিৰ ল'ৰা-ছোৱালীহঁতৰ মাজত যি তৰল মানসিকতা আৰু অপ-সংস্কৃতিৰ জন্ম হৈছে তালৈও আমি চকু-কাণ দিবৰ হ'ল। দেখা যায় শিক্ষিতসকলৰ জ্ঞান-সঞ্চয়ৰ আগ্ৰহৰ ক্ৰমে অৱনতি ঘটিছে। তেওঁলোকে বিদেশী সাহিত্য ভাল পেপায়, আৰু অসমীয়া সাহিত্যও এড়ায়। আমাৰ উঠি-অহা চামৰ মানসিক উন্নতিৰ বাবে সাহিত্যতো এটা বৌদ্ধিক স্তৰ লাগিব। গতিকে বিষয়-বস্তুৰ মহত্বৰ প্ৰতি চকু দিয়াৰ লগে লগে আঙ্গিকৰ প্ৰতিও আমি চকু ৰাখিব লাগিব। বিষয়-বস্তুক উজ্জলকৈ দাঙি ধৰিবলৈকে আঙ্গিকৰ প্ৰয়োজন। আমাৰ কবিসকলেও এনে বস্তু সৃষ্টি কৰিব লাগে—যি এটা বিশেষ মানদণ্ড ৰক্ষা কৰিও সাধাৰণৰ লগত সংযুক্তিৰ পথ পৰিষ্কাৰ কৰি তোলে। সম্পূৰ্ণকৈ মেলি নধৰাকৈও কবিতাৰ সামগ্ৰিক ধ্বনি-ব্যঞ্জনা আগ্ৰহী পাঠকৰ কাণত পেলাব পাৰি।

# যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা

## হীৰেন দত্ত

Mathew Arnoldঅৰ 'Poetry is the criticism of life—এই সুবিখ্যাত উক্তিটোৰ বহল ভাবাৰ্থ আছে যদিও, যি প্ৰসঙ্গত Arnoldএ এই মন্তব্যটো দিছিল, তালৈ ভালদৰে লক্ষ্য কৰিলে এইটো কথা বুজিব পাৰি যে এই উক্তিৰ যোগেদি বিভিন্ন ভাৱধাৰাৰ সুতিৰ সঙ্গম স্বৰূপ এক বৌদ্ধিক পৰিবেশ কবিতা-সৃষ্টিৰ বাবে অতি প্ৰয়োজনীয় বুলি Arnoldএ দৃঢ় ভাবে ক'বলৈ বিচাৰিছিল। Arnoldঅৰ এই ধাৰণাৰ তাৎপৰ্য আজিৰ যুগতো সম্পূৰ্ণ বিদ্যমান। এই আৰ্ন্তজীয় দৃষ্টিকোণৰপৰা চালে অসমীয়া কাব্যজগত এতিয়াও নিচলা।

একেলগে এটা কথাও মনত ৰাখিব লাগিব যে কবিতা এবিধ কলা। গতিকে কবিতাত বিষয়-বস্তু আৰু কাব্যৰীতিৰ নিয়ম—এই দুইটাৰ মাজত ভাৰ-সাম্য ৰখাটো প্ৰতিজন কবিৰ পক্ষে একান্ত বাঞ্ছনীয়। অনুভূতিৰ দোলন নেথাকিলে বাস্তৱমুখী কাব্য হ'ব অকাব্য। সামজিক কল্যাণবোধৰ প্ৰেৰণাবশতঃ কবিয়ে যদি সুকুমাৰ কলাৰ মূল নিয়মখিনি উলঙ্ঘা কৰে তেন্তে কবিতাই তাৰ আকৰ্ষণীয় ক্ষমতা হেৰুৱাই পেলাব। আকৰ্ষণীয় শব্দ চয়নৰ তাগিদ যথাৰ্থ জনতাৰ কবিয়েও অনুভৱ কৰে ; কাৰণ কবিতাৰ কলাগত বৈশিষ্ট্যখিনি তাতেই। সেই হেতুকেই সাৰ্থক জনতাৰ কবি এজনৰ বা সাৰ্থক সংগ্ৰামী কবি এজনৰ ক্ষেত্ৰতো তলত দিয়া কথাষাৰ প্ৰযোজ্য : 'In every poet there is a longing for an original 'magic language' ( The Necessity of Art, A Marxist Approach : Ernst Fischer, page 27 ) কবিতাৰ ভাৱ বা বিষয়বস্তু মানে যে কবিৰ জীৱন-সম্বন্ধে হোৱা অভিজ্ঞতাৰাজি সেই কথা সকলো কাব্যৰসিকে জানে। কিন্তু এইখিনিতে এটা কথা মই বিশেষ ভাৱে জোৰ দি ক'ব খুজিছোঁ যে ঘটনা-পৰম্পৰাই কবিৰ প্ৰাণত উদ্ৰেক কৰা অভিজ্ঞতাবোৰৰ প্ৰতিফলনেই

স্বৰূপাৰ্থত কবিতা নহয়। অভিজ্ঞতাৰাজি কবিৰ হৃদয়ৰ মৰ্মস্থললৈ সোমাই গৈ ঘনীভূত ( crystallise ) হোৱাৰ পাছতহে ভাল কবিতাৰ জন্ম হয়। কাব্যসৃষ্টি প্ৰক্ৰিয়াৰ বিষয়ে মহৎ কবি আৰু বিখ্যাত সমালোচকসকলে আগবঢ়োৱা তত্ত্ববোৰলৈ এতিয়া নগৈও এটা প্ৰাথমিক কথা নিৰাপদে ক'ব পাৰি যে জীৱনৰ অভিজ্ঞতাৰাজি হৃদয়ৰ মৰ্মস্থলত ধাৰণ কৰিব পাৰিলেহে কবিয়ে সেইখিনি সুস্পষ্টভাবে আৰু বলিষ্ঠভাবে কবিতালৈ ৰূপায়িত কৰিব পাৰে। কবিতাৰ উৎকৃষ্টতা সম্বন্ধে থকা মোৰ ধাৰণাৰ বিষয়ে আৰু দুটা-মান কথা যোগ দিলেই আজিৰ আলোচনাটোৰ বাবে যথেষ্ট হ'ব বুলি ভাবোঁ। ব্যৱহাৰিক জীৱনৰ দৈনন্দিন কথা-বতৰাৰ ঠাঁচত যিসকলে কবিতা লিখে সেইসকল কবিৰ প্ৰতি মোৰ বিৰূপ ধাৰণা নাই। কিন্তু দেখাত পোণ-পটীয়া যেন হ'লেও কবিতাৰ ভাব ইঙ্গিতময়তাৰে সমৃদ্ধ হ'ব লাগিব বুলি মই ভাবোঁ। উদাহৰণ স্বৰূপে 'ক্ষুধাৰ ৰাজ্যে পৃথিবী গদ্যময়' সুকান্তৰ এই বিখ্যাত উক্তিটোৱে অভাৱনীয় শক্তি পালে পিছৰ 'পূৰ্ণিমাৰ চাঁদ যেন ঝলসানো ৰুটি' এই সুবিখ্যাত উপমাটোৰ বাবে। ইয়াত এটা অতি ব্যঞ্জনাক্ষম উপমাৰ বাবে এটা ভাৱে লাভ কৰিলে তাৰ এটা নতুন আয়তন। উপলব্ধিৰ গভীৰতাৰপৰা সম্ভূত পোণপটীয়া উক্তিৰ মাধ্যমেৰে ৰচনা কৰা কবিতাও আকৰ্ষণীয় ভাবে ব্যঞ্জনাক্ষম হ'ব পাৰে বুলি মই দ্বিধাহীন ভাৱে বিশ্বাস কৰোঁ। শব্দৰ খেলাই কবিতা হ'ব নোৱাৰে। প্ৰতীকী কবিতাত বহু ক্ষেত্ৰত ভুৱা সূক্ষ্মতাৰ মেৰপাক আৰু শব্দলৈ কৰা পৰীক্ষা-নিৰীক্ষাই ভাষাৰ ভুল আৰু জঞ্জালীয়া অৱস্থাৰ সৃষ্টি কৰে। খুব অনুভূতিশীল আৰু জাগ্ৰত ভাষাজ্ঞান আৰু লগতে প্ৰতীকৰ কুশল সংযোজনা ব্যতিৰেকে প্ৰতীকধৰ্মী কবিতা বিভ্ৰান্তিকৰ হোৱাটো সম্ভৱ। কিন্তু সেইবুলিয়েই যিকেইজন প্ৰতিভাশালী কবিয়ে ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত স্বাধীনতা লৈ প্ৰতীকৰ সূক্ষ্ম সংযোজনা আৰু তিৰ্যক প্ৰকাশ-ভঙ্গীৰ যোগেদি অৰ্থঘন আৰু ভাৱসঞ্চাৰী কবিতা লিখাত বহু ক্ষেত্ৰত সফল হৈছে সেইসকল কবি অভিজ্ঞতাৰ গভীৰতা সুচিন্তিত ভাৱে প্ৰকাশ কৰাত দৃঢ়বদ্ধ নহয় বুলি মই মানি নলওঁ। সাৰ্থক প্ৰতীকী কবিতাত কবিয়ে অনুভূতিৰ দ্যোতক কিছুমান প্ৰতীক এনেধৰণেৰে গুঁঠি পেলায় যে সমষ্টিগত ভাৱে সিবোৰে এটা কাব্যিক ভাব ( theme ) গঠন কৰে। প্ৰতীকী কবিতাৰ ক্ষেত্ৰত থকা



সমস্যাবোৰৰ প্ৰতি সজাগ হৈও মই কওঁ যে প্ৰতীকী কবিতা লিখিবলৈ তৎপৰ হোৱা মানেই সকলো ক্ষেত্ৰতে ব্যক্তিকেন্দ্ৰিক, পলায়নবাদী কবিতা লিখাৰ প্ৰবৃত্তি বুলি যিসকলে ভাৱে সেইসকলক মই সূক্ষ্ম ৰসবোধবিবৰ্জিত কবিতা-পাঠক বুলি গণ্য কৰোঁ। এজন প্ৰতিষ্ঠিত কবিৰ এটা কবিতাৰ উৎকৃষ্টতা বিচাৰ কৰিবৰ বেলিকা মই কবিতাটোৰ সামগ্ৰিক ৰূপটোৰ ওপৰতহে একান্তভাবে গুৰুত্ব দিওঁ। আমাৰ বহুত কবিয়ে এইটো কথা পাহৰি যায় যে এটা কবিতাত পোৱা দুই এটা স্মৰণীয় শাৰী বা স্মৰণীয় পংক্তিতকৈ সেই কবিতাটোৰ সংবেদনৰ মূলহে কবিতা-বিচাৰৰ ক্ষেত্ৰত বহুত বেছি গুৰুত্বপূৰ্ণ।

ঘাইকৈ এইখিনি কথাকে মনত ৰাখি এতিয়া আলোচ্য কালছোৱাৰ গোটাচেৰেক কবিতাৰ বিষয়ে আলোচনা কৰিম। যদি কবিসকলৰ কথা মনলৈ নানি কেৱল কবিতাবোৰৰ উৎকৃষ্টতাৰ ভিত্তিতহে বাছনিটো কৰা যায় তেন্তে বাছনিটো কেইজনমান কবিৰ ভিতৰতে আবদ্ধ থাকিবগৈ। তাকে নকৰি আজিৰ প্ৰসঙ্গলৈ লক্ষ্য কৰি যিমান পৰা যায় সিমান কবিৰে হাতত পৰা কবিতাবোৰ চালি-জাৰি চাই প্ৰত্যেকৰে দুই-একোটাকৈ কবিতা বাছি লৈছোঁ। উৎকৃষ্টতাৰ তাৰতম্য অনুসৰি মোৰ মন্তব্যও চুটি দীঘল হব। "Each star differeth from another in glory" বুলি Bibleত এষাৰ কথা আছে। কিন্তু অসমৰ কাব্য-গগনত এই বিচিত্ৰতাৰ স্বৰূপটো আশাপ্ৰদ নহয়।

**হেম বৰুৱা:** আলোচ্য কালছোৱাৰ আগডোখৰৰ কাব্য-আন্দোলনত তেখেতৰ নেতৃত্বৰ স্বীকৃতি হিছাপে 'মমতাৰ চিঠি' নামৰ কবিতাটোৰে ইয়াত উল্লেখ কৰিলোঁ। দাম্পত্য জীৱনৰ আকৰ্ষণীয়তা, উদ্বেগ, উৎকণ্ঠাৰ মনোমুগ্ধকৰ চিত্ৰৰ উপৰিও সাময়িক বিচ্ছেদটোৱেই চিৰবিচ্ছেদ হয়গৈ বুলি কৰা ভয়ে আনি দিয়া মৃত্যুচেতনা—এইবিলাকেই কবিতাটোৰ সাৰাংশ। এফালৰপৰা চাবলৈ গ'লে এইবোৰ প্ৰাত্যহিক জীৱনৰ তুচ্ছ খবৰ; আনফালৰ পৰা চাবলৈ গ'লে আকৌ এইবোৰতেই নিহিত এজনী তিৰোতাৰ মনৰ গোপনতম সত্যবোৰ। চীনদেশীয় কবিতা এটাৰ আলমত লিখা হলেও অসমীয়া পঢ়ৈৰক এক নতুন ঠাঁচৰ কবিতাৰ স্বাদ মমতাৰ চিঠিয়ে দিলে।

**বীৰেন ভট্টাচাৰ্য**ঃ ভট্টাচাৰ্যৰ কবিতাবোৰত বিয়াল্লিচৰ বিপ্লৱী প্ৰেৰণা, মাৰ্কছবাদ আৰু ধৰ্মীয় ঐতিহ্যৰ প্ৰতি আকৰ্ষণে (ক্ৰছৰ বন্ধুলৈ শঙ্কৰদেৱ) ঠেলাঠেলি কৰি আছে। এইবোৰৰ সংশ্লেষণ—যিটো আনিবৰ বাবে উদাহৰণস্বৰূপে জ্যোতিপ্ৰসাদ নিষ্ঠাৰে উদ্যত হৈছিল—তেখেতৰ কাব্য-কৃতিৰ যোগেদি বিকশিত হোৱা নাই। ভট্টাচাৰ্যৰ সামাজিক কল্যাণবোধৰ চেতনা সন্দেহাতীত, কিন্তু কবিতাৰ কাৰিকৰী আৰু ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত সচেতনতা—এইবোৰৰ প্ৰতি তেখেত আওকণীয়া। 'বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি'ত বিয়াল্লিচৰ বিপ্লৱী চেতনাৰ সগোত্ৰীয় প্ৰেৰণাহে বেছি সক্ৰিয়।

**মহেশ্বৰ নেওগ**ঃ 'জীৱনক অনৱসাদেৰে থূৱাই চাবলৈ' যি শিল্পীসুলভ detachment আৰু বলিষ্ঠ মানসিকতাৰ প্ৰয়োজন—সেইখিনি দেখি মুগ্ধ হৈছোঁ বাবে তেখেতৰ 'মুচাফিৰখানা' আলোচ্য কালছোৱাৰ ভিতৰত এটা উল্লেখযোগ্য কবিতা বুলি বিবেচনা কৰোঁ।

**কেশৱ মহন্ত**ঃ নিভাঁজ অসমীয়া প্ৰকাশভঙ্গীৰ ওপৰত দখল আৰু গাঁৱলীয়া জীৱনৰ লগত ঘনিষ্ঠ পৰিচয়—এইবোৰ আকৰ্ষণীয় গুণ কেশৱ মহন্তৰ আছে বুলি 'আঘোনৰ কুঁৱলী' পঢ়িলে বুজিব পাৰি। কিন্তু আঘোনৰ কুঁৱলীৰ পৰিহাস (আঘোনৰ বাটটোহে কুঁৱলীয়ে ঢকা) লঘু কৰি গোটেই কবিতাটোকে ঘৃণীয়া কৰিলে তলত দিয়া ধৰণৰ উক্তিয়েঃ

"বৌ দেউ,
আপুনিয়ে কৈছিলে সেউতীৰ কথা
মোৰ কথা সেউতীক কৈছিলে জানো?"

**নৱকান্ত বৰুৱা**ঃ এইজন বিশেষ প্ৰতিভাশালী কবিৰ অতি কুশল ভালেমানকেইটা ৰসোত্তীৰ্ণ কবিতাৰপৰা এটা বা দুটা কবিতা বাছি লৈ তেখেতৰ বৈশিষ্ট্যৰ বিষয়ে মন্তব্য দিবলৈ ওলোৱাটো অযুক্তিকৰ। তথাপি আজিৰ আলোচনাৰ প্ৰসঙ্গলৈ লক্ষ্য ৰাখি তেখেতৰ 'পলস', 'এটা প্ৰেমৰ পদ্য' (অৰুন্ধতী) আৰু 'স্বনিমন্ত্ৰিত' এই তিনিটা কবিতাৰ বিষয়ে কিছু কবলৈ ওলাইছোঁ।

'পলস' কবি নৱকান্তৰ কাব্য-কৃতিৰ এটা উৎকৃষ্টতম চানেকি বাবে ইয়াৰ আগৰ আৰু পাছৰ দুটা এটা কবিতা এই প্ৰসঙ্গত কাষৰীয়াকৈ আলোচনা



কৰিবলগীয়া হ'ল। পলস কবিতাটোৰ যোগে নৱকান্ত বৰুৱাৰ জয়ন্তী-যুগৰ কবিতাবোৰত প্ৰকাশ পোৱা সমাজ-চেতনাই কি বিকাশ লাভ কৰিলে চোৱা যাওক। কাৰণ সেইটো তেখেতৰ কবিতাৰ বিশেষ তাৎপৰ্যপূৰ্ণ দিশ। জয়ন্তী যুগত লিখা 'প্ৰাৰ্থনা'ৰ মৰ্ম হ'ল এয়ে যে ঈশ্বৰৰ নামত নিত্য নতুন ছলনা সৰ্বত্ৰ পৰিদৃশ্যমান, অথচ ঈশ্বৰ-বিশ্বাস মানুহৰ এটা নিতান্ত আৱেগিক প্ৰয়োজন। 'ইয়াত নদী আছিল' আৰু বিশেষকৈ 'ক্ৰমশঃ'অত 'সাউদৰ সোণৰ পিয়াহ'ৰ প্ৰতিক্ৰিয়াস্বৰূপে কবিৰ গভীৰ তিক্ততা আৰু 'মৃত্যুৰ সেতুৱেদি' বগাই অহা জীৱনৰ জটিল আৰু গ্লানিময় প্ৰৱাহ লক্ষ্য কৰি কবিয়ে অনুভৱ কৰা উদ্বেগ। এটা উজ্জ্বল ঐতিহ্য ক্ষয়প্ৰাপ্তিৰ বাবে গভীৰ আন্তৰিক বিষাদৰ লগত প্ৰত্যয়জনকভাৱে সংযুক্ত হৈছে এই আশাঃ

'সপোন-অন্ধ যি গলিত আমি থাকোঁ
তাৰ নয়নজুলিত আমাৰ ভৱিষ্যত।'

সেই আশাৰে অন্য এটা ৰূপঃ

'সেই মানুহৰ বাবে সমতাৰ বাণী
দুঃস্বপ্নৰ গলিত লাভাই দিব আনি।' (মানুহৰ মুখ)।

নৱকান্ত বৰুৱাৰ অন্যান্য কবিতাতো পৰিদৃষ্ট এই এনেধৰণৰ এটা ধাৰ নিচিগা আশাবাদলৈ লক্ষ্য কৰি মই ধাৰণা কৰোঁ যে কবি নৱকান্তৰ মতে আমাৰ বৰ্তমানৰ তিক্ত অভিজ্ঞতা মানৱ সভ্যতাৰ ঐতিহ্যৰ এটা গ্লানিময় অথচ সুনিশ্চিত ভাৱে অতিক্ৰমণীয় অধ্যায়হে মাথোন। এই সংক্ৰান্তত কবিৰ অন্যান্য কবিতাত পৰিলক্ষিত হোৱা ভাৰতীয় ধৰ্মীয় ঐতিহ্যৰ প্ৰতি তেখেতৰ ধাউতি—এই দুয়োটা কথা একেলগে জুকিয়াই চালে কবি নৱকান্তই Toynbeeৰপৰা বহুত অনুপ্ৰেৰণা পাইছে বুলি ভাবিবৰ থল আছে। Toynbeeৰ My View of History নামৰ ৰচনাখনৰপৰা এটা বাক্য তুলি দিওঁঃ

"While civilizations rise and fall and, in falling, give rise to others, some purposeful enterprize higher than theirs, may all the time be making headway and in a divine plan, the learning that comes through the suffering caused by the failures of civilizations may be the sovereign means of progress."

অলপ আগতে দিয়া উদ্ধৃতি দুটা যে এনে ধৰণৰ ওথ-থাপৰ ভাৰ-ধাৰাৰে পুষ্ট সেইটো কথা প্ৰতিপন্ন কৰিবৰ উদ্দেশ্যেইহে এই উদ্ধৃতিটো দিছোঁ। নৱকান্ত বৰুৱাৰ পাছৰ কবিতাবোৰত এইবোৰ ধ্যান-ধাৰণাই কি বিকাশ লাভ কৰিলে সেইটো অৱশ্যে বেলেগে বিচাৰ কৰিবলগীয়া বিষয়।

'এটা প্ৰেমৰ পদ্য' ( অৰুন্ধতী ) নামৰ কবিতাটো 'আমাৰ মাজত ভগা সপোনৰ অতনু বাধা' 'ধুমুহা পখীৰ এটি লহমাৰ নীড়' ইত্যাদি বোধৰদ্বাৰা স্পন্দিত বাবে এইটো অসমীয়া কবিতাৰ ইতিহাসত এটা লেখত ল'বলগীয়া প্ৰেমৰ কবিতা। ছন্দৰ স্বৰধ্বনিয়েও কবিতাটোক দিছে অনুপম সৌন্দৰ্য। নৱকান্ত বৰুৱাৰ কবিতাত থকা অতীতমুখিতাৰ বিষয়ে ইতিমধ্যে অন্য সমালোচকে আঙুলিয়াই দিছে। তাৰ লগতে মাত্ৰ এটা কথা যোগ দি কওঁ যে কবিৰ nostalgiaই কোনো কোনো কবিতাত Rousseau-সুলভ আদিম-মুখিনতা হিচাপে প্ৰকাশ পাইছে। তেনে Rousseau-সুলভ সূত্ৰতেই 'স্বনিমন্ত্ৰিত' নামৰ কবিতাটোত প্ৰেম এক নিষ্কলুষ নিটোল ইন্দ্ৰিয়ানুভূতি হিছাপে বৰ্ণিত হৈছে। এই Rousseau-সুলভ আদিম-মুখিনতাই বাস্তৱ অভিজ্ঞতাৰ কষটি শিল নেওচি অতি naive ধৰণেৰে স্থানান্তৰত প্ৰকাশ পাইছে আইতাৰ 'জধলা চুমা'ৰ প্ৰতি অকুণ্ঠ আস্থা আৰু 'আমি জানো আমি একোকে নেজানো' আদি উক্তিত। আৰু মন্তব্য নিষ্প্ৰয়োজন।

**হৰি বৰকাকতি**ঃ হৰি বৰকাকতিৰ 'মহুৱা বনৰ বাট' বা কেতিয়াবা 'কহুৱা বনৰ বাটে'দি গৈ কবিতা-পাঠক হিচাপে মই decadence-অৰ ওপৰৰ বস্তু বিশেষ একো নেপাওঁ। দুটা এটা সুন্দৰ চিত্ৰকল্প থকা বাবে আৰু ছন্দৰ কুশল প্ৰয়োগৰ জৰিয়তে সাঙ্গীতিক পৰিৱেশ সৃষ্টি কৰিবপৰা বাবে 'বলাকা' কবিতাটো মোৰ নিৰ্বাচনৰ অন্তৰ্ভুক্ত কৰিলোঁ।

**মহেন্দ্ৰ বৰা**ঃ পঞ্চাশৰ দশকৰ কাব্যজগতৰ লগত বিশিষ্টভাৱে জড়িত কবি মহেন্দ্ৰ বৰাৰ 'সাপ' এটা সুলিখিত আধুনিক কবিতা হিচাপে গণ্য কৰিব পাৰি।

**হোমেন বৰগোহাঞিঃ** প্ৰেৰণাৰ বেগ অনুভূত হয় যদিও সূক্ষ্ম বিচাৰত concreteness-অৰ অভাৱৰ বাবে হোমেন বৰগোহাঞিৰ বহুত কবিতা অস্পষ্ট। তেখেতৰ দ্বাৰা ৰচিত মোৰ দুটা প্ৰিয় কবিতা হ'ল 'স্মৃতি' আৰু 'বিষাদ'। বোদেলিয়াৰৰ আৰু কাফৰীয়াকৈ লৰেন্সৰ জীৱনদৰ্শনে এইজন কবিক বিশেষভাৱে আকৃষ্ট কৰিছে। এইজন কবি সাহিত্যৰ অতি সচেতন পাঠক বুলি তেখেতৰ কবিতা পঢ়িলে বুজিব পাৰি। এই পৰিপুষ্টিয়ে তেখেতৰ নিজস্ব উপলব্ধিক গভীৰতৰ আৰু সমৃদ্ধতৰ কৰি তেখেতক অসমীয়া সাহিত্যৰ এজন অগ্ৰগণ্য কবি তুলিব পাৰিলেহেঁতেন। কিন্তু বৰগোহাঞিৰ কবি-সত্তাই উজ্জ্বল আশাৰ চমক দেখুৱাই নিষ্প্ৰভ হৈছে। ছন্দৰ সাৱলীলতা আৰু ভাষাৰ বলিষ্ঠতা বৰগোহাঞিৰ কবিতাৰ কৃতিত্বপূৰ্ণ দিশ। 'স্মৃতি'ৰ আৰম্ভণিৰ স্তৱকটো চেক্সপীয়েৰৰ Sonnet-অৰ আৰম্ভণিৰ দৰেই চুম্বকধৰ্মী। উক্ত কবিতাটোত কবিৰ মৌলিকতা এই আৰম্ভণিটোত বিশেষভাৱে লক্ষ্যণীয়। শেষৰ স্তৱকটোৱে অৱশ্যে W. B. Yeats-অৰ Sailing to Byzantium নামৰ কবিতাটোলৈ মনত পেলায়। কিন্তু Yeats-সুলভ সিদ্ধান্তলৈ অহাৰ আগতে চতুৰ্থ স্তৱকত* থকা ভাৱটোৰ অৱতাৰণা কৰিছে বাবে কবিয়ে নিজস্ব উপলব্ধিৰ ছাপ কবিতাটোত দিব পাৰিছে। সামগ্ৰিকভাৱে বিচাৰ কৰিলে কবিতাটো কবিৰ নিজস্ব সৃষ্টি বুলি নিঃসংকোচে স্বীকাৰ কৰিছোঁ।

**অজিত বৰুৱা**ঃ কাব্যজীৱনৰ আগছোৱাৰপৰা ভাষাৰ প্ৰয়োগৰ ক্ষেত্ৰত এক বিশেষধৰণৰ দক্ষতা দেখুওৱা আৰু কবিতাৰ গঠন ( structure ) সম্পৰ্কে অতি পৰিষ্কাৰ জ্ঞান থকা এই গৰাকী কবিৰ কবিতাখিনি আধুনিক অসমীয়া কবিতাৰ মূল্যবান সম্পদস্বৰূপ।

ইলিয়টৰ আৰ্হিত নাটকীয় স্বকথনৰ আৰু association of ideasৰ কাব্যশৈলী অজিত বৰুৱাই অভিজ্ঞতাৰ সুনিপুণ চিত্ৰণৰ তুলিকা হিচাপে সাৰ্থক ভাবে ব্যৱহাৰ কৰিব পাৰিছে যিটো আনফালেদি নিৰঞ্জন ফুকনে কৃতিত্বপূৰ্ণভাৱে প্ৰয়োগ কৰিছে ব্যঙ্গ-কবিতাত। কবিতাত এটা তীক্ষ্ণ বুদ্ধিদীপ্ত মন আৰু এখন সূক্ষ্ম অনুভূতিশীল অন্তৰৰ সমন্বয় ঘটাবপৰা বাবে অজিত বৰুৱা আধুনিক অসমীয়া কবিসকলৰ ভিতৰত আটাইতকৈ মননশীল ( intellectual ) কবি। 'জেংৰাই ১৯৬৩' আৰু 'আজি আকৌ মেজাংকবীৰ এঙাচোলা পিন্ধি ৰ'দ লৈছোঁ'—এই দুটা কবিতাৰ বিষয়ে কিঞ্চিত ক'ম বুলি ঠিক কৰি তাৰো সূচনা হিচাপে আগৰ কথাখিনি

---

* কাৰণ সত্তাত মোৰ আছে এক স্মৃতি অনিৰ্বাণ
অনাদি অতীত আৰু অগণিত দূৰ ভবিষ্যৰ······

ক'লোঁ। এই কবিতা দুটাৰ দীঘ-বাণি হৈছে আধুনিক জীৱনৰ অভিজ্ঞতাৰ ভিত্তিত এক বৌদ্ধিক বিশ্বাসৰ তীক্ষ্ণ দৃষ্টিসম্পন্ন অন্বেষণ। কিন্তু অজিত বৰুৱাৰ ধীমান দৃষ্টিত আধুনিক জীৱনৰ অভিজ্ঞতা মানে কেতবোৰ যুগান্তকাৰী আৰু অনেক ক্ষেত্ৰত পৰস্পৰ-বিৰোধী ভাৱধাৰাৰ সংঘাত। সেইবাবে এনে অন্বেষণৰ পথত স্থিত দুৰ্লঙ্ঘনীয় বাধাৰ প্ৰতিও কবি অতি সজাগ। অজিত বৰুৱাৰ কবিতাত বাদী-সংবাদী হিচাপে থকা সূক্ষ্ম সন্দেহ-বাদ ( scepticism ) আৰু বিশ্বাসৰ অন্বেষণ—আজিৰ যুগৰ প্ৰতিজন সচেতন মানুহৰ সমস্যাৰেই অভিব্যক্তি।

**নীলমণি ফুকন**ঃ অভিজ্ঞতাক নিৰ্মোহভাবে আৰু অন্তিম স্তৰলৈকে বিশ্লেষণ কৰিবৰ বাবে অতি নিষ্ঠাবান অসমীয়া কবিজনে বিশ্বসাহিত্যৰ কেইবাটাও উল্লেখযোগ্য কাব্যধাৰাৰ—উদাহৰণ স্বৰূপে জাপানী আৰু চীনা কবিতা, ফৰাচী প্ৰতীকী কবিতা, জাৰ্মান expressionist কবিতা-ৰীতিবোৰ সৃজনশীল অৰ্থত আহৰণ কৰি এতিয়া সৃষ্টি কৰিব পাৰিছে মুক্তক ছন্দৰ আলমত সম্পূৰ্ণ নিজস্ব অননুকৰণীয় বচনভঙ্গী। তেখেতে বৰ্তমান সমাজৰ নাৰকীয় ৰূপ নিৰীক্ষণ কৰিছে একপ্ৰকাৰ Dontesque দৃঢ়তাৰে ( steel thy heart with constancy ) ঃ সেই অন্তৰ্ভেদী অৱলোকনেৰে সৈতে সংযুক্ত হৈছে মানুহৰ প্ৰতি অকৃত্ৰিম সহানুভূতি আৰু উৎকণ্ঠা। তাৰে উদাহৰণ স্বৰূপে আপোনালোকৰ দৃষ্টিগোচৰলৈ আনিব খুজিছোঁ 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ কালে' নামৰ কবিতা সংকলনখনৰ ১০ নং কবিতাটো। উক্ত কাব্য সংকলনখনৰ আৰম্ভণিতে কবিৰ নিজৰ ভাৱধাৰাৰ দিক-নিৰ্ণায়ক স্বৰূপে Guiseppe Ungarettiৰ—

'And I feel exiled among men
But for them I am in torment.'

এই স্তবকটি বিশেষভাবে প্ৰণিধানযোগ্য। একো একোটা প্ৰতীকক পূৰ্ণাঙ্গ ৰূপ দি দি 'শব্দৰ ৰক্তাক্ত শঙ্খ'ৰ সুৰধ্বনি সৃষ্টি কৰাত তেখেতৰ ক্ষমতা অতুলনীয়। ফুকনক অতি উচ্চস্তৰৰ কবি বোলাৰ কাৰণ হৈছে এয়ে যে সংবেদনশীল পাঠকে তেখেতৰ কবিতা পঢ়ি অনুভৱ কৰিব যে মৃত্যু-চেতনাই উল্লিখিত কবিতাটোৰ কেন্দ্ৰ-বিন্দু যদিও জীৱন, মৃত্যু, প্ৰেম আৰু সৌন্দৰ্য-বোধৰ মাজত এনে কিছুমান গভীৰ সম্পৰ্ক আছে যিবোৰ কেৱল উন্মোচিত



হয় এজন অসাধাৰণ কবিয়ে সৃষ্টি কৰা 'শব্দৰ ৰক্তাক্ত শঙ্খ'ৰ সুৰধ্বনিত। পূৰ্বোল্লেখিত কবিতাটোৰ উপৰিও তেখেতৰ প্ৰতিভাৰ অন্য এটা দিশৰ সূচক 'এজোপা গোলাপ ফুল' নামৰ কবিতাটোও আজিৰ বাছনিৰ ভিতৰত সুমুৱাইছোঁ। এই কবিতাটোত সমকালীন জীৱনৰ পীড়াই জন্ম দিয়া মানুহৰ নিঃসঙ্গ অস্তিত্বৰ বোধ অতি ভাৱসঞ্চাৰী ৰূপত প্ৰকাশ পাইছে। ফুকনৰ কবি-প্ৰতিভাৰ চিহ্ন হিচাপে তেখেতৰ আৰু এটা কবিতাৰ উল্লেখ কৰিলোঁ। কবিতাটো হৈছে 'তোমাৰ বাহুপাশত মুহুৰ্মুহুঃ শিহৰিত'। বিশুদ্ধ প্ৰেৰণাৰ বেগ পাঠকৰ মনলৈ সঞ্চাৰিত কৰিব পাৰে এইটো কবিতাই।

**হীৰেন ভট্টাচাৰ্য**ঃ গীতিধৰ্মী কবিতাৰ যোগেদি অসমীয়া কাব্যজগতলৈ এক নতুন উদ্দীপনা অনা কবি হীৰেন ভট্টাচাৰ্যৰ কবিতাবোৰৰ তাতপৰ্য হ'ল একো একোটা কাব্যিক অনুভূতিক অতি সংক্ষেপে, অবিমিশ্ৰভাৱে আৰু তীব্ৰতাৰে চিত্ৰিত কৰিব পৰাত আৰু জাপানী কবিতাত পোৱাৰ নিচিনা এক একান্ত নিবিড়তাৰ আস্বাদ দিয়াত। প্ৰেমক বৰ্ণাঢ্য ইন্দ্ৰিয়ানুভূতিৰে সিক্ত কৰিব পৰা বাবেও তেখেতৰ সুখ্যাতি প্ৰেমৰ কবি হিছাপে। অৱশ্যে আজি আপোনালোকক ভট্টাচাৰ্যৰ যিটো প্ৰেমৰ কবিতালৈ আঙুলিয়াব খুজিছোঁ সেইটো ঠিক জাপানী কবিতাৰ সগোত্ৰীয় বুলি ক'ব নোৱাৰি। কবিতাটোৰ নাম 'ভোগালী'। গোটেই ভোগালী কবিতাটোৱেই হৈছে এটা conceit। কবিতাটোত দাৰিদ্ৰ্যৰ নগ্নতা আৰু প্ৰেমৰ নগ্নতা এই দুয়োটাৰ মাজত Donne প্ৰমুখ্যে ইংৰাজী metaphysical কবিসকলৰ আৰ্হিত এটা অতি আকৰ্ষণীয় আৰু বিস্ময়কৰ সামঞ্জস্য দাঙি ধৰা হৈছে। অতি উৎকৃষ্ট conceitবোৰত আৱেগ আৰু যুক্তি সমান তীব্ৰতাৰে ঝংকৃত। মোৰ মতেৰে ভোগালী অসমীয়া কবিতাৰ সৰ্বোৎকৃষ্ট conceit। হীৰেন ভট্টাচাৰ্যৰ এটা ভিন্নমুখী কবিতালৈ এতিয়া আঙুলিয়াওঁ। কবিতাটো হৈছে 'শোভাযাত্ৰাত নিহতজনৰ কবিতা'। ইয়াত এজন অখ্যাত স্বহীদৰ তীথাসদৃশ মনোবল, নিজৰ বিশ্বাসৰ প্ৰতি একান্ত আপোচবিহীন আনুগত্য আৰু নিঃস্বাৰ্থ দেশপ্ৰেম ইত্যাদি চৰিত্ৰ-সৌৰভ কবিয়ে অতি গভীৰভাৱে উপলব্ধি কৰিছে। অসমীয়া কবিতাৰ পৰম্পৰালৈ লক্ষ্য কৰি মই হীৰেন ভট্টাচাৰ্যক কবি হিচাপে বেছি গুৰুত্ব দিব খোজোঁ বহল কৰ্মব্যস্ত জগতখনক হৃদয়েৰে

বুজি পাবৰ বাবে তেখেতৰ নিষ্ঠাবান উদ্যমত। অৱশ্যে এটা কথা এইখিনিতে যোগ দি কওঁ যে কবি ভট্টাচাৰ্যৰ উৎকৃষ্টতম কবিতাখিনি লেখত তাকৰীয়া।

**নিৰ্মলপ্ৰভা বৰদলৈ:** গীতিধৰ্মী কবি আৰু প্ৰেমৰ কবি হিচাপে হীৰেন ভট্টাচাৰ্যৰ লগত নিৰ্মলপ্ৰভা বৰদলৈৰ ভালেখিনি সামঞ্জস্য আছে হেতুকে ভট্টাচাৰ্যৰ কবিতাৰ এই দুটা বৈশিষ্ট্যৰ বিষয়ে দিয়া মন্তব্যখিনি কবি বৰদলৈৰ কিছুমান কবিতাতো খাটে। অৱশ্যে তেখেতৰ বচনভঙ্গীত তেখেতৰ নিজস্বতা সুস্পষ্ট। এক নিভাঁজ সৰলতা আৰু আন্তৰিকতাই নিৰ্মলপ্ৰভা বৰদলৈৰ কেইটামান কবিতালৈ আনিছে কেতবোৰ অভিজ্ঞতাৰ ওপৰত অভিনৱভাৱে আলোকপাত কৰিব পৰা ক্ষমতা। উপলব্ধিৰ গভীৰতাৰপৰা সম্ভূত হ'লে পোণপটীয়া উক্তিৰ ঠাঁচত লিখা কবিতাও কিদৰে বিশেষ ব্যঞ্জনাক্ষম হ'ব পাৰে—এই কথা বৰদলৈৰ কেইটামান কবিতা পঢ়িলে সুন্দৰকৈ অনুভৱ কৰিব পাৰি। নিৰ্মলপ্ৰভা বৰদলৈয়ে তেখেতৰ উৎকৃষ্টতাৰ শীৰ্ষবিন্দুত উঠিছে 'আহিনৰ পথাৰৰ গোন্ধ' আৰু 'তেওঁক মই যোৱাগৈ দেখিছিলোঁ'—এই দুটা কবিতাত। প্ৰথমটোত পোৱা যায় কৃত্ৰিম আধুনিক কৃষ্টিৰ দ্ৰুত প্ৰসাৰৰ ফলত অসমৰ উজ্জ্বল ঐতিহ্যৰ ক্ষয়প্ৰাপ্তিৰ সংক্ষিপ্ত কিন্তু বিশেষভাৱে সংবেদনশীল বৰ্ণনা। দ্বিতীয়টোত বিয়লি বেলিকা ডাওৰী লৈ উভটি যোৱা এজন খেতিয়কৰ ওভোটনি যাত্ৰাৰ দৃশ্যত আৰু ছন্দত কবিয়ে অনুভৱ কৰিছে এক নতুন nostalgia। এই nostalgia ক্ৰমাৎ ঘনীভূত হৈ কবিতাটোৰ শেষত ৰূপান্তৰিত হৈছেগৈ এক চূড়ান্ত অৱলুপ্তিৰ আনুভূতিক কলাসুলভ সংযম আৰু মিতভাষিতাৰে দাঙি ধৰিব পৰা ক্ষমতালৈ।

**ভৱেন বৰুৱা:** প্ৰতীকী ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত নীলমণি ফুকনৰ সৈতে সাদৃশ্য থাকিলেও ভবেন বৰুৱাৰ কাব্যিক পৰিমণ্ডল স্বকীয়া। বৰুৱাৰ কবিতাৰ নিৰ্যাস হ'ল উদ্ভাসিত অস্তিত্ববোধৰ প্ৰজ্জ্বালকস্বৰূপে এক সূক্ষ্ম, নিবিড় বিষাদবোধ। ব্যক্তিগত প্ৰতীকৰ ব্যৱহাৰ প্ৰৱণতাৰ বাবে তেখেতৰ কবিতাৰ বিশিষ্ট সৌন্দৰ্য খুব সচেতনভাৱে নিৰীক্ষণ কৰিলেহে সম্যকভাৱে হৃদয়ঙ্গম কৰিব পাৰি। এই অসাধাৰণভাৱে সূক্ষ্ম ভাষা-সচেতন কবিগৰাকীয়ে আলোচ্য কালছোৱাৰ শেষৰফালে অসমীয়া কাব্যজগতত উল্লেখযোগ্য প্ৰভাৱ



পেলাইছে। কবিতাত বিষয়বস্তু আৰু আঙ্গিকৰ সাৰ্থক সমন্বয়ে কিদৰে বহুতৰপীয়া ৰসবোধৰ সঞ্চাৰ কৰে তাৰে দৃষ্টান্ত হিচাপে আজি আপোনা-লোকলৈ আঙুলিয়াওঁ বৰুৱাৰ দুটা কবিতা। এনে অৰ্থঘন কবিতা দুটা হ'ল 'শীত' আৰু 'ৰাতিৰ নাও'। মূলতঃ এই দুটা প্ৰেমৰ কবিতা। বৰুৱাৰ প্ৰেমৰ কবিতা অসমীয়া কবিতাত আগেয়ে ক'তো নোপোৱা এক গভীৰ ব্যঞ্জনাৰে দীপ্ত। উদাহৰণস্বৰূপে 'শীত' কবিতাটোত শীত উন্নীত হৈ পৰিল এক সংহত বেদনাবোধ, প্ৰকৃতিৰ আদিম আৰু বুজা নুবুজা ছন্দ, প্ৰেম আৰু সৌন্দৰ্য-চেতনাৰ সমাহাৰস্বৰূপ এক পূৰ্ণাঙ্গ পৰ্যায়ৰ প্ৰতীকলৈ। 'ৰাতিৰ নাও'ত স্বচ্ছ দুপৰীয়াৰ ৰহস্যময় উজ্জ্বলতা আৰু ৰাতিৰ অন্ধকাৰৰ গভীৰতা—এই দুয়োটা চেতনা প্ৰেমৰ অনুভূতিৰ দ্বাৰা সংপৃক্ত ( saturated ) হৈ উঠিছে। ফলত প্ৰেম হৈ পৰিছে এক বিমুক্তিৰ ( liberalising power ) আস্বাদ। সাৰ্থক প্ৰতীকী কবিতাত এই প্ৰক্ৰিয়াৰে এটা ভাৱৰ পৰিবৰ্ধন ঘটে।

**নিৰঞ্জন ফুকন/হীৰেন গোহাঁই:** অন্যান্য সমালোচকসকলৰ দৰেই ময়ো আচলতে এই দুয়োজন মানুহ একেজনেই বুলি ভাবোঁ। Association of ideasৰ তত্ত্বক আয়ত্ত কৰি নাটকীয় স্বকথনৰ ঠাঁচত স্বৰূপাৰ্থত মননশীল ব্যঙ্গ কবিতা অসমীয়াত কিদৰে লিখিব পাৰি, তাক প্ৰথমে সাৰ্থকভাৱে দেখুৱালে নিৰঞ্জন ফুকনেই। দেখাত অসংলগ্ন অথচ গাইগুটীয়াকৈ বিশেষভাৱে ব্যঞ্জনাক্ষম কিছুমান উক্তিক এটা কাব্যিক ভাৱৰ ( theme ) আধাৰত সুমুৱাই একত্ৰিত কৰিবৰ বাবে যি কাব্যিক দক্ষতা আৰু বুদ্ধিমত্তাৰ প্ৰয়োজন সেই বিৰল ক্ষমতা ফুকনৰ আছে। ধনতান্ত্ৰিক সভ্যতাৰ ফলস্বৰূপ একোজন আধুনিক মানুহৰ গ্লানিবোধ, অসহায়তা, তিক্ততা আৰু ভণ্ডামি ফুকনৰ ব্যঙ্গ-কবিতাবোৰত তীব্ৰভাৱে চিত্ৰিত কৰা হৈছে। তেনেধৰণৰে দুটা কবিতালৈ এতিয়া আঙুলিয়াওঁ। কবিতা দুটা হৈছে 'যযাতি' আৰু 'উত্তৰ-ৰবীন্দ্ৰ'। আজিৰ আলোচনাৰ সীমিত পৰিসৰত যযাতিৰ বিষয়ে এটা সংক্ষিপ্ত মন্তব্য দিয়েই ক্ষান্ত থাকিম।

'যযাতি' কবিতাটোত যযাতিৰ উপাখ্যানৰ ওলোটামুখী অৰ্থ ব্যৱহাৰ কৰি এজন আদবয়সীয়া কুটীলস্বভাৱ ভণ্ডৰ বিকৃত যৌৱনলিপ্সাক আধুনিক সভ্যতাৰ সাৰশূন্যতাৰ সূচক হিচাপে দেখুওৱা হৈছে। কবিতাটোৰ বিশেষ

আকৰ্ষণীয়তা আছে ধূৰ্তজনৰ কুটিল ভঙ্গিমাৰ খুটি-নাটিবোৰৰ ইঙ্গিতময় চিত্ৰণত। হীৰেন গোহাঁইৰ কবিতাই বৰ্তমান গতি সলাইছে। মাৰ্কছ্‌বাদী দৰ্শনৰপৰা আহৰণ কৰা প্ৰেৰণাৰ ভিত্তিত গোহাঁয়ে বৰ্তমানে ৰচনা কৰা কবিতাবোৰৰ বেছিভাগেই মোৰ মনেৰে ৰসোত্তীৰ্ণ হোৱাগৈ নাই। ইলিয়টী ৰচনাশৈলী পৰিহাৰ কৰি পোণপটীয়া উক্তিৰ ঠাঁচত হীৰেন গোঁহায়ে বৰ্তমানে ৰচনা কৰা কবিতাবোৰৰ ভিতৰত মোৰ চকুত পৰাত 'বিশ্বাস' (মাহেকীয়া কবিতাৰ বিশেষ বছৰেকীয়া সংকলনত প্ৰকাশিত) কবিতাটোহে কেৱল এটা ভাৱসঞ্চাৰী কবিতা।

**হৰেকৃষ্ণ ডেকা ঃ** অৰ্থঘন প্ৰতীকী ভাষাৰ concretenessৰ আলমত হৰেকৃষ্ণ ডেকাই সমকালীন মানুহৰ চেতন জগতখনৰ ওপৰত অৱচেতন জগতখনৰ প্ৰভাৱ পোহৰলৈ অনাত গভীৰভাবে তৎপৰ। এক তীক্ষ্ণ আৰু মননশীলতাৰ অধিকাৰী বাবে তেখেতৰ এই বিশ্লেষণ খুব সংবেদনশীল। এই কথা বোধকৰোঁ ক'বৰ প্ৰয়োজন নহব যে সকলোবোৰ মননশীল ব্যক্তিয়েই কবি নহয়। যি সকল মননশীল ব্যক্তিৰ বুদ্ধি প্ৰখৰ আৱেগৰদ্বাৰা আলোড়িত, সেইসকলকহে স্বৰূপাৰ্থত মননশীল কবি বোলা হয়। এনেকুৱা ব্যক্তিৰ চেতনাৰ আলোকত মনোবিজ্ঞানীসকলৰ এক সূত্ৰৰ আধাৰত প্ৰতিষ্ঠিত archetypeৰ সংজ্ঞাটো দেখা দিয়ে এবিধ আকৰ্ষণীয়ভাৱে বিচিত্ৰ ৰহস্যময় ক্ৰিয়া-প্ৰক্ৰিয়া হিছাবে। ডেকাৰ কবিতাৰ নিৰ্যাস এইটোৱেই। এনেকুৱা ইঙ্গিতময় আৰু সূক্ষ্ম বিশ্লেষণে কিদৰে পাঠকৰ বোধ অনুভূতিক উন্নীত আৰু পৰিশোধিত কৰিব পাৰে সেই কথা গমি চালে হৰেকৃষ্ণ ডেকাই অসমীয়া কবিতালৈ কেনেকুৱা সমৃদ্ধি আনিছে তাক বুজিব পাৰি। ডেকাৰ 'এটা নিৰ্জন প্ৰকোষ্ঠ' মই আজি মোৰ এই নিৰ্বাচনৰ ভিতৰুৱা কৰিব খুজিছোঁ। সম্প্ৰতি এই গৰাকী কবিয়ে আৰু কেইটামান ভিন্নসুৰী আৰু অতি ওখ খাপৰ কবিতা লিখি তেখেতৰ প্ৰতিভা নতুন ধৰণেৰে বিস্তৃত কৰিছে। তাৰে এটা দৃষ্টান্ত, 'উত্তৰ পুৰুষ'। উত্তৰ পুৰুষ এই আলোচ্য কালছোৱাৰ ভিতৰতে এটা অতি উৎকৃষ্ট কবিতা।

এতিয়ালৈকে উল্লেখ কৰা কবিকেইজনৰ উপৰিও মই তলত নাম দিয়া কবিসকলৰ নামৰ বিপৰীতে তেখেতসকলৰ একোটাকৈ কবিতা সন্নিবিষ্ট কৰিছোঁ। সেইখিনি কবিতাকো মই যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতাৰ



ইতিহাসৰ উল্লেখযোগ্য ৰচনা বুলি বিবেচনা কৰোঁ। আপোনালোকে প্ৰয়োজন বোধ কৰিলে মই মোৰ এই নিৰ্বাচনৰ সপক্ষে যথাসাধ্য কৰলৈ সাজু।

**ৰবীন্দ্ৰ সৰকাৰ**—জাৰৰ দিনৰ মানুহজন (বৃত্ত ভঙাৰ সময় ২৩)
**মহিম বৰা**—মাছ (সঞ্চয়ন ৪২০)
**প্ৰফুল্ল ভূঞা**—বিহু (নতুন কবিতা ৭৬)
**বীৰেশ্বৰ বৰুৱা**—ডায়েৰী (নতুন কবিতা ৬১)
**ৰাম গগৈ**—পথাৰ (সঞ্চয়ন ৪২৫)
**আনন্দেশ্বৰ শৰ্মা**—দৈত্যৰ সাধু (মাহেকীয়া কবিতা ২নং সংখ্যা)
**হেমাঙ্গ বিশ্বাস**—কমৰেড ৰত্নেশ্বৰ ৰাভা (কুল খুৱাৰ চোতাল ১৩)
**নিত্যা দত্ত**—এটা আবেলি (আকাশ ৮)
**দীনেশ গোস্বামী**—বনৰীয়া হাঁহ (বৃত্তৰ বাহিৰত)
**আনিছ্‌ উজ জামান**—সময় (সংলাপ, তৃতীয় সংখ্যা ৭৪)
**জীৱৰাজ বৰ্মণ**—পানী (মাহেকীয়া কবিতা, বিশেষ বছৰেকীয়া সংখ্যা ৫৬)
**তৰুণ বৰুৱা**—আজিৰ কবিতা (মাহেকীয়া কবিতা ১১ নং সংখ্যা)
**মোহনকৃষ্ণ মিশ্ৰ**—মানুহবোৰে গান গাইছিল। (মাহেকীয়া কবিতা, বিশেষ বছৰেকীয়া সংখ্যা, ২৪)

# ৪ৰ্থ খণ্ড

## যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি-গল্প

১। চৈয়দ আব্দুল মালিক
২। ড° ভৱেন্দ্ৰনাথ শইকীয়া
৩। মহিম বৰা
৪। সৌৰভকুমাৰ চলিহা
৫। যোগেশ দাস
৬। লক্ষ্মীনন্দন বৰা
৭। ড° প্ৰণৱজ্যোতি ডেকা
৮। মহেন্দ্ৰ বৰঠাকুৰ
৯। অৰুণ গোস্বামী
১০। পোলেন বৰকটকী
১১। কুমুদ গোস্বামী
১২। নগেন শইকীয়া
১৩। মুনীন বৰকটকী

# যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি-গল্প
## প্ৰশ্নাৱলী

১। আপুনি কেতিয়াৰপৰা গল্প লিখিবলৈ আৰম্ভ কৰিলে? গল্প লিখাৰ প্ৰেৰণা কেনেকৈ লাভ কৰিলে?

২। প্ৰথম গল্পটো কেনে পৰিৱেশত লিখিছিল? কেনে বিষয়বস্তু লৈ লিখিছিল? গল্পটোৰ নাম কি আছিল আৰু ক'ত প্ৰকাশিত হৈছিল? প্ৰথম গল্পটো প্ৰকাশৰ পিছত আপোনাৰ মনত কেনে ভাৱ হৈছিল?

অথবা

প্ৰথম গল্পটো যদি প্ৰকাশিত নহ'ল, তেতিয়া দ্বিতীয় গল্পটো আপুনি লিখাৰ প্ৰেৰণা কেনেকৈ গোটালে? নে প্ৰথমতে আপুনি কিছু পৰিমাণে হতাশ হৈছিল?

৩। আপুনি গল্প একোটিৰ পৰিকল্পনা কেনেকৈ কৰে? প্ৰথমে কোনো ভাব বা আইডিয়াই প্ৰেৰণা যোগায়, নে কোনো ঘটনা বা অভিজ্ঞতাজনিত বিষয়বস্তুৱে, নে ফৰ্মৰ পৰীক্ষা-নিৰীক্ষাৰ প্ৰতি আগ্ৰহে প্ৰেৰণা যোগায়?

৪। আপুনি গল্প এটি পৰিকল্পনা কৰোঁতে কিহৰ ওপৰত গুৰুত্ব দিয়ে— কাহিনী? চৰিত্ৰ? পৰিৱেশ? আইডিয়া? ফৰ্ম?

৫। আপুনি প্ৰথমেই গল্পটোৰ পৰিণতি ভাবি লৈ লিখে নে আকস্মিক-ভাবেই আৰম্ভ কৰি দিয়ে?

৬। আপুনি গল্প লিখি উঠাৰ পিছত নামকৰণ কৰে নে আগতেই নাম দি লয়?

৭। আপুনি একে বহাতে লিখে নে? এটা গল্প আৰম্ভ কৰিলে সেইটো শেষ নোহোৱালৈকে আপুনি সমান্তৰালভাৱে আন এটা গল্প লিখিব পাৰে নে?

৮। আপুনি এবাৰতে লিখি শেষ কৰে, নে পিছত সংশোধন, পৰিৱৰ্তন বা পৰিবৰ্ধন কৰে?

৯। আপোনাক গল্প একোটাৰ পৰিকল্পনা কৰিবলৈ কিমান সময় বা কিমান দিন লাগে?

১০। আপুনি বক্তব্য প্ৰকাশৰ বাবে লিখে, নে আনন্দদানৰ বাবে লিখে, নে কোনো চৰিত্ৰ বা ঘটনাৰ চিত্ৰণৰ বাবে লিখে?

১১। আপোনাক কেনে ভাব, বিষয় বা ফৰ্মে আকৰ্ষণ কৰে?

১২। গল্প এটা ভাবি, তাক লিখি শেষ নকৰা পৰ্যন্ত আপোনাৰ মনৰ অৱস্থা কেনে হয়? লিখি শেষ কৰাৰ পিছত কেনে হয়? কেতিয়াবা লিখিবলৈ লৈয়ো লিখিব নোৱৰা হয় নে? তেতিয়া কেনে ভাব হয়?

১৩। আপুনি কাৰ বাবে লিখে? নিজৰ বাবে, বিশেষ পাঠকশ্ৰেণীৰ বাবে, নে সৰ্বসাধাৰণ পাঠকৰ বাবে?

১৪। আপুনি কিয় লিখে?

১৫। আপুনি এতিয়ালৈকে কিমান গল্প লিখিলে? আপোনাৰ মতে আপোনাৰ গল্পসমূহৰ স্তৰ বিভাজন আছে নে কি? যদি আছে কওকচোন।

১৬। সমালোচকৰ সমালোচনাই আপোনাক ক্ষুব্ধ কৰে নে?

১৭। আপোনাৰ ওপৰত দেশী-বিদেশী কোনো লেখকৰ প্ৰভাৱ আছে বুলি ভাবে নে?

১৮। আপোনাৰ প্ৰিয় লেখক কোন?

১৯। আপোনাৰ মতে আপোনাৰ এতিয়ালৈকে লিখা গল্পৰ ভিতৰত কোনটো শ্ৰেষ্ঠ?

২০। অসমীয়া গল্প-লেখকসকলৰ ভিতৰত আপোনাৰ প্ৰিয় লেখক কোন? আপোনাৰ অগ্ৰজ আৰু সমবয়সৰ লেখকসকলৰ ভিতৰত কোন প্ৰিয়?

২১। আপোনাৰ অনুজসকলৰ ভিতৰত আপোনাৰ মতে সম্ভাৱনাপূৰ্ণ লেখক কোন অথবা কোন কোন?

২২। আপুনি কোনো ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰে নে?

২৩। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি আপুনি নাভাবে নে?

২৪। আপুনি অন্যান্য লিখকৰ গল্প পঢ়ে নে? আনৰ এটা ভাল গল্প পঢ়িলে আপোনাৰ কি ভাব হয়?

২৫। চুটিগল্পৰ সংজ্ঞা এটি আপোনাৰ মতেৰে দিব নে?

২৬। আপোনাৰ প্ৰকাশিত গল্প পুথিৰ নাম কেইটা আৰু প্ৰকাশৰ সময় জনাব নে?

## স্বৰচিত চুটি-গল্পৰ বিষয়ে

### চৈয়দ আব্দুল মালিক

শ্ৰদ্ধেয় সঞ্চালক ডাঙৰীয়া আৰু লেখকসকল, প্ৰায় বাইছ বছৰৰ পিছত আজি প্ৰশ্নকাকত লৈ উত্তৰ দিবলৈ থিয় দিছোঁ। বাইছ বছৰৰ আগতে এটা সুবিধা আছিল যে কিতাপ-পত্ৰ চাই সম্ভাব্য প্ৰশ্নৰ উত্তৰবোৰ ঠিক কৰি ল'ব পাৰিছিলোঁ; কিন্তু এতিয়া দিয়া ছাবিছটা প্ৰশ্নৰ উত্তৰ কৰিবলৈ বিশ্ববিদ্যালয়ে মঞ্জুৰ কৰা কোনো কিতাপ-পত্ৰ নাই; গতিকে প্ৰশ্নবিলাকৰ উত্তৰত চমুকৈ দুই এটা উত্তৰ দিয়াৰ বাহিৰে সহজ উপায় আৰু দেখা নাই।

মই ১৯৩৫ চনৰপৰা গল্প লিখিবলৈ আৰম্ভ কৰোঁ। ইয়াত প্ৰেৰণাৰ কথা সুধিছে। মই আনৰ গল্প পঢ়ি গল্প লিখিবলৈ লৈছিলোঁ। অসমীয়া গল্প, ইংৰাজী গল্প সমান আগ্ৰহেৰে পঢ়িছিলোঁ আৰু ভাল পাইছিলোঁ; সেই ভালপোৱাই মোক প্ৰেৰণা দিছিল। মই ফাৰ্চী গল্পও পঢ়িছিলোঁ আৰু ভাল পাইছিলোঁ।

প্ৰথম গল্পটো স্কুলীয়া জীৱনতে লিখিছিলোঁ। একে সময়তে ১৯৩৫ চনত দুটা গল্প লিখিছিলোঁ, তাৰে এটাৰ নাম 'বন্ধকোঠা'; আনটোৰ নাম পাহৰিলোঁ। এই দুইটা গল্প 'জেউতিত' ছপা হৈ উলিয়াইছিল। আমি স্কুলত পঢ়া সময়ত হাতে লিখা আলোচনী উলিয়াইছিলোঁ আৰু সেই আলোচনীয়ে লেখা-মেলাৰ কাৰণে প্ৰেৰণা দিছিল।

প্ৰথম গল্পটো প্ৰকাশ হোৱাৰ পিছত স্কুলীয়া ল'ৰা এটাৰ মনত যেনে আনন্দ লাগে মোৰো ঠিক তেনে আনন্দই লাগিছিল।

গল্প এটা পৰিকল্পনা কৰিবলৈ হ'লে বিষয়বস্তু আগতে ঠিক কৰি ল'ব লাগিব। আমাৰ গল্প-লেখকসকলে হয়তো জানে যে গল্প লিখিবৰ কাৰণে এটা বস্তুৰ দৰ্কাৰ; সেই বস্তু হ'ল 'পৰ্যবেক্ষণ'। এটা বিষয়ক গল্পৰ ৰূপ দিবলৈ নিজৰ মনৰ ভিতৰতে তাৰ আকাৰ-প্ৰকাৰ ঠিক কৰি ল'ব লগীয়া হয়। লিখিবলৈ বহি হয়তো তাৰো কিছু সালসলনি কৰিব লগীয়া

হয়, আনহাতে ৰচনাশৈলীও হ'ব লাগে কলাসুলভ। মই সাধাৰণতে জীৱনৰ নানা অভিজ্ঞতাৰপৰা পোৱা কাহিনীকে লৈ বেছিভাগ গল্প লিখিছিলোঁ। গল্প এটা কল্পনা কৰোঁতে কাহিনী, পৰিৱেশ আৰু ফৰ্ম, এই কেইটাৰ কোনটো প্ৰধান হৈ উঠিব সেইটো নিৰ্ভৰ কৰে বিষয়ৰ বৈশিষ্ট্যৰ ওপৰতহে। মুঠ কথা হ'ল, ক'ব খোজা গল্পটো মনোৰম হ'ব লাগে।

মোৰ কেইটামান দোষ আছে। এটা হ'ল মই বৰ খৰকৈ লিখোঁ। দ্বিতীয় হ'ল লিখি উঠাৰ পিছত তাক মই পুনৰ পঢ়িব নোৱাৰোঁ, কাৰণ দ্বিতীয়বাৰ পঢ়িবলৈ মোৰ যেন ভয় লাগে।

মই কেতিয়াবা লিখি উঠাৰ পিছত নামকৰণ কৰোঁ আৰু কেতিয়াবা আগতে কৰোঁ। সাধাৰণতে বিষয়বস্তুৰ ওপৰত নিৰ্ভৰ কৰিয়েই নামকৰণ কৰোঁ। ধৰি লওক, প্ৰকাশৰ সময়ত অনেকেই অশ্লীল বুলি কোৱা মোৰ এটা গল্প 'বীভৎস বেদনা'। মই অৱশ্যে গল্পটো অশ্লীল বুলি ভবা নাই। কাৰণ সাম্প্ৰদায়িক সংঘৰ্ষই সৃষ্টি কৰা বীভৎসতাৰ এটা সৰু পৰিচয়ৰ যোগেৰে মই মানুহৰ হৃদয়-বেদনাৰ কথাই কবলৈ যত্ন কৰিছিলোঁ। গল্পটোৰ নাম বিষয়বস্তুৰ ওপৰত ভিত্তি কৰিয়েই দিছিলোঁ।

মই সাধাৰণতে একেবাৰতে এটা গল্প লিখোঁ। এবাৰ লিখি আধৰুৱাকৈ এৰিলে পিছত আৰু লিখা নহয়। কাৰণ মই গাঁৱৰ ঘৰতে প্ৰায়ে থাকোঁ আৰু গাঁৱৰ মানুহবিলাকক অনবৰতে লগ পাই থাকোঁ। গতিকে গাঁৱৰ নানা সমস্যাৰ লগত আৰু অন্যান্য ৰাজহুৱা কামতো ব্যস্ত থাকিব লগীয়া হয়। সেই বাবে মোৰ লিখা সংশোধন বা পৰিবৰ্ধনৰ সময় নেপাওঁ।

মই কল্পনা কৰি যোৱাৰ লগে লগে লিখি যাওঁ; কেতিয়াবা ভ্ৰমণ কৰোঁতে একোটা ভাব মনত খেলায় আৰু সময় পোৱাৰ লগে লগে লিখি পেলাওঁ। বক্তব্য প্ৰকাশৰ উদ্দেশ্যতকৈ ঘটনাৰ চিত্ৰণৰ বাবেহে লিখা হয়। বক্তব্য যদি আছে মোৰ দৃষ্টিভঙ্গীতহে আছে। যি সময়ত ৰাজনৈতিক আদৰ্শই অনুপ্ৰাণিত কৰিছিল সেই সময়ত কিছুমান গল্প বক্তব্য-প্ৰধান হৈছিল। মোৰ গল্প-বিশেষে পৰিৱেশো ভিন্ন; কাৰণ অভিজ্ঞতাই হ'ল মোৰ গল্পৰ উৎস।

কাৰ বাবে লিখোঁ সেই কথাটো অস্পষ্ট। কাৰণ সৰ্বসাধাৰণৰ বাবে লিখোঁ বুলি যদি কওঁ, সেই সৰ্বসাধাৰণে মোৰ লিখা পঢ়িছে নে নাই সেই কথা মই নেজানো। তদুপৰি কোনো কোনোৱে হয়তো মোৰ গল্প ভাল নেপাবও পাৰে। লিখাৰ সময়ত কাৰ বাবে লিখোঁ সেই কথা মোৰ চিন্তাত নাথাকে; গতিকে কোনো বিশেষ শ্ৰেণীৰ বাবে মই নিলিখোঁ।



লিখাৰ প্ৰতি এটা ধাউতি থকাৰ বাবেই লিখোঁ : কেতিয়াবা কিবা ভাল কাহিনী ভাল পাই লিখোঁ। মুঠতে ১৯৩৫ চনৰপৰা মই লিখি আহিছোঁ। এতিয়ালৈকে পাঁচ শতকৈও বেছি চুটি গল্প লিখিছোঁ। মোৰ এই গল্প-সমূহৰ কিবা স্তৰ বিভাগ কৰিব পাৰি নে কি সেই বিষয়ে মই চিন্তা কৰা নাই। সেই কাম পাঠক আৰু সমালোচকসকলৰ নিশ্চয়।

গল্প-লেখক হিচাপে মোক অসমৰ প্ৰায় সকলো সমালোচকে বিভিন্ন সময়ত বিভিন্ন প্ৰকাৰে সমালোচনা কৰিছে। কোনোবাই যদি ভাল বুলি কৈছে ভাল পাইছোঁ আৰু যদি কোনোবাই বেয়া বুলি কৈছে তেতিয়াও মই বেয়া পোৱা নাই। কাৰণ মই লিখাটো এটা কৰ্তব্য বুলি ভাবোঁ আৰু অন্তৰৰ তাগিদত লিখোঁ; গতিকে কোনো সমালোচকৰ সমালোচনাই ক্ষুব্ধ কৰিব নোৱাৰে। মই লিখা গল্পৰ ভিতৰত কোনটো শ্ৰেষ্ঠ সেই কথা পাঠকে ক'ব।

মোৰ অগ্ৰজ লেখকসকলৰ প্ৰতি শ্ৰদ্ধা আছে। মহীচন্দ্ৰ বৰা, লক্ষ্মীধৰ শৰ্মা, হলিৰাম ডেকা, ৰমা দাস আদি লেখকসকল জনপ্ৰিয় লেখক আছিল। যোগেশ দাস, মহিম বৰা, সৌৰভ চলিহা, ভবেন শইকীয়া আদি লেখক-সকলে ইতিমধ্যে প্ৰতিষ্ঠা আৰু জনপ্ৰিয়তা লাভ কৰিছে। মোৰ অনুজসকলৰ লিখাও মই আগ্ৰহেৰে পঢ়োঁ। দৃষ্টিভঙ্গী ভেদে লেখকসকলৰ গল্পৰ উপাদান বেলেগ হবলৈ বাধ্য। সৌৰভকুমাৰ চলিহাই আধুনিক জটিল জীৱনক লৈ গল্প লিখিছে। হোমেন বৰগোহাঁই, প্ৰণৱজ্যোতি ডেকা, লক্ষ্মীনন্দন বৰা, নগেন শইকীয়া আদি অনুজ লেখকসকলৰ গল্প মই আগ্ৰহেৰে পঢ়িছোঁ।

মই ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰোঁ আৰু সেই দৰ্শন হ'ল সমাজবাদী দৰ্শন। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি মই ভাবোঁ।

আন লিখকৰ ভাল গল্প এটা পঢ়িলে মোৰ ভাল লাগে আৰু মোৰ নিজৰ গল্প জুখি চোৱাৰ সুবিধা পাওঁ। মোৰ নিজৰ গল্পসংগ্ৰহ বোধকৰোঁ বাৰখনমান হৈছে। সঠিক সংখ্যাটো ক'ব নোৱৰাৰ বাবে যেন ক্ষমা কৰে।

চুটি গল্পৰ সংজ্ঞা সমালোচকসকলে দিয়াই ভাল। কথা হৈছে, ই চুটি হ'ব লাগে আৰু গল্প হ'ব লাগে।

## ড° ভবেন্দ্রনাথ শইকীয়া

অসম সাহিত্যসভাই এই আলোচনা চক্রলৈ নিমন্ত্রণ কৰা বাবে মই আন্তৰিক কৃতজ্ঞতা জনালোঁ। মই নিজে বিশ্বাস কৰোঁ যে গল্পলেখক হিচাপে ইতিমধ্যে কিছু স্বীকৃতি লাভ কৰিছোঁ। কিন্তু লেখক হিচাপে স্বীকৃতি পাবলৈ বা নাম কৰিবলৈ হাতত কাপ লোৱা নাছিলোঁ। মানুহৰ মাজত থাকি ভাল পাওঁ আৰু বিভিন্ন মানুহৰ সুখ-দুখৰ উমান লবলৈ মন যায়।

মই ১৯৪৭ চনৰপৰা গল্প লিখিবলৈ আৰম্ভ কৰিছোঁ। আমাৰ 'উদয়' নামেৰে এখন আলোচনী আছিল আৰু সেই আলোচনীতে 'পথ-নিৰুপমা' নামৰ মোৰ প্ৰথম গল্পটো ওলাইছিল। তাৰ অলপ আগৰপৰাই গল্প পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। লিখিবৰ কাৰণে প্ৰত্যক্ষ প্ৰেৰণা মই কাৰোপৰা পাইছিলোঁ বুলি নাভাবোঁ। সৰুৰেপৰাই খুব আগ্ৰহেৰে কিতাপ-পত্ৰ পঢ়িছিলোঁ আৰু তেতিয়াই বোধকৰোঁ লিখাৰ ইচ্ছা মনৰ মাজত হৈছিল। সৰুতে দেউতাই আমাক মাজে মাজে বিভিন্ন ধৰণৰ আখ্যান কৈছিল। সেইবোৰেও যদি মই ক'ব নোৱৰাকৈ মনৰ মাজত আখ্যান কোৱাৰ এটা বাসনা গঢ়ি তুলিছিল সেই কথা মই নাজানো।

গল্পৰ পৰিকল্পনা কৰোঁতে ঘটনা আৰু অভিজ্ঞতাজনিত বিষয়বস্তুৱে মোক সহায় কৰে। ক'ৰবাত কিবা এটা ঘটনা দেখিলে বা শুনিলে লগে লগে সি মনৰ মাজলৈ সোমাই যায়। তেতিয়া মূল কথাটো মই টুকি ৰাখি থওঁ। যেতিয়া সময় পাওঁ তাক গল্পৰ ৰূপ দিওঁ। গল্পৰ পৰিকল্পনা কৰোঁতে কাহিনী আৰু চৰিত্ৰ এই দুইটাৰ ওপৰত মই গুৰুত্ব দিওঁ আৰু যিমান পাৰি তাক সঁচা কৰি তুলিবলৈ যত্ন কৰোঁ।

মই গল্প এটা লিখাৰ আগতে ভবাত যথেষ্ট সময় লওঁ আৰু লিখাৰ সময়ত আকস্মিকভাবে আৰম্ভ কৰি নিদিওঁ বুলি ভাবোঁ। গল্পৰ নাম দিওঁতে সাধাৰণতে বেছি কষ্ট হয় যেন লাগে। সেইকাৰণে গল্পটোৰ বিষয়বস্তুটো নামটোৰদ্বাৰা যাতে প্ৰকাশ কৰিব পাৰি তেনে ধৰণৰ এটা নাম লিখি শেষ হোৱাৰ পিছত দিওঁ। গল্প এটা পৰিকল্পনা কৰিবলৈ তিনি-



চাৰি দিন লাগে কিন্তু লিখোঁতে তিনি-চাৰি ঘণ্টাৰ ভিতৰত একে বহাতে লিখোঁ। কেতিয়াবা জীৱিকা বা বৈষয়িক জঞ্জালৰ বাবে বেছি সময় লাগে। চৰিত্ৰ-সৃষ্টি আৰু ঘটনাৰ চিত্ৰণেই লিখাৰ সময়ত প্ৰধান লক্ষ্য হৈ উঠে। মই কোনো চৰিত্ৰ বা ঘটনাক যিদৰে অনুভব কৰোঁ তাকেই প্ৰকাশ কৰিবৰ কাৰণে গল্প লিখোঁ। মোৰ বক্তব্যও সেয়ে। কোনোবাই আনন্দ পাইছে নে নাই সেই সম্পৰ্কে মোৰ ক'ব লগীয়া নাই।

এক কথাত ক'বলৈ গ'লে চেতনা-জড়িত একোটা মানসিক প্ৰতিক্ৰিয়া —এই বস্তুটোৱে মোক বেছিকৈ আকৰ্ষণ কৰে।

সহজ কথাত ক'বলৈ গ'লে মই নিজৰ বাবেই লিখোঁ আৰু গল্পটো মোৰ নামতেই ওলাব। কিন্তু মই মোৰ লিখা সৰ্বসাধাৰণ পাঠকৰ আগলৈ যিহেতু উলিয়াই দিম গতিকে পাঠকসকলৰ কথা মই নভবাকৈ নাথাকোঁ। বিশেষ শ্ৰেণীৰ পাঠকৰ বাবে মই লিখা নাই।

মই কিয় লিখোঁ এই প্ৰশ্নটোৰ উত্তৰ মই এনেকৈ ভাবি পাইছোঁ: পঢ়ি-শুনি দেখিলোঁ যে অভিজ্ঞতাৰ অনেক কথাকে মই একোটা কাহিনীৰ আকাৰত লিখি উলিয়াব পাৰিম। আৰম্ভ কৰি দেখিছোঁ যে মই লিখিব পাৰিছোঁ আৰু মই লিখি থকা উচিত। লাহে লাহে এটা দায়িত্বও অনুভৱ কৰিলোঁ। কিছুদিন লিখাৰ পিছত যেতিয়া কিছু স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হ'লোঁ তেতিয়া অন্যান্য প্ৰকাৰে জীয়াই থকাৰ উপৰিও লেখক হিচাপে জীয়াই থাকিবলৈ মন গ'ল। যেতিয়ালৈকে মোৰ মন সতেজ হৈ থাকিব তেতিয়ালৈকে মই লিখি থাকিম।

কিমান গল্প লিখিলোঁ তাৰ সঠিক সংখ্যাটো মোৰ মনত নাই। কিন্তু এতিয়ালৈকে বোধকৰোঁ ছকুড়িমান গল্প লিখিছোঁ। মোৰ এই লিখা গল্প-সমূহক বোধকৰোঁ দুটা ভাগত ভগাব পাৰি। প্ৰথম স্তৰৰ গল্প য'ত কোনো কাহিনী বা ঘটনা কেৱল বিশ্বাসযোগ্য কৰিবৰ কাৰণে যত্ন কৰিছিলোঁ আৰু দ্বিতীয় স্তৰৰ গল্প য'ত বৰ্ণনাৰ লগত বৰ্ণনীয় বিষয়ক বিশিষ্টভাৱে সংযুক্ত কৰাৰ যত্ন কৰিছোঁ; অৰ্থাৎ কেৱল উকা বৰ্ণনা নহৈ সেই বৰ্ণনাই যাতে অন্য কোনো ইঙ্গিতৰ আভাস দাঙি ধৰিব পাৰে। সমালোচকৰ সমালোচনাই মোক ক্ষুব্ধ কৰিব নোৱাৰে। তদুপৰি সমালোচনা কৰিবপৰা শক্তি মোৰো আছে বুলি ভাবোঁ।

মোৰ ওপৰত কোনো দেশী-বিদেশী লেখকৰ প্ৰভাৱ থকা বুলি মই নেভাবোঁ। মই দেশী-বিদেশী বিভিন্ন লেখকৰ গল্প পঢ়িছোঁ আৰু পঢ়ি আনন্দ পাইছোঁ। কিন্তু কোনো এজন লেখককে অকলে মই ভাল পাই থাকিব পৰা নাই। অসমীয়া লেখকসকলৰ ভিতৰত সৌৰভকুমাৰ চলিহা মোৰ প্ৰিয় লেখক। প্ৰথম কথা মই নিজৰ গল্পটো প্ৰথমতে পঢ়োঁ, তাৰ পিছত সৌৰভ চলিহা, মহিম বৰা, যোগেশ দাস আদিৰ গল্প পঢ়োঁ। অনুজসকলৰ ভিতৰত ছাইদুল ইছলাম, নগেন শইকীয়া, প্ৰণৱজ্যোতি ডেকা, কুমুদ গোস্বামী—এওঁলোকৰ গল্প পঢ়ি মই ভাল পাওঁ।

ৰাজনৈতিক দৰ্শন বুলিলে মোৰ ৰাজনৈতিক দলবোৰৰ কথা মনলৈ আহে। গতিকে দলীয় ৰাজনৈতিক দৰ্শনত মই বিশ্বাস নকৰোঁ। সামাজিক-ভাৱে লেখকসকল দায়বদ্ধ হ'ব লাগে—এই কথাষাৰৰ অৰ্থ মই বুজি নাপাওঁ। আমি এখন সমাজ পাতি বাস কৰি আছোঁ আৰু জীয়াই আছোঁ। মই মোৰ লিখাৰ মাজত নিশ্চয় সেই চিনাকি সমাজৰ মানুহৰ কথাকে ক'ম আৰু এনেও হ'ব পাৰে যে অন্য কোনো ঠাইৰ মানুহৰ জীৱনেও মোক ভবাই তুলিব পাৰে আৰু তেতিয়া মই সেই মানুহৰ কথাকে ক'ম।

আন লেখকৰ গল্প পঢ়োঁ আৰু ভাল গল্প এটা পঢ়িলে ভাব হয় এই গল্পটো যদি মোৰ মনলৈ আহিলেহেঁতেন ! কোনো লেখকৰ ভাল গল্প এটা পঢ়িলে তেওঁৰ প্ৰতি মই শ্ৰদ্ধা অনুভৱ কৰোঁ।

এতিয়ালৈকে মোৰ প্ৰহৰী, বৃন্দাবন আৰু সেন্দূৰ নামৰ তিনিটা সংকলন ওলাইছে।

চুটি গল্পৰ মই কোনো সংজ্ঞা দিব নোখোজোঁ।

## মহিম বৰা

১। ১৯৪৪-৪৫ চনত ১ম বাৰ্ষিকত প্ৰথম গল্পটো লিখোঁ। বঙলা দৈনিক বাতৰিত প্ৰকাশিত বাতৰি এটাই বহুত দিনৰপৰা মোৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল—তাৰ ফলত সেই গল্পৰ জন্ম। গল্পটো ৪৫-৪৬ চনত প্ৰকাশিত 'বৰদৈচিলা'ত ওলাইছিল। মই অৱশ্যে 'বৰদৈচিলা'খন পোৱা নাছিলোঁ, আন কোনো পঢ়োঁতাই কৈছিল। সেই সময়ত কাগজ



আলোচনী মহাৰ্ঘ্য। গল্পটোৰ নাম 'মইনমৰা'। আচৰিত কথা এয়ে যে অলপতে অসমীয়াত প্ৰকাশ হোৱা বিদেশী গল্পসংকলন এটাত সম্ভৱ নৰৱেৰ কোনো লিখকৰ এটা বিখ্যাত গল্প পঢ়িলোঁ। মোৰ সেই গল্পটোৰ লগত প্ৰায় একে। কেনেকৈ এই সাদৃশ্য আহিল মই ক'ব নোৱাৰোঁ। সেই গল্পটোৰ অসমীয়া ভাঙনি আগতে ওলোৱা নাছিল। যদি বঙলা কোনো আলোচনীত কেনেবাকৈ পঢ়িছিলোঁ মোৰ মনত নপৰে। 'মইনমৰা' গল্পটোও মই প্ৰকাশ হোৱাৰপৰা পঢ়া নাই, কপিও নাই। সেই সময়ত গল্প নাপায়ে বোধহয় মোৰ গল্পটো সম্পাদকে ছপালে। গতিকে নিজ চিন্তাৰপৰা লিখা প্ৰথম গল্প হ'ল 'তৃতীয় শ্ৰেণীৰ যাত্ৰী' : কটন কলেজৰ ৩য় বাৰ্ষিকত ফাইন্ আৰ্টছ্ কম্পিটিচনত লিখা। গল্পটো দ্বিতীয় হৈছিল। পৰীক্ষক আছিল অধ্যাপক-শিক্ষকমহোদয় প্ৰফুল্লদত্ত গোস্বামী। প্ৰথম হৈছিল যোগেশ দাসৰ গল্পটো। সেই বছৰত কটনিয়ানত প্ৰকাশ হোৱা নাছিল—গতিকে বি.এ. পাছ কৰাৰ পিছত ওলোৱা 'বৰদৈচিলা'ত ফটো এখনেৰে সৈতে গল্পটো ওলাইছিল। সেই গল্পটোৱে মোক কমবেছি পৰিমাণে জনাজাত কৰিছিল। সেই গল্পটো ওলোৱাৰ পাঁচ বছৰমানৰ পিছত স্বৰ্গীয় ভৱানন্দ দত্তৰ লগত চিনাকি হওঁতে সেই গল্পটোৰ কথা উল্লেখ কৰিছিল। বিয়াল্লিছৰ পটভূমিত লিখা সম্ভৱ সেইটোৱেই তেতিয়ালৈকে একমাত্ৰ অসমীয়া গল্প।

৩। কোনো ভাব বা আইডিয়া, কোনো ঘটনাৰ স্মৃতি, নিজ, অভিজ্ঞতাৰ স্মৃতি, আনৰ অভিজ্ঞতা—এইবিলাকে গল্প একোটিৰ প্ৰথম কঠিয়া সিঁচে। সেইবিলাকে মনৰ ভিতৰত এটা নিৰ্দিষ্ট ৰূপ নোপোৱালৈকে মনৰ ভিতৰত পাগুলি থাকিব লাগে। এই ৰোমন্থন—এবছৰ-দুবছৰ, আনকি 'কাঠনিবাৰী ঘাট' নামৰ গল্পটোত প্ৰায় দহবছৰ চলিছিল। মনৰ ভিতৰত গল্পটোৱে নিজা সম্পূৰ্ণতা এটা পালেই লিখাৰ 'মুড্' আহে। বহুত গল্পৰ প্লট কিন্তু অসম্পূৰ্ণভাৱেই হজম হৈ যায়; কাৰণ তাৰ ৰূপটো সজাগ মনটোৰ গ্ৰহণযোগ্য নহয়। গল্প এটা (বা কবিতাও) লিখাৰ পিছতো ২।৩ বছৰ গোৱাই থ'লে ভাল হয়। ইয়াৰ ফলত অন্ততঃ ৩।৪ বাৰ ঘূৰাই চাব পাৰি। 'কাঠনিবাৰী ঘাট' নামৰ গল্পটো অন্ততঃ এবছৰ গোৱাই ৰাখি ৪ বাৰ ৰিভাইজ্ কৰিছিলোঁ। বাকী বহুত গল্প অৱশ্যে তেনেকৈ ঘূৰাই চোৱাৰ সময় নাই পোৱা।

৪। মনৰ ভিতৰৰ গল্পৰ প্ৰথম ৰূপটোত সাধাৰণতে কাহিনীত গুৰুত্ব দিয়া হয়। লিখোঁতে মই চৰিত্ৰত গুৰুত্ব দিওঁ। দুই এটাত পৰিৱেশত গুৰুত্ব দিছোঁ, যিটো বৰ কষ্টকৰ। এটা নে দুটাত কাহিনীত দিছোঁ, যিটো লিখা তুলনামূলকভাৱে সহজ।

৫। গল্পৰ পৰিণতি—মনৰ ভিতৰত গল্পটোৱে যেতিয়া সম্পূৰ্ণ ৰূপ পায় তাক এক বাষ্পময় সম্পূৰ্ণতা বুলি ক'লেহে শুদ্ধ হ'ব। তাৰ মুখ, গা, হাত, চকুৰ কোনো সুস্পষ্টতা নাথাকে। লিখিবলৈ বহাৰ লগে লগে তাৰ এক নতুন ৰূপ, নতুন জন্ম আৰম্ভ হয়। মনৰ ভিতৰত যিটো পৰিণতি ইমান দিনে ভাবি থকা হৈছিল, বাস্তৱ ৰূপত সেই পৰিণতি সম্পূৰ্ণ সলনি হৈও যায়। সৃষ্টি-প্ৰক্ৰিয়া বৰ ৰহস্যময়।

৬। গল্পৰ নামকৰণ—গল্পটো মনৰ ভিতৰত সম্পূৰ্ণ হোৱাৰ পিছত মনৰ ভিতৰতে নামকৰণ হয়। কিন্তু দুই এটা গল্পৰ নামকৰণত বহুত কষ্ট কৰিব লগা হৈছিল, যেনে—'আবুৰ' গল্পৰ নামটো ৩ দিন ভাবিব লগা হৈছিল।

৭। একে বহাতে লিখা গল্প দুটামান আছে। কিন্তু একে বহাতে লিখাৰ সময় আৰু ধৈৰ্য মোৰ নাই। মাজে মাজে অদ্ভুত কাম কিছুমান কৰি থাকিবলৈ পাব লাগে; যেনে—কবি পুলি খোচৰা, ফুল চিকুনোৱা, ঘৰৰ মকৰাজাল চফা কৰা, ইত্যাদি। কিন্তু মানুহৰ লগত কথা পতা বা আঁতৰলৈ যাব লগা হোৱাটো মোৰ বাবে বিৰক্তিকৰ।

৮/৯ নম্বৰ প্ৰশ্নৰ দিয়া হৈছে; —ঘূৰাই চাওঁ, সংশোধনো কৰোঁ। সাধাৰণতে সংলাপৰ ক্ষেত্ৰত বৰ কষ্ট কৰা হয়।

১০। আনন্দ দানেই প্ৰধান উদ্দেশ্য। লগতে মানৱ চৰিত্ৰৰ বিভিন্ন দিশলৈও চকু যায়। কেতিয়া গল্পটো প্ৰকাশ কৰি আনকো যে আনন্দ দিব পাৰি এনে চিন্তা থাকে। কিন্তু যি সময়ত গল্প লিখাৰ উছাহ আছিল তেতিয়া জীৱন-সংগ্ৰাম আছিল কঠোৰ; আৰু আলোচনীও নাছিল।

১১। অন্তৰ চুব পৰা যিকোনো বিষয়ে—মাত্ৰ যৌন-কাহিনীৰ বাহিৰে। অৱশ্যে যৌনজীৱনৰ মনস্তাত্ত্বিক ফালটোৰ কথা সুকীয়া। সেয়ে হ'লেও গাঁৱলীয়া জীৱনক চুই যোৱা বিষয়ৰ প্ৰতি আগ্ৰহ বেছি।

১২। গল্প শেষ কৰালৈকে মানসিক অৱস্থা ভদ্ৰজনোচিত নহয়। সেই এটা কাৰণেও মই গল্প কম লিখোঁ। মানসিক ভীষণ যন্ত্ৰণা, খিং-খিঙিয়া অৱস্থা, সামান্য দোষতে অভদ্ৰ গালি-গালাজ বা মানুহক কটু কথা কোৱা—বহুত চিগাৰেট, তামোল, চাহ।



১৩। সকলোশ্ৰেণীৰ, কিন্তু অল্প চিন্তাশীল পাঠকৰ কাৰণে লিখিলেও তাৎকালিকভাৱে আনন্দ দিব পৰা ধেমেলীয়া গল্পও লিখোঁ। ধেমেলীয়া গল্প হ'লেও চৰিত্ৰ-চিত্ৰণত যথেষ্ট গুৰুত্ব দিওঁ।

১৪। কিয় লিখোঁ—এই প্ৰশ্নৰ উত্তৰ দিয়া টান। সৰুতে ভাবিছিলোঁ অনাদৃত গাঁৱলীয়া জীৱনটোক পোহৰলৈ আনো, তেওঁলোকৰ সুখ-দুখ আশাক; লগতে ভাবিছিলোঁ সাহিত্যৰ উন্নতি, নাম, প্ৰশংসা। কিন্তু বয়সৰ লগে লগে বুজিলোঁ এইবিলাকো বাহিৰৰ; যি নহওক, সি এটা বেলেগ আলোচনাৰ বিষয়।

১৫। মোৰ গল্পৰ সংখ্যাই আঢ়ৈকুৰিৰ সীমা ছোৱা নাই বোধ হয়। Humorous আৰু serious—দুই বিধৰ গল্প লিখোঁ; অৱশ্যে লিখাৰ ভঙ্গীত seriousness যাতে ফুটি নুঠে, গধুৰ যাতে নহয় তালৈ চকু ৰাখোঁ।

১৬। এতিয়ালৈকে ভাল সমালোচনাই পাইছোঁ; কিন্তু উপকৰা সমালোচনা বা মন্তব্যই ক্ষুব্ধ কৰে। এসময়ত কিন্তু প্ৰশংসাই বিচাৰিছিলোঁ যদিও উপকৰা প্ৰশংসা প্ৰথমৰপৰাই বেয়া পাইছোঁ। মোৰ দুখ এয়ে যে মোৰ গল্প-সংকলন প্ৰকাশ কৰিবলৈ কোনো প্ৰকাশক নোলাল। সকলোৱে কয়—অলপ বাস্তৱধৰ্মী হ'ব লাগে। বাস্তৱধৰ্মী মানে প্ৰেমৰ কাহিনী, অলপ বাস্তৱধৰ্মী প্ৰেম ইত্যাদি। তথাকথিত বাস্তৱ জীৱনৰ সম্পৰ্ক নথকা প্ৰেমৰ গল্প মই ভাল নাপাওঁ বুলি কৈ আহিছোঁ। তাৰ উপৰি সমালোচকে গল্পৰ আলোচনাত মোৰ নামটো কেতিয়াবা মাত্ৰ উল্লেখ কৰাত বৰ আঘাত পাইছিলোঁ।

দেশী-বিদেশী প্ৰভাৱ—এম. এ. দি উঠিয়ে বন্ধুবৰ যোগশ দাসে কিনি লোৱা ইংৰাজী গল্প-সংকলনৰ দহোটা গল্প পঢ়ি পেলালোঁ। তাৰ উপৰি চেকভৰ কেইটামান গল্প আৰু হেনৰীৰ ১০০ গল্প আগতে পঢ়া। এই দুজনৰ প্ৰেৰণাত দুই এটা গল্প লিখা হয়। পিছলৈ ষ্টাইনবেকৰ চৰিত্ৰ-চিত্ৰণ আৰু ৰচনাভঙ্গী; ধেমেলীয়া ৰচনাত প্ৰথমে বেজবৰুৱা পিছলৈ জেৰম কে. জেৰম—ৰচনাৰ সংক্ষিপ্ত কৰণত Readers' Digest-ৰ ৰচনাৰ আহি—লিফ্ট্ আৰু বঢ়াব পাৰি—মুঠতে নিৰ্দিষ্ট কোনো প্ৰভাৱ নাই। কিন্তু চৰিত্ৰ

জীৱন্ত কৰাৰ কৌশল ষ্টাইনবেকৰপৰাই লোৱা ; কৃতকাৰ্য হ'ব নোৱৰাটো মোৰ অক্ষমতা। মুঠতে প্ৰভাৱতকৈ প্ৰেৰণাহে আনৰপৰা লোৱা। মাছ আৰ মানুহৰ কাহিনীটো—'অল্ড্ মেন্ এণ্ড দি ছি'ৰদৰে ; কিন্তু প্লট্টো সৰুতে শুনা এটা সঁচা ঘটনা। 'কাঠনিবাৰী ঘাট' এটা সঁচা ঘটনা—য'ত মই জড়িত আছিলোঁ। 'কুমাৰী অট্টৱী'ৰ তৰুণৰ অভিজ্ঞতাখিনি এজনৰ জীৱনৰ সঁচা ঘটনা ; ছদ্মবেশী ছোৱালীজনীৰ চৰিত্ৰটো মাত্ৰ কাল্পনিক। লগতে কাজিৰঙাত এবাৰ ফুৰিবলৈ যোৱাৰ নিজা সামান্য অভিজ্ঞতা আছে।

১৮। মোৰ প্ৰিয় লেখকৰ বিষয়ে প্ৰায় কোৱা হৈছে। এসময়ৰ প্ৰিয় অসমীয়া লেখক এতিয়া সমানে প্ৰিয় নহয়। শঙ্কৰদেৱ সদায় প্ৰিয়। বৰ্তমান এলিষ্টেয়াৰ, আৰ্থাৰ হেইলি, পি. জি. উড্হাউছ। পালেই পঢ়িবলৈ মন যোৱা অসমীয়া গল্পলিখক এতিয়া প্ৰায় নোহোৱাৰদৰে। তথাপি 'অন্য যুগ অন্য পুৰুষ' কিতাপখনে মোক বৰকৈ আকৰ্ষণ কৰি থৈছে।

১৯। মোৰ শ্ৰেষ্ঠ গল্প কোনটো ক'ব নোৱাৰোঁ।

প্ৰিয় গল্প কেবাটাও আছে ; যেনে—চক্ৰবৎ, তিনিৰ তিনি গ'ল, স্মৃতিগন্ধা, ইত্যাদি।

২০। উত্তৰ দি অহা হৈছে—মাজে মাজে ড° ভবেন শইকীয়া, যোগেশ দাস, হোমেন বৰগোহাঞি, কুমুদ গোস্বামী, ড° নীলিমা শৰ্মা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আদিৰ দুই এটা গল্প-উপন্যাস ভাল লাগে। কবিৰ কথা ইয়াত কোৱা নাই—নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্য, ড° নিৰ্মলপ্ৰভা বৰদলৈ, অনিছ-উজ্ জামানৰ কবিতা মাজে মাজে ভাল লাগে। সৰহসংখ্যক অসমীয়া গল্পৰ হাৰ্ট্ বিট্ দুৰ্বল যেন লাগে।

২১। সম্ভাৱনাপূৰ্ণ লিখক আছে ; কিন্তু যেতিয়ালৈকে আলোচনী নাবাঢ়ে, যেতিয়ালৈকে লিখকসকলে মাষ্টৰী কাম এৰি নিদিয়ে, যেতিয়ালৈকে সমাজে আমাৰ কাৰণে নাভাৱে, প্ৰকাশক নোলায়, কিনি পঢ়োঁতা নোলায়, চৰকাৰেও পৃষ্ঠপোষকতা নকৰে, তেতিয়ালৈকে আমাৰ সৃষ্টিমূলক সাহিত্যৰ এই শূন্যতা চলি থাকিব। যেতিয়ালৈকে মদ খাই মাতাল হোৱা বা যৌন-অভিজ্ঞতাকে জীৱনৰ একমাত্ৰ অভিজ্ঞতা বুলি ল'ব খুজিব, তেতিয়ালৈকে ড্ৰয়িং ৰুমৰ সাহিত্যৰ সংখ্যা বাঢ়িব বা সাহিত্যিকতকৈ সমালোচকৰ সংখ্যাহে বাঢ়িব। সৃষ্টিমূলক ৰচকৰ সংখ্যা নাবাঢ়িলে সাহিত্য ওজনত বাঢ়িলেও নিষ্প্ৰাণ হ'ব। আমাৰ জাতীয় জীৱনত বৈচিত্ৰ্য আৰু কৰ্ম-চঞ্চলতাৰ অভাৱ।



২২। কোনো ৰাজনৈতিক বিশ্বাস এতিয়ালৈকে নাই। লেখকসকলে জীৱনকেই মুখ্য কৰি লোৱাটোহে মই বিচাৰোঁ।

২৩। লেখকৰ সামাজিক দায়িত্ব আন সকলোতকৈ বেছি।

২৪। দুই এজনৰ পঢ়োঁ—ফিনিশ্বিংবিলাকে প্ৰায়ে আঘাত দিয়ে। আৰু যদি কষ্ট কৰিলেহেঁতেন, এনে ভাৱ হয়। আগতেই কৈছোঁ—হাৰ্ট্ বিট্ দুৰ্বল !

২৫। চুটি গল্পৰ সংজ্ঞা মোৰ নাই।

২৬। কাঠনিবাৰী ঘাট ( ১৯৬১ ), মই পিপলি পূজা ( ১৯৬৫ ), বহুভুজী ত্ৰিভুজ ( ১৯৬৭ ), এখন নদীৰ মৃত্যু ( ১৯৭৩ ), দেহাগৰকা প্ৰেম ( এতিয়াও প্ৰেছত—যদিও ছপাৰ কাম এবছৰৰ আগতে শেষ হ'ল )।

## সৌৰভকুমাৰ চলিহা

১। ইস্কুলৰ সময়ৰেপৰা প্ৰেৰণা কি আছিল আজি সঠিককৈ কোৱা টান।

২। ইস্কুলৰ সময়ৰে কথা, পৰিৱেশ আদি ভালদৰে মনত নপৰে। প্ৰথম গল্প এই কেইটাৰ এটা হ'ব : 'সাদিনীয়া বাঁহী'ত 'চেন্সৰ', 'বিহু-ধনতন্ত্ৰৰ ছাঁত' বা 'কাৰ্ল মাৰ্ক্স ? এৰা' ; অথবা শিশু-আলোচনী 'পাৰিজাত'ত 'পাঞ্জাব সীমান্তৰ সহযাত্ৰী' ; অথবা 'জয়ন্তী'ত 'ৰিভহান, দীনবাবু আৰু তিনি লাখ বনুৱা'।

৩। সংক্ষেপে কথাখিনিৰ উত্তৰ দিয়া কঠিন। কিন্তু এইটো ক'ব পাৰি যে ফৰ্মৰ পৰীক্ষা-নিৰীক্ষাৰ কথাটো লিখিবলৈ লোৱাৰ পাছতহে আহে ( বিষয়বস্তু বা বক্তব্য অনুসৰি )।

৪। স্থান বিশেষে আটাইকেইটা ( অৱশ্যে 'ফৰ্ম'ৰ কথাটো—৩নং ত কোৱাৰদৰে—গৌণ )।

৫। আগেয়ে আকস্মিকভাৱেই আৰম্ভ কৰি দিছিলোঁ ( যেনে, 'অশান্ত ইলেট্ৰন' গল্পটো পুৰস্কাৰৰ টকা কেইটা পোৱাৰ তাড়নাত—সেই বয়সত

সেইকেইটা টকা বহুত আছিল—এদিন ধাঁ কৰি আৰম্ভ কৰি দিয়া হৈছিল )। আজিকালি অৱশ্যে প্ৰথমৰেপৰা এটা পৰিণতি বা সামৰণি কিবা এটা মনত থাকে।

৬। লিখি উঠাৰ পাছত নাম দিওঁ।

৭। ঠিক 'একে বহা'তে হয়তো নহয়, কিন্তু সাধাৰণতে এটাৰ পিছতহে আন এটা ; দুটা গল্প একেলগে লিখি যাব নোৱাৰোঁ। অৱশ্যে কোনো এটা গল্প শেষ কৰিব নোৱাৰি বহুদিন ধৰি 'উমনি দি থকা অৱস্থা'ত কেতিয়াবা অন্য গল্পত হাত দিয়া যায় প্ৰয়োজনৰ চাপত।

৮। আগেয়ে ( যেনে 'অশান্ত ইলেকট্ৰ'ন' কিতাপৰ গল্পকেইটা ) এবাৰতে কোনোৰকম সাল-সলনি নকৰি দ্বিতীয়বাৰ চকু নুফুৰোৱাকৈয়ে ছপাবলৈ দিছিলোঁ। আজিকালি বোধহয় মনত সন্দেহ আহি যোৱাৰ বাবে—পিছত বহুখিনি অদল-বদল কৰোঁ। কেতিয়াবা একাধিক 'খচৰা' তৈয়াৰ হৈ যায়, তাৰে এটা অৱশেষত বাছি লওঁ।

৯। অনিৰ্দিষ্ট। এক মিনিটো হ'ব পাৰে। এবছৰো হ'ব পাৰে। 'অশান্ত ইলেক্ট্ৰন' অপৰিকল্পিত ( গাঁথনিটো ), 'ধ্ৰুবক' নামৰ গল্পটো এজন বন্ধুৰ লগত কথোপকথনৰ ফলত মনত খেলাই লগে লগেই লিখি শেষ কৰা ; আনহাতে, কিছুমান গল্প বহুদিন ধৰি উমনি লোৱা—যেনে, 'বাৰকাবল্' গল্পটো প্ৰায় দহ বছৰৰো অধিক সময়ৰ পৰিকল্পনাৰ শেষত লিখা, 'ওপৰত' গল্পটোও কেইবাবছৰৰো ধস্তাধস্তিৰ শেষত লিখি উলিওৱা।

১০। স্থানভেদে আটাইকেইটা ( বা কোনোটো নহয় )।

১১। কথাটো কেতিয়াও বিশ্লেষণ কৰি চোৱা নাই।

১২। উদ্বিগ্ন। স্বস্তি। হয়। অস্বস্তি।

১৩। ( ঘাইকৈ ) আলোচনীৰ সম্পাদকৰ বাবে।

১৪। ছপাবলৈ।

১৫। কিতাপ আকাৰে প্ৰকাশিত গল্প প্ৰায় দুকুৰি ; অ'ত ত'ত সিঁচৰতি হয়তো আৰু দহ-বাৰটা ( সঠিক হিচাপ কৰা নাই )। স্তৰ-বিভাজন সম্বন্ধে নিজৰ স্পষ্ট ধাৰণা নাই। কিন্তু সম্প্ৰতি এজন সমালোচকে লিখিছে যে ( মোৰ ) সময় গৈছে। মান নামিছে।

১৬। নকৰে।



১৭। সমালোচক কোনো কোনোৱে ভাবে, নিজে নাভাবোঁ। কোনো কোনোৱে James Joyce-ৰ কথা কয়। কিন্তু মই Ulysses আদি তেওঁৰ কিতাপবোৰ পঢ়া নাই। গতিকে সঘনে উল্লেখ পোৱা 'চেতনাস্ৰোত' বস্তুটো কি সেইটোত মোৰ নিজৰ কোনো ধাৰণা নাই। কিছুদিন আগেয়ে এজন সমালোচকে লিখা দেখিছিলোঁ যে 'অভয়' গল্পটোৰ ওপৰত Kafka-ৰ 'The metamorphosis' নামৰ গল্প এটাৰ প্ৰভাৱ কৰিছে ; কিন্তু উক্ত গল্পটো মই পঢ়া নাই, গতিকে প্ৰভাৱ কেনেকৈ পৰিল একো বুজিব নোৱাৰিলোঁ। ('অভয়' গল্পটোৰ ভিত্তি হ'ল Statesman কাকতত তেতিয়াৰ অসমৰ Chief Conservator of Forests-য়ে লিখা এখন চিঠি, এটা মোটামুটি সঁচা ঘটনা।)

১৮। ঘাইকৈ ডিটেকটিভ গল্পকাৰ জনচেৰেক :

আৰু P.G. Woodhouse, Arthur C. Clarke, Agatha Christie···।

১৯। কোনোটো শ্ৰেষ্ঠ নহয়।

২০, ২১, ২২, ২৩, ২৫। এই সংক্ষিপ্ত প্ৰশ্নোত্তৰৰ পৰিসৰৰ মাজত এই প্ৰশ্ন কেইটাৰ উত্তৰ ঠিক সকলো কথাৰ প্ৰতি সুবিচাৰ নকৰিব। গতিকে সম্প্ৰতি এই কেইটা প্ৰশ্নৰ মাজলৈ নোযোৱাই উচিত হ'ব বুলি ভাবিলোঁ।

১৪। সুযোগ পালে পঢ়োঁ। ভাব হয়, 'বাঃ, তামাম লিখিছে'।

১৫। অশান্ত ইলেক্ট্ৰন ( ১৯৬২ [?] )
দুপৰীয়া ( ১৯৬৩ )
এহাত ডাবা ( ১৯৭২ )
গোলাম ( ১৯৭৩ )

## যোগেশ দাস

মোক ঔপন্যাসিক-চক্ৰলৈহে বিশেষভাৱে নিমন্ত্ৰণ কৰিছিল। গতিকে গল্পকাৰ-চক্ৰতো মই মোৰ ৰচনাৰ বিষয়ে কিবা ক'ব লাগিব বুলি আগতে ভবা নাছিলোঁ। তদুপৰি, আজিৰ আগবেলাৰ আলোচনাতো মই উপস্থিত থাকিব পৰা নাছিলোঁ।

মই যদিও উপন্যাস লিখিছোঁ প্ৰায় যোৱা দুটা দশকৰ আগৰপৰাই, মূলতঃ মই নিজকে গল্পকাৰ বুলিয়েই ভাবোঁ। মই গল্পৰপৰাহে উপন্যাসৰ ৰাজ্যলৈ প্ৰব্ৰজন কৰিছোঁ। অৱশ্যে এতিয়া গল্প লিখাৰ সংখ্যা কমি আহিছে।

মোক দৰাচলতে চিনাকি ঘটনা, চৰিত্ৰ বা কোনো কাহিনীয়েই—গল্প লিখিবৰ বাবে প্ৰেৰণা আৰু সমল যোগাই আহিছে। মই ভাবোঁ যে প্ৰতিজন মানুহৰে আঁৰত একোটা কাহিনী লুকাই থাকে আৰু সেই কাহিনীটো বহু সময়ত অজ্ঞাত হৈয়েই থাকে। কোনো মূহুৰ্তই হয়তো সেই কাহিনীৰ আভাস এটা দি থৈ যায়। তদুপৰি মানুহৰ মন ইমান বিচিত্ৰ যে সেই বিচিত্ৰতাই জীৱনৰ অনেক নেদেখা-নুশুনা কথাকো জ্ঞাতে বা অজ্ঞাতে প্ৰকাশ কৰে।

মোৰ ধাৰণা হৈছে—আমাৰ পিছৰ চাম লেখকসকলৰ লেখা আমাৰ-পৰা অনেক ক্ষেত্ৰত পৃথক হৈ পৰিছে। তেওঁলোকে বাস্তৱ জীৱনৰ অভিজ্ঞতাৰপৰাই সমল লৈছে; কিন্তু তাৰ মাজত তেওঁলোকৰ বিশিষ্ট দৃষ্টিভংগী আৰু আদৰ্শই প্ৰকাশ লাভ কৰিছে। তেওঁলোকৰ অনেকেই বৰ্তমান সমাজ-ব্যৱস্থাৰ প্ৰতি ক্ৰোধ প্ৰকাশ কৰিছে আৰু সামাজিক পৰিৱৰ্তন বিচাৰিছে। তেওঁলোকে নিজৰ মনৰ কথা খোলাকৈ কৈছে। আমি হয়তো এতিয়া আমাৰ ৰচনা-ৰীতি সলনি কৰিব নোৱাৰিব পাৰোঁ; কিন্তু তেওঁলোকৰ ৰচনাই যদি সমাজৰ পৰিৱৰ্তন সধাত সহায় কৰিব পাৰে তেনেহলে বৰ ভাল কথাই হ'ব বুলি ভাবোঁ। মোৰ তেওঁলোকৰ ওপৰত গভীৰ আস্থা আছে।

মই অসমীয়া গল্প-লেখকসকলৰ প্ৰায় সকলোৰে লেখা কম-বেছি পৰিমাণে পঢ়িছোঁ। বহুতৰ ৰচনা সঁচাকৈয়ে চমকপ্ৰদ। সৌৰভকুমাৰ চলিহাৰ গল্পৰ মাজত আমি নতুন সোৱাদ পাইছোঁ। তেওঁ, আমি নেদেখা বহুত কথাকে দেখিবলৈ পায়। তেওঁ যিটো উপলব্ধি কৰে, তাকে তেওঁ পাৰিপাৰ্শ্বিক পৰিৱেশ আৰু মানসিক পৰিৱেশৰ চিত্ৰণেৰে সুন্দৰকৈ প্ৰকাশ কৰে। সেই বাবে তেওঁ এটা নিজস্ব ধাৰাৰ প্ৰতিষ্ঠা কৰি ল'ব পাৰিছে। তেনেকৈ প্ৰণৱজ্যোতি ডেকাই হাঁহিৰ চলেৰেই আমাৰ সমাজৰ দোষ-ত্ৰুটি আঙুলিয়াই দিয়ে। সেই কথা পাঠকৰ চকুত নপৰাকৈ নাথাকে। মই মোৰ অগ্ৰজ আৰু সমবয়সীয়াসকলক যিদৰে শ্ৰদ্ধা কৰোঁ, অনুজসকলকো তেনেকৈয়ে তেওঁলোকৰ প্ৰতিভাৰ বাবে বা সম্ভাৱনাৰ বাবে শ্ৰদ্ধা কৰোঁ।



নিজৰ ৰচনাৰ বিষয়ে ঔপন্যাসিক-চক্ৰতেই মই ক'বলৈ যত্ন কৰিম। মই ইয়াকেই কামনা কৰোঁ যে আমাৰ পাছৰ চাম গল্প-লেখকৰদ্বাৰা যেন আমাৰ গল্প-সাহিত্য আৰু বেছি সমৃদ্ধিশালী হৈ উঠে।

## লক্ষ্মীনন্দন বৰা

মই বৰ বেছি গল্প লিখা নাই। অৱশ্যে লিখাৰ অভ্যাস ৰাখি থাকিবৰ কাৰণে যত্ন চেষ্টা কৰি আহিছোঁ। অসম কৃষি কলেজত চাকৰি কৰিবলৈ আহি সম্ভালনিকৈ গল্প লিখিবলৈ ধৰোঁ। কলেজত পঢ়া দিনতে ৰামধেনুত দুটা গল্প লিখিছিলোঁ; এটাৰ নাম 'ভাওনা', আনটো 'সম্পত্তি'। গতিকে ভাওনা বোলা গল্পটোকে মোৰ প্ৰথম গল্প বুলিব পাৰোঁ। আমাৰ নগাঁৱৰ ফালে ভাওনা অন্য ঠাইতকৈ বেছি হয়। গতিকে ভাওনাৰ লগত মোৰ ব্যক্তিগত পৰিচয় ল'ৰালিৰেপৰা। ভাওনা চাবলৈ যিবিলাক মানুহ অহা দেখিছিলোঁ সেই মানুহবিলাকৰ কথা ভাবিয়েই গল্পটো লিখিছিলোঁ। প্ৰথম গল্পটো লিখি উঠাৰ পিছত মোৰ মন নতুন কিবা এটা কৰাৰ আনন্দত ভাল লাগিছিল।

মই গল্প লিখোঁতে ঘটনা বা কাহিনীয়ে আকৰ্ষণ কৰে। গল্প এটা লিখা সময়খিনিতকৈ পৰিকল্পনা কৰা বা ভবা সময়খিনি মোৰ বেছি ভাল লাগে। সমাজত লাভ কৰা অভিজ্ঞতা, বিশেষ ঘটনা বা বাস্তৱ জীৱনৰ চৰিত্ৰই মোক প্ৰেৰণা যোগায়। মোৰ প্ৰথম গল্পটোত মোৰ নামটো লক্ষ্মীনাথ বৰা বুলি ছপা হৈছিল আৰু তেনে হোৱাত মনে মনে বৰ বেয়া পাইছিলোঁ।

কাহিনী, চৰিত্ৰ, পৰিৱেশ আৰু ৰচনাৰ স্টাইল, এই চাৰিওটাৰ ভিতৰত এটা সুন্দৰ সমন্বয় স্থাপন কৰিব পাৰিলেহে এটা ভাল গল্প হ'ল বুলি ভাবোঁ। সেইবাবে মোৰ সামৰ্থ্যেৰে মই চাৰিওটাৰ ভিতৰত harmony ৰাখিবলৈ যত্ন কৰোঁ। গল্প এটা মই আকস্মিকভাৱে লিখিবলৈ নলওঁ। গল্পটোৰ পৰিৱেশ সৃষ্টি কেনেকৈ কৰিম, কোন ঠাইত কেনেধৰণৰ কথোপকথন দিম আৰু কেনেকৈ শেষ কৰিম সেই কথা মই আগতীয়াকৈ চিন্তা কৰোঁ আৰু মনত ভাল লগা দুই এটা কথা লিখি ৰাখোঁ। কেতিয়াবা গল্পটোৰ অন্তৰ্নিহিত

ভাৱ সম্পৰ্কে মই ইমান নিশ্চিত হওঁ যে গল্পটো লিখাৰ আগতে এটা নাম দিওঁ। 'সখা দামোদৰ', 'এৰাবাৰীৰ লেছেৰি', 'গৌৰী ৰূপক' আদি গল্পৰ নাম আগতে দিয়া। কিছুমান গল্পৰ নাম লিখি উঠাৰ পিছতহে ঠিক কৰোঁ। কেতিয়াবা নাম দিবলৈকে তিনি চাৰি দিন সময় ভাবিব লগীয়া হয়।

খোৱা-বোৱা সময় বাদ দি মই একে বহাতে একোটা গল্প লিখি শেষ কৰিবলৈ যত্ন কৰোঁ। লিখাতকৈ কল্পনা কৰা সময়খিনি মোৰ বৰ ভাল লাগে। কাৰণ তেতিয়া চৰিত্ৰবোৰৰ লগত মই কথা পাতি থকা যেন লাগে। অকলশৰীয়া হৈ থাকিলে এনেকৈ ভাবি থকাটো মোৰ এটা অভ্যাস। মোক গল্পৰ ফৰ্মতকৈ বিষয়ে আৰু কোনো ভাবে বেছি আকৰ্ষণ কৰে। কিন্তু সেই বুলি ফৰ্মৰ কথা মই নভবাকৈ নেথাকোঁ। কাৰণ কেনেকৈ ক'লে ভাল হ'ব সেই কথা নভবাকৈ গল্প এটা লিখিব নোৱাৰি।

যিটো গল্প লিখি নিজৰ ভাব প্ৰকাশ কৰিব পাৰোঁ, চৰিত্ৰ আৰু ঘটনাক ফুটাই তুলিব পাৰোঁ, সেই গল্পটোকে মোৰ সেই মুহূৰ্তত ভাল লাগে। মই সেই কাৰণেই লিখোঁ। বহুতে হয়তো অৰ্থৰ কাৰণে লিখে। কিন্তু লিখাৰ সময়ত মই অৰ্থৰ কথা নাভাবোঁ। সম্প্ৰতি অসমত গল্প উপন্যাস লিখি কিছু পৰিমাণে জীৱন নিৰ্বাহৰ ব্যৱস্থা কৰিব পাৰি বুলি ভাবোঁ।

মই এতিয়ালৈকে বিৰূপ সমালোচনাৰ সম্মুখীন হ'ব লগীয়া হোৱা নাই। আগৰ গল্পবিলাকত মোৰ ভাবোচ্ছ্বাস প্ৰবল আছিল। এতিয়া সি বহু পৰিমাণে কমিছে বুলি ভাবোঁ। তদুপৰি মই গল্পৰপৰা উপন্যাসলৈ প্ৰব্ৰজন আৰম্ভ কৰিছোঁ।

মোৰ ওপৰত দেশী-বিদেশী কোনো লেখকৰ প্ৰভাৱ তেনেকৈ নাই। কাৰণ কোনো লেখকৰ এখন কিতাপ পঢ়ি তেনেকুৱা এখন কিতাপ লিখিবলৈ যত্ন কৰাটো মই উচিত বুলি নাভাবোঁ। মই বহু লিখকৰ ৰচনাকে ভাল পাওঁ। বাংলা লেখকৰ ভিতৰত তাৰাশঙ্কৰ বন্দ্যোপাধ্যায় আৰু সুনীল গঙ্গোপাধ্যায়ৰ ৰচনা মই ভাল পাওঁ। অসমীয়া লেখকসকলকো মই শ্ৰদ্ধা কৰোঁ। অসমীয়া গল্পই পৃথিৱীৰ যি কোনো পাঠকক আনন্দ দিব পাৰিব বুলি মই ভাবোঁ। মালিক চাহাবকে আদি কৰি অসমীয়া কেইবাগৰাকীও লেখকক মই শ্ৰদ্ধা কৰোঁ।

মই এতিয়ালৈকে কোনো ৰাজনৈতিক দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা নাই। শেষৰফালে সামাজিক নানা ধৰণৰ দুৰ্গতিয়ে মোৰ দৃষ্টি আকৰ্ষণ



কৰিছে। লেখকসকলে প্ৰথম অৱস্থাত যদিও নিজৰ সন্তুষ্টিৰ বাবেই লিখে সেই লেখা বহল পাঠকসমাজে পঢ়ে। গতিকে লেখকসকলৰ এটা সামাজিক দায়বদ্ধতা থাকিব লাগে বুলি ভাবোঁ।

মই আগতেই কৈছোঁ মই অন্যান্য লেখকৰ গল্প পঢ়োঁ। অৱশ্যে যোৱা কিছুদিন মোৰ পঢ়া সেৰেঙা হৈছে। আন লেখকৰ ভাল গল্প এটা পঢ়িলে মোৰ ভাল লাগে। মোৰ নিজৰ গল্প সংকলন এতিয়ালৈকে তেৰখন হৈছে। প্ৰথমখন ওলাইছিল ১৯৫৮ চনত।

চুটি গল্পৰ কোনো সংজ্ঞা মই দিব নোখোজোঁ।

## ড° প্ৰণৱজ্যোতি ডেকা

অসম সাহিত্যসভাৰ লগত মোৰ পোণপটীয়া সম্পৰ্ক নাছিল। এই লেখক-শিবিৰলৈ নিমন্ত্ৰণ পাই সেই বাবে চিন্তা কৰিছিলোঁ যে ৰাজহুৱাভাৱে নিজৰ কথা ক'বলৈ আহোঁ নে নাহোঁ। ইয়ালৈ আহি দেখিছোঁ যে আমাৰ বৰ্তমানৰ যথেষ্ট সংখ্যক প্ৰতিষ্ঠিত লেখক আহিছে। ইতিমধ্যে যি কেইজন লেখকে নিজৰ ৰচনাৰ বিষয়ে ক'লে শুনি বেয়া লগা নাই। কিন্তু মই মোৰ গল্পৰ বিষয়ে ইমান দীঘলীয়া কথা ক'বলৈ অহা নাই। মোৰ গল্পৰ সংখ্যাও কম। কিন্তু সেই বুলি নিজৰ ৰচনা সম্পৰ্কে মোৰ কোনো হীনমণ্যতা নাই। কাৰণ, মই যেনেকৈ অনুভৱ কৰিছোঁ বা ভাবিছোঁ তেনেকৈয়ে লিখিছোঁ। আৰু যদি সমলৰ কথা সোধে—তেনেহলে চকুৰে দেখা সমাজখনৰপৰাই চৰিত্ৰ আৰু ঘটনাৰ সমল লৈছোঁ। মই নিজকে চৌবিছ-ঘণ্টীয়া সাহিত্যিক বুলিও ভবা নাই। কাৰণ মোৰ নিজৰ বেলেগ পৰিচয় আছে। মই নৃতত্ত্বৰ শিক্ষক, মোৰ পৰিয়াল আছে, বন্ধু-বান্ধৱ আছে, ইত্যাদি। গতিকে এই সম্পৰ্কত বিনয় দেখুৱাই ক'ব লগীয়া মোৰ একো নাই।

আপোনালোকে জানেই মোৰ দেউতা হলীৰাম ডেকাও এজন গল্প-লেখক আছিল। কিন্তু দেউতাৰপৰা উত্তৰাধিকাৰিসূত্ৰে গল্প-লেখাৰ ক্ষমতা মই পোৱা নাই। সমাজত থকা দুমুখীয়া চৰিত্ৰৰ মানুহক মই ঘৃণা কৰোঁ, পুতৌও কৰোঁ। দেশত বাঢ়ি অহা দুৰ্নীতিৰ কাৰণো এইবিলাক মানুহেই।

ইইঁতৰপৰাই সাধাৰণ মানুহৰ দুখ-দুৰ্দশা বাঢ়ি আছে। সাধাৰণভাৱে মানুহৰ প্ৰতি মোৰ দৰদ আছে।

প্ৰথম অৱস্থাত মোৰ গল্পই কেনে ধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল মই নাজানো। পিছলৈ অৱশ্যে দেখিছোঁ সমালোচকে কাণ দিছে। কিন্তু সমালোচনাৰ ভাল-বেয়ালৈ মই চিন্তা নকৰোঁ।

মই গল্পৰ কাহিনীটো মোৰ বক্তব্যৰ লগত সম্পৰ্ক ৰক্ষা কৰিহে পৰিকল্পনা কৰোঁ। ফৰ্মৰ কথা মই নাভাবোঁ। কাৰণ বিষয়টো মোৰ মনত পৰিষ্কাৰ হৈ থাকিলে ফৰ্ম আপোনাআপুনি গঢ়ি উঠিবলৈ বাধ্য।

লিখাৰ প্ৰেৰণা এটা সৰুৰেপৰাই আছিল। বিভিন্ন ধৰণৰ কিতাপ-পত্ৰ পঢ়াৰ সুযোগো লাভ কৰি আহিছোঁ। গতিকে যেতিয়া মোৰ বিশ্বাস হৈছে বা মোৰ নিজৰ ভিতৰত তাগিদ অনুভৱ কৰিছোঁ তেতিয়াই লিখিবলৈ বহিছোঁ।

অসমীয়া গল্প-সম্পৰ্কে মোৰ ধাৰণা ভাল। কিন্তু কিছুমান গল্পৰ অদৰ্কাৰী দীঘলীয়া বৰ্ণনা বিৰক্তিকৰ। দেশী-বিদেশী যিসকলৰ গল্প পঢ়িছোঁ সকলোৰে যে ভাল পাইছোঁ এনে নহয়। কিন্তু ৰাছিয়ান গল্পত এটা পৌৰুষব্যঞ্জক সুৰ শুনিবলৈ পাওঁ।

ৰচনাই মানুহক আনন্দ দিব পাৰিব লাগে। সৃষ্টিশীল ৰচনাৰ মাজেৰে জ্ঞান দিবলৈ চেষ্টা কৰাসকল ব্যৰ্থ হ'ব লাগিব বুলি ভাবোঁ। মই সেই বাবে মোৰ গল্পেৰে কাকো জ্ঞানী কৰিবলৈ বিচৰা নাই।

## মহেন্দ্ৰ বৰঠাকুৰ

মোৰ প্ৰথম গল্প ১৯৫৪ চনত 'জয়ন্তী'ত ওলাইছিল। মই প্ৰথমে কোনো এটা ভাব বা Idea এটা মনত ধাৰণা কৰি লোৱাৰ পিছতহে গল্প এটাৰ পৰিকল্পনা কৰিব পাৰোঁ। পৰিকল্পনাৰ বাবে অভিজ্ঞতাৰপৰা লাভ কৰা সমল ব্যৱহাৰ কৰোঁ। বিষয়বস্তুৰ ওপৰতেই ৰচনাৰীতি ঘাইকৈ নিৰ্ভৰ কৰে বুলি মই ভাবোঁ। কাহিনী আৰু চৰিত্ৰতকৈ পৰিৱেশৰ ওপৰত মই বোধকৰোঁ বেছি প্ৰাধান্য দিওঁ। গল্প লিখি উঠাৰ পিছতহে মই নামকৰণ কৰোঁ। লিখি উঠাৰ পিছত কেতিয়াবা সংশোধন, পৰিৱৰ্তন আৰু পৰিবৰ্ধনৰ প্ৰয়োজন হয়।



গল্প একোটা পৰিকল্পনা কৰোঁতে কেতিয়াবা বহু সময় লাগে আৰু কেতিয়াবা খুব সোনকালে হয়। কোনো নিৰ্ধাৰিত সময় মোৰ কাৰণে নাই। ৰচনাৰ মাজত প্ৰতিজন লেখকৰে নিজৰ বক্তব্য প্ৰকাশ হয় বুলি মই ভাবোঁ। আমাৰ সমাজত মানুহৰ স্তৰ বিভাজন আছে। মই এনে বিষয়বস্তু লৈ গল্প লিখিবলৈ বিচাৰোঁ। একোটা গল্প লিখি শেষ নকৰা পৰ্যন্ত আন কোনো কথাই নোসোমায়। পৰিকল্পনা কৰাৰপৰাই গল্পটোৰ কথা মই চিন্তা কৰি থাকোঁ আৰু সেই সময়ত মই অলপ কথাতে বিৰক্ত হওঁ। লিখি শেষ কৰাৰ পিছত এটা ডাঙৰ কাম কৰি উঠাৰদৰে আনন্দ পাওঁ।

প্ৰথমতে মই নিজৰ বাবেই লিখোঁ বুলি ক'ব লাগিব, যদিও মই মোৰ লেখা শেষ পৰ্যন্ত পাঠকৰ বাবেই দাঙি ধৰোঁ। মোৰ গল্প সৰহ সংখ্যক পাঠকে পঢ়িছে নে নাই মই নেজানো আৰু পাঠকৰ ভাল লগা বেয়া লগা সম্পৰ্কেও মই একো জনা নাই। সৃষ্টি কৰাৰ যি আনন্দ সেই আনন্দৰ বাবেই লিখোঁ। এতিয়ালৈকে প্ৰায় ডেৰকুৰিমান গল্প মই লিখিছোঁ; অৱশ্যে কিতাপ আকাৰে ওলোৱা নাই। মোৰ গল্পৰ স্তৰ বিভাজনো মই কৰি চোৱা নাই। সমালোচকে এতিয়ালৈকে মোৰ গল্প সম্পৰ্কে কোনো সমালোচনা দাঙি ধৰা নাই। কিন্তু মই ভাবোঁ, সমালোচনাই মোক ক্ষুব্ধ নকৰিব বৰং উৎসাহহে যোগাব।

কোনো লেখকৰ প্ৰভাৱ মোৰ ওপৰত আছে বুলি মই নাভাবোঁ। কিন্তু দুজন অসমীয়া লেখকৰ গল্প মই বৰ ভাল পাওঁ। এজন হ'ল চৈয়দ আব্দুল মালিক আৰু আনজন যোগেশ দাস। বিশেষ কোনো এজন প্ৰিয় লেখক মোৰ আছে নে কি সেই বিষয়ে মই ভাবি চোৱা নাই। সৌৰভকুমাৰ চলিহা, নগেন শইকীয়া, অপূৰ্ব শৰ্মা, এই কেইজনৰ গল্প মই ভাল পাওঁ আৰু অনুজসকলৰ ভিতৰত কুমুদ গোস্বামী, অৰুণ গোস্বামী এইসকলৰ গল্প ভাল পাওঁ।

ৰাজনৈতিক দৰ্শনত কিছু পৰিমাণে মই বিশ্বাস কৰোঁ আৰু লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলিও ভাবোঁ। অন্যান্য লেখকৰ গল্প মই আগ্ৰহেৰে পঢ়োঁ আৰু এটা ভাল গল্প পঢ়িবলৈ পালে এটা ব্যাখ্যাতীত আনন্দ পাওঁ।

চুটি গল্পৰ বিশেষ সংজ্ঞা মই দিব নোখোজোঁ। আৰু কোনো সংজ্ঞাই চুটি গল্পৰ প্ৰকৃত চৰিত্ৰ বুজাব পাৰে বুলিও নাভাবোঁ।

## অৰুণ গোস্বামী

প্ৰায়ে পঞ্চমমান শ্ৰেণীৰপৰাই মই গল্প লিখিবলৈ আৰম্ভ কৰোঁ। আচলতে তেতিয়া সেইবোৰ গল্প হৈছিল নে সাধু হৈছিল সেয়া নক'লেও হ'ব। সাহিত্যিক হ'লে বিখ্যাত হয় এই ধাৰণা মোৰ তেতিয়াই হৈছিল। প্ৰথমে মই কবিতা লিখিবলৈহে একাণপতীয়াকৈ লাগিছিলোঁ যদিও কি কাৰণত ক'ব নোৱাৰোঁ শেষলৈ গল্প লিখাৰ প্ৰতি মই আকৰ্ষিত হৈছিলোঁ।

চাহবাগিচা এখনত থাকোঁতে এজনী মাগনী বুঢ়ীক দেখি মই প্ৰথম গল্প এটা লিখাৰ চেষ্টা কৰিছিলোঁ আৰু 'আজিৰ সংসাৰ' নামৰ এই গল্পটো মই অষ্টমমান শ্ৰেণীত থাকোঁতে স্কুলৰ আলোচনী 'শাৰদী'ত প্ৰকাশ হৈছিল। স্কুল-কলেজৰ আলোচনীৰ বাহিৰে ৰাজহুৱাভাৱে মই আত্মপ্ৰকাশ কৰিবলৈ সুবিধা পাওঁ ১৯৬৪ চনৰ ১৭ জুনৰ 'নৱযুগ' সাপ্তাহিক আলোচনীত। 'নৱযুগে' সদৌ অসম গল্প প্ৰতিযোগিতা পাতিছিল। তেতিয়াও মই কলেজৰ ছাত্ৰ। দিনৰ দিনটো মই গল্পৰ প্লট ভাবিলোঁ আৰু সন্ধ্যা লগাৰ পৰা গল্প লিখিবলৈ বহি ৰাতি চাৰে বাৰ বজাত 'কাণ্ডাৰী' নামৰ গল্পটো লিখি শেষ কৰিলোঁ। নৱযুগৰ এই গল্প-প্ৰতিযোগিতাত মই এই প্ৰথম গল্পটোৰে দ্বিতীয় স্থান লাভ কৰিলোঁ আৰু তাৰ পাছত মোৰ মনত কেৱল এটা চিন্তাই বাহ সাজিলে যে গল্প লিখিব লাগে।

মোৰ নিজৰ গল্পৰ বিষয়ে ক'বলৈ যাওঁতে পাতনিতে যদি মই দুজন অগ্ৰজ লেখকৰ কথা সুঁৱৰি নলওঁ তেতিয়াহলে একোৱেই কোৱা নহ'ব। নৱযুগৰ সম্পাদক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই মোক জন্ম দিলে আৰু অসম-বাণীত শ্ৰীতিলক হাজৰিকাই মোক লালন পালন কৰি এই অৱস্থা পোৱালেহি। সামান্য লেখক হিচাপে এই দুজনৰ ওচৰত মই ঋণী। অৱশ্যে তাৰ পাছতো মোৰ দুই এটা গল্প কোনো কোনো বাতৰি কাকত, আলোচনীত প্ৰকাশ হোৱা নাই যদিও, পিছত অন্য কাকতত প্ৰকাশ হৈছে।



উদাহৰণস্বৰূপে 'প্ৰতিযোগিতা' নামৰ গল্পটো প্ৰথমতে মই 'অসম বাতৰি' কাকতলৈ পঠাইছিলোঁ। কিন্তু অসম বাতৰি কাকতক এবছৰ দিন গল্পটো প্ৰকাশ নোহোৱাত 'অসমবাণী' কাকতলৈ পঠাওঁ আৰু সেই গল্পটোৱেই অসম বাণীত প্ৰকাশ হোৱাৰ পাছত ১৯৬৭ চনৰ বছৰৰ গল্পত প্ৰকাশ হয় আৰু পাছত দিল্লীৰপৰা হিন্দীত প্ৰকাশ হোৱা চৈধ্যটা ভাষাৰ নিৰ্বাচিত গল্প 'ভাৰতীয় গল্প সংকলন'ত সন্নিবিষ্ট হয়।

প্ৰথমে গল্প এটাৰ পৰিকল্পনা কৰোঁতে মোক প্ৰত্যক্ষ বা শুনা ঘটনা অথবা অভিজ্ঞতাজনিত ঘটনাইহে ক্ৰিয়া কৰে। এনেধৰণে পোৱা ঘটনা বা বিষয়বস্তুৱে মোক অহৰহ টুকুৰিয়াই থাকে আৰু সৰ্বশেষত লিখি নেপেলোৱা পৰ্যন্ত মোৰ নিস্তাৰ নাই। ঘটনা বা বিষয়বস্তুৱেহে গল্পৰ ফৰ্মৰ বিষয়ে নিৰ্দেশ দিয়ে; গল্পৰ ফৰ্মৰ পৰীক্ষা-নিৰীক্ষাই মোক গল্প লিখাৰ প্ৰেৰণা ঘাইকৈ নিদিয়ে। 'আমাৰ প্ৰতিনিধি'ৰ কোনো এটা বিশেষ সংখ্যাত প্ৰকাশিত 'এখন যুগ নাটকৰ কাহিনী' নামৰ গল্পটো মই নাটকীয় ফৰ্মত লিখাৰ চেষ্টা কৰিছিলোঁ। এনে ফৰ্মত লিখা সম্ভৱতঃ এইটোৱেই অসমীয়াত প্ৰথম গল্প। এই গল্পটোৰ প্ৰকাশৰ পাছত বহু পাঠক-পাঠিকাই গল্পটোৰ টেক্‌নিকৰ বিষয়ে মোক কৈছিল। এই গল্পটোতো ঘটনা বা কাহিনীয়েহে মোক ফৰ্মৰ নিৰ্দেশ দিছিল। আমাৰ প্ৰতিনিধিত প্ৰকাশিত 'নতুন বাতৰি' নামৰ গল্পটোত মই সম্পাদকলৈ চিঠিৰ আহিত লিখি সৰ্বশেষত পাদটীকা দি গল্পটো শেষ কৰিছিলোঁ। ভাবিছিলোঁ যে এনে ফৰ্মত লিখা এইটোৱেই অসমীয়াত প্ৰথম গল্প হ'ব; পিছে নহয় ভবাৰ লগে লগে মোৰ মনত পৰিল যে মোৰ অগ্ৰজ নিৰোদ চৌধুৰী আৰু নগেন শইকীয়াই এনে ফৰ্মত ইতিপূৰ্বে দুটা গল্প লিখিছে আৰু দুয়োটাই উল্লেখযোগ্য গল্প।

চাৰি নং প্ৰশ্নটোৰ ক্ষেত্ৰতো মই উত্তৰ দিবলৈ অলপ বিমোৰত পৰিছোঁ। প্ৰথম অৱস্থাত গল্প এটাৰ পৰিকল্পনা কৰোঁতে মই কাহিনীৰ ওপৰতে অধিক গুৰুত্ব আৰোপ কৰিছিলোঁ। তাৰ পাছৰ অৱস্থাত গুৰুত্ব দিছিলোঁ চৰিত্ৰৰ ওপৰত আৰু তাৰ পাছত পৰিবেশৰ ওপৰত।

কোনো এটা গল্পৰ পৰিণতি নভবাকৈ মই আৰম্ভ কৰা নাই। সদায় পৰিণতি ঠিক কৰি লৈহে মই গল্প লিখিবলৈ আৰম্ভ কৰোঁ।

মই গল্প এটা লিখিবলৈ আৰম্ভ কৰোঁতেই নামটো দিহে লিখিব পাৰোঁ,

গল্পটো শেষ কৰি মই নাম দিব নোৱাৰোঁ। কোনো কোনো ক্ষেত্ৰত গল্পৰ নামটোৱেই গল্পটোৰ বিষয়বস্তুৰ ইংগিত দিয়ে।

সাধাৰণতে মই একেটা বহাতে এটা গল্প লিখি শেষ কৰিব নোৱাৰোঁ। এঘণ্টামান একেৰাহে লিখাৰ পাছত মই উঠি যাব লাগে। এটা গল্প শেষ নোহোৱা পৰ্যন্ত মই সমান্তৰালভাৱে অন্য এটা গল্প লিখিবলৈ আৰম্ভ কৰিব নোৱাৰোঁ। কাৰণ অৰ্ধসমাপ্ত গল্পটোৱেই মোৰ মন আৱৰি ৰাখে।

হয়, মই এবাৰতে লিখি শেষ কৰোঁ। গল্প লিখাৰ প্ৰথমাৱস্থাত অৰ্থাৎ যেতিয়া কাকত-আলোচনীত গল্প ওলাব নে নোলায় সন্দেহ আছিল তেতিয়া এটা গল্প লিখি তাক দ্বিতীয়বাৰ নকল কৰি প্ৰয়োজন বিশেষে সংশোধন পৰিবৰ্ধন আদি কৰিছিলোঁ। কিন্তু আজিকালি তেনে কৰিবলৈ আজৰি নাই। লিখাটো যেহেতু আমাৰ আজৰি সময়ৰ কাম গতিকে চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজত থাকি গল্প এটা লিখাটোৱেই কষ্টকৰ। তেনেস্থলত তাক দুনাই নকল কৰা অথবা সংশোধন বা পৰিৰ্তৱন বা পৰিবৰ্ধন কৰাৰ বাবে অৱকাশ ক'ত?

সাধাৰণতে মোক গল্প এটাৰ পৰিকল্পনা কৰিবলৈ এঘণ্টাৰপৰা এবছৰ পৰ্যন্ত সময় লাগে। কোনো ঘটনা বা 'আইডিয়া'ই কেতিয়াবা মোক খুন্দিয়াই থাকে। আৰু হয়তো সেই খুন্দা সহ্য কৰিব নোৱাৰি মই তৎকালেই গল্পটো লিখি শেষ কৰিব লাগে।

এই কথা অনস্বীকাৰ্য যে ঘাইকৈ মই গল্প লিখোঁ বক্তব্য প্ৰকাশৰ বাবে। মোৰ যি বক্তব্য সেই বক্তব্য সকলোকে জনাব লাগে আৰু তাৰ আশানুৰূপ প্ৰতিক্ৰিয়া মানুহৰ মাজত বিচাৰিহে মই গল্প লিখোঁ। তাৰ মাজতে কোনো ঘটনা বা চৰিত্ৰ-চিত্ৰণৰ ওপৰতো মই অধিক মনোযোগ দিওঁ। সেই দুটা কাম কৰিবলৈ যাওঁতে যদি কোনোবাই মোৰ গল্প পঢ়ি আনন্দ পায় পাওক, কিন্তু মোৰ মূল উদ্দেশ্য কেৱল পাঠকক আনন্দ দান কৰা নহয়।

মোক জনসাধাৰণৰ পৰিচিত ভাব, বিষয় আৰু সহজবোধ্য ফৰ্মে সদায় আকৰ্ষণ কৰি আহিছে। অৱশ্যে তাৰ মাজত মই বৌদ্ধিক দৈন্য মুঠেই বাঞ্ছা নকৰোঁ। 'এটা মৰা জীয়া শ আৰু একুৰা জুইৰ ব্যৱহাৰ' গল্পটোত মই উল্লেখ কৰা তিনিওটা বিষয়তে এটা পৰীক্ষা চলাইছিলোঁ; কিন্তু সেই গল্পটো কোনেও নুবুজিলোঁ বুলি নক'লে, যদিও মই সেইটো কথাতে শঙ্কিত আছিলোঁ।



গল্প এটা লিখি শেষ নকৰালৈকে মোৰ মনৰ অৱস্থা কল্পনাতীতভাৱে পুতৌ লগা হয়। কাৰণ য'তে ত'তে মই সেই গল্পটোকে দেখোঁ আৰু আটাইতকৈ মাৰাত্মক কথাটো হয় যে আধালিখা গল্পটোৰ চৰিত্ৰবোৰে মোক বেঢ়ি জুমুৰি দি থাকে। যেতিয়া গল্পটো লিখি শেষ কৰোঁ তেতিয়া ভীষণ সকাহ পোৱাদি পাওঁ।

প্ৰশ্নাৱলীৰ তেৰ নম্বৰ প্ৰশ্নটো বৰ জটিল প্ৰশ্ন যদিও মোৰ বাবে এই প্ৰশ্নটোৰ উত্তৰ একেবাৰে সহজ। মই মোৰ নিজৰ বাবে লিখোঁ বুলি কোৱাৰ ধৃষ্টতা নাই। কাৰণ নিজৰ বাবে মই আজিলৈকে একো লিখিয়েই পোৱা নাই। মই সদায় সৰ্বসাধাৰণ পাঠকৰ বাবেহে লিখি আছোঁ। দুই এজন দেশী-বিদেশী লেখকে যেতিয়া কোৱা শুনো যে তেওঁলোকে নিজৰ বাবেহে লিখে তেতিয়া মোৰ সেই কথাষাৰৰ ওপৰত সন্দেহ হয়। অৱশ্যে মাজে মাজে খুব কম সংখ্যক গল্প মই বিশেষ-শ্ৰেণীৰ পাঠকৰ বাবে লিখিছোঁ।

এই প্ৰশ্নাৱলীৰ চৈধ্যনম্বৰ প্ৰশ্নটোৱেই হ'ল মই বিচৰা আটাইতকৈ লাগতিয়াল প্ৰশ্ন 'আপুনি কিয় লিখে?' সঁচা কথা ক'বলৈ গ'লে মই প্ৰথম অৱস্থাত 'সাহিত্যিক' হ'বৰ বাবে লিখিছিলোঁ। ১৯৬৪ চনৰপৰা ১৯৭৩ চনলৈ এই ন'বছৰ কালৰ ভিতৰত প্ৰথম তিনি বছৰমান মোৰ লিখাৰ ইয়েই প্ৰধান উদ্দেশ্য আছিল। বৰ্তমান মোৰ লিখাৰ উদ্দেশ্য সাহিত্য-সৃষ্টি বা তাৰ যোগেদি সাহিত্যিক হোৱাটো নহয়। যেতিয়াৰেপৰা মই দেখিলোঁ বুজিলোঁ যে বৰ্তমান সমাজত দুৰ্নীতি, বৈষম্য, অনীতি, ভণ্ডামিয়ে অপ্ৰতিৰোধ্য ৰাজত্ব চলাইছে তেতিয়াই মোৰ স্পষ্ট ধাৰণা হ'ল যে এইবোৰ কথা জনসাধাৰণক জনাই জগাই এইবোৰ নিৰাময়ৰ যিকোনো ব্যৱস্থা গ্ৰহণ কৰিব লাগে। সেই উদ্দেশ্য আগত ৰাখিয়েই মই গল্প লিখিবলৈ ধৰোঁ। এইখিনিতে আৰু এটা প্ৰশ্ন হ'ব যে জনসাধাৰণে মোৰ লিখা পঢ়িব পৰাৰ বৰ্তমান অৱস্থাত কিবা সুবিধা পাইছে নে? উত্তৰ নেতিবাচক। তেনেহলে, মই কিয় লিখোঁ? মোৰ লিখাও জানো একপ্ৰকাৰ ভণ্ডামিয়েই বা ইও একপ্ৰকাৰ আত্মতৃপ্তিয়েই নহয়? হয়তো হয়। কিন্তু এটা কথাত মই আশাবাদী যে তেওঁলোকে মোৰ লিখা পঢ়িবলৈ সুবিধা নাপালেও মোৰ নিচিনা পঢ়াৰ সুবিধা পোৱা সচেতনবোৰেই অধিক সচেতন আৰু অধিক

পৰিচিত হৈ তেওঁলোকৰ মাজত জাগৰণ সৃষ্টি কৰাৰ বা আচল সত্যটো আঙুলিয়াই দিয়াৰ দায়িত্ব গ্ৰহণ কৰিব।

এনেকৈ এটা বিশেষ উদ্দেশ্য আগত ৰাখি সাহিত্য সৃষ্টি কৰাৰ বাবে মোৰ সাহিত্য হয়তো উদ্দেশ্যমুখী হৈছে আৰু হয়তো সেই সৃষ্টিয়ে সাহিত্যিক-মূল্য দাবী কৰাৰপৰা বঞ্চিত হ'ব লাগিব পাৰে। তাতো মোৰ কোনো খেদ নাই। মই তেতিয়াহে নিহত বা আহত হ'ম যেতিয়া দেখিম যে মোৰ লিখাৰ আচল ছবি স্পষ্ট হোৱা নাই, সঁচা বাস্তৱতা তথা যুগৰ নাড়ীস্পন্দন মোৰ লিখাত নাই, নাই বাস্তৱ সমস্যা-জৰ্জৰিত সমাজৰ নিশ্বাস-প্ৰশ্বাস; তেতিয়াহে মই আহত হ'ম যেতিয়া মই থিয় হৈ থকা বৰ্তমানক ফাঁকি দি এখন পৰিকল্পিত মায়া-সমাজৰ সৃষ্টি কৰিছোঁ। কিন্তু সেইবুলি মই কলা-বিৰৰ্জিত কিবা এটা বস্তু বা কেৱল শ্ল'গান বা বক্তৃতাৰ যোগেদি মোৰ বক্তব্য প্ৰকাশ কৰিম—এনে নহয়। সেই বিষয়ত কলাকৈৱল্যবাদী লেখকসকলতকৈ মই অধিক সচেতন। মই মাথো এই প্ৰসঙ্গতে ইয়াকেই ক'ব খোজোঁ যে মোৰ গল্পৰ মাজত থকা 'মই'টোৱেই বাস্তৱৰো মই। তাৰ ফলত মই হয়তো সমালোচনাৰ পাত্ৰ।

মোৰ এতিয়ালৈকে ষাঠিটামান গল্প লিখা হ'ল। মোৰ নিজৰ মতেৰে মোৰ গল্পসমূহৰ স্তৰ বিভাজন আছে। গল্পসমূহ তিনিটা স্তৰত ভাগ কৰিব পাৰি। কিছুমান গল্পত মানৱীয় সূক্ষ্ম আৱেদন চিত্ৰিত কৰা হৈছে। দ্বিতীয় স্তৰৰ গল্পত সমাজৰ কিছুমান জীয়া ছবি নিৰপেক্ষভাৱে অঙ্কন কৰাৰ প্ৰচেষ্টা কৰা হৈছে। তাত প্ৰত্যক্ষভাৱে কোনো পৰিৱৰ্তনৰ ইঙ্গিত নাই। যেন মই আঙুলিয়াই দিছোঁ যে ৰোগ এইকেটাই, তাকে চাই যি চিকিৎসা কৰাঁ—কৰাঁ। কিন্তু মোৰ গল্পৰ তৃতীৰ স্তৰত শ্ৰেণী-চৰিত্ৰ বিশ্লেষণ কৰাৰ প্ৰচেষ্টা স্পষ্ট। আৰু যিবোৰ কাৰণতে সামাজিক বৈষম্য অথবা সামাজিক ৰোগবোৰৰ জন্ম হৈছে তাৰ বিৰুদ্ধে ব্যৱস্থা গ্ৰহণ কৰিলেই পৰিৱৰ্তন আনিব পৰা হ'ব বুলি এই গল্পবোৰৰ মাজেদি মই দৃঢ়ভাৱে কোৱাৰ চেষ্টা কৰি আহিছোঁ। যদিও কোনো কোনো গল্পত গান্ধীবাদী নায়কৰ আৱিৰ্ভাৱ হৈ সামাজিক পৰিৱৰ্তন সধাৰ চেষ্টা কৰিছে তত্ৰাচ লক্ষ্য কৰিলে দেখা পোৱা যাব যে সেই গান্ধীবাদী নায়কে হয় আত্মহত্যা কৰিছে নহয় নিহত হৈছে।

সমালোচকৰ সমালোচনাই মোক আজিলৈকে ক্ষুব্ধ কৰা নাই আৰু



যদিহে সমালোচকে ব্যক্তিগত আক্ৰমণ বা গুৱালগালি পৰাৰ প্ৰতি আকৃষ্ট নহয় তেতিয়াহলে ভৱিষ্যতেও মোক কোনো সমালোচনাই ক্ষুব্ধ নকৰিব বুলি ভাবোঁ। মোৰ গল্পৰ ওপৰত হোৱা সমালোচনাবোৰ পঢ়ি মোৰ এনে ধাৰণা হৈছে যেন সমালোচকসকলে খুব আন্তৰিকতা আৰু অধিক আশা ৰাখি মোৰ গল্প সমালোচনা কৰিছে আৰু পাৰ্যমানে মোৰ গল্পৰ বক্তব্যৰ লগত একাত্মতা স্থাপন কৰিব পাৰিছে।

মোৰ গল্পৰ ওপৰত দেশী-বিদেশী কোনো লেখকৰ পোনপটীয়া প্ৰভাৱ আছে বুলি মই নাভাবোঁ। কিন্তু এই কথাও ঠিক যে কোনো লেখকৰ কিছুমান বিশেষ দিশৰ প্ৰতি মই আকৃষ্ট নহয় বুলি ক'ব নোৱাৰোঁ।

প্ৰিয় লেখক কোন বুলি ক'লে—উত্তৰ দিয়াটো অলপ মস্কিল হয়। বিভিন্ন কাৰণত বিভিন্নজন মোৰ প্ৰিয় হ'ব পাৰে। তাৰ ভিতৰত 'গৰ্কী', 'হেমিংৱে', 'লু-চুন', 'মোপাঁছা', 'প্ৰেমচন্দ' আৰু ছোভিয়েট ডেকা লেখক 'চেংগিজ আইটামাটভে'ই' মোৰ অধিক প্ৰিয়।

মই এতিয়ালৈকে শ্ৰেষ্ঠ গল্পটো লিখিবই পৰা নাই। এইমাত্ৰ শেষ কৰা গল্পটোকে মোৰ শ্ৰেষ্ঠ গল্প বুলি ভাব হোৱাৰ পিছত তাৰ পিছৰ গল্পটোৱে সেই ভাব খৰ্ব কৰি দিয়ে।

অসমীয়া গল্পলেখকসকলৰ ভিতৰত ভিন ভিন দৃষ্টিভঙ্গীৰে চাই দেখিছোঁ যে কেইবাজনো গল্পলেখকেই মোৰ প্ৰিয় লেখক হ'ব পাৰিছে। সেইসকল হ'ল চৈয়দ আব্দুদ মালিক, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, যোগেশ দাস, লক্ষ্মীনন্দন বৰা, নিৰোদ চৌধুৰী, মহিম বৰা, হোমেন বৰগোহাঞি, অতুলানন্দ গোস্বামী, ভৱেন্দ্ৰনাথ শইকীয়া, নগেন শইকীয়া, শীলভদ্ৰ, কুমুদ গোস্বামী, পোলেন বৰকটকী আৰু মহেন্দ্ৰ বৰঠাকুৰ মোৰ প্ৰিয়।

মোৰ অনুজসকলৰ ভিতৰত কেইজনমান লেখকৰ লিখাত মই সম্ভাৱনা দেখিছোঁ। সেইসকলৰ ভিতৰত প্ৰণতি গোস্বামী, ভগৱান শৰ্মা, বিজয়কৃষ্ণ শৰ্মা, সত্যসুন্দৰ বৰুৱা আদিয়েই পৰে।

মই এটা ৰাজনৈতিক দৰ্শনত বিশ্বাস স্থাপন কৰিব পাৰিছোঁ; ৰাজনৈতিক দলত নহয়। সেই দৰ্শন মাৰ্ক্সীয় সমাজবাদী দৰ্শন। দৰ্শনত বিশ্বাস কৰিলেও মই ভাবোঁ যে কোনো লেখকেই কোনো ৰাজনৈতিক দলত অন্তৰ্ভুক্ত হ'ব নালাগে। কাৰণ তেতিয়াই দলীয়-দুৰ্বলতাই লেখকজনৰ ওপৰত প্ৰভাৱ

পেলোৱাৰ আশংকা অধিক হয়। ৰাজনৈতিক দৰ্শনত বিশ্বাসী হোৱাটোৱেই ৰাজনৈতিক দলত জড়িত হোৱা নুবুজায়।

লেখকসকল অনিবাৰ্যভাৱে, সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি মই সদায় ভাবোঁ। যিহেতু লেখকসকল সমাজ-বৰ্হিভূত জীৱ নহয়, গতিকে সকলো লেখকেই, আনকি ললিতকলাৰ সকলো সাধকেই সামাজিকভাৱে দায়বদ্ধ হোৱা একান্ত কৰ্তব্য। সমাজখনক যদি এখন ঘৰ বুলি ধৰোঁ তেতিয়াহলে সেই ঘৰখনত যেতিয়া জুই লাগে তাত বাসকৰা সকলো লোকৰে জুই নুমুওৱাটো কৰ্তব্য নহব জানো? মোৰ অগ্ৰজ কেইজনমান লেখকৰ বক্তৃতা শুনিছোঁ বা লিখা পঢ়িছোঁ য'ত তেখেতসকলে লেখকসকলক সামাজিকভাৱে দায়বদ্ধ হ'ব নালাগে বুলি ক'ব খোজে। তেনেধৰণৰ প্ৰবক্তা-সকললৈ মাথো সামান্য উদাহৰণ আগবঢ়াব খোজোঁ—ধৰা হওক, এখন যাত্ৰীবাহী নাৱত এটা ফুটা ওলাই পানী সোমাইছে। তেতিয়াও এজন লোকে বেগৰপৰা আয়না উলিয়াই চুলি ফণিয়াইছে, মুখত চূণকাম কৰিছে আৰু চোলাৰ কলাৰ আদি ঠিক-ঠাক কৰি বেছ সুন্দৰকৈ নিজক সজাই তুলিছে। অন্য এজন লোকে নাওখনৰ ফুটাটো বন্ধ কৰাৰ চেষ্টা কৰি অৱশেষত গাৰ চোলাটোকে ফালি নাৱৰ ফুটাটোত সুমুৱাই দি আপ্ৰাণ চেষ্টাৰে ফুটাটো বন্ধ কৰাত কৃতকাৰ্য হৈছে। এতিয়া মই আপোনা-লোকক সোধোঁ উক্ত নাওখনত কোনজন মানুহৰ দৰকাৰ? যিজন মানুহে নাওখনৰ ফুটাইদি পানী সোমাওঁতে সৌন্দৰ্য চৰ্চা কৰাত ব্যস্ত হৈছে সেইজন মানুহক নে সিজনক?

মই অন্যান্য লেখকৰ গল্প সদায় পৰম আগ্ৰহেৰে পঢ়োঁ, বিশেষকৈ নতুন লেখকসকলৰ গল্প মই অধিক মনযোগেৰে পঢ়োঁ। কিন্তু তেতিয়াই মই সেই গল্প পঢ়িবলৈ এৰি দিওঁ যেতিয়া যুগ-মানস বা যুগৰ নাড়ীস্পন্দন তাত অনুভূত হোৱা নাপাওঁ।

আনৰ এটা ভাল গল্প পঢ়িলে সঁচা কথা ক'বলৈ গ'লে মোৰ ঈৰ্ষা হয়। মোৰ এনে এটা ভাব হয় যেন এই গল্পটো মইহে লিখিব লাগিছিল। মই লিখিব লগীয়া গল্পটো তেওঁ কেনেকৈ লিখিলে?

চুটি-গল্পৰ সংজ্ঞা দিব পৰাকৈ বিষয়টোৰ ওপৰত এতিয়ালৈকে মোৰ সকলোফালৰপৰা দখল অহা নাই।



মোৰ প্ৰথম প্ৰকাশিত গল্প পুথি (১) প্ৰতিপদৰ জোন (১৯৭০), (২) মুক্তিস্নান (১৯৭৩ চন)।

সৰ্বশেষত মোৰ সম্ভাব্য অনিচ্ছাকৃত ভুলত্ৰুটিৰ বাবে সকলোৰে ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ আৰু মোৰ অগ্ৰজসকলৰ ওচৰত যথাৰৎ শ্ৰদ্ধা নিৱেদন কৰি তেখেতসকলৰ পথ-নিৰ্দেশনাৰ বাবে, তেখেতসকলৰ সংকেতৰ বাবে কাণপাতি ৰৈ আছোঁ বুলি প্ৰতিশ্ৰুতি দি মোৰ এই আলোচনাৰ সামৰণি মাৰিছোঁ।

## পোলেন বৰকটকী

ইঞ্জিনীয়াৰিং কলেজত পঢ়ি থকা অৱস্থাত আলোচনীত মই প্ৰথম গল্পটো লিখিছিলোঁ। তাৰ আগেয়েও স্কুলত পঢ়ি থকা কালত স্কুলৰ আলোচনীত দুই এটা গল্প লিখিছিলোঁ। কিন্তু এতিয়া সেইবোৰ গল্প বুলি মই নিজেও নকওঁ। গতিকে ইঞ্জিনীয়াৰিঙৰ প্ৰথম বাৰ্ষিকত লিখা মোৰ সেই গল্পটোকেই মই মোৰ প্ৰথম গল্প বুলি ভাবোঁ। সৰুৰেপৰা অকলশৰীয়াকৈ ডাঙৰ হ'ব লগীয়া হোৱা বাবেই নে কি কিতাপ পঢ়াৰ প্ৰতি আৰু কিবাকিবি লিখাৰ প্ৰতি আগ্ৰহান্বিত হওঁ।

প্ৰথম গল্পটোৰ বিষয়বস্তু আছিল, এটি নাৰী চৰিত্ৰৰ মনোবিশ্লেষণ। নাম আছিল 'আবৰ্ত'। প্ৰথম গল্পটো প্ৰকাশৰ পিছত মোৰ ভাব হৈছিল, মই এক ডাঙৰ কাম কৰিলোঁ। ছপা আখৰত নিজৰ নামটো দেখি মই উৎফুল্ল হৈ পৰিছিলোঁ। কলেজৰ চতুৰ্থ বাৰ্ষিকত থাকোঁতে এটা গল্প লেখি 'অসমবাণী'লৈ পঠিয়াইছিলোঁ। গল্পটো পঠিওৱাৰেপৰা দহমাহমান ধৰি অধীৰ আগ্ৰহেৰে 'অসমবাণী'ৰ প্ৰতিটো সংখ্যা চাই আছিলোঁ। কিন্তু গল্পটো প্ৰকাশ নাপালে আৰু ওভোটায়ো নাপালোঁ।

গতিকে স্বাভাৱিকতে মই হতাশ হৈছিলোঁ। যিহেতু কাকত-আলোচনীত প্ৰকাশ পোৱা-নোপোৱাতেই গল্পৰমান নিৰ্ভৰ কৰে বুলি মোৰ বদ্ধমূল ধাৰণা আছিল, গতিকে ইঞ্জিনীয়াৰিং কলেজৰ গল্প-প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পোৱা আৰু সহৃদয় দুই এজন অধ্যাপকৰ উৎসাহ অনুপ্ৰেৰণায়ো

মোক উৎসাহিত কৰিব পৰা নাছিল। মই ভাবি লৈছিলোঁ, মোৰ গল্প প্ৰকাশযোগ্য হোৱা নাই। ইয়াৰ প্ৰায় এবছৰ পিছত দ্বিতীয় গল্পটো লিখি মই 'আমাৰ প্ৰতিনিধি'লৈ পঠিয়াইছিলোঁ। সেই গল্পটোৰো একেই দশা হ'ল। গতিকে অতি স্বাভাৱিকভাৱেই মই লেখক হোৱাৰ আশা সাময়িকভাৱে পৰিত্যাগ কৰিলোঁ। মোৰ এনে কোনো লোকৰ সৈতে ব্যক্তিগত পৰিচয়ো নাই, যাৰপৰা মই প্ৰেৰণা পাম।

ইয়াৰ কেইবছৰমানৰ পিছত 'সাপ্তাহিক নীলাচল'ত মোৰ প্ৰথম গল্পটো প্ৰকাশ পায়। মই উৎফুল্ল হৈ পৰোঁ। মই যেন আত্মবিশ্বাস ঘূৰাই পাওঁ। এই 'সাপ্তাহিক নীলাচল' কাকতৰে একোটি বিশেষ সংখ্যাত 'অসম বাণী', 'অসম বাতৰি', 'আমাৰ প্ৰতিনিধি'ৰদ্বাৰা অমনোনীত হোৱা গল্পকেইটিও প্ৰকাশ পায়। তেতিয়ালৈকে লেখকৰ 'ষ্টাৰ চিষ্টেম'ৰ ওপৰত প্ৰাধান্য দি অহা এই সাপ্তাহিক কাকতকেইখন আৰু 'নীলাচল'ৰ মাজত মই এক বিশেষ প্ৰভেদ দেখা পাওঁ। আৰু এই কাকতখনৰ সৈতে মই যেন এক আৱেগিক সম্পৰ্ক স্থাপন কৰোঁ।

৩। সাধাৰণতে গল্প একোটাৰ পৰিকল্পনা কৰোঁতে মই এটা ভাব বা আইডিয়াৰদ্বাৰা প্ৰধানকৈ পৰিচালিত হওঁ। অৱশ্যে অভিজ্ঞতাজনিত বিষয়বস্তু আৰু ফৰ্মৰ পৰীক্ষা-নিৰীক্ষায়ো মোক প্ৰেৰণা মাজে-সময়ে নোযোগোৱাকৈ নেথাকে।

৪। সাধাৰণতে মোৰ গল্পত মই প্ৰাধান্য দিয়া বস্তু কেইটাক গুণানুসাৰে সজালে এনেকুৱা হয়: (ক) আইডিয়া, (খ) চৰিত্ৰ, (গ) ফৰ্ম, (ঘ) পৰিৱেশ, (ঙ) কাহিনী। অৱশ্যে দুটা এটা গল্পত ইয়াৰ ব্যতিক্ৰমো নঘটা নহয়।

৫। মই যিহেতু কাহিনীৰ ওপৰত গুৰুত্ব নিদিওঁ, গতিকে পৰিণতিৰ বাবে মোৰ ভাবিব লগীয়া বিশেষ একো নাই। মই প্ৰায়ে আকস্মিকভাৱেই গল্প একোটা আৰম্ভ কৰি দিওঁ।

৬। গল্পৰ নামৰ ওপৰত সাধাৰণতে মই গুৰুত্ব নিদিওঁ। গতিকে মই গল্পৰ বাহিৰে, লিখি উঠাৰ পিছততে নামাকৰণ কৰোঁ। মই বিশ্বাস কৰোঁ 'What's in a name!'

৭। মই একে বহাতে আধা ঘণ্টাতকৈ অধিক সময় লিখিব নোৱাৰোঁ। এটা গল্প আৰম্ভ কৰিলে মই শেষ নকৰালৈকে অইন গল্প নিলিখোঁ।



৮। গল্প একোটা লিখি কাকতলৈ পঠিওৱালৈকে মোৰ যথেষ্ট কষ্ট হয়; কাৰণ, কেবাবাৰো পঢ়ি গল্পটো মোৰ পৰিৱৰ্তন, সংশোধন আৰু পৰিবৰ্ধন কৰিব লগীয়া হয়।

৯। গল্প একোটাৰ পৰিকল্পনা কৰোঁতে মোক কেবাদিনো সময় লাগে। যিহেতু মই মোৰ গল্পত বিশেষ এক চিন্তা বা আইডিয়াক প্ৰাধান্য দিওঁ, গতিকে সেই চিন্তা বা আইডিয়াৰ দিশত মোৰ গল্পৰ চৰিত্ৰৰ সৈতে মই একাত্মবোধ স্থাপন কৰিবলৈ চেষ্টা কৰোঁ। কেবাদিনো ধৰি মই মোৰ চৰিত্ৰৰ সৈতে বিশেষ চিন্তাৰ দিশত ডায়েলগ চলাই একেলগে বাস কৰোঁ। ঠিক এই এটা কাৰণতে মোৰ গল্পৰ সংখ্যা নিচেই তাকৰ। অৱশ্যে ইয়াৰ বাবে মই মোৰ প্ৰতিভাকো দোষাৰোপ কৰোঁ।

১০। কিবা এক বিশেষ বক্তব্য দাঙি ধৰিবলৈহে মই গল্প লিখোঁ। আনন্দদানৰ বাবে লিখাটো এই এক সময়ত মই অপচয় বুলি গণ্য কৰোঁ। চৰিত্ৰ বা ঘটনাৰ চিত্ৰণৰ সাজেৰেও কেতিয়াবা মই মোৰ বক্তব্য দাঙি ধৰিবৰ প্ৰয়াস কৰোঁ। ঠিক এই এটা কাৰণতে মোৰ নিজৰ ওপৰত এতিয়াও সন্দেহ আছে: মই লিখা গল্পবোৰ দৰাচলতে গল্প হয় জানো? গল্পৰ বিষয়বস্তু, আঙ্গিক আদি প্ৰচলিত সংজ্ঞাবোৰক মই সদায়ে অৱজ্ঞা কৰোঁ। মোৰ কথা হ'ল, মই ক'বলগীয়াখিনি কৈ যাওঁ—তাৰপিছত গল্পই হওক বা সি যিয়েই নহওক। মই জানো এয়া হয়তো সাহিত্য নহব পাৰে। তেতিয়াও মোৰ উত্তৰ: মই নিৰুপায়, কাৰণ তেনেক্ষেত্ৰত মোৰদ্বাৰা সাহিত্য সৃষ্টি কোনোদিনেই সম্ভৱ নহ'ব।

১১। সামাজিক বৈষম্য, বৈসাদৃশ্য, দুৰ্নীতি, নিষ্পেষণ, শোষণ আৰু তাৰেই ফলস্বৰূপে সৃষ্ট অন্তহীন দাৰিদ্ৰ্যৰ দৃশ্যই মোক সততে অস্থিৰ কৰে আৰু তেতিয়াই মই কিবা এটা লেখাৰ কথা চিন্তা কৰোঁ। মই চেতনা-স্ৰোত বা চিন্তা-স্ৰোতৰ ফৰ্মত লেখিবলৈ ভাল পাওঁ।

১২। গল্প এটা ভাবি, তাক শেষ নকৰা পৰ্যন্ত মই মোৰ মনৰ মাজত ভীষণ এক অস্থিৰতা অনুভৱ কৰোঁ আৰু শেষ নকৰা পৰ্যন্ত মই শান্তি নেপাওঁ। পূৰ্বতেই কৈছোঁ একোটা গল্প লিখি শেষ কৰালৈকে মোক যথেষ্ট সময় লাগে। এয়া বহুতো সময়ত মোৰ বৃত্তিৰ বাবেও। মোৰ বৃত্তিয়ে মোৰপৰা সম্পূৰ্ণ বিপৰীত দিশত যথেষ্ট সময় আৰু ব্যস্ততাৰ দাবী কৰে।

ফলত, কেতিয়াবা একোটা গল্প লিখি শেষ কৰোঁতে মোৰ দুমাহৰো অধিক সময় লাগি যায় আৰু এই দীৰ্ঘ কালছোৱাত মই ভীষণ অশান্তিত কটাব লগীয়া হওঁ। গতিকে অতি স্বাভাৱিকভাৱে এই দীৰ্ঘদিনীয়া অশান্তিৰ অন্তত এটা গল্প শেষ কৰি উঠি মোৰ মনটো খুব পাতল পাতল লাগে।

কেতিয়াবা মোৰ এনেকুৱাও হয়—বহুদিন ধৰি পৰিকল্পনা কৰাৰ অন্তত গল্প এটা লিখিবলৈ লৈ মই ভাষা বিচাৰি নোপোৱা হওঁ। কেতিয়াবা নহয়, প্ৰায়েই এনেকুৱা হয় যে মই একোকে লিখিব নোৱাৰোঁ। সঁচা কথা ক'বলৈ গ'লে, মোৰ অনুভূতিৰ তীব্ৰতাৰ ওচৰত মোৰ প্ৰকাশৰ ভাষা সদায়ে নিকৃষ্ট প্ৰতিপন্ন হয়। মই আজিলৈ এনে এটা গল্প লিখা নাই, য'ত মই মোৰ উপলব্ধি আৰু অনুভূতিক সম্পূৰ্ণৰূপে ব্যক্ত কৰিব পাৰিছোঁ। এয়া মোৰ বাবে ভীষণ যন্ত্ৰণাদায়ক।

১৩। কেতিয়াবা মই অকল মোৰ বাবেই লিখোঁ। মোৰ আত্ম-যন্ত্ৰণাৰ-পৰা নিজক মুক্ত কৰিবলৈকো মই কেতিয়াবা লিখোঁ। এইদৰে লিখাকো মই কিন্তু যুক্তি-সন্মত বুলিয়ে ভাবোঁ, কাৰণ, মোৰ যন্ত্ৰণাও সমাজ নাইবা পাৰিপাৰ্শ্বিকতাৰেই সৃষ্টি। তথাপি মই সদায়ে চেষ্টা কৰোঁ জঁা-পল ছাৰ্ত্ৰেই কোৱা 'What is Literature' নামৰ গ্ৰন্থৰ 'For whom does one write' নামৰ অধ্যায়ৰ এইষাৰ কথা মানি চলিবলৈ : I am an author, first of all, by my free project of writing. But at once it follows that I become a man whom other men consider as a writer, that is, who has to respond to a certain demand and who has been invested whether he takes it or not, with a certain social function. Whatever game he may want to play he must play it on the basis of the representation which others have of him. গতিকে বিশেষ এক শ্ৰেণীৰ পাঠকৰ জৰিয়তে মই সৰ্বসাধাৰণৰ বাবেই বা বৃহত্তৰ সামাজিক স্বাৰ্থৰ বাবেই লিখিবলৈ চেষ্টা কৰোঁ।

১৪। 'মই কিয় লিখোঁ?' এই প্ৰশ্নৰ উত্তৰ ওপৰৰ প্ৰশ্নোত্তৰত আংশিক-ভাৱে সোমাই আছে। মই ভাবোঁ প্ৰতিজন মানুহৰেই সমাজৰ প্ৰতি একো একোটা এৰাব নোৱৰা দায়িত্ব আছে। লিখকজনো যিহেতু এজন মানুহ, তেওঁও সেই দায়িত্বৰপৰা মুক্ত নহয়। মইও লেখনীকেই সেই দায়িত্ব পালনৰ আংশিক মাধ্যম হিচাপে ল'বলৈ চেষ্টা কৰিছোঁ।



১৫। মই এতিয়ালৈকে খুব বেছি গল্প লিখা নাই। পূৰ্বতেই কৈছোঁ মোৰ গল্প সংখ্যাত তাকৰ। বোধকৰোঁ এতিয়ালৈ ২৫/৩০টাৰ বেছি গল্প লিখা নাই। মোৰ মতেৰে মোৰ গল্পসমূহত দুটা স্তৰ আছে। এটা স্তৰৰ গল্প অতি সহজ ভাষাত সৰ্বসাধাৰণ পাঠকৰ বাবে লিখা আৰু আনটো এশ্ৰেণী চিন্তাশীল পাঠকৰ বাবে লিখা। প্ৰথম স্তৰৰ গল্পৰ সংখ্যা খুব কম।

১৬। সমালোচকৰ সমালোচনাই মোক কেতিয়াও ক্ষুব্ধ নকৰে। মই সমালোচনা খুব ভাল পাওঁ, কিন্তু এই সমালোচনা শুদ্ধ, নিৰপেক্ষ, গঠনমূলক আৰু লগতে ব্যক্তিগত পৰ্যায়ৰ উৰ্ধত হ'ব লাগিব।

১৭। ঠিক প্ৰভাৱ আছে বুলি মই নেভাবোঁ। তথাপি জঁা-পল ছাৰ্ত্ৰে আৰু আলবেয়াৰ কামুৰ লিখা মই খুব ভাল পাওঁ বাবেই হয়তো বহুতো পাঠক-সমালোচকে তেওঁলোকৰ প্ৰভাৱ মোৰ লিখাৰ মাজত দেখা পায় বুলি মন্তব্য কৰা শুনো।

১৮। এতিয়ালৈকে মোৰ প্ৰিয় লেখকসকল হ'ল : ভাৰতীয় লেখকৰ ভিতৰত হোমেন বৰগোহাঞি, সৌৰভ চলিহা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, চাণক্য সেন আৰু শংকৰ। বিদেশী লেখকৰ ভিতৰত জঁা-পল ছাৰ্ত্ৰে, আলবেয়াৰ কামু আৰু গ্ৰাহাম গ্ৰীন।

১৯। মোৰ মতেৰে শ্ৰেষ্ঠ বুলি দাবী কৰিব পৰা এটাও গল্প মই লিখাই নাই। মোৰ মতেৰে মোৰ শ্ৰেষ্ঠ গল্পটো ভৱিষ্যতৰ বুকুতে এতিয়াও লুকাই আছে।

২০। অসমীয়া গল্প-লেখকসকলৰ ভিতৰত মোৰ প্ৰিয় লেখক হ'ল হোমেন বৰগোহাঞি, চৈয়দ আব্দুল মালিক, সৌৰভ চলিহা আৰু বীৰেন্দ্ৰ-কুমাৰ ভট্টাচাৰ্য। পৰীক্ষামূলক গল্পৰ ক্ষেত্ৰত নগেন শইকীয়া। অগ্ৰজ কেইজনৰ নাম ক'লোঁৱেই ; সমবয়সৰ লেখকসকলৰ ভিতৰত বক্তব্যৰ ফালৰপৰা অৰুণ গোস্বামী, ভাষাৰ সমৃদ্ধিৰ ফালৰপৰা হৰেন্দ্ৰকুমাৰ ভূঞা আৰু কুমুদ গোস্বামী আৰু অনুভূতিৰ বৰ্ণাঢ্যৰ ফালৰপৰা গায়ত্ৰী কোঁৱৰ।

২১। অনুজসকলৰ ভিতৰত কমলা বৰগোহাঁই আৰু পুণ্যধৰ দাসৰ মাজত মই যথেষ্ট সম্ভাৱনা দেখিছোঁ।

২২। মই এতিয়ালৈকে কোনো এক ৰাজনৈতিক দৰ্শনত বিশ্বাসী হ'বৰ জোখাৰে তেনে এক দৰ্শনৰ প্ৰতি জ্ঞানেই আহৰণ কৰিব পৰা নাই।

২৩। সামাজিক দায়বদ্ধতা নেথাকিলে নিজকে লেখক বুলি অভিহিত কৰাৰ যোগ্যতা নাই বুলি মই ভাবোঁ। এই ক্ষেত্ৰত মই জঁা-পল ছাৰ্ত্ৰৰ উপদেশকে মানিবৰ চেষ্টা কৰোঁ।

২৪। মই প্ৰায় সকলো লেখকৰে ভাল গল্প পঢ়োঁ। এটা ভাল গল্প পঢ়ি উঠাৰ পিছত মোৰ মনটো খুব ভাল লাগে।

২৫। মই পূৰ্বতেই কৈছোঁ, মই কোনো এক বিশেষ সংজ্ঞা মানি চুটি গল্প লিখাই নাই। মোৰ মতেৰে এটা নিৰ্দিষ্ট সময়ৰ ভিতৰত ক'ব পৰা, ঘটিব পৰা—চিন্তা, ঘটনা, মানসিক সংঘাত নাইবা চৰিত্ৰৰ বৰ্ণনাই চুটি গল্প হ'ব পাৰে।

২৬। মোৰ এতিয়ালৈকে কোনো গল্প সংকলন প্ৰকাশ পোৱা নাই।

## কুমুদ গোস্বামী

তাহানিৰ কৈশোৰৰ দিনবোৰলৈ উভতি চালে এনে লাগে যেন এটা ওখ পাহাৰৰ টিঙত উঠি তলৰ এখন সেউজীয়া ধাঁহনিলৈহে মই চাই পঠিয়াইছোঁ। ধাঁহনিডৰাৰ সেউজীয়া ৰঙটো মণিব পাৰি ; কিন্তু তাৰ উঠা-নমা ঢৌবোৰ ভালদৰে মণিব নোৱাৰি। ঢৌবোৰ যদি প্ৰেৰণা হয়, তেন্তে তাৰ ৰঙটো হওক মোৰ গল্পৰ অনুপ্ৰেৰণাস্বৰূপ। সঁচাকৈয়ে, কৈশোৰত মোক গল্প লিখাৰ অনুপ্ৰেৰণা যোগাইছিল মোৰ শ্ৰদ্ধেয় ককাইদেউ শ্ৰীআগুনাথ গোস্বামীয়ে। তেখেত ইয়াত উপস্থিত আছে। তেখেত নিজেও এগৰাকী লিখক। অধিক কি, আজিও তেখেতেই মোৰ একমাত্ৰ অনুপ্ৰেৰণাৰ থল। কিন্তু, প্ৰেৰণাৰ ঢৌবোৰ কোনছাটি বতাহৰ বোকোচাত উঠি আহিছিল, সেইকথা আজিও মই ঠাৱৰকৈ ক'ব নোৱাৰোঁ। মোৰ শৈশৱ আৰু কৈশোৰ অতিক্ৰান্ত হৈছে দাৰিদ্ৰ্য আৰু প্ৰকৃতিৰ নিৰ্জনতাৰ মাজত। দাৰিদ্ৰ্যৰ অভিজ্ঞতাই মোৰ দুখীয়া গাঁওখনৰ সহজ-সৰল মানুহবোৰৰ সুখ-দুখ, হাঁহি-কান্দোন আৰু জয়-পৰাজয়ৰ সৈতে এক অকৃত্ৰিম একাত্মবোধ মোৰ মনত



জাগ্ৰত কৰিছিল। আনহাতে, প্ৰকৃতিৰ নিৰ্জন শোভাই মোৰ মনত উদ্ৰেক কৰিছিল আত্মজিজ্ঞাসা—এই যে মই তেজ-মঙহৰ মানুহ এজন পৃথিৱীলৈ আহিলোঁ, আহি প্ৰকৃতিৰ সৈতে অকলে অকলে কথা পাতিলোঁ, কিবাকিবি অনুভৱ কৰিলোঁ, উপলব্ধি কৰিলোঁ, ইয়াৰ পৰিণতি কি ? সাৰ্থকতা ক'ত ? এইবোৰ কথা মই ভবাৰদৰে পৃথিৱীৰ ক'ৰবাত কোনোবাই বাৰু ভাবিছে নে নাই ? নে মই অকলশৰীয়া, নিঃসংগ ? ইত্যাদি প্ৰশ্নই লাহে লাহে মোৰ মনত এক বিষণ্ণতাবোধৰ সৃষ্টি কৰিছিল। হেন সময়তে আধুনিক অসমৰ প্ৰখ্যাত কবি শ্ৰীনীলমণি ফুকনৰ গোটাদিয়েক কবিতা মই পঢ়িবলৈ পাওঁ। যাইকৈ তেখেতৰ প্ৰথম কবিতা পুথিখনে মোৰ মন অভাৱনীয়ৰূপে আলোড়িত কৰিছিল। ভাব হৈছিল, মই অকলে নিজানত উপলব্ধি কৰা কথাবোৰেই যেন ফুকনৰ কবিতাত স্পন্দিত হৈ উঠিছে। এফালে কবিতা, আনফালে মোবদৰে তেজ-মঙহৰ অনেক মানুহৰ গদ্যময় জীৱন—এই দুই আপাতবিৰোধী প্ৰক্ৰিয়াৰ মাজত পৰি মোৰ কিশোৰ মনে যন্ত্ৰণাত চট্‌ফটাই উঠিছিল। এতিয়া মই উপলব্ধি কৰিছোঁ, ঠিক এইখিনিতেই যেন মোৰ প্ৰথম গল্পটোৰ প্ৰেৰণাৰ উৎস নিহিত আছিল। গল্পটো প্ৰকাশিত হৈছিল ১৯৬৪ চনত হাইস্কুলৰ মুখপত্ৰত। গাঁৱৰ এজন যুৱকে তাৰ দুখুনী মাতৃ আৰু যৌৱনৰ লগৰীক এৰি দেশ-ৰক্ষাৰ কাৰণে ৰণলৈ যায়। বিদায়ৰ মুহূৰ্তত তাৰ প্ৰেয়সীৰ দুচকুৰে নিগৰি অহা দুধাৰি তপত চকুলোৰেই আছিল গল্পটোৰ ঘাই উপজীব্য। সেই দুধাৰি চকুলোৰ নদীয়েদি যেন নামি আহিছিল ব্যক্তি-প্ৰেম আৰু দেশ-প্ৰেমৰ সম্মিলিত সূৰ্য। মই যেন এটা কবিতা লিখিবলৈ বহি হঠাৎ তাক গদ্যলৈ ৰূপান্তৰিত কৰিলোঁ—গল্পটো প্ৰকাশ হোৱাৰ পিছত এনে এক আচহুৱা অনুভূতিত মোৰ মন ৰোমাঞ্চিত হৈ পৰিছিল। ফুকনৰ প্ৰথম কবিতা-পুথিখনৰ নামেৰে মোৰ প্ৰথম গল্পটোৰ নামকৰণ কৰিছিলোঁ—'সূৰ্য হেনো নামি আহে এই নদীয়েদি'। এতিয়ালৈকে খুব সম্ভৱ দুকুৰিমান গল্প লিখিলোঁ। পুথি আকাৰে প্ৰকাশিত মোৰ একমাত্ৰ গল্প-সংকলনটিৰ নাম 'দুৱাৰ'। প্ৰকাশৰ সময়—ইং চেপ্তেম্বৰ মাহ, ১৯৭৩ চন। দ্বিতীয় এটি সংকলন সম্প্ৰতি ছপাখানাৰ বাবে প্ৰস্তুত কৰি উলিওৱা হৈছে। মোৰ আটাইবোৰ গল্পই যে সমান স্তৰৰ আৰু মানৰ হৈছে সেইকথা মই ডাঠি ক'ব নোৱাৰোঁ। মনৰ আৰু পৰিৱেশৰ বিভিন্নতাৰ মাজত লিখা বাবে অনেক ক্ষেত্ৰত সেইবোৰৰ

শিল্পগুণৰ তাৰতম্য ঘটিছে। এইকথা মোৰ অজ্ঞাত নহয়; কাৰণ, মোৰ গল্পৰ ময়েই একমাত্ৰ সহৃদয় পাঠক হোৱাৰ উপৰিও মই ইয়াৰ নিষ্ঠুৰ সমালোচকো। যিটো গল্পক মই নিজেই নিষ্ঠুৰ সমালোচনাৰে থকা-সৰকা কৰোঁ, সেই গল্পটোৰ গাত যদি আন সমালোচকেও এটা খোচ মাৰে তাত দুনাই ব্যথিত হোৱাৰ স্থল নাথাকে। অধ্যাপক ভৱেন বৰুৱাৰ সূক্ষ্ম সাহিত্য-বিচাৰ-প্ৰণালী আৰু ড° হীৰেন গোহাঁইৰ নতুন পৃথিৱীৰ স্বপ্নই মোক সততে আকৰ্ষণ কৰে। এই দুয়োগৰাকী সমালোচকৰ দ্বাৰা মই উপকৃত হৈছোঁ। পাণ্ডিত্যৰ লগতে সৃজনীসাহিত্যৰ প্ৰতিভাও থকা বাবে এখেতসকলৰ দিহা-পৰামৰ্শ আৰু গালি-গালাজ দুয়োবিধ মোৰ বাবে সমানে প্ৰয়োজনীয়। বিদেশী গল্পকাৰসকলৰ ভিতৰত চেখভ্ আৰু কাফ্কাক মোৰ ভাল লাগে। মোৰ প্ৰিয় অগ্ৰজ অসমীয়া গল্পকাৰ কেইগৰাকী হ'ল—ড° ভবেন্দ্ৰনাথ শইকীয়া, মহিম বৰা আৰু সৌৰভকুমাৰ চলিহা। বিশেষকৈ ড° শইকীয়া ছাৰৰ গল্পৰ প্ৰতি মোৰ এক দুৰ্বলতা আছে। তেখেতে বৰ্তমান অসমৰ শ্ৰেষ্ঠ গল্পকাৰ। অধ্যাপক চৈয়দ আব্দুল মালিক আৰু বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যক অসমৰ দুগৰাকী শ্ৰেষ্ঠতম কাহিনীকাৰ হিচাপে মই শ্ৰদ্ধা কৰোঁ। মোৰ সমকালৰ গল্পকাৰসকলৰ ভিতৰত শ্ৰীনগেন শইকীয়া, শ্ৰীপোলেন বৰকটকী আৰু শ্ৰীহৰেন্দ্ৰকুমাৰ ভূঞাৰ গল্পত মই নতুনত্বৰ সোৱাদ পাওঁ। এই আটাইকেইগৰাকী লিখকৰে গল্প মই আগ্ৰহেৰে পঢ়োঁ। এখেতসকলৰ ভাল গল্প একোটা পঢ়াৰ পিছত মোৰ মনত ভাব হয়, এইবাৰ ময়ো এটা খুব ভাল গল্প লিখিম। গল্পটো ইমান ভালকৈ লিখিম যাতে মোৰ আগৰ সকলোবোৰ বেয়া গল্পৰ কথা পাঠকে একেবাৰে পাহৰি যায়। কিন্তু সেই ভাল গল্পটো আজিলৈকে লিখা হোৱা নাই। বৰং, মাজে মাজে ভাব হয়, বিশ্বৰ প্ৰখ্যাত গল্পলিখকসকলৰ ওচৰত মই ক্ৰমে যেন নিষ্প্ৰভ হৈ গৈছোঁ; মোৰ বিমূঢ় প্ৰতিভা আৰু অক্ষম কলাকুশলতাই মোক অহৰ্নিশে খুচি থাকে। ইয়াৰ মাজত যদি কোনোবাই কয়—তোমাৰ অমুকটো গল্প ভাল লাগিছে, তমুকটো বেয়া লাগিছে—তেতিয়া সেইজন সহৃদয় পাঠকৰ নিন্দা-প্ৰশংসা মূৰ পাতি লোৱাৰ বাহিৰে মোৰ অন্য উপায় নাথাকে। মোৰ কোনটো গল্প ভাল বা শ্ৰেষ্ঠ সেই কথাও নিৰ্ভৰ কৰে পাঠকৰ ৰায়ৰ ওপৰতে। মইনো নিজে কি ক'ম? শ্ৰেষ্ঠ হওক নহওক, ব্যক্তি আৰু সমাজৰ মাজত আবহমান-



কালৰপৰাই অহৰহ যি বিৰাট বিচিত্ৰ সংগ্ৰাম চলি আছে তাৰ কিঞ্চিতো যদি মই গল্পৰ মাজেদি প্ৰকাশ কৰিব পাৰোঁ, সেয়ে মোৰ বাবে পৰম সন্তোষৰ কথা। মোৰ গল্পৰ বক্তব্যও চমুকৈ এয়েই। সেই বাবে গল্প এটা লিখাৰ সময়ত মোৰ মনত মাত্ৰ দুখন ছবিহে উজ্জ্বল হৈ থাকে—এখন মোৰ নিজৰ, আনখন এই বিচিত্ৰ জীৱন-সংগ্ৰামৰ অগণন ৰণুৱাৰ। ইয়াৰ কোনোখন ছবিকে মই ফাঁকি দিব নোৱাৰোঁ। আগতেই কৈছোঁ, মোৰ গল্পৰ ময়েই একমাত্ৰ সহৃদয় পাঠক। কোনো এক বিশেষ পাঠকশ্ৰেণীৰ কথা মোৰ মনলৈ নাহে। গল্পত প্ৰকাশিত মোৰ অভিজ্ঞতা আৰু অনুভূতিশীল এজন পাঠকো যদি ক'ৰবাত পাওঁ, মই আনন্দত আত্মহাৰা হৈ পৰোঁ।

প্ৰধানকৈ কোনো ভাব বা আইডিয়াৰ প্ৰেৰণাতে মই একোটা গল্প লিখিবলৈ লওঁ। সেই ভাব প্ৰকাশৰ বাবে এটা উপযুক্ত পৰিৱেশ স্থিৰ কৰি লোৱাৰ পিছত চৰিত্ৰৰ সন্ধান কৰোঁ। পৰিৱেশ আৰু চৰিত্ৰৰ মাজৰ যি সংঘৰ্ষ বা সংঘাত সেয়ে মোৰ গল্পৰ কাহিনী। একেবাৰে শেষত আহে ফৰ্ম বা টেক্‌নিকৰ কথা। অৱশ্যে কেতিয়াবা এই প্ৰণালীৰ ব্যতিক্ৰমতো দুই এটা লিখা হৈছে। মোৰ ধাৰণা, প্ৰতিটো পৰিৱেশৰ এটা নিজস্ব ভাষা বা প্ৰকাশভংগী আছে। সেয়েহে, কথা-বস্তু আৰু ৰচনা-শৈলী মোৰ বাবে এটা গল্পৰ দুটা পৰিপূৰক উপাদানস্বৰূপ। গল্প এটা পৰিকল্পনা কৰোঁতে সেইকাৰণে ফৰ্মৰ কথা মই বেলেগে নাভাবোঁ। কন্‌টেন্টৰ সমান্তৰালভাৱে ফৰ্ম এটাও মোৰ মনলৈ আহে। যিটো গল্পৰ ঘটনা নিৰিবিলি গাঁৱত জোনৰ পোহৰত সংঘটিত হৈছে, তাৰ প্ৰকাশভংগীত কাব্যিক আৰু প্ৰতীকী অভিব্যঞ্জনা আপোনা-আপুনি সংযুক্ত হয়। যিটো ঘটনা চহৰৰ ৰেলৰ আলিত ৰেলৰ হুলস্থুল আৰু গাড়ী, ধোঁৱা, মানুহ, গৰুৰ চিঞৰ-বাখৰৰ মাজত ঘটিছে, তাৰ প্ৰকাশভংগীত আপোনা-আপুনি বজৰুৱা বিজতৰীয়া শব্দ আৰু অকাব্যিক বাক্যগাঁথনি সংযুক্ত হয়। তথাপি, মই অৱশ্যে পোণপটীয়া, সৰল আৰু বৰ্ণনা-বহুল প্ৰকাশভংগীতকৈ কাব্যিক, ইংগিতসূচক, শিল্প গুণ-সমৃদ্ধ ৰচনা-ৰীতিৰহে সমৰ্থক। সাহিত্যৰ অন্যান্য ফৰ্মসমূহৰপৰা চুটিগল্পক পৃথক কৰা একমাত্ৰ লক্ষণটো হ'ল, ইয়াৰ হ্ৰস্বতা। এই হ্ৰস্বতাৰ কথা মই সততে মনত ৰাখোঁ। যিহেতু ঘাইকৈ ভাব বা আইডিয়াৰ প্ৰেৰণাতে মই গল্প লিখোঁ, গতিকে গল্পৰ নামটোও সেই আইডিয়াৰ বুকুতেই ওপজে।

অৰ্থাৎ, গল্প লিখিবলৈ আৰম্ভ কৰোঁতেই মই তাৰ নাম এটাও মনে মনে ভাবি লওঁ। গল্পটো লিখি যোৱাৰ লগে লগে সমান্তৰালভাৱে সেই নামটোৱে মোৰ অজ্ঞাতসাৰে মোৰ লিখনি নিয়ন্ত্ৰণ কৰি থাকে। কেতিয়াবা একোটা বিশেষ ভাবৰ সন্নিহিত আন এটা ভাবে সাময়িকভাৱে মোৰ মনত ক্ৰিয়া কৰে। তেনেক্ষেত্ৰত, সমান্তৰালভাৱে মই দুটা বা তিনিটা পৰ্যন্ত গল্প লিখিবলৈ আৰম্ভ কৰোঁ। গল্প এটা লিখিবলৈ আৰম্ভ কৰি শেষ নকৰা পৰ্যন্ত অহোৰাত্ৰ মই তাৰ চিন্তাতে ডুব গৈ থাকোঁ। গল্পটোত কল্পিত কাহিনীৰ চৰিত্ৰবোৰৰ সৈতে অকলে অকলে আলাপ কৰোঁ। এই আলাপ সম্ভৱপৰ হৈ নুঠালৈকে মনৰ অভ্যন্তৰত অনুভৱ কৰোঁ অক্ষমতাৰ যন্ত্ৰণা। লিখিবলৈ বহি বাৰে বাৰে চেষ্টা কৰিও যেতিয়া লিখিব নোৱাৰোঁ, তেতিয়া সেই অসম যন্ত্ৰণাৰ কশাঘাত আৰু তীব্ৰ হয়। গল্প এটা লিখি থকা সময়খিনি মোৰ বাবে গভীৰ অশান্তিৰ সময়। এই যে কি লিখিম বুলি ভাবিছিলোঁ কি লিখি আছোঁ, কি হ'ল, সঁচাকৈয়ে গল্প এটা হ'ল নে নাই—এই ধৰণৰ দোধোৰ-মোধোৰ অনেক প্ৰশ্নই মোক ব্যতিব্যস্ত কৰি থাকে। অৱশ্যে গল্পটো লিখি অঁতাই মনটো অলপ ফ'ৰকাল লাগে। যন্ত্ৰণা আৰু আত্মগ্লানিৰ সলনি মনৰ কোঠাত যেন আশা আৰু বিশ্বাসৰ এচেৰেঙা কোমল মিঠা ৰ'দৰ চিটিকণি পৰে।

কেতিয়াবা একোটা গল্প লিখি শেষ কৰোঁতে মোৰ তিনি চাৰিমাহ পৰ্যন্ত সময়ৰ প্ৰয়োজন হয়। মাত্ৰ এদিনৰ ভিতৰতে পৰিকল্পনা কৰি লিখি শেষ কৰা গল্প মোৰ খুব কম আছে। অনেকক্ষেত্ৰত, বহুবোৰ আইডিয়া আৰু চিত্ৰকলাই একেলগে আহি মোক জুমুৰি দি ধৰেহি। তাৰপৰা উৎকৃষ্ট নিকৃষ্ট বাছনি কৰোঁতে বহুদিন পাৰ হৈ যায়। আনকি বাছনিত উঠা আইডিয়া বা চিত্ৰকলাটোক এটা গল্পৰ ৰূপদান কৰাৰ পিছতো তাক বহুবাৰ শুধৰাওঁ। শুধৰণি কৰা সময়ত ঘাইকৈ শব্দ আৰু বাক্য-গাঁথনিৰ প্ৰতিহে মই সতৰ্ক দৃষ্টি ৰাখোঁ।

অৱশ্যে, ওপৰৰ কথাখিনিৰপৰা আপোনালোকৰ এনে ধাৰণা হ'ব পাৰে যে মই ভাববাদী লিখকহে, বাস্তৱ অভিজ্ঞতাৰ প্ৰতি মই বিমুখ। আচলতে ইয়াৰ ঠিক ওলোটাহে সত্য। প্ৰধানতঃ মই ভাবৰ প্ৰেৰণাত গল্প লিখোঁ যদিও সেই ভাব বিমূৰ্ত নহয়, বাস্তৱ অভিজ্ঞতাসম্মত। সি হ'ল চাক্ষুষ অভিজ্ঞতাৰ



Sublimated ৰূপ। আৰু, গল্প যিহেতু এবিধ কলা, গতিকে কলাৰ খাতিৰতেই মই ভাবৰ কষতিশিলত প্ৰতিটো অভিজ্ঞতা ঘঁহি-মচি লওঁ। লেখকৰ সামাজিক দায়বদ্ধতাৰ কথাটোও মই একে ধৰণেই বিবেচনা কৰোঁ। এই দায়বদ্ধতাই নিশ্চয় এজন ইঞ্জিনিয়াৰ নাইবা ৰাজনৈতিক নেতাৰ দায়বদ্ধতাৰ কথা নুসূচায়। এওঁলোক হ'ল একোটা সমাজ-দেহৰ কাৰিকৰ; কিন্তু প্ৰকৃত লেখকজন হ'ল এখন সমাজৰ আত্মাৰ খনিকৰ; সমগ্ৰ মানৱ-জাতিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ অকুতোভয় শিল্পী। তেওঁ অকল স্ৰষ্টাই নহয়, দ্ৰষ্টাও। প্ৰখৰ ইতিহাস-চেতনা নাথাকিলে তেওঁৰ সৃষ্টি কেতিয়াও অমৰ হ'ব নোৱাৰে। সেই বাবে, প্ৰতিটো গল্প লিখাৰ আগ-মুহূৰ্তত সেইজন দ্ৰষ্টা, শিল্পী আৰু লিখকৰ ভাবমূৰ্তিৰ ওচৰত মই সদায় নতশিৰ হওঁ।

ৰাজনৈতিক দৰ্শন হিচাপে মনীষী কাৰ্ল মাৰ্কসৰ মতসমূহ আজি দুবছৰ মানৰপৰাহে মই পঢ়িবলৈ লৈছোঁ। পীড়িত নিৰ্যাতিত সৰ্বসাধাৰণ মানুহৰ মুক্তিৰ অমোঘ বিধান এই মতসমূহত নিহিত আছে। কিন্তু, সেয়া অৰ্থ-নৈতিক মুক্তিৰহে বিধান। মাৰ্ক্‌সে বুৰঞ্জীৰ যি materialistic interpretation দাঙি ধৰিছে সেই কথাও মই হৃদয়ংগম কৰিব পৰা নাই। অকল economic force এই ইতিহাসৰ একমাত্ৰ চালিকাশক্তি বুলি ভাবিবলৈও কষ্ট হৈছে। ব্যক্তি-সত্তা আৰু সামাজিক-সত্তাৰ মাৰ্ক্‌সীয় সমীকৰণটোৱে মোক আজিও বিভ্ৰান্তিত পেলায়।

এতিয়া আহোঁ চুটিগল্পৰ সংজ্ঞালৈ। সঁচাকথা কবলৈ হ'লে, চুটিগল্প বিশেষ কিবা এটা। সংজ্ঞাৰ কথা মই কোনেদিনে ভবাই নাছিলোঁ। সেই কাৰণে, আজি এই প্ৰশ্নটো পাই মই একপ্ৰকাৰ বিমোৰতেই পৰিছোঁ। ৰবীন্দ্ৰনাথে "ছোট প্ৰাণ, ছোট ব্যথা, ছোট ছোট দুঃখ-কথা" ইত্যাদিৰ সহায়ত চুটিগল্পৰ এটা সংজ্ঞা দিবলৈ চেষ্টা কৰিছিল যদিও তেওঁৰ নিজৰ গল্পসমূহতেই এই সংজ্ঞাৰ ব্যতিক্ৰম ঘটা দেখা যায়। উদাহৰণস্বৰূপে, ৰবীন্দ্ৰনাথৰ 'ৰাসমণিৰ ছেলে' নাইবা 'কাবুলিৱালা' গল্পত ৰাসমণি আৰু কাবুলিৱালাৰ যি দুখ-বেদনাৰ কথা বৰ্ণিত হৈছে, সি কেতিয়াও 'ছোট' বা ক্ষুদ্ৰ নহয়। সেই দুখ, সেই ব্যথা চিৰন্তন, বিৰাট। ছুৰী-কটাৰীৰ আঘাতৰ সৰু-বৰ থাকিব পাৰে কিন্তু দুখৰ আঘাতৰ সৰু-বৰ নাই। প্ৰতিটো

দুখ প্ৰতিজন ব্যক্তিৰ বাবে সমানে পীড়াদায়ক। সেই বাবে খুব একাডেমিক কাৰণত প্ৰয়োজন নহ'লে পৰাপক্ষত চুটিগল্পৰ বিশেষ এটা সংজ্ঞা বা অবয়ব কল্পনা কৰি নোলোৱাই ভাল যেন লাগে। এখন লেন্সৰ সহায়ত সূৰ্যৰ বিৰাট শক্তিক এটা মাত্ৰ বিন্দুত নিক্ষেপ কৰাৰদৰে চুটিগল্পৰ মাধ্যমত জীৱনৰ বিৰাট বিচিত্ৰতাকে প্ৰকাশ কৰাৰ যি প্ৰচেষ্টা সি কেৱল প্ৰচেষ্টাহে, চুটিগল্পৰ সংজ্ঞাৰ নামান্তৰ নহয়।

## নগেন শইকীয়া

শ্ৰদ্ধেয় সঞ্চালক ডাঙৰীয়া আৰু নিমন্ত্ৰিত লেখকসকল, সভাৰ প্ৰধান সম্পাদক হিচাপে মই এই শিবিৰৰ উদ্যোক্তা। গল্পলেখক হিচাপে মোৰ পৰিচয় ইয়াত ৰাখিবলৈ মোৰ সামান্য ইচ্ছাও নাছিল বাবে মই মোক ইয়াত বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰা নাছিলোঁ। সমবেতসকলৰ কোনোবা কেইজনমানৰ কথা শুনি সঞ্চালক ডাঙৰীয়াই মোক, সভাই মোৰ হাতেৰেই প্ৰস্তুত কৰোৱা প্ৰশ্ন কাকতখন তুলি দি নিৰ্দেশ দিছে ক'বলৈ। যি পাত শৰ বালীলৈ, সেই একেপাতেই সুগ্ৰীৱলৈও বুমেৰাং হৈ আহিব পাৰে বুলি ভবাৰ অৱকাশ পোৱা নাছিলোঁ। এনেকুৱা মানসিক অপ্ৰস্তুতিৰে ক'বলৈ উঠি সঁচাকৈয়ে বিমূঢ় হৈছোঁ।

মই সম্ভৱতঃ মাইনৰ স্কুলৰ ক্লাছ থ্ৰিত পঢ়ি থাকোঁতেই চৈয়দ আব্দুল মালিকৰ গল্প পঢ়িছিলোঁ আৰু গোলাঘাট বেজবৰুৱা হাইস্কুলৰ আলোচনী 'সেউতী'ত ওলোৱা সেইসময়ৰ কোনোবা ছাত্ৰৰ গল্প পঢ়িছিলোঁ। তাত এজন দৰিদ্ৰ মানুহক লৈ লিখা এটা গল্প ওলাইছিল আৰু তেনেকুৱা দৰিদ্ৰ মানুহ এজনক লৈ এটা গল্প লিখিবলৈ তেনেকুৱা মানুহ এজন বিচাৰি 'ভৈয়াই' নামৰ ঘৰ-বনুৱা এজনক পাইছিলোঁ। তেওঁৰ ল'ৰাটোৰ নাম আছিল সোমবৰ; সেই বাবে গল্পটোৰ নাম থৈছিলোঁ 'সোমবৰৰ দেউতাক'। ৫ম মানত পঢ়োঁতে আমি দুজনমানে লিখি উলিওৱা হাতেলিখা আলোচনীতেই তাৰ প্ৰকাশ ঘটিছিল। গতিকে প্ৰথম গল্পটোৰ লেখক, প্ৰকাশক, সম্পাদক, মুদ্ৰক—মই নিজেই আছিলোঁ। তাৰ পিছত লগৰ বন্ধু-বান্ধৱে জনাকৈ,



কিন্তু ক'তো প্ৰকাশ নকৰাকৈ গল্প লিখাৰ কছৰৎ চলি আছিল। প্ৰথমতে 'কবি' হোৱাৰ ইচ্ছাই আছিল আৰু 'পাপৰি' প্ৰায় মুখস্থ হৈছিল। প্ৰথম ছপা হোৱা গল্প 'শিল্পীৰ চকুলো' নৱম মানত থাকোঁতে লিখা; ঢেকীয়াল হাইস্কুলৰ আলোচনী 'প্ৰৱাহ'ত ওলাইছিল। ছপা আখৰৰ গল্পটো বহুত দিনলৈ অকলে অকলে বহুতবাৰ চিনাকি বেলেগ মানুহে পঢ়াৰদৰে পঢ়িছোঁ বুলি ভাবি লৈ পঢ়িছিলোঁ।

কলেজলৈ অহাৰ পিছত অসমীয়া আৰু বঙলাভাষাৰ গল্প-উপন্যাসৰ সৈতে পৰিচয় স্থাপন হ'ল। চিনাকি বিধবা এগৰাকীক কল্পনাৰ নায়িকা কৰি 'মনৰ পোহৰ' বুলি লিখা গল্পটো 'অসমবাণী'ত প্ৰকাশ হয় আৰু ইয়েই প্ৰথম বহল ৰাজহুৱা প্ৰকাশ। তাৰ পিছত সত্তৰৰ দশকৰ আৰম্ভণিৰপৰাহে সঘনাইকৈ লিখিবলৈ লৈছোঁ।

প্ৰথম অৱস্থাত মই কাহিনী কোৱাৰ যত্ন কৰিছিলোঁ। চৰিত্ৰ আৰু ঘটনাক সকলো প্ৰকাৰে বিশ্বাসযোগ্য কৰাৰ চেষ্টাও আছিল। পিছলৈ—পৰিৱেশক প্ৰাধান্য দিছিলোঁ আৰু শেহলৈ চৰিত্ৰত মনোদ্বন্দ্বই হৈ উঠিছে মোৰ গল্পৰ বিষয়। বিষয়ৰ মাজত কন্ট্ৰাডিক্‌চন্ এটা নাথাকিলে বা সৃষ্টি কৰিব নোৱাৰিলে মই লিখিব নোৱাৰোঁ আৰু আৰম্ভ কৰিলেও লিখি শেষ কৰিব নোৱাৰোঁ। এনেকুৱা অক্ষম অৱস্থাত হতাশ হওঁ। বহুতেই মই ফৰ্মৰ ওপৰত গুৰুত্ব দিওঁ বুলি ভাবে। নহয়। মই আইডিয়া একোটাক মনোদ্বন্দ্বৰ মাজেৰে প্ৰকাশ কৰিব খোজোঁ বাবেই ফৰ্ম নতুন হ'ব খোজে। একোটা গল্পৰ আইডিয়া হয়তো দুবছৰ তিনিবছৰো মনৰ মাজত থাকে। উপযুক্ত ফৰ্ম এটাৰ সন্ধান উলিয়াব পাৰিলেহে সি গল্পলৈ ৰূপান্তৰিত হয়। লিখি উলিৱাওঁতে বেছি সময় নালাগে। সাধাৰণভাৱে সৰু কাহিনী কোৱাৰ যত্নও কৰোঁ। তেতিয়া বেছি সময় নালাগে। লিখি উঠাৰ পিছত সদায় নামকৰণ কৰোঁ। কেতিয়াবা নাম সলাওঁ; কিন্তু গল্পটো নসলাওঁ।

মই বৰ্তমানৰ সমাজ-ব্যৱস্থাত সন্তুষ্ট নহও বাবেই আৰু সামাজিক-ৰাজনৈতিক দুৰ্নীতি আৰু মানুহৰ দুৰ্বলীয়া চৰিত্ৰক সহ্য কৰিব নোৱাৰোঁ বাবেই মোৰ লেখাৰ মাজত তেনে কোনো ভাব প্ৰকাশ হ'ব পাৰে। কিন্তু স্পষ্টভাৱে জোৰকৈ কোনো ৰাজনৈতিক দৰ্শন জাপি দিব নোখোজোঁ, যদিও মই মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি অনুৰক্ত।

মোৰ ৰচনাৰ প্ৰথম পাঠক মই। লিখাৰ সময়ত যদি অৱচেতন মনত কোনো শ্ৰেণীৰ পাঠক লক্ষ্য হৈ থাকে, ভাবি চোৱা নাই; কিন্তু চেতন মনেৰে, লিখাৰ সময়ত মই পাঠকৰ কথা নাভাবোঁ, গল্পটোৰ চৰিত্ৰ আৰু দ্বন্দ্বৰ কথাহে ভাবোঁ। পাঠকে যদি পঢ়ি 'ভাল পাইছে' বুলি কয় ভাল লাগে; 'বেয়া পাইছে' বুলিলে—ভাল নলগাই স্বাভাৱিক। মোৰ এতিয়ালৈকে প্ৰকাশিত তিনিটা গল্পসংকলন ( কুবেৰ হাতীবৰুৱা, ছবি আৰু ফ্ৰেম আৰু বন্ধ কোঠাত ধুমুহা )ৰ যি কেইটা 'ৰিভিউ' কাকতে-পত্ৰই আৰু ৰেডিঅ'ৰ যোগে প্ৰচাৰিত হৈছে—তাৰ ভিতৰত পিছৰ দুখন সম্পৰ্কে কৰা সমালোচনাই মোক উৎসাহিত কৰিছে। যদি সমালোচকে কিবা উদ্দেশ্য লৈ বা গল্প নুবুজাকৈ ওলোটা অৰ্থ কৰি সমালোচনা কৰে—নিশ্চয় ক্ষুণ্ণ হোৱাৰ কথা। যদি যুক্তিসংগত হয়, কঠোৰ সমালোচনাকো মই গ্ৰহণ কৰিবলৈ সাজু।

কোনো বিশেষ লেখকৰ প্ৰভাৱ যদি কেনেবাকৈ পৰিছে—মই ভাবি চোৱা নাই। কাৰণ মই যেতিয়া কিবা এটা লিখোঁ তাক একান্তভাৱে মোৰ নিজৰ বুলি ভাবোঁ। প্ৰিয় লেখকো এজন নহয়, অনেক। তাৰ ভিতৰত বিদেশী লেখক—ডস্টয়েভ্স্কি, চেকভ্, গৰ্কী, স্টেইনবেক্, কেমু, বেকেট্ আদি আৰু বঙলা লেখকৰ ভিতৰত বুদ্ধদেৱ বসু, সন্তোষ ঘোষ আদি।

মোৰ অগ্ৰজ লেখকসকলৰ প্ৰতি শ্ৰদ্ধা পোষণ কৰিয়েই লিখিবলৈ লৈছিলোঁ। মালিক, ভবেন শইকীয়া, মহিম বৰা আদি মোৰ প্ৰিয় লেখক। কিন্তু মই বোধ কৰোঁ বেছি ভাল পাওঁ সৌৰভকুমাৰ চলিহাক। সমবয়স্ক-সকলৰ ভিতৰত অপূৰ্ব শৰ্মা আৰু অনুজসকলৰ ভিতৰত কুমুদ গোস্বামী, অৰুণ গোস্বামী, পোলেন বৰকটকী আদিৰ ৰচনা আগ্ৰহেৰে পঢ়োঁ।

মই বোধকৰোঁ এতিয়ালৈকে সৰু-ডাঙৰে এশতকৈ বেছি গল্প লিখিছোঁ। প্ৰথম অৱস্থাত সংখ্যাটো মনত ৰাখিবলৈ যত্ন কৰিছিলোঁ। এতিয়া নাই। গল্পলেখক হিচাপে মোৰ গৰ্ব কৰিব লগীয়া একো হোৱা নাই; সেই বুলি হীনাত্মিকাবোধো নাই।

লেখকসকলৰ সামাজিক দায়িত্ব আছে বুলি বিশ্বাস কৰোঁ; কিন্তু মোৰ প্ৰত্যেকটো গল্পকে একে সাঁচতে মাৰিবলৈ নিবিচাৰোঁ। মোৰ 'বিশ্বাস' সীমাবদ্ধতাৰ মাজেৰে স্বাভাৱিকভাৱে প্ৰকাশ হোৱাটাহে বাঞ্ছা কৰোঁ।



আনৰ ভাল গল্প এটা পঢ়িলে যিদৰে সঁচাকৈ ভাল লাগে, তেনেদৰে মনত ঈৰ্ষাৰো উদ্ৰেক নোহোৱাকৈ নাথাকে।

মালিক ছাৰৰ সংজ্ঞাটোকে দোহাৰোঁ: চুটিগল্প চুটিও হ'ব লাগে, গল্পও হ'ব লাগে।

# যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি-গল্প

মুনীন বৰকটকী

সঞ্চালক ডাঙৰীয়া আৰু সমৱেত লেখকসকল, যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি-গল্প সম্পৰ্কে এটা প্ৰবন্ধ যুগুত কৰিবলৈ মোক কোৱা হৈছিল যদিও, মই নানা কামৰ জঞ্জালত যুগুত কৰিব নোৱাৰিলোঁ। গতিকে পদ্ধতিমূলকভাৱে যোৱা পঁচিশ বছৰৰ গল্পৰ বিষয়ে কোৱা টান হ'ব। মই চমুকৈ কেইটামান কথা কৈ সামৰিম। মোৰ বক্তব্য প্ৰধানকৈ এই শিবিৰৰ আলোচনাত অংশ লোৱা গল্পলেখকসকলৰ বক্তব্যৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে।

চৈয়দ আব্দুল মালিকৰপৰা কুমুদ গোস্বামীলৈকে ১১ জন গল্পকাৰে আজি নিজৰ ৰচনাৰ বিষয়ে ক'লে। আৰু কেইগৰাকীমান গল্পলেখক অনুপস্থিত থাকিল যদিও এই ১১ জনৰ বক্তব্যৰ মাজেৰেই আমি যোৱা পঁচিশ বছৰৰ গল্পৰ ধাৰাৰ এটা আভাস পাব পৰা হৈছোঁ। দেখ-দেখকৈয়ে যোৱা পঁচিশ বছৰৰ অসমীয়া গল্পৰ মাজত দুটা প্ৰধান ধাৰা চকুত পৰিছে : এটা ধাপৰ লেখকসকলে কোনো বিশেষ ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ বাবে গল্প লিখিবলৈ লোৱা নাই ; আনটো ধাপৰ লেখকসকলে, তেওঁলোক বয়সত অনুজ আৰু হয়তো লেখক হিচাপে পূৰ্ণ প্ৰতিষ্ঠা লাভ কৰিছে বুলি কৈ দিব নোৱাৰি, তেওঁলোকে সামাজিক জীৱনৰ সলনি কৰাৰ বাবে গল্প লিখিবলৈ লোৱা বুলি কৈছে। মই ভাবোঁ আৰু বিশ্বাস কৰোঁ—লেখকসকলে নিজৰ অন্তৰৰ প্ৰেৰণাৰ তাগিদতহে লিখিব পাৰে। এই প্ৰেৰণা মানসিক আৰু শাৰীৰিক অৰ্থাৎ ইন্দ্ৰিয়-জ্ঞান-সম্ভূত—এই দুয়োবিধ অভিজ্ঞতাই দিব পাৰে। কিন্তু এই অভিজ্ঞতাজনিত প্ৰেৰণাই অনুভূতিক এটা মূৰ্তিমান ৰূপ দিব লাগিব। গতিকে ইয়াত প্ৰশ্নাৱলীৰ ভাব-বিষয় আৰু ফৰ্ম সম্পৰ্কে কৰা প্ৰশ্নটো এফালৰপৰা তাৎপৰ্যপূৰ্ণ। কাৰণ কেৱল ভাবেৰে গল্প কিয় একো ৰচনাকে থিয় কৰাব নোৱাৰি যদি সেই ভাবক বিষয়ৰ আধাৰ দিব নোৱাৰি। সেই আধাৰো এটা কলাসন্মত আকাৰৰ মাজত ৰূপায়িত হ'ব লাগিব।



আৱাহন যুগৰ অনেক গল্পৰ মাজত বৰ্ণ-বৈষম্যই সৃষ্টি কৰা ব্যৰ্থ প্ৰেমৰ কাহিনীয়ে ঠাই অধিকাৰ কৰি আছিল। স্বাভাৱিকতেই সেই সময়ৰ গল্পত ৰোমাণ্টিক কল্পনাৰ লক্ষণ স্পষ্ট। ভাষাও তাৰ লগত খাপখোৱাকৈ কোমল। কিন্তু এই সময় ছোৱাতে হলীৰাম ডেকা আৰু মহীচন্দ্ৰ বৰাৰ দৰে লেখকৰ সমাজ-সচেতন ৰচনাও প্ৰকাশিত হৈছিল সেই কথা পাহৰিলে নহ'ব। ইতিমধ্যে পাশ্চাত্য লেখকৰ ৰচনাৰ লগত হোৱা পৰিচয়ে আৰু দ্বিতীয় মহাযুদ্ধৰ বতাহে কোবাই গ'লহি। ৰাজনৈতিক দৰ্শন আৰু মনোবিজ্ঞানৰ প্ৰভাৱ সোমাই আহিল। কিন্তু অসমীয়া চুটিগল্পত এইবিলাক প্ৰভাৱ শক্তিশালীভাৱে অনুভূত হ'লহি 'ৰামধেনু'ৰ যুগতহে। ইতিমধ্যেই জয়ন্তী, পছোৱা আৰু ডেকাগিৰি মাধৱ বেজবৰুৱাৰ বাঁহীয়ে চুটিগল্পৰ পথাৰ সাৰুৱা কৰি গৈছিল। 'ৰামধেনু'ৰ যুগতে নতুন ভাব আৰু বিষয় লৈ নতুন চাম লেখক আহি সগৰ্বে থিয় দিলেহি। এহাতে আধুনিকতা—যিটো পশ্চিমীয়া মডাৰ্নিজমৰ দান আৰু আনহাতে মাৰ্ক্সীয় দৃষ্টিভংগী—দুইটাৰ উপস্থিতি অনুভূত হৈছিল যদিও প্ৰথম পক্ষৰ কণ্ঠস্বৰ সবল আছিল। আজিৰ আলোচনা-চক্ৰত যিসকল সমৱেত হৈছে সেইসকলৰ ভিতৰত অগ্ৰজসকল এই যুগৰ। এই সময়ছোৱাত ভালেমান ভাল গল্প লিখিত হ'ল। ষাঠিৰ দশকৰ এই চৰিত্ৰ সত্তৰৰ দশকলৈও ব্যাপ্ত আছিল। কিন্তু সত্তৰৰ দশকৰ প্ৰায় মাজভাগৰ পৰাই শ্ৰেণী-বৈষম্য, সামাজিক দুৰ্নীতি আদিৰ প্ৰতি ক্ৰোধ প্ৰকাশ পাবলৈ ধৰিলে। হোমেন বৰগোহাঞি—যাৰ গল্পত ফ্ৰয়ডৰ মনোবিজ্ঞানৰ আধাৰত মনোবিশ্লেষণৰ উম পোৱা গৈছিল, সেইজন লেখকৰ ৰচনাতো সামাজিক-ৰাজনৈতিক দুৰ্নীতিৰ প্ৰতি ক্ৰোধে যথেষ্ট ঠাই উলিয়াই ল'লে। কাহিনী কোৱাৰ পৰিৱৰ্তে বা চৰিত্ৰ সৃষ্টিৰ পৰিৱৰ্তে বক্তব্য প্ৰকাশৰ আগ্ৰহ বাঢ়ি অহা পৰিলক্ষিত হ'বলৈ ধৰিলে। বীৰেন ভট্টাচাৰ্যৰ ৰচনা তুলনামূলকভাৱে সংহত সুৰৰ, যদিও তেওঁৰ মাজত এটা সমাজ-সচেতন দৃষ্টি সদায় আছে। ষাঠিৰ দশকত প্ৰতিষ্ঠা লাভ কৰা ভবেন শইকীয়া, মহিম বৰা, যোগেশ দাসে নিজৰ ৰচনাশৈলীৰেই ভাল গল্প লিখি থাকিল আৰু লিখি আছে। ষাঠিৰ দশকৰ শেষাৰ্ধত আত্মপ্ৰকাশ কৰা লক্ষ্মীনন্দন বৰাই গাঁৱৰ জীৱনক আধাৰ কৰি লিখা গল্পৰ পিছত দ্বিতীয় স্তৰত সামাজিক দুৰ্নীতিৰ প্ৰতি সচেতন হোৱা পৰিলক্ষিত হৈছে। ৰামধেনুৰ যুগতেই প্ৰতিষ্ঠা লাভ কৰা সৌৰভকুমাৰ

চলিহা এই ক্ষেত্ৰত ব্যতিক্ৰম। তেওঁৰ গল্পত আধুনিক মানুহৰ জটিল জীৱন আৰু মনৰ কথা এটা বেলেগ সুৰত শুনিবলৈ পোৱা গ'ল। ষাঠিৰ দশকত আৰু কেইবাজনো গল্পলেখকে প্ৰতিষ্ঠা লাভ কৰিলে। চন্দ্ৰপ্ৰসাদ শইকীয়া, ৰোহিণী কাকতী, ইমৰান শ্বাহ আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য।

সত্তৰৰ দশকত আত্মপ্ৰকাশ লাভ কৰাসকলৰ ভিতৰত নীলিমা শৰ্মা, মামণি গোস্বামী, অনিমা গুঁৱালী আদি লিখিকাসকলেও ইতিমধ্যেই আত্ম-পৰিচয় দাঙি ধৰিছে। এই দশকৰ নতুন গল্পলেখকৰ ভিতৰত নগেন শইকীয়া, অপূৰ্ব শৰ্মা আদিৰ নাম উল্লেখযোগ্য। এওঁলোকে বিষয় আৰু ফৰ্মত নতুনত্ব স্থাপনৰ বাবে কৰা প্ৰয়াস লক্ষ্যণীয়। সত্তৰৰ দশকৰ শেহৰ পৰা যিসকল নতুন লেখকে লিখিবলৈ লৈছে তাৰ ভিতৰত প্ৰণৱজ্যোতি ডেকাৰ কথনভংগী আৰু কাহিনী নিৰ্বাচন মন কৰিবলগীয়া। শীলভদ্ৰৰ গল্পও তেওঁৰ নিৰ্মোহ কথনভংগীৰ পৰিচায়ক।

এই চমু আলোচনাত মই সকলো গল্পলেখক বা বিশেষ গল্পসমূহৰ বিষয়ে বিশ্লেষণ দাঙি ধৰিবলৈ যত্ন কৰা নাই। মই মাত্ৰ পৰিৱৰ্তনৰ যিটো আভাস ফুটি উঠিছে, সেই বিষয়ে ক'বলৈ যাওঁতেহে উল্লিখিত লেখকসকলৰ নাম প্ৰসঙ্গক্ৰমে লৈছোঁ। কিন্তু মোৰ এটা ভাব হৈছে দহ বছৰ মানৰ মূৰে মূৰে আমাৰ গল্পৰ একোটা পৰিৱৰ্তন হৈছেনে কি! অৱশ্যে মালিক এই ক্ষেত্ৰত চিৰসেউজীয়া সংযোগসেতুৰ দৰে আছে। নতুন লেখকসকলৰ প্ৰতি মই ব্যক্তিগতভাৱে সহৃদয় বুলি ক'ব পাৰোঁ; কিন্তু প্ৰতিভাৰ বিকাশ কিছু পৰিমাণে নঘটালৈকে বাট চোৱা ভাল হ'ব বোধকৰোঁ।

# ৫ম খণ্ড

## যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস

১। চৈয়দ আব্দুল মালিক
২। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য
৩। যোগেশ দাস
৪। নৰকান্ত বৰুৱা
৫। লক্ষ্মীনন্দন বৰা
৬। হিতেশ ডেকা
৭। চন্দ্ৰপ্ৰসাদ শইকীয়া
৮। মহেন্দ্ৰ বৰঠাকুৰ
৯। নবীন বৰুৱা
১০। ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

## যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস

### প্ৰশ্নাৱলী

১। আপুনি কেতিয়াৰপৰা উপন্যাস লিখিবলৈ ল'লে? কিয় 'উপন্যাস' বাছি ল'লে?

২। আপোনাক প্ৰথম উপন্যাস ৰচনাৰ বাবে কিহে অনুপ্ৰেৰণা যোগাইছিল? কোনো ঘটনা, কোনো বিশেষ অভিজ্ঞতা, কোনো বিশেষ লেখক অথবা বিশেষ পুথিয়ে, নে বিশেষ আইডিয়াই?

৩। উপন্যাসৰ যোগে আপুনি কি প্ৰকাশ কৰিব খোজে? নিজৰ কোনো বক্তব্য? এটি নিটোল কাহিনী? নে বিশেষ চৰিত্ৰ বা সমাজৰ চিত্ৰণ? নে কোনো বিশেষ উদ্দেশ্য থাকে?

৪। আপনাৰ জীৱন-দৰ্শন সম্পৰ্কে ক'ব নে? নে আপুনি কোনো ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰে?

৫। আপুনি কাৰ বাবে লিখে? নিজৰ বাবে? বিশেষ পাঠক শ্ৰেণীৰ বাবে? নে সৰ্বসাধাৰণ পাঠকৰ বাবে?

৬। আপুনি কিহৰ ওপৰত অধিক গুৰুত্ব দিয়ে?

৭। আপুনি মুক্ত কাহিনী ( Loose plot ) ৰচনা কৰে, নে বদ্ধ কাহিনী ( Rigid ) ৰচনা কৰি ভাল পায়? ৰচনাৰ সময়ত আপোনাৰ মনৰ অৱস্থা কেনে হয়?

৮। উপন্যাস এখনৰ পৰিকল্পনা কৰোঁতে আপোনাক কিমান দিন লাগে? লিখিবৰ সময়ত একেবাৰতে লিখি যায়, নে একো একো অংশ লিখি থৈ যায়?

৯। সম্পূৰ্ণ কৰাৰ পিছত পুনৰ সংশোধন, পৰিৱৰ্ধন বা পৰিৱৰ্তন কৰে নে কি? নামকৰণ আগত কৰে নে, লিখি শেষ হোৱাৰ পিছত কৰে?

১০। আপোনাৰ ওপৰত দেশী-বিদেশী কোনো লেখকৰ প্ৰভাৱ আছে বুলি ভাবে নে? যদি আছে—কাৰ প্ৰভাৱ?

১১। আপোনাৰ প্ৰিয় ঔপন্যাসিক কোন? কিয় তেওঁ প্ৰিয়?

১২। আপোনাৰ মতে আপোনাৰ শ্ৰেষ্ঠ উপন্যাস কোনখন? কিয় শ্ৰেষ্ঠ বুলি ভাবে?

১৩। সমালোচকৰ সমালোচনাই আপোনাক ক্ষুব্ধ কৰে নে?

১৪। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি আপুনি ভাবে নে?

১৫। অসমীয়া উপন্যাস সম্পৰ্কে আপোনাৰ মতামত কি? আপোনাৰ প্ৰিয় অসমীয়া লেখক কোন?

১৬। আপুনি কিমান উপন্যাস লিখিলে? আপোনাৰ মতে আপোনাৰ উপন্যাসসমূহক কিবা বেলেগ শ্ৰেণী বা স্তৰত বিভক্ত কৰিব পাৰি নে কি?

১৭। আপোনাৰ আকৰ্ষণ কোন জীৱনৰ প্ৰতি বেছি? গাঁৱৰ? নগৰৰ? চাহবাগিচাৰ বা কল-কাৰখানাৰ বনুৱাৰ জীৱনৰ প্ৰতি? অথবা, নিম্নবিত্ত, উচ্চ-মধ্যবিত্ত যে অভিজাত শ্ৰেণীৰ জীৱনৰ প্ৰতি? কিয় এই আকৰ্ষণ?

১৮। আপুনি ঈশ্বৰত বিশ্বাস কৰে নে নকৰে? কৰে যদি, কিয় কৰে? আৰু নকৰে যদি কিয় নকৰে?

১৯। সাহিত্যৰ অন্য বিভাগৰ কোনটো বিভাগ আপোনাৰ প্ৰিয়?

২০। বৰ্তমানৰ অসমীয়া উপন্যাস সম্পৰ্কে আপোনাৰ ধাৰণা কি?

২১। এখন উপন্যাস লিখিবৰ বাবে কি কি গুণৰ বা কেনে মানসিক অৱস্থাৰ প্ৰয়োজন বুলি আপুনি ভাবে?

## স্বৰচিত উপন্যাসৰ বিষয়ে

### চৈয়দ আব্দুল মালিক

এই শিবিৰ আৰম্ভ হোৱা দিন ধৰি মই ইয়াত আছোঁ। আটাইকেইদিনৰ আলোচনা শুনি মোৰ ভাল লাগিছে। অৱশেষে নিজৰ কথা যেতিয়া ক'ব লগীয়া হৈছে লেখক হিচাপে মই চমুকৈ নিজৰ বিষয়ে ক'লে আপোনাসকলে বুজিব পৰাৰ এটা সুবিধা হ'ব। গাঁৱৰ খেতিয়কৰ ঘৰত মোৰ জন্ম। খেতিয়কৰ ঘৰত বহুত কষ্টেৰে পঢ়া-শুনা কৰিছোঁ আৰু নগৰত চাকৰি কৰাৰ সুবিধা পাইছোঁ যদিও গাঁৱৰ প্ৰতি এটা আকৰ্ষণ থকাৰ বাবে নগৰত নাথাকি ২০ মাইল বাট ঘৰৰপৰাই অহা-যোৱা কৰোঁ। ৰাতিপুৱাতে ওলাই গৈ গধূলি ঘূৰি আহোঁ।

দ্বিতীয় কথা যে জীৱিকাৰ কাৰণে পুৱা ন-বজাৰপৰা ৰাতি ন-বজালৈ চাকৰি কৰিব লগা হয়। মাজে মাজে আছে ৰাজহুৱা মেল-মিটিঙৰ দায়িত্ব। তদুপৰি মই খেতি কৰা মানুহ। এতিয়াও মই বোকাত নামি কঠিয়া ৰোওঁ, ধান দাওঁ।

মই যদি জীয়াই আছোঁ, আত্মাৰ প্ৰত্যয়ৰ বাবে জীয়াই আছোঁ।

সঁচা-সঁচি জীৱনৰ কাহিনী লৈ উপন্যাস ৰচনা কৰিব পাৰি বুলি মই বিশ্বাস কৰোঁ। কিন্তু সেই সঁচা-সঁচি জীৱনে লেখকৰ কল্পনাৰ মাজেৰে নতুন ৰূপ লাভ কৰিব লাগে।

Class IVতে মই উপন্যাস এখন লিখিছিলোঁ ১৯৩০ চনত। লিখা কাগজবিলাক ক'ৰবাত হেৰাইছে। পুৰণি কাগজ-পত্ৰ বিচাৰোঁতে মই দেখিছোঁ যে, তাৰ ১৬ খিলামান পাত আছে। দ্বিতীয় উপন্যাসখন ৩৭ কি ৩৮চন মানত লিখিছিলোঁ ল. সা. গু. নাম দি 'বাঁহী'ত আৰু সেইখনেই মোৰ প্ৰথম উপন্যাস বুলিব লাগিব। 'ওমলা ঘৰৰ ধুলি' বুলি কিতাপ আকাৰত পিছত প্ৰকাশ হৈছে। মই সেই সময়ত মাৰ্ক্সবাদী আদৰ্শ লৈ আহিছিলোঁ। মোৰ 'ৰথৰ চকৰি ঘূৰে'তো তাৰ প্ৰভাৱ আছে। মই অনুভৱ কৰোঁ—ভাৱপ্ৰৱণ মানুহখিনিৰ মনত দুৰ্নীতি-প্ৰৱণতা নাই।

আমাৰ বহুতো লেখকৰ ৰচনাৰ তুলনাত মোৰ ৰচনা অলপ বন্য নে কি! আজিৰ সাহিত্যত আমি যেন পথাৰ বা চোতালৰপৰা ঘৰৰ ভিতৰত সোমাইছোঁ। বাহিৰত ফুলনি পাতিবলৈ আমাৰ মাটি নাই। সেইকাৰণে আমি ঘৰৰ ভিতৰতে ফুলনি সজাবলৈ লৈছোঁ। মই এইটোত বৰ বেছি সন্তুষ্ট নহওঁ। মই আপোনাসকলৰ আগত খোলা-খুলিকৈ কৈছোঁ যে মুক্ত আকাশ, মুক্ত প্ৰকৃতি, পথাৰ, নদীৰ যি সৰলতা আছে, আকৰ্ষণ আছে, তাৰ লগতহে মই একাত্ম বোধ কৰোঁ আৰু সেই অৰ্থতেই বন্য শব্দটো প্ৰয়োগ কৰিছোঁ। বয়সৰ কথা মই নাভাবোঁ; কাৰণ বয়সৰ কথা ভাবি থাকিলে জীয়াই থকাই টান হ'ব। আনন্দৰ কাৰণেই যেন জীয়াই আছোঁ। আৰু সময়ৰ বিৰুদ্ধে গৈও মই কিছু পৰিমাণে লিখা-পঢ়া কৰিছোঁ। মোৰ বহুত বন্ধুৱে জানে মই মাত্ৰ ৪ ঘণ্টা শোওঁ। নহ'লেতো সময় নাই জীৱনত। আৰু সেইকাৰণে মই বিপদৰ সময়তো সময়ৰ সদব্যৱহাৰ কৰিবলৈ বিচাৰোঁ; কাৰণ সময়ে গতি কৰি আছে।

মই লিখা কিতাপবিলাকৰ ভিতৰত কিছুমান নিলিখা হ'লেও হ'লহেঁতেন। ১৯৪৮ চনৰ আগলৈকে লিখাৰ কাৰণে মই বেছি চেষ্টা কৰাও নাছিলোঁ কিন্তু প্ৰকাশকৰ তাগিদাত লিখা হৈছিল। লিখা হোৱাৰ পিছত তাক পুনৰ চাবলৈ সময় মোৰ নাথাকে।

এই ব্যস্ততাৰ মাজতে মই লিখিব পাৰোঁ। আৰু ব্যস্ততাৰ মাজত লিখাখিনি অৱসৰ সময়ত লিখাখিনিতকৈ বেছি ভাল হয় নে কি?

ধৰ্ম সম্পৰ্কে মোক সুধিছে বা ধৰ্ম বিশ্বাসৰ কথা সুধিছে? সেই সম্পৰ্কে মই কৈছোঁ যে মই প্ৰায় ৭ বছৰমান এথেয়িষ্ট্ আছিলোঁ। কিন্তু এতিয়া মই সামাজিকভাৱে চলি আছোঁ আৰু মই যিদৰে কোৰান পঢ়োঁ সেইদৰে বাইবেল পঢ়োঁ আৰু সেই একেদৰে মই গীতাও পঢ়িছিলোঁ।

মই একে সময়তে কোনো কোনো উপন্যাস লিখিবলৈ আৰম্ভ কৰোঁ আৰু কেতিয়াবা আধা লিখাকৈ ৰৈ যায়। প্ৰায়বিলাক উপন্যাসৰে মই প্লট আগতীয়াকৈ চিন্তা কৰি লওঁ। চিন্তা কৰোঁ প্লট কিদৰে দাঙি ধৰিম।

বহুখিনি উপন্যাসত কেইটামান নহয় কেইটামান সঁচা চৰিত্ৰ আৰু সঁচা কাহিনীৰ ভেটি আছে। 'বন জুইৰ কাহিনী'ত বহুতখিনি সঁচা ছবি আছে। 'ৰূপ তীৰ্থৰ যাত্ৰী' এসময়ত একেধৰণে সঁচা চৰিত্ৰক লৈ লিখাৰ



চেষ্টা। তাৰ দুটা খণ্ড আছিল, তৃতীয় খণ্ডটো মই পাঠকৰ ওচৰত এতিয়াও দিয়া নাই। বহুতেই জানে জোতিপ্ৰসাদ আগৰৱালাৰ. জীৱনৰ ভিত্তিত এই উপন্যাসখন লিখা হৈছিল।

তেনেকৈ 'সূৰুযমুখীৰ স্বপ্ন'ৰ কাহিনীটোৰ যিটো মূল ঘটনা সেইটো সঁচা ঘটনা। সেইদৰে মোৰ প্ৰায়বিলাক উপন্যাস সঁচা কাহিনীৰ আলমত লিখা হৈছে।

কিন্তু 'একুৰা জুই', 'উই হাফলু', এনেধৰণে দুখনমান কিতাপত কল্পনা যোগ দি লিখিছোঁ। অৱশ্যে আটাইবোৰ কিতাপতে সঁচা কাহিনীৰ আলমত কল্পনাৰ ৰহণ সনা হৈছে। কিন্তু কিমান গভীৰলৈ যাব পাৰিছোঁ সেইখিনি মই নাজানো।

'আধাৰ শিলা' Idea এটাৰ ওপৰত লিখা। 'শেষ ৰাতিৰ জোনাক' নামৰ আগতে লিখা গল্প এটাৰ ভিত্তিতে কাহিনীটো লিখিছোঁ। তাত জাৰজ সন্তান ছমিৰৰ কাহিনীটো আছে।

মই আন লেখকৰ উপন্যাসো পঢ়োঁ। মই প্ৰায়বিলাক উপন্যাস পঢ়িছোঁ বুলি ক'ব পাৰোঁ।

কলেজীয়া জীৱনত ৰুচি বেলেগ আছিল আৰু তৃপ্তিও বেলেগ আছিল। এতিয়া বয়সৰ লগে লগে ৰুচি আৰু তৃপ্তিও বেলেগ হৈছে। আন বিদেশী উপন্যাসো মই পঢ়িছোঁ।

মোৰ প্ৰিয় বিদেশী ঔপন্যাসিক জন বয়াৰ। তেওঁৰ লিখা বৰ ভাল লাগিছিল।

টলষ্টয়ৰ 'War and Peace' পঢ়ি অভিভূত হৈছিলোঁ।

শংকৰ, বিভূতিভূষণ, সুনীল গাঙ্গুলী, এইসকলৰ লিখা মই পঢ়িছোঁ। বঙালী ঔপন্যাসিকৰ উপন্যাস ভাৰতৰ ভিতৰত অধিক পঠনযোগ্য বুলি মোৰ মনে ধৰে। সমস্যাৰ মাজেৰে জীৱনক জানিবলৈ, উপলব্ধি কৰিবলৈ তেওঁলোকে প্ৰচেষ্টা চলাইছে।

সমালোচকে সমালোচনা কৰিছে। সেইটো মই চুটি গল্পৰ ক্ষেত্ৰত কৈছোঁ। মোৰ উপন্যাসৰ সমালোচনা পঢ়ি মোৰ সমালোচকক লগ পাই কি ভাৱত লিখা হৈছে সেইটো বুজাই দিবৰ কাৰণে ইচ্ছা হয়। সমালোচকক মই বেয়া নাপাওঁ কিন্তু লেখক আৰু সমালোচকৰ দৃষ্টিভংগি

একে নহ'বও পাৰে। অসমীয়া উপন্যাসৰ সম্পৰ্কে মই এষাৰ কথা কওঁ যে উপন্যাসত এটা কাহিনী থকাটো গুৰুত্বপূৰ্ণ কথা বুলি মই ভাবোঁ। ভাষা আৰু ফৰ্মৰ প্ৰয়োজনো সমানে গুৰুত্বপূৰ্ণ। মুক্ত আৰু বদ্ধ কাহিনীৰ বিষয়টো মই ভবাত উপন্যাসৰ এটা কাৰিকৰী দিশহে। কাহিনীটোক আকৰ্ষণীয় কৰিবৰ কাৰণে মই কেতিয়াবা বহল বৰ্ণনাৰ আশ্ৰয় লওঁ। খুঁটি-নাটিৰ বিৱৰণবোৰ পূৰ্ব-পৰিকল্পিত নহয়, বৰং লিখি যাওঁতে ভাবি লোৱাহে। তাৰে কিছুমান বাদ দিব পৰা বিধৰ যদিও ঘৃৰাই চোৱাৰ অভ্যাস নথকাত বাদ দিয়া হৈ নুঠে। কেতিয়াবা দুই-তিনিখন উপন্যাসৰ বিষয়বস্তু একেলগে ভাবি থওঁ। তেনেকুৱা সময়ত এখন লিখি সম্পূৰ্ণ নকৰোঁতেই আন এখনো আৰম্ভ কৰোঁ, লিখি শেষ হোৱাৰ পিছতহে নাম দিওঁ।

মোৰ ওপৰত কাৰোবাৰ পোণপটীয়া প্ৰভাৱ আছে বুলি মই নকওঁ। ইংৰাজীৰ মাধ্যমেৰে পৃথিবীৰ বিভিন্ন দেশৰ উপন্যাস মই পঢ়িছোঁ আৰু তাৰ ভিতৰত জীৱন সম্পৰ্কে গভীৰতা থকা আৰু জীৱনৰ বেদনাক ধৰি ৰাখিব পৰা লেখকসকলে মোৰ প্ৰিয়। মই মোৰ শ্ৰেষ্ঠতম উপন্যাস বুলি কোনো এখনকো চিহ্নিত কৰিবৰ চেষ্টা কৰা নাই। এতিয়ালৈকে মই ৩৫ খনমান উপন্যাস লিখিলোঁ আৰু দুখনমান লিখি আছোঁ। মোৰ উপন্যাসত যদি কিবা স্তৰ বিভাজন আছে সেই বিভাজন সমালোচকে কৰি দেখুৱাব।

মোক সোধা হৈছে কেনে জীৱনৰ প্ৰতি মোৰ আকৰ্ষণ আছে? জীৱনৰ য'তেই মই উপন্যাসৰ সমল বা আহিলা দেখা পাইছোঁ তাৰ প্ৰতি মই অনুৰক্ত হৈছোঁ। গতিকে গাঁও বা নগৰ, কৃষক বা বনুৱাৰ জীৱন, এনেভাৱে মই ভাগ কৰি চোৱা নাই।

জীৱনত বাৰে বাৰে ব্যৰ্থ হোৱা মানুহে মানুহৰ ওপৰত বিশ্বাস হেৰুৱাব লগা হলে অদৃশ্য শক্তিৰ ওপৰত বিশ্বাস কৰি জীৱনৰ অৱলম্বন বিচাৰে। মই নিজৰ কাৰ্য আৰু ক্ষমতাৰ ওপৰতেই বিশ্বাস কৰোঁ যদিও ঈশ্বৰকো অবিশ্বাস কৰিবলগীয়া হোৱা নাই।

মই আটাইকেইটা বিভাগৰ সাহিত্যকে পঢ়োঁ; অৱশ্যে কবিতা আৰু দৰ্শন মোৰ প্ৰিয়।



অসমীয়া উপন্যাস লিখাৰ যুগ এতিয়াহে আৰম্ভ হোৱা যেন লাগিছে। আমাৰ নতুন লেখকসকল নতুন উদ্যমেৰে ওলাই আহিছে; পৃথিৱীৰ দুৱাৰ মুকলি হৈছে। সেই বাবে ভৱিষ্যতৰ সম্ভাৱনা সম্পৰ্কে মই সঁচাকৈয়ে আশাবাদী।

## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

প্ৰেৰণা বহুতদিনৰপৰাই আছিল। তদুপৰি মোৰ নিজৰ গাঁৱৰ মানুহৰ জীৱনৰ মাজেৰে দেশৰ মানুহৰ জীৱন আৰু সমস্যাক চিনি পাবৰ কাৰণে যত্ন কৰি আহিছোঁ। লাহে লাহে তাৰপৰা আঁতৰি অসমৰ বিভিন্ন ঠাইৰ ব্যক্তি আৰু সমষ্টিৰ জীৱনৰ লগত পৰিচিত হৈছোঁ। মানুহৰ মাজত থকা হিংসা-দ্বেষ যিদৰে দেখিছোঁ শুভ-বুদ্ধিও তেনেকৈ দেখা পাইছোঁ। মই মানুহক ব্যক্তিগতভাৱে স্বতন্ত্ৰ বুলি ভাবিলেও সমষ্টিৰ অংশ বুলিয়ে ভাবোঁ। যিবোৰ মূল্যবোধ লৈ আমি জীয়াই আছোঁ তাৰে অনেকখিনি আমাৰ সমাজৰ ঐতিহ্যৰপৰাই লাভ কৰিছোঁ। যেতিয়াই নতুন চিন্তা-চৰ্চা, নতুন মূল্যবোধ আহি সোমাইছেহি তেতিয়াই সংঘাতৰো সৃষ্টি হৈছে। মই জীৱনৰ এই সমস্যাবোৰ চাবলৈ যত্ন কৰোঁ।

মোৰ প্ৰথম উপন্যাসখন ভাৰতে স্বাধীনতা লাভ কৰাৰ ঠিক পিছতেই লিখা। 'ৰাজপথে ৰিঙিয়াই' নামৰ এই উপন্যাসখনত মোহন নামৰ যিজন নায়কক মই থিয় কৰাবলৈ যত্ন কৰিছিলোঁ, সেই চৰিত্ৰ কল্পনা কৰোঁতে বাস্তৱিক এজন মানুহৰ কথাই মোৰ মনলৈ আহিছিল। সেই সময়ত মই সমাজবাদী ৰাজনৈতিক দৰ্শনৰ প্ৰতি গভীৰভাৱে আকৃষ্ট হৈছিলোঁ। এতিয়াও অৱশ্যে মই সেই দৰ্শনত বিশ্বাস কৰোঁ।

উপন্যাস লিখিবৰ কাৰণে কাহিনী এটাৰ প্ৰয়োজন থাকিবই। মই সাধাৰণতে সমাজ বা ৰাষ্ট্ৰীয় জীৱন জড়িত কোনো কাহিনী হ'লেই বোধকৰোঁ বেছি স্বাচ্ছন্দ্য অনুভৱ কৰোঁ। তাৰ বাবে প্ৰয়োজনীয় চৰিত্ৰবোৰ বাস্তৱৰ আলমত গঢ়ি তুলিবলৈ যত্ন কৰোঁ। কাহিনীটোৰ যিটো মূল সংঘাত আৰু লক্ষ্য তাতেই বোধকৰোঁ মোৰ দৃষ্টিভঙ্গী সোমাই থাকিব পাৰে। মই বেলেগে ওপৰঞ্চি বক্তব্য জাপি দি ভাৰাক্ৰান্ত কৰিব নোখোজোঁ।

মই পাঠকৰ বাবেই লিখোঁ। বিশেষ কোনো শ্ৰেণীৰ পাঠকক চকুৰ আগত ৰাখি নহয়। উপন্যাস লিখোঁতে মূল দৃষ্টিভঙ্গীৰ লগত বিষয়বস্তুৰ আৰু বিষয়বস্তুৰ লগত ফৰ্মৰ ওতঃপ্ৰোত সম্পৰ্ক ৰক্ষা কৰিব নোৱাৰিলে কাহিনীয়ে বিচৰামতে প্ৰকাশ লাভ কৰিব নোৱাৰে। কাজেই বিষয়বস্তুৱে কেতিয়াবা ফৰ্ম নিৰ্ধাৰণ কৰি দিয়ে। মই নিজে ফৰ্মৰপৰা বিষয়বস্তুলৈ অহা নাই। টমাছ মেনৰ 'মেজিক মাউণ্টেইন' বা জেমছ জয়ছৰ 'ইউলিছিছ' আদি পঢ়ি চাইছোঁ। জাপানী উপন্যাস জাপানী কবিতাৰ নিচিনাই। তাৰ এখনত সাতশ বছৰীয়া এটা টি পটৰ চৰিত্ৰৰ মাজেৰে জাপানী সংস্কৃতিৰ আভাস কম পৰিসৰৰ মাজত প্ৰকাশ কৰিছে। হেমিংৱেই অনেক বৃহৎ কলেৱৰৰ উপন্যাস লিখাৰ পিছত 'ওল্ড মেন এণ্ড দি ছি'ৰদৰে সৰু উপন্যাস লিখি উলিওৱাৰ মূলতে ভাব আৰু বিষয়ৰ এটা অতিশয় দৃঢ় ফৰ্ম সৃষ্টি কৰাৰ ক্ষমতা। সেইকালৰপৰা তেওঁ বহু পৰিমাণে perfection লাভ কৰিছে বুলি মই ভাবোঁ। মেজিক মাউণ্টেইন বা কেমুৰ 'প্লেগ' এনে ধৰণৰেই উপন্যাস য'ত 'ওল্ড মেন এণ্ড দি ছি'ৰদৰে কাহিনীও আছে আৰু প্ৰতীক-ধৰ্মীতাও দৃঢ় পিনদ্ধভাৱে প্ৰকাশিত হৈছে। এনেভাৱে লিখিব পাৰিলেই ঔপন্যাসিক হিচাপে মোৰ অনুসন্ধানে এটা পৰিণতি লাভ কৰিব পাৰিব বুলি মাজে মাজে মই ভাবোঁ।

মই মুক্ত কাহিনী ৰচনা কৰোঁ নে বদ্ধ কাহিনী ৰচনা কৰোঁ সেই বিষয়ে সচেতন হৈ নলওঁ। মোক এবাৰ উপন্যাস কেনেকৈ লেখকৰ মনৰ ভিতৰত জন্ম হয় সেই বিষয়ে ক'বলৈ আকাশবাণীয়ে মাতিছিল। তেতিয়া আত্ম-বিশ্লেষণ কৰি দেখিছিলোঁ মনৰ মাজত হয়তো কিছুমান চৰিত্ৰ, পৰিৱেশ আৰু অন্যান্য অভিজ্ঞতাই বাহিৰৰ প্ৰস্তুতি আৰম্ভ কৰে আৰু সেইবিলাকে সংগঠিত ৰূপত প্ৰকাশ বিচাৰে। তেতিয়াই প্ৰয়োজন হয় এটা কাহিনীৰ। 'ইয়াৰুইঙ্গম' লিখোঁতে মোৰ এনেকুৱা অভিজ্ঞতাই হৈছিল আৰু লিখি উলিয়াবলৈ বহুত সময় লাগিছিল। বিষয়বস্তুক এটা কাহিনীৰ জীৱন্ত ৰূপ দিয়া বৰ জটিল কথা। বিষয়বস্তু-সম্পৰ্কে জ্ঞান অনেক মানুহৰ থাকিব পাৰে। কিন্তু তাৰপৰা এটা মূৰ্তি কাটি উলিওৱাৰ দক্ষতা সকলোৰে নথকাই স্বাভাৱিক। কেনেকৈ মনৰ মাজত ক্ৰমাৎ এটা কাহিনীৰ আধাৰত বিষয়বস্তুবোৰ সংগঠিত হৈ কেইটা স্তৰত এখন উপন্যাসৰ জন্ম হয় গৈ—এই



কথা বিশ্লেষণ কৰা বৰ জটিল। কাৰণ ই সম্পূৰ্ণৰূপে এটা মানসিক ক্ৰিয়া। তদুপৰি লিখিবলৈ লোৱাৰ সময়ৰ পৰিৱেশৰ কথাও আছে। মই তুখন উপন্যাসৰ সমল আগতে গোটাই আৰম্ভ কৰিছিলোঁ। বেছিভাগ উপন্যাস মই একেৰাহে লিখি যাবলৈ যত্ন কৰোঁ। কেতিয়াবা যদি মাজতে লেখাত বাধাগ্ৰস্ত হওঁ, মনৰ বাতাবৰণ নষ্ট হৈ যায়। এনেকুৱা অৱস্থাত হয় লেখা সম্পূৰ্ণৰূপে বন্ধ হয়, নহয় সি নতুন সোঁতেৰে বৱলৈ ধৰে।

লিখি সম্পূৰ্ণ কৰাৰ পিচত সংশোধন আৰু পৰিৱৰ্তন মই কৰোঁ ঃ কিন্তু পৰিবৰ্ধন নকৰোঁ। বৰং কেতিয়াবা চমুৱাওঁ আৰু উন্নত কৰিবৰ যত্ন কৰোঁ। কিন্তু এই কাম সঁচাকৈয়ে বৰ জটিল বুলি অনুভৱ কৰোঁ। তদুপৰি মই ভাবোঁ প্ৰত্যেক সাহিত্যিকৰ বাবে আটাইতকৈ ডাঙৰ প্ৰশ্ন হ'ল অনুভূতি বা অভিজ্ঞতা প্ৰকাশ কৰিবৰ কাৰণে ঠিক শব্দ বিচাৰি উলিওৱাটো। গতিকে লিখাৰ পিচত সংশোধন কৰাটো অতি আৱশ্যকীয় কাম বুলি মই ভাবোঁ।

দেশী-বিদেশী লেখকৰ প্ৰভাৱ পৰিছে নে কি বুলি কৰা প্ৰশ্নৰ উত্তৰ দিয়াটো বৰ আহুকলীয়া কথা। মই বিভিন্ন লেখকৰ উলন্যাস পঢ়োঁ, তেওঁলোকৰ লেখাৰ ধৰণ আৰু কৌশল জানিবৰ কাৰণেহে। সেই বাবে কেতিয়াবা কোনো উপন্যাস হয়তো মাজতে বাদ দি পঢ়িছোঁ নাইবা কেৱল পৰিণতিটো চাইছোঁ, এনেকুৱা হৈছে। মই ভাবোঁ যে কোনো লেখকে আন লেখকৰ বিষয়ৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা ভাল নহয়। আজিলৈকে মই ক'তো কোৱা নাই, আজি কওঁ—লেখক হিচাপে মোৰ এটা নিজা অভিমান আছে। সেইটো হ'ল মই যদি কিবা লিখিব খোজোঁ তেনেহলে আন লেখকতকৈ বেলেগ হ'ব লাগিব। নহলে মই লিখাৰ কোনো বিশেষ অৰ্থ বা প্ৰয়োজন থাকিব নোৱাৰে।

মই উপন্যাসৰ দুটা ধাৰা আছে বুলি ভাবোঁ। এটা হ'ল টলষ্টয়ৰ ধাৰা, আনটো হ'ল ডষ্টয়েভস্কিৰ ধাৰা। প্ৰথমজনে সামাজিক ধাৰাৰ প্ৰতিনিধিত্ব কৰিছে আৰু দ্বিতীয়জনে মনস্তাত্ত্বিক ধাৰাৰ প্ৰতিনিধিত্ব কৰিছে। সৰুতে অৱশ্যে শৰৎচন্দ্ৰৰ উপন্যাস মোৰ বৰ প্ৰিয় আছিল; 'চৰিত্ৰহীন' পঢ়োঁতে ধাৰাসাৰে চকুৰ পানী ওলাইছিল। কিন্তু ১৯৪৬ চনত কলিকতাত যি সাম্প্ৰদায়িক সংঘৰ্ষ দেখিলোঁ সেই সংঘৰ্ষ দেখাৰ পিছৰপৰা মোৰ চকুপানী নোলোৱা হ'ল। আনকি মোৰ দেউতা ঢুকাওঁতেও মোৰ এটোপা চকুপানী

নোলাল। অৱশ্যে মনৰ মাজত এটা গভীৰ দুখ এতিয়াও অনেক ঘটনাৰ মাজত অনুভৱ কৰোঁ।

মোৰ প্ৰিয় ঔপন্যাসিক কেইবাজনো আছে। টলষ্টয় আৰু ডষ্টয়েভস্কি সকলো ঔপন্যাসিকৰ বাবে আৰ্হি বুলি মই ভাবোঁ। তদুপৰি উপন্যাস হিচাপে যদি ভাল হয় মই যিকোনো ঔপন্যাসিকৰ তেনে ভাল লেখাকেই ভাল পাওঁ।

মোৰ শ্ৰেষ্ঠ উপন্যাস কোনখন সেই বিষয়ে মই একো নকওঁ। কাৰণ মই নিজৰ উপন্যাস সমালোচনা কৰাত প্ৰবৃত্ত হোৱা নাই আৰু হলেও কিমান বস্তুনিষ্ঠ ভাৱে সমালোচনা কৰিব পাৰিম ক'ব নোৱাৰোঁ। কিন্তু 'ইয়াৰুইঙ্গম', 'প্ৰতিপদ', 'আই' আদি উপন্যাসৰ প্ৰতি মোৰ এটা মোহ আছে। কাৰণ তাৰ মাজত থকা চৰিত্ৰ আৰু পৰিৱেশবোৰ মোৰ বৰ চিনাকি। 'আই'খন মোৰ গাঁও, ঢেকীয়াখোৱাৰ পটভূমিত লিখা। বকুল-বনৰ কবি আনন্দ বৰুৱা আমাৰ একে গাঁৱৰে। তেখেতে অৱশ্যে উপন্যাস-খন পঢ়ি ক'লে, "তোমাৰ উপন্যাস পঢ়িলোঁ। তুমি ঢেকীয়াখোৱা নামঘৰ আৰু······যি বৰ্ণনা দিব লাগিছিল, যিবিলাক পুৰণি কথা আছিল সেইবোৰ দিব নোৱাৰিলা।" মই পিছত ভাবি পাইছোঁ সঁচাকৈয়ে বহুত কথা যেন দিবলৈ থাকি গ'ল। লিখাৰ পিচত এনেকুৱা অসম্পূৰ্ণতাৰ ধাৰণা আহিলে বৰ যন্ত্ৰণাবোধ হয়। মই অন্তৰেৰে অনুভৱ কৰোঁ মোৰ ভাল উপন্যাসখন লিখা হোৱা নাই।

মোৰ উপন্যাসৰ সম্পৰ্কে সমালোচকৰ দৃষ্টিভঙ্গী সম্পৰ্কে মই সংলাপত লিখা এটা প্ৰবন্ধত কৈছোঁ। মোৰ কথা হ'ল, লেখক হিচাপে মই সেই সমালোচকক ভাল পাওঁ, যি সহানুভূতিশীল হৈ মোৰ দোষ-গুণবোৰ আঙুলিয়াই দিব পাৰে। তাৰ বাহিৰে কোনো বিশেষ ধাৰা বা নীতি গ্ৰহণ কৰি কৰা সমালোচনাৰ ঐতিহাসিক মূল্য থাকিব পাৰে, কিন্তু মোক ব্যক্তিগতভাৱে নিজৰ লিখাৰ সমস্যা বুজাত সহায় কৰিব নোৱাৰে।

লেখকৰ সামাজিক দায়বদ্ধতা সম্পৰ্কে মই অনেকবাৰ আলোচনা কৰিছোঁ। ৰাছিয়া, চীন, যুগোশ্লাভ্ আদি দেশত সামাজিক দায়বদ্ধতাৰ প্ৰশ্ন উঠিছে। আমাৰ ইয়াতো সেই বিষয়টোৱে ঠাই লৈছেহি। লেখকসকল দায়বদ্ধ সঁচা; কিন্তু কাৰ ওচৰত? কিছুমান সমাজৰ সংশোধন কৰিবৰ



কাৰণে দায়বদ্ধ, কিছুমান সমাজক পৰিৱৰ্তন কৰিবৰ কাৰণে দায়বদ্ধ, কিছুমান মূল্যবোধ সংৰক্ষণ কৰিবৰ কাৰণে দায়বদ্ধ। এটা নহয় এটা দায়বদ্ধতা যাৰ নাথাকে, যাৰ কোনো বিশেষ মূল্যবোধ নাথাকে, তেওঁ লেখক হ'ব নোৱাৰে। কিন্তু তেওঁৰ সেই চিন্তা বা মূল্যবোধ কলাৰ মাধ্যমেৰে স্বাভাৱিকভাৱে প্ৰকাশ নহলে, সি কেৱল উপকৰা বক্তব্য হৈ থাকিব, উপন্যাস হ'ব নোৱাৰিব। লেখকৰ social criticism তেওঁৰ subjective principleত পৰিণত হ'ব নোৱাৰিলে সামাজিক দায়বদ্ধতাৰ কথা কৈ লাভ নাই।

অসমীয়া উপন্যাস সম্পৰ্কে মোৰ ভাব হয় যে লক্ষ্যৰ বাট যেন এতিয়াও ওচৰ চপাহি নাই। ড° সত্যেন্দ্ৰনাথ শৰ্মাই অসমীয়া উপন্যাসৰ ভূমিকাত অসমীয়া উপন্যাসৰ ইতিহাস আৰু গতিপথ বিশ্লেষণ কৰিবৰ কাৰণে যত্ন কৰিছে। ড° নেওগে এবাৰ কৈছিল যে বৰ্তমান সাহিত্যত বাস্তৱবাদৰ প্ৰভাৱ ঘটিছে। অসমীয়া উপন্যাসতো কেৱল কল্পনাৰে নাচাই ওচৰৰপৰা জীৱনক চোৱাৰ প্ৰচেষ্টা কৰিবলৈ যত্ন কৰাটো এটা ভাল কথা বুলি মই ভাবোঁ। কিন্তু বহু লেখকে সুদূৰ-প্ৰসাৰী দৃষ্টিৰ সলনি সাময়িক মনোৰঞ্জনৰ বাবেহে লিখা বুলি ভাব হয়। মোৰ বোধেৰে অসমৰ সামাজিক ঐতিহাসিক, জীৱনৰ প্ৰগতি বিশ্বৰ মানৱ সমাজৰো এটা অঙ্গস্বৰূপ। গতিকে আমাৰ আঞ্চলিক বৈশিষ্ট্যৰ মাজেৰেই মানুহৰ universal element প্ৰকাশ নোহোৱালৈকে আমাৰ লক্ষ্য প্ৰাপ্তি হৈছে বুলি ভবা উচিত নহয়।

প্ৰিয় অসমীয়া লেখক কোন—এই সম্পৰ্কে মোৰ বক্তব্য হ'ল, প্ৰিয় লেখক সকলোৱেই বা এজনো নাই। মই যেতিয়া পঢ়োঁ নিৰপেক্ষ দৃষ্টিৰে পঢ়িবলৈ যত্ন কৰোঁ। বেলেগ বেলেগ সময়ত বেলেগ বেলেগ লেখক প্ৰিয় হৈ উঠিব পাৰে। আমাৰ ছাত্ৰাৱস্থাত মালিক চাহাবৰ ৰচনা পঢ়ি অতিশয় আনন্দিত হৈছিলোঁ। কিন্তু এজন লেখকে তেওঁৰ সকলো লেখাৰ মাজেদিয়েই মোক সমানে আনন্দ দি থাকিব পৰা নাই।

মই কিমান উপন্যাস লিখিলোঁ তাৰ দ্বাৰা মোৰ সাহিত্য কৃতিৰ বিচাৰ কৰা উচিত নহয়। এতিয়ালৈকে মই বাৰখন উপন্যাস লিখিলোঁ। কিন্তু সেই উপন্যাসসমূহ কিমান সফল হৈছে বা তাৰ কিবা স্তৰ বিভাজন আছে নে কি সেই কথা সমালোচকসকলেই কোৱা ভাল।

মোৰ বোধেৰে জীৱন বুলিলে সামগ্ৰিকভাৱে জীৱনকে বুজায়। এই জীৱনে য'ৰপৰা ৰস শুহি জীয়াই থাকে সি তাৰেই ৰং লয়। আমি বহুতেই নগৰীয়া জীৱন যাপন কৰিলেও, আমাৰ গাঁৱৰ পৰিয়াল-পৰিজন আৰু পৰিৱেশক পাহৰিবলৈ যত্ন কৰিলেও, আমি বোধকৰো প্ৰকৃত অৰ্থত নগৰীয়া হ'ব নোৱাৰোঁ। মোৰ বোধেৰে সামগ্ৰিকভাৱে অসমৰ সংস্কৃতি গাঁৱৰ দ্বাৰাই প্ৰভাৱান্বিত। আমাৰ লেখকসকল জীৱনৰ এই দিশটোৰ লগত পৰিচিত হ'ব নোৱাৰিলে সফল লেখক হ'ব পাৰিব বুলি মোৰ মনে নধৰে।

## যোগেশ দাস

চতুৰ্থমান শ্ৰেণীতে আৰম্ভ কৰিছিলোঁ বুলিলে বিশ্বাস কৰিব জানো? অহংকাৰ কৰা বুলি ক'লেও ক'ব পাৰে, মেপত ল'কেচন বিচাৰি বিচাৰি, মহাভাৰত-ৰামায়ণ, হিন্দু-খৃষ্টান, খিচিৰী কৰি এখন উপন্যাসৰ খচৰা কৰিছিলোঁ। তাক আপোনালোকে কি বোলে বোলক—মই হ'লে মোৰ উপন্যাস বটবৃক্ষৰ ক্ষুদ্ৰ বীজ বুলিও নকওঁ। উগ্ৰ প্ৰেমমূলক 'সঁহাৰি পাই'ত এটা পাতনিহে আছিল। ১৯৫৫ চনত প্ৰকাশিত, বি. এ. পাছ কৰাৰ পিছত, মিলিটেৰী এয়াৰফিল্ডত চাকৰি কৰাৰ অভিজ্ঞতাৰে 'ডাৱৰ আৰু নাই' লিখাতহে প্ৰকৃত আৰম্ভণি বুলিব পাৰি। উপন্যাসক কিয় বাছি ল'লোঁ কোৱা বৰ টান। এজন তীক্ষ্ণধী চমজ্দাৰ বন্ধু আছে, কিতাপ এখন ওলালেই সোধে 'কিমান পাব?' আমাৰ সেই বন্ধুৰ কথাত হাঁহি এটা মাৰি থওঁ মাত্ৰ।

এড্গাৰ ৱালাছ্ বা চিমিয়নৰ দৰে দুহাতে ছটিয়াই ভাঙিব পৰাকৈ উপন্যাসৰ ধন বাবে আমাৰ অসম্ভৱ, নালাগেও। তথাপি কওঁ টু পাইচ্ আহিব বুলি এটা আশা নোহোৱা নহয়। কিন্তু 'ডাৱৰ আৰু নাই' লিখা দিনত টু পাইচৰ কথা জনাই নাছিলোঁ। প্ৰকাশক বিচাৰি হাবাথুৰি খাইছিলোঁ। চন্দ্ৰনাথ দত্ত নামে প্ৰাণৰ বন্ধু এজনে হাঁচতি খেলত পোৱা ৫০০ (পাঁচশ) টকা দিছিল বাবেইহে প্ৰেছলৈ পঠাব পাৰিছিলোঁ।

'যুদ্ধ-বিধ্বস্ত' আৰু মিলিটেৰী-মলিন—উজনি অসমে মোৰ মন এনেধৰণে আলোড়িত কৰি আছিল যে সেইটো কি আলোড়ন ঠিক ধৰিব পৰা



নাছিলোঁ; যেন তাক প্ৰকাশ্য কৰিবলৈহে লিখি শান্তি পালোঁ। Rulf Fox-এ ক'বৰদৰে উপন্যাসে জীৱনৰ ৰহস্যক ৰূপ প্ৰদান কৰে। আকৌ আগৰ দিনৰ মহাকাব্যৰ ঠাই লৈ উপন্যাসে জীৱনক তাৰ বিচিত্ৰ ৰূপত প্ৰকাশ দিবলৈ বিচাৰে।

উপন্যাসৰ মাজেৰে কি প্ৰকাশ কৰিব খোজোঁ? কাহিনী এটা থাকিবই লাগিব, সেইটো প্ৰধান অৱলম্বন, সাধাৰণ পাঠকৰ প্ৰধান আকৰ্ষণো। কিন্তু Plot বা বীজ মন্ত্ৰটোহে প্ৰথম বস্তু—ৰজা মৰাৰ বেজাৰত ৰাণীমৰাৰ উদাহৰণেৰে যি Plot আৰু কথা E. M. Foster-এ কৈছে—য'ত মনস্তাত্ত্বিক অন্তৰ্দৃষ্টি থাকে। গতিকে চৰিত্ৰ বিশ্লেষণ এটা প্ৰধান কথা হ'বই। যেনেকৈ শৰৎচন্দ্ৰৰ কাৰণে চৰিত্ৰ আছিল ঘাই, বাকীবিলাক মাত্ৰ ডাল-পাত জোৰা দিয়া কথা মাত্ৰ। চুটিগল্পত মোক প্ৰায়ে চৰিত্ৰই উৎপ্ৰেৰিত কৰি আহিছে। কিন্তু তাৰ লগতে সামাজিক চেতনাই সদায়ে মোৰ মনত ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি আহিছে। সমাজ-সচেতনতা আগৰ যুগৰ এটা প্ৰধান লক্ষণ যেন লাগে। গান্ধী, গণতন্ত্ৰ, মাৰ্ক্সীয় ভাৱধাৰাই আমাক এই সচেতনতা দিছে। এটা মানুহ, তাৰ কাৰ্য বা দুষ্কাৰ্য, এটা ঘটনা,—তাৰ জটিলতা, সকলোখিনি কিবা নহয় কিবা সামাজিক কাৰণত ঘটে বুলি মই বিশ্বাস কৰোঁ। সঁচায়ে এটা চৰিত্ৰ বিশ্লেষণ কৰিবলৈ যাওঁতে সেই দৃষ্টিভঙ্গী গ্ৰহণ কৰি আহিছোঁ।

মোৰ জীৱন-দৰ্শন বুলিলে Hudson-এ কলেজত ক'বলৈ কোৱা জীৱন-দৰ্শনৰ কথাহে ক'ব পাৰিম। বৰ গভীৰ কথা একো নাই। 'অতীতক যোৱাহে পাহৰি'ও আছে আৰু 'অতীতক নাযাবা পাহৰি'ও আছে। ভাল-বেয়া দুইখিনিকে লাগে। মই গণতন্ত্ৰত বিশ্বাসী। উৎপাদন বিতৰণৰ সামাজিকীকৰণৰ বাহিৰে আমাৰ গত্যন্তৰ নাই বুলি ভাবোঁ। জাত-কুল, উচ্চ-নীচৰ, ভেদাভেদৰ কু-পৰিণামত•আমি ভুগিছোঁ কাৰণে এইবোৰ নাতঁৰালে শান্তি আহিব নোৱাৰে বুলি মোৰ বিশ্বাস। অসমীয়া মানুহে এইটো উপলব্ধি কৰিছে বুলি ক'ব নোৱাৰিলোঁ। মৌলিক সততা আৰু নিষ্ঠাত মই বিশ্বাসী। মই ভাবোঁ সৎ নহলে মহৎ হ'বও নোৱাৰি।

কাৰ বাবে লিখোঁ। গৰ্কীলৈ চিঠি লিখা লেখিকা গৰাকীৰদৰেই কওঁ—নিলিখি নোৱাৰোঁ কাৰণেই লিখোঁ যেতিয়া প্ৰথমে নিজৰ কাৰণেই

লিখোঁ। দ্বিতীয়তে পাঠকৰ কথা মনলৈ নিশ্চয় আহে। ঢোল কোবাই হুফুৰিলেও মই নীৰৱ সাহিত্যত বিশ্বাস নকৰোঁ। মোৰ সমকক্ষ পাঠক শ্ৰেণীৰ কথাই মোৰ মনত থাকে।

মুক্ত প্লট্ মোৰ নাই, বদ্ধ প্লটেই লওঁ। চুটি গল্পতে প্ৰধানকৈ অভ্যস্ত হৈছিলোঁ কাৰণেই হবলা loose plot-এ মনত ঠাই পোৱা নাছিল। লিখাৰ সময়ত মনৰ অৱস্থা বৰ অশান্তিকৰ বুলি কোৱাতকৈ অস্বস্তিকৰ বুলি ক'লেহে ভাল হ'ব হবলা। টেলিপ্ৰিণ্টাৰৰ জঘন্য কপিবপৰা নিটোল খবৰ লিখি উলিয়াই আনন্দ পোৱাৰদৰে খেলি-মেলি ভাববপৰা এটা নিটোল ৰূপ দি কাহিনী তৈয়াৰ কৰাত কষ্ট থাকিলেও আনন্দ আছে। কাহিনী শেষ নোহোৱালৈকে কি যে অস্বস্তি, মৃৰত খালি উপন্যাসখনহে— জীৱনানন্দ দাসৰ দৰে মটৰে খুন্দিয়াই মৰাবো কেতিয়াবা ভয়। সমাপ্ত হ'লে সকলোখিনিতে শেষ এটা অৱসাদ, অলপ আশা, মানুহে ভাল বুলিব। সেয়া প্ৰসৱ-বেদনাৰদৰেই নে কি ক'ব নোৱাৰিলোঁ।

উপন্যাস এখন পৰিকল্পনা কৰোঁতে এদিন দুদিনৰপৰা এবছৰ দুবছৰো লাগিব পাৰে। বিষয় লৈ, সমল লৈ, চিন্তা লৈ, সুবিধা লৈ সময়ৰ তাৰতম্য হ'ব পাৰে। এই তীব্ৰ বেগৰ দিনত একেৰাহে লিখি যাবৰ উপায় ক'ত? জীৱিকা হোৱা হ'লে, ৰুছ দেশৰদৰে লেখক-ক'লনী থকা হ'লে, নৱকভ্ বা ছমাৰছেট মমৰদৰে সাংস্কৃতিক ইউৰোপত 'ভিলা' থকা হ'লে গোহাঞি-বৰুৱাই শ্ৰীকৃষ্ণ লিখা দিব পাৰিলেঁহেঁতেন। কিন্তু এতিয়া নোৱাৰোঁ। ছোৱা-ছোৱাকৈ লিখোঁ। কিন্তু একে কোবে লিখিব পাৰিলেই ভাল। মোৰ কেইবাখনো উপন্যাস কেৱল জুৰি লোৱা তাঁতশাল হ'ল, পিছলৈ মাকো মৰা অসম্ভৱ হ'ল। এলাহৰ শালিকীজনীয়ে সূতা ছিঙিলে।

লিখাৰ পিচত সংশোধন কৰাৰ ক্ষেত্ৰত মই স্কুলীয়া পৰীক্ষাত লোৱা পথকে অনুসৰণ কৰি আছোঁ; revise নৈৰ নৈৰ চ। আমাৰ ককাইটি মালিক মহাজনৰ পথকে এই বিষয়ত অনুসৰণ কৰি মই নিৰুদ্বিগ্ন হৈ আছোঁ। মাত্ৰ এবাৰহে বংশী শৰ্মাৰ তাগাদাত এক পৃষ্ঠা নতুনকৈ লিখি দিছিলোঁ, কাৰণ শেষৰ ফৰ্মাটো নহ'লে সম্পূৰ্ণ নহৈছিল।

দেশী-বিদেশী প্ৰভাৱ নপৰা লেখক আছে বুলি মই নাভাবোঁ। বেজ-বৰুৱাই যেনেকৈ কৈছে বৰ্ণ-সংকৰ নোহোৱা জাতি নাই। কিন্তু কাৰ



কাৰ প্ৰভাৱ মোৰ ওপৰত পৰিছে মই সঠিককৈ ক'ব নোৱাৰিম। সেই-বিলাক কথা ভৱেন বৰুৱাইতলৈ এৰিছোঁ।

প্ৰিয় ঔপন্যাসিক? আনন্দৰ কাৰণে পঢ়া নহয় যেতিয়া কি বুলি ক'ম? ৰিভিউৰ কাৰণে নিয়মীয়াকৈ সকলো ধৰণৰ কিতাপ পঢ়িব লাগে কাৰণে মোৰ বিচাৰৰ উপায়ো নোহোৱা হৈছে। তাতে হঠাৎ 'ললিতা' ওলায়, ডাঃ ঝিভাগো ওলায়, First Circle ওলায়—Hotel, Air Port জাতীয় উপন্যাস ওলাই হুলস্থুল লগাই দিয়ে। থপিয়াই থপিয়াই তাকো পঢ়িব লাগে; নহলে back number হ'ব লাগিব। এসময়ত শৰৎ চেটাৰ্জী পঢ়ি বৰ ভাল লাগিছিল— নূট হামচুনে আৰু জন ষ্টাইনবেকে মুগ্ধ কৰিছে; ছমাৰছেট পঢ়ি আমোদ পাইছিলোঁ। পাৰ্ল্ বাকেও আকৰ্ষণ কৰিছিল। টলষ্টয়ৰ জীৱনৰ গভীৰতা দেখি ডষ্টয়েভ্স্কিৰ psychological insight-অৰ ক্ষমতা দেখি বিস্মিত হৈছোঁ। নিচেই ঘৰবো মই ভালেমান উপন্যাস পঢ়ি আনন্দ পাইছোঁ। নামবোৰ নক'লোঁ। বেয়া নেপাব।

মোৰ উপন্যাসবিলাকৰ ভিতৰত কোনখন উপন্যাস শ্ৰেষ্ঠ বুলি উলিয়াবলৈ কোৱাত কি লাভ? পুৰণা ফেছনেৰে কওঁ নিজৰ ল'ৰা-ছোৱালীৰ দৰে যদি গোটেইবিলাকেই ভাল বুলি কওঁ ভাল পাব নে কি? সমালোচকে বেয়া বুলিলে ভাল পোৱা দেৱতা আমাৰ মাজত কোনোবা আছে নে কি? যদি আছে তেন্তে তেনেজন আমাৰ নমস্য।

লেখক সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে নে কি বা দায়বদ্ধ হ'ব নালাগে নে কি বুলি প্ৰশ্ন যদি কৰা হয়,—মই ভাবোঁ ভীষণ দায়বদ্ধ। প্ৰকৃত লেখক যিজন, তেওঁ কলম হাতত ল'লেই গম পায় কিমান দায়িত্বপূৰ্ণ কাম তেওঁ কৰিবলৈ লৈছে।

অসমীয়া উপন্যাস সম্বন্ধে মতামত—জোনাকীৰদৰে, বামধেনুৰদৰে এটা সাহিত্য আন্দোলন নথকা বাবে অসমীয়া উপন্যাস সাহিত্যত একপ্ৰকাৰ অৰাজকতা চলিছে। ৰজনীকান্ত বৰদলৈৰ পিছত বিৰিঞ্চিকুমাৰ বৰুৱাৰদৰে সাধক আমাৰ আছিল। বীৰেন ভট্টাচাৰ্য্যৰ দৰে Serious ঔপন্যাসিক আমাৰ মাজত আছে। আব্দুল মালিকৰ দৰে নিমজ লেখনিধাৰী আছে; তথাপি গোলমাল হৈ গৈছে। অক্ষম লেখকে সাহিত্যৰ নামত পৰ্ণগ্ৰাফী চলাই দিছে; সক্ষম লেখকেও কলা আৰু পৰ্ণগ্ৰাফীৰ মাজৰ ব্যৱধান নোহোৱা

কৰি পেলাইছে। পোছাক উত্তাৰকে কেছন সৃষ্টি কৰাৰদৰে প্ৰকাশকেই উপন্যাসৰ ধাৰা সলাই দিব খুজিছে। প্ৰকাশক অপৰিহাৰ্য যদিও একপ্ৰকাৰে necessary evil যেন হৈ পৰিছে। এশ পৃষ্ঠাৰ ভিতৰত ৰোমাঞ্চ বাহিৰ হৈ গৈছে। কি কৰোঁ, কি কৰোঁ উপায়? অসমীয়া গাঁৱৰ জীৱন-টোৱেই সম্যকভাৱে এখন উপন্যাসত আজিও ফুটি নুঠিল। মিৰি-জীয়ৰীৰ বাহিৰে জনজাতিৰ প্ৰতিচ্ছবি আৰু ক'ত? কেৱল 'ইয়াৰুইঙ্গম'। তৰুণচন্দ্ৰ পামেগাম, লুম্বেৰ দাইয়েও নিজৰ নিজৰ কথা লিখিছে। মেদিনী চৌধুৰীয়েও লিখিছে। কামাখ্যা, বৰপেটা, এইবিলাক ধৰ্মীয় নগৰৰ একো একোটা স্বাধীন সত্তা আছে, আত্মা আছে। ক'ত সেই আত্মাৰ পৰিচয় থকা আধুনিক এপিক উপন্যাস? নেহৰুৰ আৱিষ্কৃত ভাৰত আমি দেখিছোঁ; অসম হ'লে আবিষ্কৃত হোৱাই নাই যেন লাগে।

মোৰ উপন্যাসৰ সংখ্যা পৰিকল্পনাৰ প্ৰচাৰমূলক এখনক ধৰি দহখন হ'ব হ'বলা। শ্ৰেণীবিভাগ মই নকৰোঁ। কোন জীৱনৰ প্ৰতি আকৰ্ষণ? একে আষাৰতে—জীৱনৰ প্ৰতি। ইয়াতো মধ্যবিত্ত, নিম্নবিত্ত, নগৰীয়া গাঁৱলীয়াৰ শ্ৰেণী বিভাজন নাই। চাহ-বাগিচাত মোৰ জন্ম। যৌৱনলৈকে বাগিচাৰ লগত, চমবাৰী, চুকুৰমণিহঁতৰ লগত মোৰ নিবিড় সম্বন্ধ। সিহঁতক দেখিলে এতিয়াও মোৰ আত্মাৰ তন্ত্ৰী ঝংকৃত হৈ উঠে। সেয়ে 'ডাৱৰ আৰু নাই' আৰু বহুত গল্পৰ জন্ম। বাগিচাক লৈ আৰম্ভ কৰা আৰু এখন উপন্যাস গাপ দি থোৱাতে আছে।

আন কি বিভাগ প্ৰিয়?—গল্পই প্ৰথম নে উপন্যাসেই প্ৰথম ঠিক ক'ব নোৱাৰোঁ। সুলিখিত জীৱনী, আমোদজনক আত্মজীৱনী। কেতিয়াবা কবিতাই পায়, তেতিয়া কবিতাকে গাই থকা হয়। Witty শ্ৰেণীৰ খুহুতীয়া ৰচনাও ভাল পাওঁ। নেওগ ছাৰৰ 'শ্ৰীহস্তমুক্তাৱলী'ৰ পাতনিৰদৰে কাম ভাল পাওঁ। ভালপোৱাটো বিচিত্ৰ।

উপন্যাস লিখিবলৈ কি কি গুণ আৰু মানসিক অৱস্থা লাগে সেই বিষয়ে ওপৰত যথেষ্ট কোৱা হৈছে নিশ্চয়। তদুপৰি লাগে প্ৰচুৰ অভিজ্ঞতা আৰু পৰ্যাপ্ত অৱসৰ, যি দুটা মোৰ নিতান্ত কম। কেৱল কল্পনাৰে যি সকলে লিখে তেওঁলোকে গাজাখুৰী গল্পই লিখে। Robert Frost-অৰ কবিতাৰ দৰে উপন্যাসতো 'a lump on the throat' হৈ আহিলেই আটাইতকৈ



ভাল। নহলে সৃষ্টিধৰ্মী লিখা নহৈ নোটছ্-ধৰ্মী ৰচনা হ'ব। জীৱনক বিস্তৃত, বৰ্ণাঢ্য ৰূপত দেখিলেহে সেইটো হ'ব। মোৰদৰে বি. বৰুৱা কলেজৰপৰা লাচিত নগৰৰ ঘৰলৈ অহা-যোৱা কৰিলেই নহ'ব। তথাপি মই দেখা কথাহে লিখোঁ। 'ডাৱৰ আৰু নাই'ৰদৰে সহজভাৱেই দেহে-কেহে লভা অভিজ্ঞতা, হয়তো বৰ ডাঙৰ নহয় তথাপি অভিজ্ঞতা। অভিজ্ঞতা লভিবলৈ বহুত বাকী।

## নৱকান্ত বৰুৱা

কবি হিচাপে মোক যেতিয়া আহ্বান কৰা হৈছিল তেতিয়া ইয়াত মই অলপ সাহসেৰে থিয় দিছিলোঁ, কবি নহ'লেও অন্ততঃ মই কবি যশপ্ৰাৰ্থী হওঁ। কিন্তু উপন্যাসৰ ক্ষেত্ৰতো মোক যে মাতি অনা হ'ব সেইটো মই কেতিয়াও ভবা নাছিলোঁ। তেতিয়া শিবিৰৰ সঞ্চালক ডাঙৰীয়াই এটা ইংৰাজী শব্দ ব্যৱহাৰ কৰিলে Special Invitee। বোধকৰোঁ মই ইয়াত থিয় হ'ব পৰাৰ যোগ্যতা লাভ কৰিছোঁ কুৰি বছৰৰ ব্যৱধানত ৰচনা কৰা দুখন উপন্যাসৰ কাৰণে। এখন 'কপিলীপৰীয়া সাধু', আজি কুৰি বছৰৰ আগতে ১৯৫৩ চনত সেইখন আইৰপৰা টকা ধাৰে লৈ ছপাইছিলোঁ আৰু তাৰ কুৰি বছৰৰ পিচত অলপতে দ্বিতীয় সংস্কৰণ ওলাইছে। তাৰ লগে লগেই 'ককাদেউতাৰ হাড়' বোলা এখন উপন্যাস মই লিখি উলিয়ালোঁ। ঠিক উপন্যাসৰ কাৰণে যিখিনি প্ৰশ্ন দিয়া হৈছে তাত প্ৰথম বিশ্বাস অবিশ্বাসৰ যিখিনি প্ৰশ্ন সেইখিনি মই কবিতাৰ সম্পৰ্কতে কৈছোঁ। মই সদায় নিজকে অতীত আৰু ভৱিষ্যতৰ এখন দলং হিচাপে কল্পনা কৰোঁ—মই এখন সাঁকো আৰু মোৰ মাজত মোৰ অতীত আছে আৰু ভৱিষ্যত আছে। গতিকে 'ককাদেউতাৰ হাড়'ৰ বেলিকাও মই সেই কথাটোকে বুজিব খুজিছিলোঁ। কিমানখিনি মোৰ অতীত আৰু মোৰ মাজেদি কি ভৱিষ্যত আহিব সেইটোৰ মাজতে কঁপি কঁপি যেন মই ৰৈ আছোঁ। ঠিক তেনেধৰণৰ এটা অনুভূতিকে প্ৰকাশ কৰিব খুজিছিলোঁ, আৰু সেই কাৰণেই কাহিনী বিন্যাসৰ যিবোৰ টেক্‌নিকেল কথা ওলায়, Loose plot বা Close plot, ঠিক তেনেকুৱা ধৰণৰ কোনো সমস্যাই মোক কেতিয়াও

জুমুৰি দি ধৰা নাছিল। কাৰণ মই লিখোঁতে কেৱলমাত্ৰ এটা কাহিনীকে ৰচনা কৰিছিলোঁ আৰু সেই কাহিনী মই সম্পূৰ্ণ মনে গঢ়া নহয়। আৰু ঠিক মনে গঢ়া কাহিনী নহলেই বোধ কৰোঁ সি সমালোচকৰ ভাষাত Loose plot হ'বলৈ বাধ্য। প্ৰথম প্ৰথম 'কপিলীপৰীয়া সাধু'ত মই কিছুমান তথাকথিত টেক্‌নিক ব্যৱহাৰ কৰিছিলোঁ ; যেনে মই Suspense বোলা বস্তুটো বিশ্বাস কৰিছিলোঁ। 'কপিলীপৰীয়া সাধু'ৰ যি নায়ক ৰূপাই সি যে বানপানীত উটি অহা ল'ৰা এই কথাটো মই কেবাবাৰো ইঙ্গিত দিও শেষলৈকে নোকোৱাকৈ ৰাখিছিলোঁ যেন মানুহে হঠাৎ এটা Surprise পায়। কিন্তু কুৰি বছৰৰ অভিজ্ঞতাৰ পাচত এটা কথা মই বুজিলোঁ যে তেনেকুৱা ধৰণৰ Suspense নিদিলেও চলে। কাৰণ প্ৰাচীন যুগৰ যিবোৰ উপন্যাস, যিবোৰ নাটক, যিবোৰ শিল্পসৃষ্টিৰ ক্ষেত্ৰত মহান বুলি প্ৰমাণিত হৈছে সেই আটাইবোৰ কাহিনী সৰ্বসাধাৰণৰ জনাজাত। কিন্তু তেওঁলোকে সেই কাহিনী এনেকৈ উপস্থাপন কৰিছে, চৰিত্ৰ এনেকৈ বিন্যাস কৰিছে, যে যিমান বাৰে পঢ়ি যাওঁ সেইবোৰ যেন প্ৰত্যেক বাৰেই নতুন নতুন এনে যেন লাগে। সেই কাৰণে দ্বিতীয় বাৰ মই এটা কথা ভাবিলোঁ যে জনাজাত কাহিনী এটা লৈ উপন্যাস ৰচনা কৰিব লাগিব। তাৰ মাজত সাধুটো ক'বৰ কাৰণে যিখিনি প্ৰয়োজন সেইখিনি মই সংযোগ কৰি যাম। তাত মই কোনো ধৰণৰ Suspense নাৰাখোঁ। কথাটো এনেকৈ কৈ যাম যে বাতৰি কাকতত যেনেকৈ খবৰ দিয়া হয়—প্ৰথমতে কোৱা হয় ইমানজন নিহত, তাৰ পাচত কোৱা হয় যে অমুক অমুকৰ দুৰ্ঘটনা হ'ল, ঠিক তেনেকৈ। সেই কাৰণে সুমলী বোলা ছোৱালীজনীৰ কি হ'ল মই প্ৰথমতে কৈ দিলোঁ, পিচত যেতিয়া সুমলা আহিছে তেতিয়া মই তাইৰ চৰিত্ৰটো, কাহিনীটো বৰ্ণনা কৰিছোঁ। এইখিনি কথা মই ক'লোঁ, কিন্তু উপন্যাসৰ কেনেকুৱা ধৰণৰ Plot-ত এইটো সামৰিব পাৰি মই ঠিক ক'ব নোৱাৰোঁ। সেই বিষয়ে মই আৰু বিশেষ কোৱাৰ কথা ভাবি পোৱা নাই। উপন্যাসত মই এটা বস্তু পাইছোঁ যিটো সমতলৰ মাধ্যম যেন লাগে। উপন্যাসত মানুহৰ সৈতে অন্তৰঙ্গ হোৱাৰ সুবিধা অলপমান মই বেছি যেন পাওঁ। তাত মই বেছি সময় মানুহৰ লগত কথা পাতিব পাৰোঁ। ঠিক সমান এটা স্তৰত আমি কথা পাতিব পাৰোঁ আৰু তাত মোৰ মনৰ যিবোৰ ভাব, মনৰ যিবোৰ



অভিজ্ঞতা বা জীৱনৰ যিবোৰ অভিজ্ঞতা সেইবোৰৰ কাৰণে যিটো আলম্বন বিভাৱ হিচাপে মই যিবোৰ চৰিত্ৰ বা যিবোৰ ঘটনা লওঁ, সেইবোৰ সাধাৰণ মানুহে বুজিব পৰা, তাত কোনো 'এচে্‌টৰিক' বা আত্মিক কিবা গভীৰতাৰ কথা মই তেতিয়া ক'ব নোখোজোঁ। কিন্তু এটা কথা মই জানো, মই কবিতাত আজিলৈকে যিখিনি কাম কৰিবলৈ যত্ন কৰি আছোঁ, সেই একেখিনি কামেই মই উপন্যাস দুখনতো কৰিছোঁ ; তাৰ পিচত বিশেষ ক'ব লগীয়া কথা মই ভাবি পোৱা নাই। কিন্তু উপন্যাসৰ ক্ষেত্ৰত মোক যদি আদৰ্শৰ কথা সোধে মই একেবাৰে অকপটে দুজন লেখকৰ নাম ক'ব পাৰোঁ আৰু তেওঁলোকৰ লগত যোগ থকা যিকোনো মানুহেই মোৰ অন্ততঃ কোৱাৰ ধৰণত তেওঁলোকক বিচাৰি পাব। এজন হ'ল সতীনাথ ভাদুড়ী ; কিমান ডাঙৰ সাহিত্যিক তেওঁ মই নাজানো ; যেনেকৈ খাদ্য-বস্তুৰ ভিতৰত কঠালগুটি মোৰ অতি প্ৰিয় তেনেকৈ ঔপন্যাসিকৰ ভিতৰত সতীনাথ ভাদুড়ীয়েই মোৰ আটাইতকৈ প্ৰিয়। আৰু দ্বিতীয়জন হ'ল Albert Camus। কামুৰ যিটো আত্মিক গভীৰতা মই সেইটো এতিয়াও ঢুকি পোৱা নাই। কিন্তু এটা কথা জানো যে কাহিনী ক'বলৈ হ'লে ঠিক যিটো এটা তথাকথিত ৰহস্য-ঘন পৰিবেশ তৈয়াৰ কৰি যে কথাখিনি ক'ব লাগে সেইটো নহয়। সেইটো নোকোৱাকৈয়ো সাধাৰণ বাতৰি কাকতৰ Report-ৰ নিচিনাকৈও এটা কাহিনী কৈ তাতো কিছুমান চৰিত্ৰ সৃষ্টি কৰিব পাৰি বা জীৱনৰ ৰহস্যৰ, জীৱনৰ বিশ্বাসৰ কিছুমান আভাস দিব পাৰি।

মই নিজে বুৰঞ্জী পঢ়ি ভাল পাওঁ। মোৰ অতীতক মোৰ দেশৰ অতীতৰ মাজত অনুভৱ কৰোঁ। উপন্যাসৰ পাতত, যিটো জীৱনৰ পৰিচয় অনুভৱ কৰোঁ সেই জীৱনৰ চৰিত্ৰবোৰক নতুনকৈ ৰূপ দিব পাৰি বা জীৱন-ৰহস্যৰো কিছু আভাস দিব পাৰি। সেই বাবেই কেতিয়াবা কাহিনী ক'বলৈ মন গৈছে। অৱশ্যে এইটো স্বীকাৰ কৰি থোৱা উচিত যে মোৰ উপন্যাস মোৰ মনৰ মাজতে থাকিলহেঁতেন যদি বন্ধু-বান্ধৱে তাৰ উমান পাই লিখিবলৈ তাগিদ দি নাথাকিলহেঁতেন।

## লক্ষ্মীনন্দন বৰা

১৯৬২ চনৰপৰাই প্ৰথম উপন্যাস লিখিবলৈ লওঁ। ইয়াৰ আগতে চুটি গল্পহে লিখিছিলোঁ আৰু চুটি গল্প লিখাৰ কলাকৌশল মোৰ আয়ত্ত হৈছিল বুলি আত্মবিশ্বাস হৈছিল। মোৰ ভাব হৈছিল, নিজৰ বক্তব্য, দৰ্শন নাইবা সমাজ-চিত্ৰণ চুটি গল্পৰ যোগেদি পৰিস্ফুট কৰিবলৈ কিছু আহুকাল হয়। সেই কাৰণে নিজে জনা সমাজখন, মানুহবোৰ আৰু অভিজ্ঞতাক মূলধন হিচাপে লৈ এটি সামগ্ৰিক ছবি দাঙি ধৰিবলৈ মনৰ সঘন তাগিদা অনুভৱ কৰিছিলোঁ। এই ইচ্ছা ১৯৬২ চনত প্ৰেৰণালৈ ৰূপান্তৰিত হৈছিল। এই প্ৰেৰণাত ইন্ধন যোগাইছিল দুগৰাকী ব্যক্তিয়ে, তেখেতসকল হ'ল—ড° অমলেন্দু গুহ আৰু যুগান্তকাৰী ঔপন্যাসিক তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়। মোৰ 'এৰাবাৰীৰ লেছেৰি', 'সখা দামোদৰ' আৰু 'গুৰুপৰ্ব' শীৰ্ষক দীঘল চুটি গল্প কেইটা পঢ়ি ড° গুহই চিঠিৰে সঘনাই জনাইছিল যে মোৰ হেনো ঔপন্যাসিক হোৱাৰ কেবাটাও ভাল লক্ষণ আছে। ৺তাৰাশঙ্কৰ বন্দ্যোপাধ্যায় 'কবি', 'নাগিনী কন্যাৰ-কাহিনী' আৰু 'হাসুলী বাঁকেৰ উপকথা' নামৰ উপন্যাস কেইখনে মোৰ নিজক আৱিষ্কাৰ কৰাত সহায় কৰিছিল। এই উপন্যাস কেইখনৰ চৰিত্ৰাৱলী আৰু পৰিৱেশৰ লগত মোৰ জন্মগ্ৰহণ কৰা ঠাইখনৰ, মানে সোনাইপৰীয়া অঞ্চলৰ পৰিৱেশ আৰু কিছুমান চৰিত্ৰৰ আশ্চৰ্যজনক মিল আছিল। সেয়েহে সোনাইপৰীয়া জীৱনৰ অভিজ্ঞতাৰে উপন্যাস হ'ব পাৰে বুলি নিশ্চিত ধাৰণা হৈছিল। মই ৺তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ক খুব নিবিড়ভাৱে এসপ্তাহ লগ পাইছিলোঁ। বাস্তৱৰ চৰিত্ৰ আৰু ঘটনা কেনেকৈ উপন্যাসলৈ আনিব পাৰি এই বিষয়ে তেখেতে মোক ভালেমান উদাহৰণ দিছিল। সেইবোৰ শুনি আৰু এজন মহান ঔপন্যাসিকৰ ওচৰত এসপ্তাহ থাকিও এজন ঔপন্যাসিক হোৱাৰ সপোন দেখিছিলোঁ।

কাৰণ, প্ৰথম উপন্যাসখন লিখাৰ সময়ত কোনো বক্তব্য, চৰিত্ৰ আৰু উদ্দেশ্য সাৰোগত কৰি লোৱা নাছিলোঁ। সেই সময়ত এটি নিটোল কাহিনীয়ে মনত এটা স্পষ্ট ৰূপ ধাৰণ কৰিছিল। তাকে ব্যক্ত কৰিবলৈ খুব ইচ্ছা হৈছিল। কিন্তু পোণতে লিখিবলৈ লৈ এনে এটা কাহিনী নষ্ট



কৰিব পাৰোঁ বুলি ভয় হৈছিল। সেয়েহে পঢ়ুৱৈক আমোদ দিব পৰা এটা কাহিনী বাছি লৈ, উত্তেজনাপূৰ্ণ পৰিৱেশ আৰু মধুৰ ভাষা ব্যৱহাৰ কৰি, প্ৰকাশকক হতাশ কৰিবলৈ নিবিচাৰি কিঞ্চিৎ যৌন আবেদনো যোগ দি কাহিনীটো সমাপ্ত কৰি ভৱিষ্যতে উপন্যাস লিখিব পৰা ধৈৰ্য আৰু ক্ষমতা আছে নে নাই তাকেহে মাথোন পৰীক্ষা কৰি চাইছিলোঁ। অৱশ্যে অনুপ্ৰেৰণা দিছিল : (১) প্ৰথমখনৰ অভিজ্ঞতাৰে ভৱিষ্যতে উপন্যাস লিখাৰ অভিপ্ৰায়ে, (২) উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী আৰু শিক্ষা বিভাগৰ বিষয়াসকলৰ জীৱন-সম্পৰ্কে অভিজ্ঞতাই, (৩) মোৰ সেই চফল ডেকাকালৰ ভাবোচ্ছ্বাসে আৰু (৪) এল্‌বাৰ্টো মোৰেভিয়াৰ 'কন্‌জুগেল লাভ' নামৰ উপন্যাসখনৰ কেইটামান অধ্যায়ৰ পৰিস্থিতিয়েও পহিলা উপন্যাসখন লিখিবলৈ অনুপ্ৰেৰণা নিদিছিল বুলি ক'ব নোৱাৰি।

উপন্যাসৰ যোগেদি নিজৰ দৃষ্টিভংগী প্ৰকাশ কৰি সন্তুষ্টি লাভ কৰিব পাৰি। কিন্তু বক্তব্য, এটা নিটোল কাহিনী, বিশেষ চৰিত্ৰ বা চিত্ৰণ,— ইয়াৰ যিকোনো এটিক প্ৰকাশ কৰিলে এখন উপন্যাসৰ কলাৰূপ সম্পূৰ্ণ নহয়। কাহিনীৰ লগত খাপ খোৱা সমাজচিত্ৰ, চৰিত্ৰ আৰু স্ৰষ্টাৰ বক্তব্যৰ মাজত সামঞ্জস্য ৰক্ষা পৰিলেহে এখন উপন্যাস কলা হিচাপে গণ্য হয়। বাস্তৱ-জীৱনত এনে সংহতি ( integration ) নতুবা ঐক্য ( harmony ) দেখা পোৱা নেযায় যদিও উপন্যাসত কাহিনী, সমস্যা-চিত্ৰণ, চৰিত্ৰ আৰু ব্যঞ্জনাপূৰ্ণ বক্তব্যৰ সমঞ্জস ( harmonic ) প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আছোঁ। অৱশ্যে 'পতন' আৰু 'বৈকল্পিক' নামৰ উপন্যাস দুখনৰ কাহিনীৰ ধৰণ এনেকুৱা যে ইয়াৰ যোগেদি কাহিনী আৰু বক্তব্যৰহে সমন্বয় ৰক্ষা কৰিব খুজিছোঁ ; সমাজ-চিত্ৰণ আৰু চৰিত্ৰাঙ্কনত গুৰুত্ব দিয়া হোৱা নাই। বক্তব্য বা দৃষ্টিভঙ্গীৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে বাবে চেতনা স্ৰোতত আগুৱাই যোৱা কাহিনীটো মুক্ত কাহিনী হিচাপে লিখিবলৈ ভাল পাইছোঁ। সেইদৰে 'মেঘালী দুপৰ' আৰু 'বিশেষ এৰাতি'ত সকলোৰে সামঞ্জস্য বজাই ৰাখিবলৈ বিচৰা নাই ; মাথোন চমক লগোৱা কাহিনী একোটাহে নাটকীয় পৰিস্থিতিৰে লিপিবদ্ধ কৰিবলৈ বিচাৰিছোঁ। মুঠতে, আগতে উল্লেখ কৰা দুখন উপন্যাসত ( বোধকৰোঁ উপন্যাসিকাহে ) বিশেষকৈ বক্তব্য প্ৰকাশ

কৰিব খুজিছোঁ আৰু পাছৰ দুখনত চমক লগোৱা কাহিনী একোটাহে বিৰৰিব খুজিছোঁ।

ৰাজনৈতিক দৰ্শনে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই যদিও সমাজবাদৰ প্ৰতি দুৰ্বলতা নথকা নহয়। মোৰ জীৱন-দৰ্শন থুলমূলকৈ এনেকুৱা: নিজৰ বয়সটো পাহৰি থাকিব লাগে। সদায় যুৱকোচিত উদ্দীপনাৰে কাম কৰি যাব লাগে; অনুৰাগৰ লগত বৃত্তিৰ মিল থাকিব লাগে; নতুন কিবা এটা কৰাৰ পৰিকল্পনা কৰিব লাগে আৰু চিন্তা-চৰ্চাৰ যোগেদি মনটো সজীৱ কৰি ৰাখিব লাগে। আলস্যহে সামাজিক পাপ, কাৰণ ই সামাজিক অৱদানৰ বৈৰী। কৰ্মতৎপৰতা পুণ্যৰ মাপকাঠি। আমাক লাগে অসীম ধৈৰ্য, অবিৰাম কাম কৰি যাব পৰা শক্তি, বৈজ্ঞানিক দৃষ্টিভঙ্গী, স্বাৱলম্বিতা, অদম্য সাহস, সত্যনিষ্ঠা আৰু দেহত 'লোহাৰ পেশী আৰু তীখাৰ শিৰা-উপশিৰা'। মানুহৰ এই কেইটা গুণহে ব্যক্তিগত সাফল্য আৰু সামাজিক উন্নতি সাধনৰ মূলবস্তু বুলি মোৰ ধাৰণা। এই ক্ষেত্ৰত মই স্বামী বিবেকানন্দৰ দ্বাৰা প্ৰভাৱান্বিত। পিছে বিবেকানন্দৰ ঈশ্বৰ-বিশ্বাসেহে মোক প্ৰভাৱান্বিত কৰিব পৰা নাই। হাতত্তে পোৱা দিনটো বা বৰ্তমানৰ সদ্ব্যৱহাৰেই ভৱিষ্যতৰ বাবে উত্তম প্ৰস্তুতি। মই সাধাৰণতে হাতত্তে পোৱা দিনটো কাম কৰি সুন্দৰভাৱে পাৰ কৰিবলৈ চেষ্টা কৰোঁ আৰু একেবাৰতে গোটেই জীৱনটোৰ সমস্যা সমাধান কৰিবলৈ অপপ্ৰয়াস নকৰোঁ বাবে সাধাৰণতে মই উৎফুল্ল প্ৰকৃতিৰ আৰু ব্যৰ্থতাই মোক জুমুৰি দি নধৰে। প্ৰেৰণাৰ বাবে মই আনৰ ওপৰত নিৰ্ভৰশীল নহয়। অৱশ্যে মানুহ হিচাপে মই কিছু পৰিমাণে নিৰাসক্ত কাৰণেও মোৰ কৰ্ম-প্ৰচেষ্টা স্বপ্ৰণোদিত।

"আজিৰ দিনতনো সুখী হোৱা সম্ভৱনে?" মই ভাবোঁ সুখী হোৱা সম্ভৱ; কিয়নো সুখ এটা আপেক্ষিক শব্দ। পিছে তাৰ বাবে কেইটামান গুণ আৰু অৱস্থা থাকিলে বোধকৰোঁ সুখী হোৱাত কিছু সুবিধা হয়। যেনে—স্বাস্থ্য (Lin-Yutang-এ কৈছে—Happiness is biological. Happiness depends upon the movement of the bowels.), সুন্দৰভাৱে খাপ খোৱা যৌন-জীৱন, প্ৰেম, মমত্ববোধ, পৰোপকাৰ, পাৰিবাৰিক শান্তি আৰু ব্যক্তিৰ গতিশীলতা। ভাগ্যক ভৰসা কৰি সুখী হোৱা সম্ভৱ



নহয়। তথাপি অৱশ্যম্ভাৱী অৱস্থাক নিৰ্লিপ্তভাৱে গ্ৰহণ কৰিব নোৱাৰিলে বেছি অশান্তিহে হয়। মই মনৰ বিৱৰ্তনত বিশ্বাসী।

সৰ্বসাধাৰণ পাঠকৰ লগত সংযোগ স্থাপন কৰা হয় যদিও লিখোঁ নিজৰ বাবেহে।

জীৱনত মই গুৰুত্ব দিওঁ সুস্থ অৱস্থিতিৰ বাবে কৰা সংগ্ৰামক আৰু ব্যক্তিৰ হৃদয়ৰ মহত্বক। উপন্যাসত মানৱীয় প্ৰবৃত্তিসমূহৰ উন্মোচনৰ ওপৰত গুৰুত্ব আৰোপ কৰোঁ।

সাধাৰণতে মই কাহিনী ৰচনা কৰি ভাল পাওঁ। ৰচনাৰ সময়ত মুক্ত নে বদ্ধ তাৰ কথা নাভাবোঁ; বৰং তাৰ পৰিৱেশ আৰু চৰিত্ৰসমূহৰ লগত মিলি যাওঁ। বাহিৰৰ হুলস্থূলেও মনটো বিক্ষিপ্ত নকৰে। সেই সময়ত নিজকে এটা সুকীয়া মানুহ যেন লাগে। নিজকে পাহৰি থাকিব পাৰোঁ কাৰণে ৰচনা কৰা সময়খিনি ক্লান্তিকৰ যেন নেলাগে। এদিনৰ ৰচনাখিনি শেষ কৰাৰ পাছত মনলৈ ক্লান্তি আহে যদিও কিতাপখন শেষ নহয় মানে তাৰ চৰিত্ৰসমূহ, পৰিৱেশ আৰু কাহিনী ভাগৰ যুক্তিযুক্ততাই মনটোক আমনি দি থাকে। লিখাৰ সময়ত সঠিক ভাব প্ৰকাশ কৰা শব্দ একোটা শীঘ্ৰে বিচাৰি পাওঁ বুলি মোৰ ধাৰণা। সেই কাৰণে আৰু লগতে কাহিনীটো কেনে ধৰণে আগুৱাই যাব তাৰ বিষয়ে এটা পৰিষ্কাৰ ধাৰণা থকা কাৰণেও লিখাত আগবাঢ়ি যোৱাত সুবিধা হয়। ৰচনাৰ সময়ত সৃষ্টিৰ উন্মাদনা অনুভৱ কৰোঁ কিজানি। নহলে, ইমানবোৰ বহি লিখি থকাটো সাধাৰণ অৱস্থাত সম্ভৱপৰ নহয়।

উপন্যাস এখন পৰিকল্পনা কৰোঁতে কিমান দিন লাগে বুলি সুধিলে সতকাই উত্তৰ দিয়া টান। সাধাৰণতে মোক লিখাতকৈ পৰিকল্পনা কৰিবলৈহে বেছি সময় লাগে। পৰিকল্পনা কৰা সময়খিনি মই সুন্দৰভাৱে উপভোগ কৰোঁ। কাৰণ কল্পনা যিকোনো অৱস্থাতে কৰিব পাৰি। বাস্তৱৰ কোনো চৰিত্ৰ বা ঘটনাৰ ওপৰত ভিত্তি কৰি লিখা উপন্যাস পৰিকল্পনা কৰিবলৈ এদিন বা দুদিনেই যথেষ্ট। কিন্তু 'গঙাচিলনীৰ পাখি' বা 'ছাঁ-জুইৰ পোহৰত' আদি উপন্যাস পৰিকল্পনা কৰোঁতে এবছৰতকৈ বেছি দিন লাগিছিল; তদুপৰি লিখিবলৈ লোৱাৰ আগতে অঞ্চলটোৰ অধ্যয়ন কৰা হৈছিল।

তুই এখন উপন্যাস একেবাৰতে লিখি যাব লগীয়া হয়। তাকো প্ৰকাশক নাইবা সম্পাদকৰ তাগিদাত। তেতিয়া মই সাধাৰণতে বিয়লি আৰম্ভ কৰি পাছদিনাৰ আগবেলাৰ ভিতৰত শেষ কৰোঁ। মাজত মাথো খোৱা-লোৱা সময়কণহে বাদ যায়।

তেনেকুৱা তাগিদা নেথাকিলে দিনে একো একো অংশ এনে হিচাপত লিখি যাওঁ যাতে এমাহৰ ভিতৰত শেষ হয়। এবাৰহে কেৱল এখন উপন্যাস এমাহমান লিখি তিনিমাহ পেলাই থৈছিলোঁ।

সম্পূৰ্ণ কৰাৰ পাছত পুনৰ সংশোধন, পৰিবৰ্ধন বা পৰিৱৰ্তন নকৰোঁ। এবাৰ পঢ়ি যাওঁ আৰু বৈ যোৱা 'া' 'ি' 'ৰ' আদি আখৰ যোগদি যাওঁ। সাধাৰণতে 'ৰ' আৰু আ-কাৰ (া) হে বৈ যায়। কোনো বাক্যত কমা বা চেমিকলনৰ সলনি দাড়ি (।) দিব লগীয়া হয়।

লিখি শেষ কৰাৰ পাছতহে নামকৰণ কৰোঁ।

উপন্যাস পঢ়ি উপন্যাস লিখিব পাৰি বুলি মই নেভাবোঁ। ঔপন্যাসিক হ'বৰ বাবে অন্যধৰণৰ অধ্যয়নৰহে অধিক প্ৰয়োজন বুলি মোৰ ধাৰণা। অৱশ্যে লেখক জীৱনৰ পহিলা ভাগত তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়ৰ উপন্যাসসমূহে মনত প্ৰভাৱ বিস্তাৰ কৰিছিল।

মোৰ প্ৰিয় ঔপন্যাসিক হ'ল—৺তাৰাশঙ্কৰ বন্দ্যোপাধ্যায়। তাৰ কাৰণ হ'ল—(১) তেখেতৰ বেছি সংখ্যক উপন্যাসৰ পটভূমি গাঁও। এই গাঁওবোৰৰ কিছুমান চৰিত্ৰৰ লগত মোৰ পৰিচিত বিশেষ গাঁৱলীয়া অঞ্চলটোৰ কিছুমান চৰিত্ৰৰ মিল বিচাৰি পাওঁ। (২) তেখেতৰ কাহিনী-উন্মোচন কৰা কৌশলটো ভাল লাগে। (৩) তেখেতৰ উপন্যাসত পৰিস্থিতি সৃষ্টি কৰাৰ ক্ষমতাই মোক আপ্লুত কৰে। (৪) উপন্যাসত তাৰাশঙ্কৰৰ নাট্যাশক্তি পৰিস্ফুট। এই নাট্যাশক্তিৰ মূলতে হ'ল, তেখেতৰ সৃষ্ট চৰিত্ৰসমূহৰ পৰিৱেশৰ লগত আচল মনৰ সংঘাত, যি সংঘাতে এটা চৰিত্ৰক স্পন্দনশীল ব্যক্তিত্ব দিয়ে। (৫) আঞ্চলিক ভাষাৰ প্ৰয়োগ, বাস্তৱানুগ কথোপকথন আৰু বাছি লোৱা অঞ্চলটোৰ এক সামগ্ৰিক ধাৰণাই তাৰাশঙ্কৰৰ উপন্যাসসমূহক শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে। (৬) তেখেতৰ উপন্যাসত প্ৰশস্ত মানৱতা আৰু মৌল মানৱীয় উপাদানসমূহ বিচাৰি পোৱা যায়। (৭) তাৰাশঙ্কৰ সন্ধিক্ষণৰ শিল্পী। তেখেতে অতিশয় দক্ষতাৰে পুৰণিৰ লগত নতুনৰ দ্বন্দ্ব পৰিস্ফুট কৰিব পাৰে।



তেখেতৰ উপন্যাসত ঐতিহাসিক সচেতনতাও সুস্পষ্ট। (৮) তাৰাশঙ্কৰ জীৱন-শিল্পী। সেয়েহে উপন্যাসত আপোন ব্যক্তিত্বৰ প্ৰতিফলন দেখিবলৈ পোৱা যায়। ইয়ো মহান ঔপন্যাসিকৰ লক্ষণ।

মোৰ 'গঙাচিলনীৰ পাখি' নামৰ উপন্যাসখনিয়েই এতিয়ালৈকে লিখা নিজৰ উপন্যাসসমূহৰ ভিতৰত শ্ৰেষ্ঠ বুলি ভাবোঁ। কাৰণ—(১) কালৰ বুকুত হেৰাই যাব খোজা মোৰ নিবিড়ভাৱে পৰিচিত এটা অজ্ঞাত গ্ৰামাঞ্চলৰ ছবি যথাযথভাৱে দাঙি ধৰা হৈছে। (২) বাস্তৱজীৱনত লগ পোৱা কেইটামান মোহনীয় চৰিত্ৰ উপন্যাসখনিত ফুটাই তোলা হৈছে। (৩) পুৰণিৰ লগত নতুনে সৃষ্টি কৰা দ্বন্দ্ব নিজৰে মনঃপূত হৈছে। সোনাইপৰীয়া শুচি-বায়ুগ্ৰস্ত নীতিবোৰ আৰু যুদ্ধোত্তৰ গ্ৰাম্য জীৱন উপন্যাসখনিত প্ৰতিফলিত হৈছে বুলি মোৰ ধাৰণা। (৪) কথোপকথন লিখোঁতে যথেষ্ট সাৱধানতা অৱলম্বন কৰা হৈছে। চৰিত্ৰৰ লগত খাপ খোৱা কথাবতৰাবোৰ আচল মানুহৰ মুখৰপৰা বুটলি অনা হৈছে বুলি ক'ব পাৰি। (৮) চৰিত্ৰাঙ্কনো মোৰ বৰ মনঃপূত। কাৰণ বেছি সংখ্যক চৰিত্ৰই বাস্তৱৰপৰা আঁতৰি যাব খোজা নাই। ধনঞ্জয়ৰ চৰিত্ৰটো লৈছোঁ মোৰ বংশৰ ককাইদেউ এজনৰপৰা। ভোগৰামৰ চৰিত্ৰ লৈছোঁ আপোন ভিন্দেউ এজনৰপৰা। ৰূপুক আৰু সুজলাৰ দৰে তিৰোতা আমাৰ গাঁৱৰ কাষৰ জাজৰিৰ হীৰা গাঁৱত কেবাজনীও আছে। ৰূপুক আৰু সুজলাৰ আচল নামেই ৰখা হৈছে। বাসন্তীৰ দৰে বিফল হোৱা গাভৰু কেবাজনীও সৰুৰেপৰা দেখি আছোঁ। সেই কাৰণেই হয়তো 'গঙাচিলনীৰ পাখি'ৰ চৰিত্ৰসমূহক মোৰ আন উপন্যাসৰ চৰিত্ৰসমূহতকৈ বেছি আপোন আপোন লাগে। (৯) উপন্যাসত বৰ্ণিত সংস্কাৰ-কুসংস্কাৰৰ ভিত্তিত গঢ় লোৱা নৈতিকতাই সম্প্ৰতি মোৰ চহৰীয়া জীৱনে নীৰস কৰিব খোজা মনটোক দোলা দি যায়। (১০) ঐতিহাসিক নিয়মৰ ফলশ্ৰুতি হিচাপেই 'গঙাচিলনীৰ পাখি'ৰ সৃষ্টি বুলি এতিয়া মাজে মাজে ভাবি পাওঁ।

মই এতিয়ালৈকে বিৰূপ আলোচনাৰ সম্মুখীন হোৱা নাই কাৰণে ক্ষুণ্ণ হোৱাৰ অভিজ্ঞতা কেনেকুৱা ধৰিব পৰা নাই। কিন্তু প্ৰবন্ধ আকাৰত প্ৰকাশ হোৱা সমালোচনা কিছুমানত নিজৰ মূল্যাঙ্কন যথাযথ যেন হোৱা নেদেখিলে ক্ষুণ্ণ নহওঁ যদিও এতিয়ালৈকে সমালোচনাসমূহ স্ৰষ্টাৰ দিগদৰ্শক হ'ব নোৱৰাৰ বাবে মাজে মাজে বেয়া লাগে। মোৰ বোধেৰে কোনো

লেখকেই সমালোচকৰ সমালোচনাত ক্ষুণ্ণ হোৱা উচিত নহয়। কাৰণ কোনো কটু বা প্ৰশংসামুগ্ধ সমালোচনাই এতিয়ালৈকে কোনো এজন অসমীয়া লেখকৰ অৱনতি, সংশোধন আৰু লোকপ্ৰিয়তাত অৰিহণা যোগাব পৰা নাই। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হোৱাটো আশা কৰোঁ।

অসমীয়া উপন্যাসে এতিয়ালৈকে জীৱনৰ কেবাটাও দিশত আলোকসম্পাত কৰিছে। ই বৰ সুখৰ বিষয়। কিন্তু অতি-নাটকীয় ৰোমাণ্টিক কাহিনী থকা আৰু যৌন জীৱনত অতিশয় গুৰুত্ব আৰোপ কৰা উপন্যাসৰ সংখ্যা সৰহ হোৱাটো শুভ লক্ষণ নহয়। আনহাতেদি সাতজনমান জনপ্ৰিয় ঔপন্যাসিকৰ ৰচনাত সামাজিক দায়বদ্ধতা, ঐতিহাসিক সচেতনতা আৰু গণজীৱনৰ প্ৰতিচ্ছবি বিচাৰি পোৱা যায়। ই বৰ শুভ লক্ষণ। মধ্যবিত্তৰ সমস্যাই অসমীয়া উপন্যাসত বিশিষ্ট স্থান অধিকাৰ কৰিছে। কেইগৰাকীমান ঔপন্যাসিকে মধ্যবিত্তৰ অৱক্ষয়ৰ কৰুণ ছবি দাঙি ধৰাত সফল হৈছে। তেখেতসকলে অসমীয়া উপন্যাস সাহিত্য চহকী কৰিছে। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাসত সামাজিক দায়বদ্ধতাৰ চিনাকি পাওঁ। যোগেশ দাসৰ কাহিনী আগুৱাই নিয়া কৌশল সঁচাকৈয়ে মনোৰম। চৈয়দ আব্দুল মালিকৰ জীৱন-তৃষ্ণা বিভিন্ন দিশৰ ওপৰত লিখা উপন্যাসৰাজিত প্ৰাণ-প্ৰাচুৰ্যৰ বোৱতী সুঁতি। জীৱনৰ প্ৰতি নিজৰ ধাৰণাই পদ্ম বৰকটকীৰ উপন্যাসত অভিনৱ প্ৰাণস্পন্দন দিছে। সামাজিক সচেতনতা, শক্তিশালী ভাষা আৰু জীৱনৰ অজ্ঞাতপূৰ্ব অভিজ্ঞতাই হোমেন বৰগোহাঞিৰ উপন্যাসক শক্তিশালী কৰি তুলিছে। তেখেতসকলৰ দৰে যদি আমাৰ ঔপন্যাসিকসকলে জীৱনৰ কষটি শিলত নিজক পৰীক্ষা কৰি উপন্যাস ৰচনাত লাগি যায়, মোৰ বিশ্বাস, উপন্যাস সাহিত্যই আমাৰ সাংস্কৃতিক ইতিহাসত বিশিষ্ট স্থান অধিকাৰ কৰিব।

মোৰ প্ৰিয় লিখকসকল হ'ল উল্লিখিত কথাশিল্পী কেইজন। এতিয়ালৈকে এঘাৰখন উপন্যাস লিখিলোঁ। মোৰ উপন্যাসসমূহ দুভাগত ভগাব পাৰি: (১) গাঁৱৰ আৰু (২) চহৰীয়া জীৱনৰ উপন্যাস।

গাঁৱৰ জীৱনৰ প্ৰতি মোৰ আকৰ্ষণ বেছি। কাৰণ (১) এই জীৱনৰ লগত মই জড়িত আৰু এই জীৱনৰ খুঁতি-নাতিবোৰ ভালকৈ চকুত পৰে। (২) গাঁৱৰ জীৱনতহে অসমীয়া কলাসংস্কৃতি জীয়াই আছে। (৩) এই জীৱনৰ প্ৰতি মোৰ অধিক সহানুভূতি আছে। (৪) প্ৰায় পোন্ধৰ বছৰ নগৰীয়া



জীৱন অতিবাহিত কৰিছোঁ যদিও মই নগৰীয়া ব্যক্তিত্ব অৰ্জন কৰিছোঁ বুলি ভাব নহয়। সেয়েহে গাঁৱৰ সমাজৰ লগতহে আত্মীয়তা অনুভৱ কৰোঁ। (৫) গাঁৱৰ প্ৰায় সকলো মানুহেই কায়িক শ্ৰম কৰি ভাত মোকলায়। সাধাৰণতে মোৰ খাটি খোৱা মানুহলৈ আকৰ্ষণ বেছি।

মই ঈশ্বৰ সম্পৰ্কে সংশয়বাদী। এতিয়াৰ ভালেমান মনোবিজ্ঞানীয়ে কয় যে দীৰ্ঘজীৱী আৰু সুখী হ'বলৈ সুবিধা হয়, যদি নিজৰ উৎকণ্ঠা আৰু দুশ্চিন্তাবোৰ ঈশ্বৰক সঁপি দিব পাৰি। সুস্থ শৰীৰৰ গৰাকী হ'বৰ বাবে দেহনিঃসৃত হৰ্মনৰ ভাৰসাম্যৰো প্ৰয়োজন। ঈশ্বৰত বিশ্বাসৰ শান্তিয়ে এই ভাৰসাম্য বজাই ৰখাত সহায় কৰে। মই ভাবোঁ ঈশ্বৰ মানুহৰ সৃষ্টি। ইয়াৰ উৎস হ'ল—ভয়, ব্যৰ্থতা আৰু নিষ্পেষণ-প্ৰচেষ্টা। ই বহু শতিকাৰ এক বৃহত্তম ফাঁকি। ঈশ্বৰতকৈ মানুহৰ প্ৰতি আস্থা থকাহে নিজৰ আৰু সমাজৰ বাবে মঙ্গলজনক। মানুহক অৱজ্ঞা কৰি ষোড়শোপচাৰেৰে ঈশ্বৰক পূজা কৰি শান্তি পাব নোৱাৰি। যদি কোনোবাই মানুহক সৰু বুলি ঈশ্বৰক আৰাধনা কৰি কিবা এটা সন্তুষ্টি পাইছে, তেনেহলে ক'ব লাগিব যে তেখেতে ঈশ্বৰক ব্যক্তিগত অভিভাৱক বুলিহে ভাবিছে, বৃহত্তৰ অৰ্থত ঈশ্বৰক গ্ৰহণ কৰা নাই।

মোৰ প্ৰিয় সাহিত্যৰ আনটো বিভাগ হ'ল—নাট্য সাহিত্য। উপন্যাস লিখিবৰ বাবে মানুহজন শিল্পী হ'ব লাগিব। পাৰিপাৰ্শ্বিকতাৰ প্ৰতি স্পৰ্শকাতৰ হ'ব লাগিব। কলাসৃষ্টিৰ ধাৰণা গাঢ় হ'ব লাগিব। সৃষ্টিৰ উন্মাদনা আৰু নতুনত্বৰ প্ৰতি আকৰ্ষণে মনক দোলা দি থাকিব লাগিব। বাস্তৱবোধ আৰু বস্তুবাদী ভাৱধাৰাৰে সমৃদ্ধ হ'ব লাগিব। ভাষাৰ ওপৰত দখল থাকিব লাগিব। নিজে সমস্যাৰ লগত জড়িত হোৱাও উচিত। জীৱনৰ প্ৰতি কৌতুহল থকা উচিত। জীৱনৰ কষটি শিলত নিজক পৰীক্ষা কৰা উচিত। জীৱনবোধত ফাঁকি থকা অনুচিত। কাৰণ, জীৱনবোধত ফাঁকি থাকিলে শিল্পকৰ্মত সেই ফাঁকি ধৰ পৰিবই।

## হিতেশ ডেকা

১৯৪২ চনৰ ভাৰতবৰ্ষৰ স্বাধীনতাৰ আন্দোলনত ছাত্ৰ হিচাপে সক্ৰিয় ভূমিকা লৈ ইংৰাজ চৰকাৰৰ ৰাজৰোষত পৰি পলায়ন কৰাৰ তিনি বছৰ পিছত যেতিয়া আকৌ হাইস্কুলত ভৰ্তি হ'লোঁ আৰু ছাত্ৰসভাৰ সম্পাদক হৈ সভাৰ যাৱতীয় কামকাজবোৰ কৰি ফুৰিব লগা হ'ল, সেই সময়তে মোৰ মনত এটা নতুন চেতনাৰ উন্মেষ হ'ল দেশৰ সৰ্বসাধাৰণ মানুহৰ দুখ-দৈন্য দেখি। সৰুকালিতে মই কবিতা আৰু ধেমেলীয়া লেখা লিখি ছাত্ৰসমাজত বৰ প্ৰিয় হৈ পৰিছিলোঁ। মই প্ৰথম উপন্যাসখন লিখোঁ ১৯৪৭ চনত ১৬ বছৰ বয়সত ৯ম মান শ্ৰেণীতে। এই উপন্যাসখনৰ নাম আছিল 'গাঁৱলীয়া'। দশমমানতো এখন লিখিছিলোঁ। সেইসময়ত মই ৰাতি হ'লে উপন্যাসৰ একোটা অধ্যায় লিখোঁ আৰু দিনত স্কুললৈ আগধৰি গৈ মোৰ সহপাঠী তিনিগৰাকী বন্ধুৰ হাতত লিখাখিনি তুলি দিওঁ। মই কোনোদিন লিখি নিদিলে মোক বৰ ভৰ্ৎসনা কৰে আৰু কৈফিয়ৎ লয়। মোৰ প্ৰথম পাঠক এই তিনিগৰাকী বন্ধু হ'ল বৰ্তমান বজালী কলেজৰ উপাধ্যক্ষ শ্ৰীঅনন্তৰাম তালুকদাৰ, টিহু কলেজৰ অসমীয়াৰ অধ্যাপক শ্ৰীপ্ৰসন্নকুমাৰ ডেকা আৰু বৰ্তমানৰ সৰ্থেবাৰী টাউন কমিটিৰ মুখ্য কাৰ্যালয় সহকাৰী শ্ৰীখগেন্দ্ৰনাথ তামুলী।

মই উপন্যাস বাছি লোৱাৰ মূলতে হ'ল—মোৰ বাবে জনতাৰ হৃদয়ৰ কাষ চপাৰ মাধ্যম। ৰসাল কাহিনীৰ জৰিয়তেহে জনতাৰ কাষ চাপিব পৰা হ'ব বুলি মোৰ ধাৰণা জন্মিল।

মই গাঁৱৰ ল'ৰা আৰু অতি নিঃকিন পৰিয়ালৰ ল'ৰা। গাঁৱলীয়া জীৱনৰ সুখ-দুখ হাঁহি-আনন্দৰ লগত মোৰ নিবিড় পৰিচয়। তাৰ উপৰি গাঁৱৰ দুখীয়া মানুহৰ অৰ্থনৈতিক নিৰ্যাতনে মোক বাৰুকৈয়ে সচেতন কৰি তুলিছিল। সেই কাৰণেই মই গাঁৱলীয়া জীৱনৰ প্ৰতি আকৰ্ষিত হৈছিলোঁ। ভাৰতীয় আদৰ্শৰ ভেটিত ৰচিত অসমীয়া সমাজৰ সাংস্কৃতিক বুনিয়াদ যে গাঁৱলীয়া জীৱন-ধাৰাৰ ওপৰতে প্ৰতিস্থাপিত সেই কথা মই বিশ্বাস কৰিছিলোঁ আৰু তাৰ বাস্তৱ ৰূপায়ণ মই উপন্যাসৰ মাধ্যমেৰে দিম বুলি সংকল্প লৈছিলোঁ।

উপন্যাসৰ যোগেদি মই সমাজৰ চিত্ৰ অংকন কৰিবলৈ বিচাৰোঁ। জনজীৱনৰ



বাস্তৱ ৰূপায়নে মোৰ উপন্যাসৰ প্ৰধান উদ্দেশ্য। ব্যক্তিৰ সমষ্টিয়ে সমাজ আৰু ব্যক্তিৰ চৰিত্ৰকে লৈ সমাজৰ চৰিত্ৰ প্ৰকট হয়।

মই কোনো ৰাজনৈতিক দৰ্শনত বিশ্বাস নকৰোঁ কাৰণ ৰাজনীতি হ'ল দৈনন্দিন জীৱনৰ এটি অংশ হে—সমগ্ৰ জীৱনসত্তা নহয়। সেই বাবেই সময়ৰ পৰিৱৰ্তনত ৰাজনীতিৰো তাৰতম্য ঘটি থাকে; কিন্তু জীৱনৰ অখণ্ড-সত্তাৰ সামগ্ৰিক ৰূপ এটি ধাৰাবাহিকভাৱে প্ৰৱহমান। জীৱন এটা ঐককেন্দ্ৰিক বৃত্ত—ৰাজনীতি তাৰ ভিতৰৰ এটি মাত্ৰ ক্ষুদ্ৰ বৃত্ত। মানৱ জীৱনৰ সামগ্ৰিক সত্তাৰ ওপৰতহে মোৰ বিশ্বাস অধিক। মোৰ জীৱনদৰ্শন হ'ল কৰ্মৰ মাজেৰে জীৱনৰ শাশ্বত সত্য উপলব্ধি কৰা। এই জীৱনতে মই সুখ, দুখ, আনন্দ, নিৰানন্দ উপলব্ধি কৰিবলৈ বিচাৰোঁ। জনহিত সাধন মোৰ জীৱনৰ আদৰ্শ হিচাপে সৰুৰেপৰা মই গ্ৰহণ কৰি আহিছোঁ আৰু লোকক আনন্দদান কৰা কৰ্তব্য বুলি ধৰি লৈছোঁ। পূজা-অৰ্চনা কৰা, ঈশ্বৰ উপাসনা কৰা আৰু নিয়মনীতি মানি ধৰ্ম পালন কৰা মই মোৰ জীৱনৰ আদৰ্শৰ ভিতৰত কোনোদিন ধৰা নাই।

মই সৰ্বসাধাৰণ পাঠকৰ বাবে লিখোঁ। সৰ্বসাধাৰণ পাঠকশ্ৰেণীয়ে জনতাৰ অধিক অংশ আৰু মই এই জনতাৰ কাৰণেই লিখোঁ; কাৰণ জনহিত সাধনেই মোৰ জীৱনৰ উদ্দেশ্য।

সেই কাৰণেই মই সৰ্বসাধাৰণ মানুহৰ জীৱনৰ ওপৰত অধিক গুৰুত্ব দিওঁ। তেওঁলোকৰ সমস্যাই মোৰ সমস্যা বুলি অনুভৱ কৰোঁ।

মই মুক্ত কাহিনী ৰচনা কৰি বেছি ভাগ পাওঁ। বদ্ধ কাহিনীয়ে মোৰ লিখনিক সীমিত কৰাটো মই নিবিচাৰোঁ।

ৰচনাৰ সময়ত মোৰ মন অতি ব্যগ্ৰ হয়—অনুভূতি তীব্ৰতৰ হয় আৰু প্ৰকাশৰ আৱেগময়ী চঞ্চলতাই মোক অস্থিৰ কৰি তোলে। ক্ৰমে ক্ৰমে মোৰ মন আৰু মগজ কাহিনীৰ সতে একীভূত হৈ যায়।

মই নাৰী নহয়—প্ৰসৱ বেদনা অনুভৱ কৰা নাই—কিন্তু সৃষ্টিৰ বেদনা হ'লে অনুভৱ কৰিছোঁ। উপন্যাস এখনৰ কাহিনী পৰিকল্পনা কৰাৰ প্ৰশ্ন মোৰ নাই—সৃষ্টিৰ প্ৰেৰণাই মোৰ কাৰণে মোৰ উপন্যাসৰ কাহিনী সৃষ্টি কৰে—সৃষ্ট চৰিত্ৰই আপোনা-আপুনি কাহিনীৰ জন্ম দিয়ে। মোৰ মানসপটত যেতিয়া চৰিত্ৰবোৰে আহি ভুমুকি মাৰে তেতিয়াই সিহঁতে

মোক সিহঁতৰ বক্তব্য আৰু কাৰ্যবোৰ যেন কৈ যায় ; মই কেৱল সংবাদ-সেৱীৰদৰে সেইবোৰ গ্ৰহণ কৰিলেই হ'ল। এই মানসিক তন্ময়তা নাপাওঁ মানে মই লিখিবও নোৱাৰোঁ। মই নিলিখোঁ—বৰং চৰিত্ৰবোৰ মোৰ মানস-পটত উদয় হৈ লিখিবলৈ বাধ্য কৰায়। বিভিন্ন চৰিত্ৰই মোৰ কাহিনী সৃষ্টি কৰে। সেই কাৰণে মই একেবাৰতে লিখি যাব নোৱাৰোঁ—একো একো অংশ লিখি গৈ শেষত সমন্বয় সাধন কৰি এটা সামগ্ৰিক ৰূপ দিবলৈ যত্ন কৰোঁ।

উপন্যাস এখন লিখি উঠি সংশোধন, পৰিবৰ্ধন বা পৰিৱৰ্তন কৰাৰ দৰ্কাৰ হয় ; কাৰণ চৰিত্ৰ বিশ্লেষণ কৰোঁতে বাস্তৱ সমাজত বিভিন্ন ব্যক্তিৰ বিভিন্ন কাৰ্যকলাপে মোৰ মনত যি ধাৰণাৰ সৃষ্টি কৰে সেই ধাৰণাৰ লগত মোৰ কল্পিত চৰিত্ৰৰ ক'ৰবাত কেতিয়াবা অমিল হ'লে সেই অনৈক্যৰ মাজত ঐক্যৰ যোগসূত্ৰডালৰ আঁত উলিয়াবলৈ যাওঁতে সময়ে সময়ে চৰিত্ৰবোৰৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ যোগ বিয়োগ কৰিব লগা হয় ; তেতিয়াই পৰিবৰ্ধন বা পৰিৱৰ্তনৰ আৱশ্যকতা আহি পৰে। কিন্তু এই কাম কিতাপখন লিখি শেষ কৰাৰ পিছত কৰা হয়। সেইবাবে নামকৰণো শেষত হয় ; সন্তান জন্মাৰ পিছত হে।

মোৰ লিখাৰ ওপৰত বিদেশী লেখকৰ প্ৰভাৱ আছে বুলি মই নাভাবোঁ ; বৰং ক'বলৈ গ'লে দেশী লিখকৰহে কিছু প্ৰভাৱ পৰিছে। উপন্যাস যদিও পাশ্চাত্য সাহিত্যৰ দান, আমাৰ প্ৰাচ্য সাহিত্যৰ সাধুকথা, কাহিনী, পুৰাণবিলাকৰ কাহিনীবিলাক কোনোগুণে অনস্বীকাৰ্য নহয়। আমাৰ মহাকাব্য মহাভাৰত আৰু ৰামায়ণ মোৰ মতে পদছন্দত লিখা দুখন বৃহৎ উপন্যাস হে। সেই কাৰণে মোৰ লেখাৰ ওপৰত প্ৰভাৱ আছে যদি প্ৰাচ্যৰ মহাকাব্য মহাভাৰতৰ প্ৰভাৱহে আছে। ১৯৪৭ চনলৈকে মই বিদেশী উপন্যাস পঢ়াই নাছিলোঁ। ডাঙৰ হোৱাৰ পিছতহে বঙালী লিখক শৰৎচন্দ্ৰ চেটাৰ্জী আৰু ইংৰাজ লেখক টমাছ্ হাৰ্ডিৰ দুখনমান উপন্যাসৰ লগত পৰিচিত হওঁ। মোৰ অধ্যয়নৰ কলেবৰ বৃহৎ নহয়—বৰং ক্ষীণ, ; কিন্তু যি দুই-এখন কিতাপ পঢ়োঁ তাক অতি গভীৰভাৱে অধ্যয়ন আৰু অনুভৱ কৰোঁ।

মোৰ প্ৰিয় লেখক মহাকবি ব্যাসদেৱ। অৱশ্যে পিছৰকালত যেতিয়া মই বঙলা সাহিত্য আৰু ইংৰাজী সাহিত্যৰ লগত পৰিচিত হওঁ তেতিয়া মোক শৰৎ চেটাৰ্জী আৰু টমাছ্ হাৰ্ডিয়ে আকৰ্ষণ কৰে।



মোৰ শ্ৰেষ্ঠ উপন্যাস কোনখন মই কোৱা নিষ্প্ৰয়োজন। ৰাইজে বিচাৰ কৰাই শ্ৰেয় আৰু ৰাইজে ইয়াৰ বিচাৰ কৰিয়ে আছে। জনতা আৰু কাল প্ৰকৃত বিচাৰক বুলি মোৰ ধাৰণা।

সেই দেখি বৰ্তমানে সমালোচকৰ সমালোচনাই মোক ক্ষুণ্ণ নকৰে। প্ৰকৃততে আমাৰ দেশত বৰ্তমান নিৰ্ভীক আৰু প্ৰকৃত সমালোচকৰ জন্ম হোৱা নাই। আগৰ চাম সমালোচক—বাণীকান্ত কাকতিৰদৰে নিৰ্ভীক আৰু নিৰপেক্ষ সমালোচক থকাহেঁতেন সাহিত্যৰ সুবিচাৰ আশা কৰিব পৰা গ'লহেঁতেন। অৱশ্যে মই সমালোচনাক সিমান গুৰুত্বও নিদিওঁ কাৰণ মই বুজোঁ যে সমালোচকসকল এক শ্ৰেণীৰ পাঠকহে। সমালোচক স্ৰষ্টা নহয় —দ্ৰষ্টাহে। গতিকে দ্ৰষ্টাৰ দৃষ্টিৰ তাৰতম্যই স্ৰষ্টাৰ সৃষ্টিৰ দিক্‌নিৰ্ণায়ক হ'ব নোৱাৰে। মই সৰ্বসাধাৰণ পাঠকৰ বাবে, জনতাৰ বাবে লিখোঁ, জনতাই ভাল পালেই মই সন্তুষ্ট।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ বুলি মই ভাবোঁ। কাৰণ সমাজৰ দোষগুণ, ত্ৰুটি-বিচ্যুতিবোৰ সমাজৰ আগত আঙুলিয়াই দি লেখকসকলে সমাজ-জীৱনৰ কালিমাবোৰ আঁতৰ কৰিবৰ বাবে চেষ্টা কৰা মহৎ কৰ্তব্য। কেৱল আনন্দদানৰ কাৰণেই লিখা নহয়, বৰং প্ৰেয়ৰ মাজেৰে শ্ৰেয়ৰ সন্ধান দিয়াটোহে সাহিত্যৰ উদ্দেশ্য। লেখকসকল সমাজৰ ঝাৰুদাৰ। সেই কাৰণে লেখকসকলৰ সামাজিক দায়িত্ব অতি গধুৰ।

সেই কাৰণে উপন্যাস সম্পৰ্কে মোৰ মত অতি স্পষ্ট। উপন্যাসৰ জৰিয়তে সমাজসংস্কাৰৰ যি বিৰাট সুযোগ পোৱা হয়, সাহিত্যৰ কোনোটো অঙ্গেৰে তেনে সুযোগ পোৱা নাযায়। চাবলৈ গ'লে অসমীয়া সাহিত্যত উপন্যাসে আগতকৈ বহু বাট অতিক্ৰম কৰিছে। ব্যক্তিনিষ্ঠ আৰু বস্তুনিষ্ঠ উপন্যাসে বৰ্তমান সমাজত বহুখিনি ঠাই দখল কৰিছে। অৱশ্যে আদৰ্শহীন যৌন আকৰ্ষণ-সম্বলিত দেখাৰ উপন্যাস বজাৰত ওলাইছে আৰু কুৰুচিপূৰ্ণ কাহিনীয়ে নতুন চাম ডেকা-গাভৰুক বিপথে চালনা কৰিবলৈ ধৰিছে। এইবোৰ বাদ দিলে যি কেইখন উপন্যাস অসমীয়া সাহিত্যত আজিলৈকে ওলাইছে তাৰ মানদণ্ড বিশ্বসাহিত্যৰ দৰবাৰত নিশ্চয় উচ্চ নহ'লেও নিঃস্ব নহ'ব। অনুবাদ কৰি উলিয়াই দিলে বিশ্বসাহিত্যৰ বজাৰত অসমীয়া উপন্যাসে ফেৰ মাৰিবলৈ সক্ষম হ'ব।

মোৰ প্ৰিয় অসমীয়া লেখক পৰলোকগতসকলক বাদ দিলে বৰ্তমান জীৱিতসকলৰ ভিতৰত চৈয়দ আবদুল মালিক।

মই এতিয়ালৈকে দহখন উপন্যাস লিখিলোঁ। এই দহখনেই মূলতঃ সামাজিক উপন্যাস। মোৰ উপন্যাসৰ স্তৰ বিভাজন নাই বুলিয়ে ক'ব পাৰি। অৱশ্যে দুখন ব্যতিক্ৰম বুলিব পাৰি—'সীমাৰ কাজিয়া' আৰু 'বৈৰী মানুহ'।

মোৰ আকৰ্ষণ গাঁৱলীয়া জীৱনৰ প্ৰতি অধিক; বিশেষকৈ কৃষক জীৱনৰ প্ৰতি মোৰ আকৰ্ষণ দুৰ্বাৰ। কৃষকো স্ৰষ্টা আৰু ময়ো স্ৰষ্টা। গাঁৱৰ চহা, হোজা জীৱনৰ সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলনে মোক যিমান অভিভূত কৰে, নগৰীয়া কৃত্ৰিম জীৱনৰ জটিলতাই মোক সিমানে বিকৰ্ষণ কৰে।

মই ঈশ্বৰ সম্পৰ্কে কোনোদিন মূৰ ঘমোৱা নাই; সেই অনুযায়ী বিশ্বাসো মোৰ দৃঢ় নহয়। মোৰ মনত মানুহেই ঈশ্বৰ আৰু জনহিতকৰ কৰ্মই ঈশ্বৰ সেৱা।

সাহিত্যৰ বিভিন্ন বিভাগৰ ভিতৰত সৃষ্টিমূলক সাহিত্যৰ ফালটোহে মোৰ অধিক প্ৰিয়। কবিতা, গল্প, উপন্যাস আৰু নাটক, চাৰিওটা বিভাগ মোৰ সমান প্ৰিয় হ'লেও কবিতাৰ প্ৰতি আকৰ্ষণ বেছি।

বৰ্তমানৰ অসমীয়া উপন্যাস সম্পৰ্কে মোৰ ধাৰণা আশাবাদী। মই সদায় আশাবাদী লোক। নৈৰাশ্য বা হতাশাই মোৰ ব্যক্তিগত জীৱনত যেনেকৈ স্থান নাপায়, অসমীয়া সাহিত্যৰ বিষয়তো কোনো নৈৰাশ্য মোৰ নাই। বৰ্তমান অসমীয়া উপন্যাস বহু আগবাঢ়ি আহিছে আৰু অতি কমদিনৰ ভিতৰতে ই বিশ্বদৰবাৰত ফেৰ মাৰিব পৰা বিধৰ হ'ব।

এখন সুৰুচিপূৰ্ণ আদৰ্শাত্মক অথচ ৰসঘন উপন্যাস ৰচনা কৰিব লাগিলে লেখকজনৰ চৰিত্ৰগত লক্ষণ থাকিব লাগিব। গভীৰ অধ্যয়নপুষ্ট মন, মননশীলতা, সূক্ষ্ম দৃষ্টি, সংবেদনশীল হৃদয়, সামাজিক সমস্যাবিশ্লেষণপৰায়ণ মগজু আৰু ৰসসমৃদ্ধ অন্তৰৰ নিতান্ত দৰ্কাৰ। ইয়াৰ উপৰি তেওঁ অধ্যৱসায়ী আৰু কষ্টসহিষ্ণু হ'বই লাগিব। আনৰ দুখ অনুভৱ কৰিব পৰা শক্তি আৰু নিজৰ অন্তৰৰ আৱেগ প্ৰকাশ কৰিব পৰা ভাষাশৈলী অপৰিহাৰ্য। কিন্তু এইবোৰৰ সমন্বয় সাধন কৰি এটা সুসংহত গতিপথ নিৰ্ধাৰণ কৰি সাহিত্য-শিল্প ৰচনা কৰাৰ ক্ষমতা প্ৰদান কৰে এটি আত্মিক শক্তিয়ে—যাকে আমি প্ৰতিভা বুলি অভিহিত কৰোঁ। প্ৰতিভাৰূপী শক্তিৰ সংস্পৰ্শলৈ আহিলেহে



বাকীবিলাক সক্ৰিয় হয় আৰু এই প্ৰতিভা উদ্দীপিত কৰে প্ৰেৰণাই। শান্ত, নিৰুদ্বেগ চিত্ত আৰু বিকাৰবিহীন মনত কোন মহৎ চিন্তা আৰু ৰসাল ভাবে খলকনি তুলিব পাৰিলেহে মহৎ উপন্যাসৰ সৃষ্টি হয়। হৃদয়-বৃত্তিৰ উৎকৰ্ষ সাধনৰ বাবে পাৰিপাৰ্শ্বিক বাতাৱৰণ অনুকূল হোৱা নিতান্ত দৰ্কাৰ। দেশ, সমাজ বা পাৰিবাৰিক জীৱনৰ জটিলতাই লেখাৰ বিষয়বস্তু দিলেও দেশত অশান্ত অৱস্থা এটি চলি থাকিলে নাইবা সমাজত এটা অস্থিৰতাই বিৰাজ কৰিলে কোনো মহৎ সৃষ্টি হ'ব নোৱাৰে।

## চন্দ্ৰপ্ৰসাদ শইকীয়া

বিয়াল্লিছ চনৰ গণ-আন্দোলনৰ সময়ত স্কুলীয়া ছাত্ৰ হৈ থাকোঁতেই কি এক আৱেগৰ প্ৰেৰণাত আন্দোলনত জপিয়াই পৰিছিলোঁ। তাৰ বাবে কাৰাবৰণ কৰিব লগীয়া হৈছিল। এই ঘটনা বোধহয় মোৰ সমগ্ৰ জীৱনত, জীৱনৰ এক গভীৰ অভিজ্ঞতা হিচাপে জিলিকি থাকিব। এই জেললৈ যোৱাৰ যি অভিজ্ঞতা তাক নায়কৰ মাজেদি প্ৰকাশ কৰাৰ এটা দুৰ্বাৰ বাসনা তেতিয়াৰপৰা মোৰ আছিল। বহু দিনৰ পিছত মই হঠাৎ কলিকতাত গোপাল হালদাৰৰ 'একদা' নামৰ কিতাপখন পালোঁ। আপোনা-লোকে নিশ্চয় এই কিতাপখন পঢ়িছে। 'একদা'ত স্বাধীনতা আন্দোলনৰ এটা সুন্দৰ ঘটনা লিপিবদ্ধ কৰা আছে। যেতিয়া মই সেইটো পালোঁ একেবাৰে কোনোবা ডুবুৰীয়ে মাণিক পোৱাৰদৰে মোৰ হৃদয়ত প্ৰচণ্ড-ভাৱে আঘাত কৰিলে। সেই সময়তে বিশ্ববিদ্যালয়ৰ এম. এ. শ্ৰেণীত ইংৰাজীত Virginia Wolf, James Joyce পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। প্ৰথম পৰিচয় আৰু তাৰ লগে লগে গোপাল হালদাৰৰ উপন্যাস আৰু লগে লগে মোৰ সেই 'এদিন' উপন্যাসৰ জন্ম। সেই উপন্যাসখন মই চাৰি দিনত লিখিলোঁ আৰু লিখি শেষ কৰিয়েই পোনে পোনে ডাকঘৰলৈ গৈ ৰামধেনুৰ সম্পাদক বীৰেনদালৈ পঠিয়াই দিয়া হ'ল। পঠিয়াই দিয়াৰ পিছত এটা দুৰ্বিসহ বেদনা, বিনিদ্ৰ ৰজনী যাপন। প্ৰথম প্ৰেমৰদৰে কোনো শান্তি নাই। যেতিয়াই বীৰেনদাৰপৰা এখন চিঠি পালোঁ যে 'তোমাৰ উপন্যাস পালোঁ আৰু ওলোৱাৰ লগে লগে প্ৰকাশ কৰিবলৈ লৈছোঁ'

তেতিয়া কি এটা প্ৰচুৰ আনন্দ, সেইটো প্ৰকাশ কৰা সম্ভৱ নহয়। জীৱন-সম্পৰ্কীয় কিছু মোৰ বক্তব্য আছে। সেই বক্তব্য প্ৰকাশ কৰাৰ বাবে কোনো ৰাজনীতিৰ আশ্ৰয় লোৱা নাই, উপন্যাসৰ যোগেদি বক্তব্য প্ৰকাশ কৰাৰ চেষ্টা কৰা বুলি মই ভাবোঁ।

সম্ভৱ পৃথিৱীৰ মানৱ জীৱন-সম্পৰ্কে যি ধাৰণা কৰি ল'ব পাৰে, সেইটো এজনৰ জীৱন-দৰ্শন হ'ব পাৰে। মানৱ জীৱনৰ শুভ বুদ্ধিৰ ওপৰত মোৰ এটা গভীৰ আস্থা আছে। বোধহয় মোৰ যদি বাৰ্ধক্য খুব সোনকালে নাহে, স্থবিৰতা যদি খুব সোনকালে নাহে বা মৃত্যু খুব আসন্ন নহয় তেনেহ'লে জীৱনকালত দুই এখন সেই উপলব্ধি বা দৰ্শনেৰে উপন্যাস লিখাৰ আশা ৰাখিছোঁ। লগে লগে নিশ্চয় দাৰ্শনিক নীৎচেৰ এটা কথাই মোক খুব আকৰ্ষণ কৰে। তেওঁ কৈছিল, "প্ৰত্যেক প্ৰাণীয়ে নিজক অতিক্ৰম কৰি এটা উন্নত আৰু বিশেষ প্ৰাণীত পৰিণত হয়। অনন্তকাল ধৰি এটা প্ৰাণী তাক অতিক্ৰম কৰি আৰু এটা উন্নত, শিক্ষিত, সংস্কৃত প্ৰাণীত পৰিণত হয়। তেনেকুৱাকৈ মানুহে মানুহকে অতিক্ৰম কৰি মানুহতকৈ আৰু উন্নত, আৰু সংস্কৃত কোনো প্ৰাণীত পৰিণত হ'ব পাৰিব নে নোৱাৰে ?" এই কথাটো পঢ়াৰ পিছৰপৰা মানৱ-জীৱন সম্পৰ্কে মোৰ এটা বেলেগ ধাৰণা হৈছে।

গতানুগতিক যিটো ৰাজনৈতিক দৰ্শনৰ কথা কোৱা যায়, তেনেকুৱা দৰ্শনৰ ওপৰত মোৰ খুব বিশ্বাস নাই।

মই কাৰ বাবে লিখোঁ ? হঠাৎ বহি থাকোঁতে কোনোবা দৃষ্টিত আপোনাৰ মনত কোনো এটা কথা উদয় হৈছে : শুই থাকোঁতে, পত্নীৰ লগত আলোচনা কৰি থাকোঁতে, ব্ৰহ্মপুত্ৰৰ পাৰত বহি থাকোঁতে, হঠাৎ আপোনাৰ মনত এটা ভাবৰ উদয় হ'ল আৰু যদি ভাবে যে ভাবটো কলমৰ যোগেদি নহলে তুলিকাৰ মাজেদি প্ৰকাশ কৰা যায়, তাৰ দ্বাৰা মানৱ জীৱনৰ কোনো অংশৰ এটা উপকাৰ হ'ব, মানুহে পঢ়িব, আনন্দ পাব, তেতিয়াই সম্ভৱতঃ ক'লাৰ জন্ম হয়। এয়ে যদি সাহিত্যিকৰ লক্ষ্য হয় তেনেহ'লে মানুহৰ কাৰণেই উপন্যাস বা গল্প লিখা হয় বুলি মোৰ বিশ্বাস।

মই লিখোঁতে বিষয়বস্তুৰ ওপৰত গুৰুত্ব দিওঁ। এটা বিষয়বস্তু সন্মুখত লৈ সেইমতে চৰিত্ৰ আৰু সেইমতে তাৰ কথা-বতৰা ভাষা মই প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰোঁ।



মই মুক্ত কাহিনী ৰচনা কৰি ভাল পাওঁ আৰু ৰচনা কৰাৰ সময়ত ঠিক খুব গভীৰ ৰচনা কৰিছোঁ নে নাই ক'ব নোৱাৰোঁ, তথাপি মোৰ ভাব হয় যে উপন্যাস ৰচনা কৰাৰ বাহিৰে সকলো কাম, সকলো আলোচনা, সকলো কথা, সকলো মিথ্যা, ফাঁকি; অফিচ ফাঁকি, পত্নী, সন্তান সকলো মিছা, কেৱল উপন্যাসখনেই একমাত্ৰ সত্য আৰু উপন্যাসখন শেষ নোহোৱালৈকে দুৰ্বিসহ এটা বেদনাই এটা কীটৰ দৰে দংশন কৰিব আৰু উপন্যাসখন শেষ হোৱাৰ পিছত আকৌ সেই অফিচৰ মানুহৰ লগত, পত্নীৰ লগত অবাধ সম্পৰ্ক ৰক্ষা কৰি আকৌ যেন পৃথিৱীৰ মাজলৈ সোমাই গৈছোঁ এনেকুৱা এটা মোৰ অনুভৱ হয়।

'এদিন' উপন্যাসখন পৰিকল্পনা কৰিছিলোঁ এটা দিনত; চাৰি দিনত তাক লিখি সম্পূৰ্ণ কৰিছিলোঁ। কিন্তু 'জন্মান্তৰ' নামৰ এখন উপন্যাস ১৯৬০ চনত আৰম্ভ কৰিছিলোঁ ৰামধেনুত। শেষ সোনকালে কৰিব পৰা নাছিলোঁ। পুনৰ আৰম্ভ কৰিছোঁ—প্ৰায় বাৰ বছৰ পিছত। গতিকে মোৰ কোনো ৰচনা অতি সোনকালে, ততাতৈয়াকৈ প্ৰকাশ কৰাৰ প্ৰবল ইচ্ছা নাই; যেতিয়াই মন যায়, কোনো নামৰ কাৰণে, কোনো খ্যাতিৰ বাবে নহয়, তাক সম্পূৰ্ণ কৰাৰ আশা থাকে। প্ৰয়োজন হ'লে ১৫।২০ বছৰ কিয়, সমগ্ৰ জীৱন ধৰি ৰচনা কৰাৰ ধৈৰ্য আৰু প্ৰবৃত্তিও মোৰ আছে।

'এদিন' নামৰ উপন্যাসখনত কোনো পৰিৱৰ্তন কৰা নাছিলোঁ; এটা প্ৰেমৰ কবিতাবদৰে, এখন চিঠি লিখাবদৰে লিখি শেষ কৰিছিলোঁ। কিন্তু 'জন্মান্তৰ' নামৰ যিখন উপন্যাস লিখি আছোঁ, তাৰ বাক্য পিছত বাক্যৰ, তাৰ চৰিত্ৰৰ পাছত চৰিত্ৰ সলনি কৰি গৈ আছোঁ। কি হয় একো ক'ব পৰা নাই। তাৰ পাছত 'উত্তৰকাল' বুলি যিখন উপন্যাস কিছুদিনৰ আগতে লিখা হৈছিল, সেইখন উপন্যাস এটা গতিত তিনিদিনতে লিখি এখন কাকতত প্ৰকাশ কৰা হৈছিল। গতিকে এই বিষয়ে কোনো ধৰা-বন্ধা নিয়ম বা কোনো technic মই গ্ৰহণ কৰা নাই।

দেশী-বিদেশী লেখকৰ প্ৰভাৱ আৰু প্ৰিয় ঔপন্যাসিক-সম্পৰ্কে মই খুব সংক্ষেপে ক'বলৈ বিচাৰিছোঁ। বহুদিনৰ আগতে শৰৎচন্দ্ৰ চেট্টাৰ্জীৰ 'দেৱদাস' নামৰ এখন উপন্যাস পঢ়িছিলোঁ। সেই উপন্যাসখন পঢ়ি এটা

ধাৰণা, এটা অদ্ভুত আনুভূতিক আলোড়ন হৈছিল আৰু অন্ততঃ এসপ্তাহ সময় কান্দিব লগা হৈছিল। সেই দেৱদাস পঢ়াৰ পিছত এনে এটা ধাৰণা হৈছিল যে এইখন উপন্যাস পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ উপন্যাস। ইমান সুন্দৰ, ইমান করুণ, ইমান মধুৰ! কিছুদিনৰ পাছত সেই ধাৰণা ক্ৰমাৎ নাইকিয়া হৈ গ'ল। ইংৰাজী সাহিত্যৰ সংস্পৰ্শলৈ যেতিয়া আহিছিলোঁ Dickens-ৰ প্ৰভাৱত পৰিছিলোঁ। আৰু বহুত ঔপন্যাসিকৰ উপন্যাস তেতিয়াই পঢ়িছিলোঁ। কিন্তু যেতিয়াই 'ডষ্টয়েভ্স্কি' পঢ়িবলৈ আৰম্ভ কৰিলোঁ মোৰ ধাৰণা হ'ল এইয়ে সঁচা; বাকী সকলো মিছা। সেইবোৰ উপন্যাস নহয়, গল্প। এটা সাধুকথা এজন মানুহে কৈ গৈছে। ডষ্টয়েভ্স্কি পঢ়ি মই অনুমান কৰিছিলোঁ যে শ্ৰেষ্ঠ লেখকৰ ধাৰণাত, তেওঁৰ জীৱনত, একোটা চৰিত্ৰৰ মাজত দহোটা চৰিত্ৰ সোমাই থাকে। ভগৱান আৰু চয়তানৰ বিচিত্ৰ ৰূপ তাৰ মাজত থাকে। ব্ৰাদাৰ্ছ কাৰামাজোভ পঢ়ি ভাব হ'ল যে উপন্যাস এটা ধেমালি নহয়। ই জীৱনৰদৰে নহয়, ই নিজেই এটা জীৱন। উপন্যাস এখন লিখা মানে জীৱনটো পুনৰ আৱিষ্কাৰ কৰা। তাৰ গভীৰ উপলব্ধি মই ডষ্টয়েভ্স্কি পঢ়াৰ আগতে কৰিব পৰা নাছিলোঁ। মোৰ বিশ্বাস যে ডষ্টয়েভ্স্কিৰ নিচিনা পৃথিৱীত কোনো লিখক নাই।

মই আগতেই কৈছোঁ যে বাৰ্ধক্য আৰু মৃত্যু যদি আসন্ন নহয় তেনেহলে এখন শ্ৰেষ্ঠ উপন্যাস লিখাৰ আশা আছে। বৰ্তমান যিটো কামত মই নিয়োজিত, মই লোকৰ উপন্যাস, লোকৰ ৰচনা প্ৰকাশ কৰি আছোঁ।

ইংৰাজী সাহিত্যত এম. এ. পঢ়ি অহাৰ পিছত বীৰেন ভট্টাচাৰ্যৰ ৰামধেনুত আমাৰ অখ্যাত প্ৰখ্যাত কিছুমান লেখকৰ বিৰুদ্ধে এটা অবিৰাম গতিত সমালোচনা আৰম্ভ কৰিলোঁ। অজস্ৰ লেখকৰ উদ্ধৃতি দি এই লেখকবোৰ যে প্ৰকৃত অৰ্থত লেখক নহয় সেই কথা প্ৰমাণ কৰিবলৈ কঠোৰ সমালোচনা-কাৰ্যত ব্ৰতী হ'লোঁ। কিন্তু সময় পাৰ হৈ গ'ল; সেই সমালোচনাৰ এটা শব্দও আজি বাচি নাথাকিল। যিসকলক ক্ষতিগ্ৰস্ত কৰিম বুলি ভাবিছিলোঁ, ধ্বংস কৰিম বুলি ভাবিছিলোঁ, সেইসকল সুন্দৰভাৱে আজিও বাচি থাকিল। গতিকে সমালোচনাই মোক ক্ষুব্ধ নকৰে। যিকোনো সমালোচনাৰ সন্মুখীন হ'বলৈ এতিয়া মই প্ৰস্তুত। কাৰণ মই সেই বিখ্যাত উক্তিৰ ওপৰত বিশ্বাস কৰোঁ: "মোক তুমি যি সমালোচনা



কৰিছা, সেই সমালোচনা মই বেয়া পাব পাৰোঁ, কিন্তু মোক সমালোচনা কৰিবৰ বাবে তোমাক অধিকাৰ দিবলৈ মই জীৱন দান কৰিম।"

লেখকসকল সামাজিকভাবে দায়বদ্ধ হ'ব লাগে নে নালাগে—ই এটা জটিল প্ৰশ্ন। কবিতাৰ কথা মই ক'ব নোৱাৰোঁ। কাৰণ কবিতাৰ ক্ষেত্ৰত, ৰবীন্দ্ৰনাথৰ বলাকাৰ কবিতাক, চেক্সপীয়েৰৰ ছনেটক সামাজিকভাৱে দায়বদ্ধ বোলাৰ উপায় নাই। কিন্তু উপন্যাস আপুনি যদি লিখে, আপুনি বহু পৰিমাণে দায়বদ্ধ হ'ব লাগিব। উপন্যাস আধুনিক সমাজক লৈ লিখা হয়; দায়বদ্ধতা তাৰ এটা লক্ষণ। কিন্তু মোৰ এটা বিশ্বাস হৈছে যে এই দায়বদ্ধতাৰ উৰ্দ্ধত উঠি সমাজ বা আসক্তিৰ বন্ধন যদি ছিন্ন কৰি উঠিব নোৱাৰে তেন্তে উপন্যাস লিখা সাৰ্থক নহয়। এই বন্ধনছিন্নতাৰ কথাটোৱে মোক সদায় আনন্দিত কৰে। সীতাৰ কথা মই ক'ব খুজিছোঁ। ৰাম যেতিয়া এটা সোণৰ হৰিণৰ পিছত ধাবমান, লক্ষ্মণক সীতাই তেতিয়া আদেশ কৰিলে—ৰামক অনুসন্ধান কৰিবলৈ যাবৰ বাবে। লক্ষ্মণে যোৱাৰ আগমুহূৰ্তত সীতাৰ সন্মুখত এটা বন্ধন দি ক'লে যে তুমি এই বন্ধন ছিন্ন নকৰিবা; কৰিলে তোমাৰ বিপদ হ'ব। সীতা বাল্মীকিৰ শিল্পকন্যা; সাধাৰণ লেখকৰ নহয়। সীতাই সেই বন্ধন ছিন্ন কৰিলে। নকৰাহেঁতেন, ৰামায়ণ মহাকাব্য ৰচনা কৰা নহ'লহেঁতেন। মোৰ বিশ্বাস—এই যে আমাৰ অজস্ৰ বন্ধন—সমাজৰ বন্ধন, ধৰ্মৰ বন্ধন, কন্যা-পুত্ৰ-পৰিবাৰৰ বন্ধন, তাৰ উৰ্দ্ধত উঠি ডষ্টয়েভ্স্কিৰ দৃষ্টিৰে যদি কিবা লিখিব পৰা যায় সেই ৰচনাই শ্ৰেষ্ঠ হ'ব।

অসমীয়া উপন্যাস সম্পৰ্কে মই খুব চমুকৈ কৈছোঁ: দ্বিতীয় মহাসমৰৰ আগলৈকে চাৰিটা সুঁতিৰপৰা অসমীয়া উপন্যাস নিজৰ জীৱনী-শক্তি আহৰণ কৰিছিল। প্ৰথম হৈছে ৰামায়ণ-মহাভাৰত, দ্বিতীয় হৈছে অসমৰ বুৰঞ্জী আৰু অসমৰ সংস্কৃতি, তৃতীয় হৈছে ইংৰাজী সাহিত্যৰ অধ্যয়ন আৰু চতুৰ্থ হৈছে বঙলা সাহিত্যৰ অধ্যয়ন। আজি চাৰিওটা সুঁতি শুকান। বাণীকান্ত কাকতিৰ কথালৈ ঘূৰি যাব লাগিব যে অসমৰ সমগ্ৰ জাতীয় জীৱন—এই নৈ, এই সুৰ, এই গান, চাৰিওফালে আমাৰ যিটো প্ৰচণ্ড প্ৰৱাহ, এই জনজাতীয় জীৱন—এওঁলোকৰ মাজত সম্পৰ্ক ৰক্ষা কৰি উপন্যাস লিখিব নোৱাৰিলে আমাৰ উপন্যাসৰ ভৱিষ্যত একেবাৰে নাই।

আৰু এটা কথা—নতুনৰ সন্ধান উপন্যাসবোৰত পাব লাগিব। মোৰ বিশ্বাস, অসম দেশত কোনোবা সাহিত্যিক হিচাপে যদি বিখ্যাত হ'ব খোজে, তেওঁ অসম দেশৰপৰাই সমল সংগ্ৰহ কৰিব লাগিব আৰু সংগ্ৰহ কৰি তাকে উন্নত আৰু সংস্কৃত কৰি আমাৰ সমাজকে দি যাব লাগিব।

## মহেন্দ্ৰ বৰঠাকুৰ

হাইস্কুলীয়া জীৱনত চুৰকৈ উপন্যাস পঢ়িছিলোঁ। উপন্যাসৰ নায়কৰ জীৱনেই নিজৰ জীৱন হওক বুলি কামনাও কৰিছিলোঁ; কলেজত ভৰি দিয়েই উপন্যাস লিখাৰ চেষ্টা চলালোঁ। সেইসময়ত মোৰ আদৰ্শ উপন্যাস 'সাধনা', আদৰ্শ ঔপন্যাসিক দণ্ডিনাথ কলিতা। সাধনাৰ নায়ক দীনবন্ধুৰ অনুৰূপ চৰিত্ৰ সৃষ্টিৰ হেঁপাহেৰে ময়ো এটি চৰিত্ৰ সৃষ্টি কৰিলোঁ। মোৰ প্ৰথম উপন্যাস-প্ৰচেষ্টা 'শেষ আধ্যাৰ সামৰণি'। ৰামদিয়াৰ শ্ৰীপ্ৰমোদ চৌধুৰী নামৰ এজন বন্ধুৱে নি সেইখন প্ৰকাশো কৰিলেগৈ। তেতিয়া মই সম্ভৱ তৃতীয় বাৰ্ষিকত। ছপা কিতাপ দেখি মোৰ ভীষণ আনন্দ! কিন্তু আৱেগ আৰু অপুষ্ট চিন্তাৰ স্বাক্ষৰ বহন কৰা সেই কিতাপখনৰ কথা কোনোবাই ক'লে মই এতিয়া লাজ পাওঁ। যদিও এইখন মোৰ প্ৰথম উপন্যাস, প্ৰকৃতাৰ্থত এইখন উপন্যাস লিখাৰ সাত বছৰৰ পিছত অৰ্থাৎ ১৯৬০ চনত যিখন উপন্যাস লিখিলোঁ, সেইখনকে মই মোৰ প্ৰথম উপন্যাস বুলি ক'ব খোজোঁ। এই উপন্যাসখনৰ নাম 'উদাসী সন্ধ্যা'। উপন্যাস কিয় বাছি ললোঁ সেই প্ৰশ্নৰ উত্তৰ আন দহজনে দিয়াৰ দৰেই ময়ো দিম যে নিজৰ চিন্তা, আদৰ্শ, অভিজ্ঞতা, বক্তব্য তথা মোৰ পৰিচিত জীৱনৰ ছবি এখন কথাৰে আঁকিবলৈ উপন্যাসতকৈ ভাল কেনভাছ মোৰ বাবে নাই।

মই ভাবোঁ একো একোটা অভিজ্ঞতাই, একো একোটা আইডিয়াৰ জন্ম দিব পাৰে অথবা একোটি আইডিয়াক উপন্যাসৰ মাধ্যমেৰে দাঙি ধৰিবলৈ অভিজ্ঞতাৰ প্ৰয়োজন নিশ্চয় হয়। 'উদাসী সন্ধ্যা' লিখাৰ প্ৰেৰণা আহিছিল অভিজ্ঞতা আৰু আইডিয়াৰপৰা। সৰু সৰু মানুহবোৰ বহু সংকীৰ্ণতাৰ ওপৰত; ভৌগোলিক সীমাৰেখাই মানুহৰ হৃদয়ৰ চিৰন্তন আৱেদনক ভাগ কৰিব নোৱাৰে। অথচ ৰাজনৈতিক পাশা-খেলত



তেওঁলোককেই পণ থোৱা হয়, চকুপানী তেওঁলোকেই টুকিব লগা হয় এয়ে আছিল মোৰ প্ৰথম উপন্যাসৰ কথা।

উদ্দেশ্যহীনভাৱে, কেৱল কাহিনীৰ বাবে কাহিনী সৃষ্টি কৰিব মই নোৱাৰোঁ। বক্তব্য মোৰ সদায় থাকে আৰু সেই বক্তব্যখিনি প্ৰতিপন্ন কৰিবলৈকে কাহিনী একোটা জুৰি লওঁ।

কাহিনীৰ পটভূমি আৰু পৰিৱেশৰ ভিন্নতাই বক্তব্য নিৰ্ণয় কৰে, কিন্তু লেখকৰ মূল জীৱন-দৰ্শন সকলো পৰিৱেশ আৰু সকলো পটভূমিত একেই থাকে। মই ভাবোঁ প্ৰতিজনৰেই জীৱন-দৰ্শন আছে, মোৰ জীৱন-দৰ্শন কি—সেইকথা মই ইয়াত একেষাৰতে কৈ দিব নোখোজোঁ। মোৰ উপন্যাস, চুটি-গল্প অথবা নাটকৰ মাজেদিয়েই তাক মই দাঙি ধৰিব খোজোঁ। জাত্যাভিমানক মই সহ্য কৰিব নোৱাৰোঁ, ঘিণ কৰোঁ।

প্ৰথমে মই নিজৰ বাবেই লিখোঁ; কিন্তু মোৰ ৰচনাৰ পাঠকো মই বিচাৰোঁ; কাৰণ মোৰ বক্তব্য সৰহ সংখ্যক পাঠকৰ ওচৰত পোৱাবগৈ নোৱাৰিলে মোৰ লিখাৰ উদ্দেশ্যও সাৰ্থক নহব। কিন্তু পাঠকে কি ভাল পাই সেইটোতকৈও পাঠকে কি ভাল পোৱা উচিত সেই বিষয়তে মই গুৰুত্ব দিওঁ। মই ভাবোঁ সাহিত্য সৃষ্টি অৱসৰ মুহূৰ্তৰ চথ নহয়—ই জীৱনৰ সংঘাত, সংগ্ৰাম আৰু পৰিৱৰ্তিত পৰিস্থিতিত মানুহৰ আশা-আকাঙ্ক্ষাৰ ছবি। সৰ্বসাধাৰণক আকৰ্ষণ কৰাৰ চেষ্টা মোৰ আছে কিন্তু সেই চেষ্টা ব্যৱসায়িক দৃষ্টিকোণেৰে নহয়।

ভৱিষ্যতক গঢ় দিব লগীয়া বৰ্তমানৰ ওপৰত মোৰ গভীৰ বিশ্বাস।

শেহতীয়া উপন্যাসখনত মই মুক্ত কাহিনীকে জুৰি লৈছোঁ। অৱশ্যে এই প্ৰশ্নটি পোৱাৰ আগলৈকে মই প্ৰকৃততে কি ধৰণৰ কাহিনী, অৰ্থাৎ মুক্ত নে বন্ধ, ৰচনা কৰিবলৈ ভাল পাওঁ—এই বিষয়ে চিন্তাই কৰা নাছিলোঁ। ৰচনাৰ সময়ত মনৰ অৱস্থা কেনে হয় সেই কথা কথাৰে উপলব্ধি কৰাব নোৱাৰিম। মুঠতে সৃষ্টিৰ মুহূৰ্তত মই সামান্যভাৱে হ'লেও অস্থিৰ হৈ পৰোঁ, মোৰ সৃষ্ট চৰিত্ৰসমূহৰ লগত একাত্মবোধ স্থাপন কৰোঁ, সিহঁত কেতিয়াবা এনেভাৱে মোৰ লগত লাগি থাকে যে সিহঁতক এৰি মই শুবও নোৱাৰোঁ। সেই সময়ত খিঙ্ খিঙীয়া হওঁ বুলিও ঘৰত অভিযোগ কৰে। স্বপ্ন আৰু বাস্তৱৰ সংঘাত হ'লেই খং বেছি হয় নে কি জানো!

উপন্যাস এখনৰ পৰিকল্পনা কৰোঁতে কিমান দিন লাগে—সেই কথাৰ কোনো থাটাং উত্তৰ মোৰ নাই। 'উদাসী সন্ধ্যা'ৰ পৰিকল্পনা কৰোঁতে চাৰিমাহমান লৈছিল ; লিখি শেষ কৰোঁতে ডেৰ বছৰ লাগিল। 'বেগমপাৰা'ৰ পৰিকল্পনা চাৰিদিন মানত কৰিছিলোঁ ; কিন্তু লিখি শেষ কৰোঁতে দুবছৰ লাগিল। 'বেলিফুল'ৰ পৰিকল্পনা এটি প্ৰাপ্ত কাহিনীৰ ভেটিত একেদিনাই কৰিছিলোঁ ; কিন্তু লিখি উলিয়াওঁতে তিনিবছৰ ল'লে। আনহাতে 'বেণুৰ দাইটি আৰু আমি', 'ইত্যাদি' নামৰ আলোচনীত প্ৰকাশিত উপন্যাস দুখনৰ পৰিকল্পনা কৰি লিখি উলিয়াওঁতে মুঠতে এসপ্তাহ লাগিছিল। অৱশ্যে এই দুখন উপন্যাস খৰ-ধৰকৈ লিখা।

মই প্ৰায় একো একো অংশহে লিখোঁ ; একেলগে লিখিব নোৱাৰোঁ। কাৰণ—বৈষয়িক।

সংশোধনৰ প্ৰয়োজন প্ৰায়েই হয়। নামকৰণ পিছত কৰোঁ। কিন্তু 'বেগমপাৰা' উপন্যাসখনৰ নামকৰণ আগতেই কৰিছিলোঁ. কিয়নো এই উপন্যাসখনৰ মূল কথাই হৈছে এটি বিশেষ অঞ্চলৰ বা পাৰাৰ জীৱনধাৰা।

কাৰো প্ৰভাৱ মোৰ ওপৰত নাই পৰা।

প্ৰিয় ভাৰতীয় ঔপন্যাসিক—মানিক বন্দ্যোপাধ্যায়। গ্ৰাম্য জীৱনৰ হাঁহি-কান্দোন, সংঘাত-সংযমৰ ছবি মই মানিক বন্দ্যোপাধ্যায়ৰ উপন্যাসত পাওঁ।

মোৰ শ্ৰেষ্ঠ ৰচনাৰ বিচাৰ এতিয়াই মই নকৰোঁ।

আক্ৰোশবিহীন যুক্তিসম্মত সমালোচনাই মোক উৎসাহিত কৰে।

অসমীয়া মানুহৰ জীৱন এতিয়াও বিশেষ জটিল হৈ পৰাগৈ নাই, বিচিত্ৰতাও নাই। প্ৰায় কেইজন অসমীয়া লেখকেই চাকৰি কৰে, লিখা তেওঁলোকৰ নিচাহে। তাৰ মাজতো যেতিয়া 'জীৱনৰ বাটত' বা 'সেউজী পাতৰ কাহিনী', 'ডাৱৰ আৰু নাই', 'কপিলীপৰীয়া সাধু', 'সুৰুযমুখীৰ স্বপ্ন', 'ইয়াৰুইঙ্গম', 'হালধীয়া চৰায়ে বাওধান খায়', 'গঙাচিলনীৰ পাখি'ৰ দৰে উপন্যাস ওলাইছে—তেনে ক্ষেত্ৰত অসমীয়া উপন্যাসৰ ভৱিষ্যত সম্পৰ্কে মই বৰ নিৰাশ নহয়।

সংখ্যাৰে মোৰ চাৰিখন উপন্যাস কিতাপ আকাৰত প্ৰকাশ হৈছে যদিও প্ৰথমখনক মই লেখত নধৰিলেই ভাল পাম। তিনিখন উপন্যাস এতিয়াও



আলোচনীৰ পাততে আছে। মোৰ উপন্যাসকেইখনৰ বেলেগ শ্ৰেণী বা স্তৰৰ বিভাগ কৰিব পাৰি নে কি সেই কথা মই এতিয়াও ভাবি চোৱা নাই।

চাহবাগিচাত মোৰ শৈশৱ, গাঁৱত মোৰ কৈশোৰ আৰু নগৰত মোৰ কৰ্মজীৱন। নিম্ন-মধ্যবিত্ত আৰু উদ্বাস্তু জীৱনৰ সংঘাতে মোক মোৰ লিখাৰ সমল দিয়ে—সেই জীৱন গাঁৱৰেই হওক বা নগৰৰেই হওক।

পৰম্পৰাগত কিছুমান বিশ্বাসক যুক্তি-তৰ্কেৰে কাহানিও চালিজাৰি চোৱা নাই। অথবা কিছুমান পৰম্পৰাগত বিশ্বাসৰ বৈজ্ঞানিক ভেটি নাই বুলি জানিও তাক অব্যক্ত কাৰণত নাকচ কৰা নাই।

নাটক আৰু চুটি-গল্প মোৰ প্ৰিয়।

জীৱনৰ, সময়ৰ জটিলতাৰ মাজত আমি এতিয়াও সোমাব পৰা নাই আৰু সেই বাবেই বৰ্তমানৰ উপন্যাসত জীৱনৰ জটিল ফালটো অংকিত হোৱা নাই। মই নিজেও তাৰ ব্যতিক্ৰম নহয়।

জিজ্ঞাসা, অৰ্ন্তদৃষ্টি আৰু একাত্মবোধ, এই কেইটাই বোধকৰোঁ আটাই-তকৈ প্ৰয়োজনীয় কথা।

## নবীন বৰুৱা

১। ১৯৬৫ চনত প্ৰথম উপন্যাস 'কটন কলেজ' লিখোঁ। নিজৰ মনৰ ভাবথিনি প্ৰকাশৰ কাৰণে এই মাধ্যমটোৰ পৰিসৰ আটাইতকৈ বহল ; এতেকে ইয়াকে মই মোৰ মনৰ ভাব প্ৰকাশৰ মাধ্যম হিচাপে বাছি ল'লোঁ।

২। ১৯৬৩ নে '৬৪ চনত অধুনালুপ্ত 'অসম বাতৰি'ত 'কটন কলেজ'ৰ বিষয়ে এটি প্ৰবন্ধ প্ৰকাশ হৈছিল আৰু সেই প্ৰবন্ধটিয়ে যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। সেই সময়ত কটনৰ ছাত্ৰ হিচাপে মোৰ মনতো সেই প্ৰবন্ধটিয়ে যথেষ্ট ৰেখাপাত কৰিছিল। এতেকে মনৰ ভাববোৰ মাৰ নিয়াবলৈ ১৯৬৫ চনত কেইটামান মাহ গোলাঘাটত থাকোঁতে মই মোৰ প্ৰথম উপন্যাস 'কটন কলেজ' লিখোঁ। অৱশ্যে মোৰ লিখাৰ সেই সময়ৰ অনুপ্ৰেৰণা তথা প্ৰথম পাঠক-সমালোচক আছিল মোৰ অগ্ৰজ-প্ৰতিম বন্ধু জেহিৰুল হুচেইন।

৩। মই কি প্ৰকাশ কৰিব খোজোঁ সেয়া মোৰ উপন্যাসতে আছে। কোনো বক্তব্য নাথাকিলে জানো সঁচা অৰ্থত সাহিত্য হ'ব? কাহিনী নাথাকিলে জানো উপন্যাস হ'ব? আৰু চৰিত্ৰবোৰেই জানো সমাজৰ প্ৰতিফলক নহয়? মোৰ বিশেষ উদ্দেশ্য এই কেইটা প্ৰশ্নৰ উত্তৰতে আছে।

৪। জীৱন দৰ্শনৰ বিষয়ে ক'ব পৰাকৈ মোৰ অভিজ্ঞতা আৰু অধ্যয়ন এতিয়াও পূৰ্ণ হোৱা নাই বুলিয়েই মোৰ বিশ্বাস। ৰাজনৈতিক দৰ্শন হিচাপে মই মাৰ্ক্সীয় দৰ্শনক এক বৈজ্ঞানিক দৰ্শন হিচাপে বিশ্বাস কৰোঁ। অৱশ্যে মোৰ লেখাৰ ওপৰত এতিয়াও ইয়াৰ প্ৰভাৱ পৰা নাই; কাৰণ মূলতঃ মই বৰ্তমানলৈকে এজন 'লিবাৰেল বুৰ্জোৱা' লেখক। এই ক্ষেত্ৰত মোৰ সীমাবদ্ধতাৰ বিষয়ে স্পষ্ট ধাৰণা আছে।

৫। মই ভাবোঁ সকলো লেখকে প্ৰথমে নিজৰ কাৰণে লিখে; মোৰ ক্ষেত্ৰতো ভাবোঁ ইয়েই সত্য। 'বিশেষ পাঠক শ্ৰেণী' মানে যদি তথাকথিত বুদ্ধিজীৱী শ্ৰেণীটোক বুজাইছে মই ভাবোঁ সেই শ্ৰেণীটোৰ কাৰণে মই নিলিখোঁ। মই জনসাধাৰণৰ অধিক কাষ চাপি যাব খোজোঁ; কিন্তু তাৰ অৰ্থ এইটো নহয় যে সাধাৰণ পাঠকে যিহকে ভাল পায় তেওঁলোকৰ মনোৰঞ্জনৰ কাৰণে তাকে মই সৃষ্টি কৰিম। বৰং মোৰ লিখাৰদ্বাৰা তেওঁলোকক মোৰ কাষলৈ টানি আনিবলৈ বিচাৰোঁ।

৬। মোৰ বক্তব্যক উপলব্ধি আৰু বিশ্লেষণ কৰি তাক পাঠকৰ আগত মই বিচৰা অনুসাৰে দাঙি ধৰিব পৰাটোৰ ওপৰতে অধিক গুৰুত্ব দিওঁ।

৭। মোৰ বক্তব্য দাঙি ধৰিবলৈ যি কাহিনীৰ প্ৰয়োজন হয় তেনে কাহিনী সৃষ্টি কৰোঁ; মুক্ত কাহিনী ( Loose plot ) বা বদ্ধ কাহিনী ( Rigid plot ) ইত্যাদি কথা লিখাৰ সময়তো বা আগতেও চিন্তা কৰা নাই। লিখাৰ সময়ৰ মনৰ অৱস্থা বুজাই ক'ব পৰাকৈ মোৰ কোনো শব্দ নাই।

৮। কোনো নিৰ্দিষ্ট সময়ৰ কথা ক'ব নোৱাৰি। এমুৰৰপৰা লিখি যাওঁ, অৱশ্যে একেৰাহে তিনি পৃষ্ঠাতকৈ অধিক একেটা বহাত মই লিখিব নোৱাৰোঁ। এতেকে মোৰ এখন উপন্যাস লিখিবলৈ যথেষ্ট সময় লাগে।

৯। সম্পূৰ্ণ কৰাৰ পিছত প্ৰয়োজন বিশেষে সংশোধন, পৰিবৰ্তন বা পৰিবৰ্ধন কৰোঁ। নামকৰণ কৰিবলৈ মই বৰ টান পাওঁ। এতেকে নামকৰণ সাধাৰণতে মই পিছত কৰোঁ। মোৰ 'প্ৰেমিকা' আৰু 'মন-অজন্তা'—এই



উপন্যাস দুখনৰ নামকৰণ ক্ৰমে হোমেন বৰগোহাঞি আৰু নিৰ্মলপ্ৰভা বৰদলৈয়ে কৰিছিল।

১০। মই ভাবোঁ কাৰো প্ৰভাৱ নাই। প্ৰভাৱ পৰিব পৰাকৈ মই অধ্যয়নশীল লেখক নহয়। মই অনুভূতিপ্ৰৱণ লেখকহে।

১১। স্কুলত পঢ়ি থাকোঁতে পাৰ্ল বাক মোৰ প্ৰিয় লেখিকা আছিল। বৰ্তমান মোৰ কোনো তেনে প্ৰিয় লেখক বা লেখিকা নাই। পঢ়ি ভাল লাগিলে মই যেই কোনো লেখকৰে লেখা পঢ়োঁ: নিৰদ চৌধুৰীৰপৰা নিৰোদ চৌধুৰীলৈ, মাৰ্ক্সৰপৰা চেক্সলৈ।

এখনো শ্ৰেষ্ঠ উপন্যাস মই লিখা নাই।

সমালোচনাই মোক ক্ষুব্ধ নকৰে।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি ভাবোঁ।

সম্ভাৱনা হয়তো আছে। বৰ্তমান কিছু হতাশ কৰিছে। কবিতা আৰু নাটকৰ বাহিৰে গল্প আৰু উপন্যাসৰ ক্ষেত্ৰত কিছু বছৰৰপৰা মোৰ প্ৰিয় অগ্ৰজ লেখক প্ৰায়বোৰে যেন মোক হতাশ কৰিছে এনে ভাব হৈছে।

মোৰ প্ৰকাশিত উপন্যাস পাঁচখন। শেষৰখন প্ৰেছত আছে। শ্ৰেণী বা স্তৰ বিভক্ত কৰা কামটো মই পাঠক আৰু সমালোচকলৈকে থ'লোঁ।

আকৰ্ষণ বুলি নহয়, নগৰৰ অভিজ্ঞতা আছে কাৰণে নগৰৰ কথাই বেছি লিখিছোঁ। ককাদেউতাহঁত উচ্চ-মধ্যবিত্ত; দেউতা-মাহঁত এসময়ত মধ্যবিত্ত আৰু বৰ্তমান আমাৰ পৰিয়ালটো-নিম্নবিত্ত শ্ৰেণীত পৰে কাৰণে এওঁলোকৰ বিষয়ে অভিজ্ঞতাও বেছি, এতেকে এই শ্ৰেণী লোকৰ কথাই লিখাও হৈছে বেছি। মই ভাবোঁ মধ্যবিত্ত পৰিয়ালৰ অৱক্ষয়ৰ এক স্পষ্ট অভিজ্ঞতা মোৰ আছে।

ঈশ্বৰ সম্পৰ্কে মোৰ স্পষ্ট ধাৰণা নাই। মোৰ বোধগম্য হোৱা সংজ্ঞা এটা যদি মোক দিয়ে—মই তেতিয়াহে এই প্ৰশ্নৰ উত্তৰ দিব পাৰিম।

সাহিত্যৰ অন্য বিভাগৰ ভিতৰত মোৰ প্ৰিয় হ'ল—কবিতা।

এখন উপন্যাস লিখাৰপৰা ই ছপা হৈ ওলোৱালৈকে অসমত যি পদ্ধতিৰে অসমীয়া উপন্যাস প্ৰকাশ হয়—তাৰ ব্যক্তিগত অভিজ্ঞতা অলপ হৈছে কাৰণেই কওঁ—ভাল উপন্যাস সৃষ্টি হোৱা বৰ্তমান সময়ত কোনো সম্ভাৱনা মই দেখা নাই। বয়সৰ ফালৰপৰা অগ্ৰজ কিন্তু মোৰ সম-সাময়িক

হৃজনমান ঔপন্যাসিকে অৱশ্যে মোৰ হতাশাগ্ৰস্ত মনটোত কিছু আশাৰ সঞ্চাৰ কৰিছে।

বক্তব্যৰ স্পষ্টতা, কাহিনী ও চৰিত্ৰসমূহৰ উপলব্ধি আৰু এই সকলোবোৰ এজন চোকা সমালোচকৰদৰে বিশ্লেষণ কৰি চোৱাৰ ক্ষমতা থাকিলে মই ভাবোঁ—ভাল উপন্যাস লিখিব পৰা যায়।

## যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস

### ড° সত্যেন্দ্ৰনাথ শৰ্মা

শ্ৰদ্ধেয় সঞ্চালক ডাঙৰীয়া, উপন্যাসপ্ৰেমী সুধীবৃন্দ আৰু ঔপন্যাসিক-সকল, মোৰ প্ৰথমে থিয় হৈ মালিক চাহাবে কোৱা কথাটো মনত পৰিছে। কাৰণ তেখেতে সমালোচনাৰ ক্ষেত্ৰত কৈছিল যে লেখকৰ দৃষ্টি-ভংগীৰ লগত সমালোচকৰ দৃষ্টিভংগী একে নহ'বও পাৰে। আৰু যদি সমালোচকে আন বেলেগ অৰ্থ বুজাৰ বাবে বা লেখকজনৰ লিখাৰ ভংগীৰ লগত তেওঁৰ দৃষ্টিভংগী নিমিলাৰ বাবে সমালোচনা কৰিবলৈ লয়, তেতিয়া লেখকৰ এটা আক্ষেপ ৰৈ যায়। মোৰো সেইটো অৱস্থা হ'ব পাৰে বা হোৱাৰ সম্ভাৱনা আছে। মোৰ মত বহুতৰ লগত নিমিলিবও পাৰে। লেখক ভেদে দৃষ্টিভংগী বেলেগ হ'বলৈ বাধ্য। সাহিত্য-সমালোচনাৰ ক্ষেত্ৰতো বিশেষভাৱে কোনো এটা নিৰ্দিষ্ট সূত্ৰ নাই যে এইটোহে হ'ব বা এনেধৰণৰ মন্তব্যহে হ'ব পাৰে, এনে একো হ'ব নোৱাৰে। প্ৰত্যেকৰে ৰুচি, ৰসাস্বাদনৰ ক্ষমতা আৰু অভিজ্ঞতা বেলেগ বেলেগ। সেই বাবে ব্যক্তি অনুসৰি মন্তব্য বিভিন্ন ধৰণৰ হ'ব পাৰে। এজন সমালোচকে এখন উপন্যাস বেয়া হোৱা বুলি ক'লেই বেয়া নহবও পাৰে। সমালোচকৰ মন্তব্য তেওঁৰ নিজা মন্তব্য।

দৰাচলতে যোৱা ২৫ বছৰৰ অসমীয়া উপন্যাসৰ ধাৰা যদি অনুসৰণ কৰিব লগা হয় সেইটো এটা বৰ দীঘলীয়া আলোচনা হয়। এটা বক্তৃতাত সকলো কথা অন্তৰ্ভুক্ত কৰিবলৈ টান হৈ পৰে। যদি মালিকৰে উপন্যাস আলোচনা কৰা যায় তেনেহলেও বহু সময় লাগিব। সকলোবিলাক উপন্যাসৰ কথা ক'বলৈ নিশ্চয় অসুবিধা হ'ব। তথাপি মই সাধ্যানুসাৰে চেষ্টা কৰি কিছু কথা কোৱাৰ যত্ন কৰিছোঁ। দৰাচলতে ১৯৪৭ চনৰ পিচৰপৰা আমাৰ এটা নতুন যুগ আৰম্ভ হৈছে। উপন্যাসৰ ক্ষেত্ৰতে অকল নহয়, সাহিত্যৰ সকলো দিশতে এটা নতুন যুগৰ সূচনা হৈছে। নানা কাৰণবশতঃ এটা সাময়িক স্থবিৰতা আহিছিল আৰু স্বাধীনতাৰ পিছত লাহে লাহে অসমীয়া উপন্যাসৰ ৰূপৰ সলনি ঘটিছে।

যোৱা ২৫ বছৰৰ ইতিহাসত উপন্যাসৰ বিকাশৰ ক্ষেত্ৰত আমি বহুখিনি আগবাঢ়ি আহিছোঁ। আমাৰ পৰিবৰ্তিত পৰিবেশে এই ক্ষেত্ৰত সহায় কৰিছে। সেইখিনিও আমি প্ৰথমতে চোৱা দৰ্কাৰ। প্ৰথমতে আমি এটা কথা চোৱা দৰকাৰ যে উপন্যাস বস্তুটো সৃষ্টি কৰিলে মধ্যবিত্ত শ্ৰেণীয়ে আৰু ইয়াৰ বিকাশত সহায় কৰিলে মধ্যবিত্ত শ্ৰেণীয়ে। সকলো দেশতে শিক্ষিত মধ্যবিত্ত শ্ৰেণীয়ে উপন্যাসৰ সৃষ্টি, বিকাশ আৰু প্ৰসাৰত অৱিহণা যোগাই আহিছে।

১৯৪৭ চনৰ আগতে আমাৰ যে সাহিত্যত উপন্যাসৰ ধাৰা শক্তিশালী হৈ উঠা নাছিল, তাৰ এটা প্ৰধান কাৰণ হৈছে আমাৰ সমাজত এটা শক্তিশালী শিক্ষিত মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠা নাছিল। কিন্তু ১৯৪৭ চনৰ পিছৰপৰা যোৱা ২৫ বছৰত আমাৰ এই শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৱে যথেষ্ট বিকাশ লাভ কৰিছে। ১৯৪৭ চনত যদি আমি শিক্ষাৰ পৰিসংখ্যা বিচাৰ কৰোঁ তেতিয়া আমি দেখা পাম ১৯৪৭ চনত অসম উপত্যকাত মাত্ৰ ৪খন নে ৫খন মহাবিদ্যালয় আছিল আৰু আজি তাৰ ঠাইত আছে ১৫০খন মহাবিদ্যালয়। গতিকে যোৱা ২৫ বছৰত শিক্ষাৰ প্ৰসাৰৰ লগে লগে এটা শিক্ষিত মধ্যবিত্ত শ্ৰেণী গঢ়ি উঠিছে।

এটা জাতিৰ ইতিহাস বিচাৰ কৰিলে প্ৰথমে প্ৰয়োজন হয় সেই জাতিৰ সাহিত্য বিচাৰ কৰাৰ আৰু সাহিত্যৰ লগত শিক্ষাৰ সম্পৰ্ক এৰাব নোৱৰা ধৰণৰ।

দ্বিতীয়তে, সাধাৰণ শিক্ষাৰ প্ৰসাৰৰ লগে লগে আমি এটা বৈশিষ্ট্য দেখিছোঁ, সেইটো হ'ল স্ত্ৰী-শিক্ষাৰ প্ৰসাৰ। ফলত সমাজত উদাৰ মনোভাৱ, মুকলিমূৰীয়া মনোভাৱ বাঢ়ি আহিছে। আৰু এটা কথা এই প্ৰসংগত কোৱা প্ৰয়োজন যে যোৱা ২৫ বছৰে আমাৰ দেশতে নহয়, সমগ্ৰ জগততে যি দ্ৰুত গতিত সমাজৰ পৰিবৰ্তন ঘটিছে সেই সামাজিক পৰিবৰ্তনৰ লগে লগে নতুন ঘটনাৰ সমস্যা কিছুমানে আমাৰ সমাজত দেখা দিছেহি। তদুপৰি যোৱা ২৫ বছৰত বিজ্ঞানৰ উৎকৰ্ষ সাধনৰ লগে লগে গোটেই জগতখন সৰু হৈ পৰা যেন হৈছে।

তৃতীয়তে, এটা কথা মন কৰিব লাগিব যে আমাৰ উপন্যাসৰ ক্ষেত্ৰত কিছুমান নতুন সামাজিক প্ৰমূল্যৰ সম্পৰ্ক আছে। আগৰ জীৱনৰ যি



প্ৰমূল্য আছিল সেই প্ৰমূল্য লাহে লাহে বদলি হৈ গৈছে। নতুন প্ৰমূল্যৰ কাৰণে মানুহে হাবাথুৰি খাইছে। অথচ নতুন প্ৰমূল্য এটা বিচাৰি পোৱা নাই। মানুহৰ জীৱন সম্পৰ্কে বা সমাজ সম্পৰ্কে আগৰ যিবোৰ ধ্যান-ধাৰণা আছিল সেইবিলাক এতিয়া বদলি হৈ গৈছে অথচ আমাৰ সমাজৰ লগত খাপ খোৱা এটা নতুন প্ৰমূল্য গ্ৰহণ কৰিব পৰা নাই। এনে এটা অস্থিৰ অৱস্থা আমাৰ আহি পৰিছে।

আনপিনে যোৱা ২৫ বছৰত সামাজিক জীৱনৰ বিকাশৰ ক্ষেত্ৰত—ৰাজনৈতিক দিশত, ব্যক্তিগত জীৱনত নানাভাৱে পৰিবৰ্তনৰ সূচনা হৈছে। আমি এনে উপন্যাসো দুই-এখন পাইছোঁ যিবোৰে আজিৰ সময়ৰ লগত খোজ মিলাব পৰা নাই। ফলত অসহায় বোধ কৰিছে। এইখিনি প্ৰাথমিক কথা কৈ মই অসমীয়া উপন্যাসৰ এটা মূল ইতিহাসৰ ধাৰা দিবলৈ চেষ্টা কৰোঁ। ১৯৪৭ চনৰপৰা ১৯৬০ চনলৈ এই ১২ বছৰ বা ১৩ বছৰ কাল আমি আধুনিক অসমীয়া উপন্যাসৰ প্ৰাথমিক স্তৰ বা প্ৰস্তুতিৰ স্তৰ বুলি ক'ব পাৰোঁ। আজি যিসকলে নতুনকৈ ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে সেই সকলে ৫০'ৰ দশকত উপন্যাসত হাত দিছিল। মালিকে ৫০'ৰ দশকত নতুনকৈ উপন্যাসৰ ক্ষেত্ৰত প্ৰৱেশ কৰিছিল। বীৰেন ভট্টাচাৰ্যই 'ৰাজপথে ৰিঙিয়াই' ৫০'ৰ দশকত আৰম্ভ কৰিছে। কিন্তু ৫০'ৰ দশকত তেওঁলোকৰ ঔপন্যাসিক প্ৰতিভা বিকাশ হোৱা নাছিল। এই ১২ বছৰ অৰ্থাৎ '৬০ লৈকে আমি যিসকলক লগ পাইছোঁ, যিকেইজনে অসমীয়া উপন্যাসৰ ধাৰাটো অব্যাহত ৰাখিবলৈ চেষ্টা কৰিছে আৰু নতুন অসমীয়া উপন্যাসৰ ধাৰা প্ৰতিষ্ঠিত হোৱাত সহায় কৰিছে, তেওঁলোকৰ ভিতৰত সকলোৰে লিখা সম্পৰ্কে মই আলোচনা নকৰোঁ, কাৰণ সময়ো নাই আৰু সম্ভৱো নহয়। গতিকে মই প্ৰথমে মহম্মদ পিয়াৰৰ কথাকে কওঁ। ঔপন্যাসিক হিচাপে তেওঁ প্ৰতিষ্ঠাশীল ঔপন্যাসিক আছিল। ১৯৪৫ চনৰ মহাযুদ্ধৰ পিছত যি স্থবিৰতা দেখা গৈছিল সেই সময়ত অসমীয়া উপন্যাসৰ সুঁতি অব্যাহত ৰখাত মহম্মদ পিয়াৰৰ এটা উল্লেখযোগ্য বৰঙনি আছে। তেখেতৰ ৬/৭ খনমান উপন্যাসত দুটা কথা লক্ষ্য কৰোঁ; এটা হ'ল—নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ জীৱন-সংগ্ৰাম। জীৱিকাৰ বাবে বহুত ক্ষেত্ৰত যিখিনি বাধা, যিখিনি সংগ্ৰাম কৰিব লগা হয় সেইখিনি তাত আমি দেখা পাওঁ। দেখা পাওঁ এটা

সাম্প্ৰদায়িক-সম্প্ৰীতি স্থাপনৰ প্ৰচেষ্টা। সাম্প্ৰদায়িক প্ৰীতিৰ এটা ভাব তেওঁ প্ৰকাৰান্তৰে প্ৰকাশ কৰিব পাৰিছে। কিন্তু তেওঁৰ উপন্যাসত গভীৰ জীৱন আদৰ্শ নাই। জীৱনটো গভীৰভাৱে চাবলৈ হয়তো তেওঁ চেষ্টাই কৰা নাই। তথাপি মহম্মদ পিয়াৰক আমি একেবাৰে উপেক্ষা কৰিব নোৱাৰোঁ। আৰু এজনৰ নাম এই প্ৰসংগত কওঁ। সেইজন হৈছে প্ৰেমনাৰায়ণ দত্ত। তেওঁ চাৰিখন সামাজিক উপন্যাস প্ৰকাশ কৰিছিল। সেই উপন্যাসত সামাজিক দৃষ্টিভংগী এটা আছে। তেওঁৰ উদ্দেশ্য আছিল সমাজখন নতুনকৈ সংস্কাৰ কৰা। তেওঁ সমাজৰ পৰিৱৰ্তন বিচাৰি পুৰণিৰ লগত সম্বন্ধ ৰাখি এটা সংস্কাৰৰ ভিত্তিত সংস্কাৰ কৰি, এখন নতুন সমাজ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। ৫০'ৰ দশকত আৰম্ভ কৰা আৰু এতিয়াও লিখনি অব্যাহতৰূপে চলাই থকা আন এজন ঔপন্যাসিক হ'ল হিতেশ ডেকা। তেওঁৰ উপন্যাসৰ গুণাগুণ ব্যাখ্যা কৰিবলৈ অসুবিধা হ'ব। কিন্তু তথাপি এইটো ক'ব লাগিব যে, হিতেশ ডেকাই উপন্যাসত গ্ৰামীন সমাজৰ কথা দাঙি ধৰিবলৈ চেষ্টা কৰিছে। তেওঁৰ প্লট বহু ক্ষেত্ৰত হয়তো কৃত্ৰিম হৈছে। কিন্তু তথাপি সেই উপন্যাসত সমাজৰ, বিশেষকৈ গাঁৱৰ খেতিয়ক সমাজৰ একোটা ৰূপ দিবলৈ চেষ্টা কৰিছে। আৰু অসমীয়া মানুহে অন্য ধৰণৰ যিবিলাক সমস্যা, আহি পৰিছে এইবিলাক সমস্যাও তেওঁৰ উপন্যাত ভূমুকি মাৰিছিল। তেওঁৰ 'এয়েতো জীৱন' নামৰ উপন্যাসখন তিনিটা খণ্ডত বিভক্ত। তাৰ নায়ক বলোৰাম এজন খেতিয়ক। ইয়াত গাঁৱৰ বহু সমস্যা আলোচিত হৈছে বা ক'ব লাগিব যে বহু কথাই তাত থাপি থোৱা হৈছে। স্পষ্টকৈ ক'বলৈ হ'লে তাত বহু কথাই অবান্তৰভাৱে ৰখা হৈছে। আনকি সেই কিতাপখন ৩টা খণ্ডত বিভক্ত নকৰি ২টা খণ্ডতে সমাপ্ত কৰিব পৰাৰ সুবিধা আছিল।

যোগেশ দাস, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য এইসকলে ষাঠিৰ দশকত উপন্যাস ৰচনাত মনোনিৱেশ কৰিছে।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাসত কেইটামান বৈশিষ্ট্য দেখা পাওঁ। প্ৰথম কথা হ'ল তেখেতৰ উপন্যাসত পৰিৱেশ অসাধাৰণ। 'ৰাজপথে ৰিঙিয়াই'ৰপৰা আৰম্ভ কৰি 'ইয়াৰুইংগম'লৈকে যদি আমি চাওঁ, কাহিনী আৰু পৰিৱেশ এখনতো গতানুগতিক নহয়। তেওঁৰ কাহিনীত আমি দুটা



দিশ দেখা পাওঁ। এটা দিশ হৈছে অসাধাৰণ ৰাজনৈতিক ঘটনাৰ লগত জড়িত দিশ আৰু আনটো দিশ মানুহ হিচাপে আৰু ব্যক্তি হিচাপে চৰিত্ৰবোৰৰ দিশ। বীৰেন ভট্টাচাৰ্যৰ উপন্যাসত প্ৰেম বহু ক্ষেত্ৰত প্ৰাসংগিক। কিন্তু প্ৰেমক তেওঁ অস্বীকাৰ কৰা নাই। তেওঁৰ আৰু এটা কথা মন কৰিব লগীয়া—তেওঁৰ ৰচনা-সংযম। তেওঁ কোনো কথা অনুভূতিৰ প্ৰেৰণাত, আৱেগৰ প্ৰেৰণাত লিখি থোৱা নাই। চিন্তাশীলতা তেওঁৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰ এটা দোষ মোৰ দৃষ্টিত ধৰা পৰিছে। তেওঁৰ উপন্যাসৰ কাহিনী ঠায়ে ঠায়ে কেতিয়াবা বিক্ষিপ্ত হৈ যায়। বৰ্ণনা কৰিবলৈ যাওঁতে কেতিয়াবা অবান্তৰ পৰিৱেশ বা পৰিস্থিতি আহি যায় আৰু কাহিনীটো কিছু পৰিমাণে বিক্ষিপ্ত হৈ পৰে। তেওঁৰ উপন্যাসত আৰু এটা দোষ বুলি মই কওঁ—সেইটো হৈছে পুনৰাবৃত্তি। তেওঁৰ উপন্যাসত একে ধৰণৰ চৰিত্ৰ বা একে ধৰণৰ পৰিস্থিতিৰ পুনৰাবৃত্তি ঘটে।

বীৰেন ভট্টাচাৰ্যৰ পিছত মই মালিকৰ উপন্যাসৰ কথালৈ আহিছোঁ। তেখেতৰ ৩৩খন উপন্যাসৰ কথা মই জানো আৰু তাৰ বেছি ভাগেই মই পঢ়িছোঁ। মালিকৰ উন্মেশষালী প্ৰতিভা সম্পৰ্কে, নতুন পৰিস্থিতি সৃষ্টি কৰাৰ ক্ষমতা সম্পৰ্কে সন্দেহ কৰাৰ ঠাই নাই। উপন্যাসতেই হওক, গল্পতেই হওক, প্ৰধানকৈ মানুহজন ৰোমাণ্টিক ধৰণৰ আৰু সেই ৰোমাণ্টিক ভাবৰ প্ৰভাৱ তেওঁৰ উপন্যাসৰ অনেক ঠাইত পৰিছে। বেছি ভাগ উপন্যাসৰে ঘাই ভেটি প্ৰেম। কিন্তু বীৰেন ভট্টাচাৰ্যৰ প্ৰেম প্ৰাসংগিক। মালিকৰ উপন্যাসত বহুক্ষেত্ৰত আমি দেখা পাওঁ যে, জীৱনৰ এটা প্ৰাথমিক অভিব্যক্তিয়েই জীৱনৰ প্ৰধান প্ৰবৃত্তি ৰূপে আত্মপ্ৰকাশ কৰে আৰু তেওঁ তাকে ৰূপ দিবলৈ চেষ্টা কৰে। মালিকৰ উপন্যাসত কিছুমান চৰিত্ৰ পাওঁ যিবোৰ নাৰী-চৰিত্ৰ বহু-পুৰুষকামী, আনহাতে বহু পুৰুষ আছে যিবোৰ নাৰীকামী। মালিকৰ উপন্যাসত আন এটা বৈশিষ্ট্য দেখা পাওঁ, সেইটো হৈছে তেওঁ নিজে যেন সমাজবাদত বিশ্বাসী ; অৱশ্যে বহুত ক্ষেত্ৰত তেওঁৰ হাতত এনে নায়কৰ সৃষ্টি হৈছে যি সমাজৰ দ্বাৰা অৱহেলিত। মালিকৰ ৰচনাৰ ৰীতি আৰু প্ৰকাশভংগী মনোৰম, আৰু কাব্যধৰ্মী।

যোগেশ দাসৰ প্ৰথম উপন্যাস 'ডাৱৰ আৰু নাই'। সেই উপন্যাসৰ পিছত তেওঁৰ ৬।৭খন উপন্যাস প্ৰকাশ হৈছে। দাসৰ কাহিনী ৰচনা সদায়

পৰিকল্পিত। তেওঁৰ উপন্যাসত অবান্তৰ কথা নাই; থাপি থ'ব খোজা মত বা আদৰ্শ আমি দেখা নাপাওঁ। তাৰ পৰিৱৰ্তে উপন্যাসৰ সকলো কথা তেওঁ নিয়াৰিকৈ প্ৰকাশ কৰে। যোগেশ দাসৰ আন এটা বৈশিষ্ট্য হ'ল—তেওঁৰ উপন্যাসৰ কাহিনীত আমাৰ সমাজত থকা যিবোৰ সমস্যাই দেখা দিছে সেই সমস্যাৰ পোণপটীয়া প্ৰকাশতকৈ বহু ক্ষেত্ৰত চকুত নপৰা তেনে সমস্যাকে লৈ আমাৰ সমাজত সদায় দেখা দিয়া সমস্যাবোৰৰ ৰূপ দিছে। যোগেশ দাস সমাজ-সচেতন লিখক। সমাজ-সচেতন হ'লেও তেওঁৰ উপন্যাসত কোনো বৈপ্লৱিক ঘটনা বা অস্বাভাৱিক ঘটনাৰ স্থান নাই। সমাজত যি ঘটিছে তাক সমৰ্থন কৰিবলৈকো তেওঁ যোৱা নাই।

তাৰ পিছত আমি আহোঁ পদ্ম বৰকটকীৰ ৰচনালৈ; তেওঁ বহু কেইখন উপন্যাস লিখিছে। কিন্তু তেওঁৰ উপন্যাসৰ বেছিভাগ ক্ষেত্ৰত আমি দেখা পাওঁ সমাজৰ দুৰ্নীতিৰ চিত্ৰ। বৰকটকীৰ উপন্যাসৰ কাহিনীৰ ফালৰপৰা চালে দেখা যায় সমাজ-সমালোচনাই কাহিনীৰ প্ৰধান বক্তব্য হৈ পৰে। সেই বাবে উপন্যাসৰ শিল্পগুণ বহুত সময়ত ৰক্ষা নপৰে। গতিকে তেওঁৰ উপন্যাসত বহুত ক্ষেত্ৰত আমি এই অতিমাত্ৰা সমাজ-সমালোচনা আৰু যৌন আবেদনৰ আধিক্য দেখা পাওঁ। দৰাচলতে ক'বলৈ গ'লে ২।১খন উপন্যাসত তেওঁ মনস্তাত্ত্বিক বিশ্লেষণ কৰিছে যদিও এটা বিশেষ ৰূপতেই কৰিছে।

আন এজন ঔপন্যাসিক লক্ষ্মীনন্দন বৰা গল্পকাৰ হিচাপে সুপ্ৰতিষ্ঠিত গল্পকাৰ। বৰাৰ উপন্যাসত এটা কথা মন কৰিব লগীয়া যে, নিজৰ অঞ্চল-টোৰ সকলো কথা তেওঁ জানে। গাঁৱত যিটো পৰিৱেশ, যিটো পৰিস্থিতি সেইখিনি বৰাৰ উপন্যাস কেইখনত চিত্ৰিত হৈছে আৰু শ্ৰীবৰাই তাতেই সফলতা লাভ কৰিছে। কিন্তু বৰাৰ উপন্যাসতো ঠায়ে ঠায়ে যৌন আবেদনৰ মাত্ৰা বেছি হৈ পৰা যেন লাগে। আনহাতে এনেও হয় যে সিমানখিনি নকৰিলেও হয়তো উপন্যাসখনৰ কাহিনী বিক্ষিপ্ত নহ'লহেঁতেন। তেওঁৰ 'গঙাচিলনীৰ পাখি' বোলা উপন্যাসৰ কাহিনী বৰাৰ সৃষ্টি-প্ৰতিভাৰ ভাল নিদৰ্শন। আন এজন লেখক হোমেন বৰগোহাঞিৰ মাজতো আমি যৌন মনস্তত্ত্বৰ বিশ্লেষণ আৰু সমাজ-সমালোচনাত্মক দৃষ্টিভঙ্গী দেখা পাওঁ। তেওঁৰ গদ্যশৈলীও দুৰ্বল নহয়।



কিন্তু অসমীয়া উপন্যাসৰ ধাৰা সম্পৰ্কে আলোচনা কৰি এটা কথা কোৱা অপ্ৰাসংগিক নহ'ব যে অসমীয়া সাহিত্যত কালজয়ী উপন্যাসৰ সংখ্যা এতিয়াও আঙুলি মূৰত লেখিব পৰা হৈ আছে। ইয়াৰ এটা প্ৰধান কাৰণ হ'ল আমাৰ লেখকসকলৰ অভিজ্ঞতাৰ অভাৱ।

আমাৰ যিসকল ডেকা ঔপন্যাসিক ওলাই আহিছে তেওঁলোকৰ ৰচনাত সম্ভাৱনা আছে। সমাজ-চেতনা আৰু যৌনতা এই দুটা দিশে অসমীয়া উপন্যাসত দুটা ধাৰাৰ সৃষ্টি কৰিছে।

আমাৰ উপন্যাসত এটা মন কৰিব লগীয়া কথা যে ঐতিহাসিক উপন্যাসৰ সৃষ্টি নোহোৱা হৈছে। অসমীয়া উপন্যাসৰ এই ধাৰাটো বোৱাই ৰাখিবলৈকো যোগ্য লোকে চেষ্টা কৰিব লাগে।

অসমীয়া উপন্যাসৰ যোৱা পঁচিছ বছৰত আৰু কেইবাজনো ঔপন্যাসিক ওলাই আহিছে। চন্দ্ৰপ্ৰসাদ শইকীয়া, ৰোহিণীকুমাৰ কাকতি, নিৰুপমা বৰগোহাঞি, নৱকান্ত বৰুৱা, কুমাৰ-কিশোৰ, কৈলাস শৰ্মা, দেবেন্দ্ৰনাথ আচাৰ্য, কাঞ্চন বৰুৱা আদি। তাৰ ভিতৰত নৱকান্ত বৰুৱা আৰু দেবেন আচাৰ্যই গ্ৰাম্যজীৱনৰ লগত থকা পৰিচয়ৰ কিছু প্ৰমাণ দাঙি ধৰিব পাৰিছে। বাকী-কেইজনৰ ভিতৰত কৈলাস শৰ্মাৰ দৃষ্টি নগা পাহাৰত, চন্দ্ৰপ্ৰসাদ, নিৰুপমা, ৰোহিণী কাকতি আদিৰ দৃষ্টি মধ্যবিত্ত নাগৰিক বা অৰ্ধ-নাগৰিক জীৱনৰ ওপৰত। জীৱনৰ সকলো দিশতে উপন্যাসৰ সমল আছে। কিন্তু সমল হ'লেই নহয়। ঔপন্যাসিকৰ থাকিব লাগিব সমাজ আৰু ব্যক্তি-জীৱনৰ তললৈকে চাব পৰা শাণিত অন্তৰ্দৃষ্টি।

যোৱা কেইবছৰমানৰ ভিতৰত আমাৰ পূজা আৰু বিহুসংখ্যাৰ আলোচনীত অনেক সৰু সৰু উপন্যাস বা উপন্যাসিকা ওলাইছে। ইয়াৰে কেতবোৰ দীঘল গল্পৰ পৰ্যায়তহে পৰে। তাৰ উপৰিও কিছুমানত উপন্যাসৰ শিল্পগুণ বৰ কম; কাহিনী কোৱাৰ পদ্ধতিও সুসংহত নহয়। এনেবোৰ ৰচনা মই মোৰ আলোচনাৰ ভিতৰুৱা কৰা নাই।

# ৬ষ্ঠ খণ্ড

## যোৱা পঁচিশ বছৰৰ অসমীয়া নাটক

১। সত্যপ্ৰসাদ বৰুৱা
২। ফণী তালুকদাৰ
৩। বত্ৰ ওজা
৪। অৰুণ শৰ্মা
৫। উত্তম বৰুৱা
৬। প্ৰফুল্ল বৰা
৭। অতুল বৰদলৈ
৮। দুলাল ৰয়
৯। ড° শৈলেন ভৰালী

# যোৱা পঁচিশ বছৰৰ অসমীয়া নাটক

## প্ৰশ্নাৱলী

১। আপুনি কেতিয়াৰপৰা নাটক লিখিবলৈ ল'লে? আপোনাৰ প্ৰথম নাটকখনৰ নাম কি? প্ৰকাশ হৈছে নে? অভিনীত হৈছে নে?

২। এই পৰ্যন্ত আপুনি কেইখন নাটক লিখিলে? নাটক কেইখনৰ নাম কি কি? আপোনাৰ মতে আপোনাৰ শ্ৰেষ্ঠ নাটক কোনখন?

৩। আপুনি নাটক ৰচনাৰ দায়িত্ব ল'লে কিয়? ইয়াৰ আঁৰত আপোনাৰ কি অনুপ্ৰেৰণা আছিল? নে, কোনো নাট্যকাৰ, অভিনেতা বা অভিনয় গোষ্ঠীৰ সংস্পৰ্শলৈ আহি, নে কোনো নাটক পঢ়ি বা অভিনয় চাই আপুনি অনুপ্ৰাণিত হ'ল? নে কোনো আইডিয়া, কোনো বিশেষ ঘটনা বা অভিজ্ঞতাই অনুপ্ৰেৰণা যোগালে?

৪। নাটকৰ যোগে আপুনি কিবা বক্তব্য দাঙি ধৰিব খোজে, নে কোনো কাহিনী, ঘটনা বা চৰিত্ৰৰ প্ৰকাশ ঘটাবলৈ বিচাৰে?

৫। যদি বক্তব্য দাঙি ধৰিব খোজে—কেনে বক্তব্য? আপোনাৰ আটাইকেওখন নাটকৰ বক্তব্য একে, নে বেলেগ বেলেগ?

৬। এখন নাটক লিখিবলৈ আপুনি কেনেকৈ পৰিকল্পনা কৰে? ঘটনা-অংশ বিভাগ কৰি লয়, নে মঞ্চৰ প্ৰতি চকু ৰাখি ঘটনাৱলী সজায়? অৰ্থাৎ মঞ্চৰ প্ৰয়োজনৰ প্ৰতি অধিক চকু ৰাখি ঘটনা সজায়, নে ঘটনাই বিচৰাৰদৰে মঞ্চসজ্জাৰ পৰিকল্পনা কৰে?

৭। আপোনাৰ প্ৰিয় নাট্যকাৰ কোন আৰু কিয় প্ৰিয়?

৮। আপোনাৰ ওপৰত কোনো দেশী-বিদেশী নাট্যকাৰৰ প্ৰভাৱ আছে নে কি?

৯। চৰিত্ৰ পৰিকল্পনা কৰোঁতে বাস্তৱৰ কিমান ওচৰ চাপে?

১০। আপুনি ভাববাদত বিশ্বাস কৰেনে বস্তুবাদত বিশ্বাস কৰে? কিয় কৰে?

১১। এখন নাটক লিখিবলৈ আপোনাক কিমান দিন লাগে? এবাৰতে লিখি শেষ কৰে, নে অংশ অংশকৈ লিখে?

১২। আপুনি প্ৰথমবাৰ লিখি শেষ হোৱাৰ পিচত সাল-সলনি কৰেনে ?

১৩। আপুনি পৰিণতি আৰু নাম আগতে ভাবি লয় নে পিছত ভাবে ?

১৪। কেতিয়াবা প্ৰথমতে ভবামতে পৰিণতিৰ সমাপ্তি নোহোৱাকৈ আছে নে ?

১৫। আপুনি কেনে ধৰণৰ নাটক লিখি ভাল পায় ? সামাজিক নে ঐতিহাসিক ?

১৬। বিংশ শতিকাৰ ইউৰোপীয় নাট্যকাৰ দলসমূহৰ অৰ্থাৎ পয়েটিক্, এংৰি আৰু এবছাৰ্ড এই তিনিটা ধাৰাৰ কোনটোৰ প্ৰতি আপোনাৰ আগ্ৰহ বেছি ?

১৭। নিজৰ নাটকৰ অভিনয় আপুনি চাইছেনে ? চাই উঠি কেনে লাগে—আপোনাৰ কল্পনাৰ চৰিত্ৰ আৰু ঘটনাবোৰ জীৱন্ত হৈ উঠা যেন কেতিয়াবা লাগিছে নে ?

১৮। আপুনি কাহিনীত সংঘাতৰ পৰিকল্পনা আগতে কৰি লয় নে চৰিত্ৰৰ অন্তৰ্দ্বন্দৰ ওপৰত গুৰুত্ব দি লিখি যায় ?

১৯। কঠোৰ সমালোচনাই আপোনাক ক্ষুব্ধ কৰে নে ?

২০। নাটকসংলাপ-প্ৰধান হ'ব লাগে বুলি আপুনি ভাবে, নে কাৰ্য-প্ৰধান হ'ব লাগে বুলি ভাবে ?

২১। সাম্প্ৰতিক অসমীয়া নাটক সম্পৰ্কে আপোনাৰ ধাৰণা কি ? কোন কেইখন নাটক আপোনাৰ মতে ভাল হৈছে ?

২২। আপুনি যদি অভিনয় কৰিছে, কি কি নাটকত অংশ লৈছে ? নিজৰ নাটকত অভিনয় কৰিছে নে ?

২৩। নাটক এখন লিখিবলৈ কি কি গুণৰ প্ৰয়োজন বুলি আপুনি ভাবে ?

## স্বৰচিত নাটকৰ বিষয়ে

সত্যপ্ৰসাদ বৰুৱা

নাটক আৰু মঞ্চৰ লগত মোৰ জীৱনৰ দীঘলীয়া সময় অতিবাহিত হৈছে। মঞ্চ আৰু অভিনয়ৰ প্ৰতি থকা অনুৰাগ আৰু দেশী-বিদেশী প্ৰসিদ্ধ নাট্যকাৰৰ ৰচনাৰ লগত ঘটা সামান্য পৰিচয়েই নাটক ৰচনা কৰিবলৈ অনুপ্ৰেৰণা যোগাই আহিছে। প্ৰথম নাটক 'চাকৈ-চকোৱা' লিখোঁ ১৯৩৯ চনত। সৰু-বৰ ১৪।১৫খন নাটক লিখিছোঁ আৰু লিখাৰ প্ৰেৰণা এতিয়াও মাজে মাজে অনুভৱ নকৰা নহয়। কিন্তু আমাৰ ইয়াত নাটক লিখিলেও প্ৰকাশ কৰোঁতা নাই। নাট্যপ্ৰেমী প্ৰকাশক নোলালে নাটকৰ প্ৰকাশ হ'ব বুলি আশা কৰিব নোৱাৰি। মই বেছি নাটক লিখা নাই বা লিখিব পৰা নাই। তাৰ কাৰণ বহু সময়ত পোৱা নানাধৰণৰ অন্তৰায়।

দুখন কালজয়ী নাটক ৱাইল্ড্ ডাক্ আৰু ইডিপাছ অসমীয়ালৈ অনুবাদ কৰিছোঁ আৰু দুয়োখন অনূদিত নাটককে নাট্যপ্ৰেমী সকলে গ্ৰহণ কৰা দেখি আনন্দ পাইছোঁ। চুটি নাটক আনাৰকলি, কুনাল কাঞ্চন আৰু ৰাণাদিল ১৯৫৭ চনতে প্ৰকাশিত হৈছিল একেলগে। স্বাধীনতা আন্দোলনৰ পটভূমিত লিখা নাটক জ্যোতিৰেখা প্ৰকাশিত হৈছিল ১৯৫৮ চনত। আধুনিক নাটক শিখাও প্ৰকাশিত হৈছিল ১৯৫৭ চনত। শাশ্বতী আৰু ভাস্বতীত নাৰী-জীৱনৰ অন্তৰ্সংঘাতৰ দুটি নাট্যৰূপ দিবৰ কাৰণে যত্ন কৰিছোঁ। স্বামীৰপৰা আঁতৰি আহি নতুন জীৱনৰ মাজত ভৰি দিয়া শাশ্বতী আৰু স্বামীৰ লগত সংসাৰ কৰিব নোৱাৰি আন এজনক বিয়া কৰাই সংসাৰ কৰা ভাস্বতীৰ মাজত নাৰী-মনত পৰিৱৰ্তিত সমাজ-জীৱন আৰু মূল্যবোধৰ প্ৰভাৱৰ কিবা যদি উমান আছে বুলি কোনোবা প্ৰত্যয় যাব পাৰে, তাতেই মোৰ আনন্দ।

আগতেই কৈছোঁ মঞ্চ আৰু অভিনয়ৰ প্ৰতি আকৰ্ষণেই মোক নাটক লিখিবলৈ প্ৰেৰণা দিছিল। নাটক লিখিলেও অভিনীত নোহোৱা পৰ্যন্ত নাটকৰ প্ৰাণ প্ৰতিষ্ঠা নহয়। মই নাটক লিখোঁতে সদায় মঞ্চৰ পৰিকল্পনা চকুৰ আগত ৰাখোঁ। কেতিয়াবা অভিনয়ৰ আখৰাৰ সময়তো নাটকৰ ভিতৰৰ সংলাপ, ঘটনা বা কাৰ্যৰ সাল-সলনি কৰোঁ। আনকি ছপাৰ

পিছতো কেতিয়াবা দুনাই পঢ়ি চাওঁতে বা মঞ্চস্থ কৰোঁতে সাল-সলনিৰ প্ৰয়োজনীয়তা অনুভৱ কৰোঁ। আখৰাৰ সময়ত নাটকৰ চৰিত্ৰৰ ৰূপদানৰ কাৰ্যকাৰিতা সম্পৰ্কে চিন্তা কৰোঁ আৰু তেনেভাৱে ৰূপ দিবলৈ বা দিয়াবলৈ যত্ন কৰোঁ।

৺জ্যোতি ককাইদেউৰ স্মৃতি মোৰ বাবে বৰ পৱিত্ৰ আৰু অনুপ্ৰেৰণা দায়ক। ১৯৩৯ চনৰ দুৰ্গাপূজাৰ সময়ত 'মীৰা' নাম দি লিখা আৰু ১৯৪০ চনত চাকৈ-চকোৱা নাম দি প্ৰকাশ কৰা নাটকখন পঢ়ি আৰু নিজৰ তত্বাৱধানত অভিনয় কৰোৱাই আৰু ১৯৪৩ চনত লিখা শিখা পঢ়ি চাই দুয়োখন নাটককে "নতুন যুগৰ নতুন নাট" বুলি জনোৱা অভিনন্দন বাণী আজিও মোৰ কাণত বাজি আছে। ১৯৩৫ চনত জ্যোতিপ্ৰসাদ আৰু তৰুণৰাম ফুকনৰ আশীৰ্বাদ লৈ প্ৰতিষ্ঠা লাভ কৰা 'সুন্দৰ সেৱীসংঘ'ৰপৰা লাভ কৰা প্ৰেৰণাও স্বীকাৰ্য। তাৰ লগত জড়িত আছিল বন্ধুবৰ ড° মহেশ্বৰ নেওগ, ঊষা ভট্টাচাৰ্য আদিও। অগ্ৰজোপম নাট্যকাৰ প্ৰবীণ ফুকনৰ লগতো মোৰ নাট্য-জীৱনৰ সম্বন্ধ। আৰু অনেকৰ—যিসকলে মোৰ নাটক মঞ্চস্থ কৰিছে, অভিনয় কৰিছে, প্ৰশংসা বা সমালোচনা কৰিছে, উদ্গনি দিছে—সেইসকলৰ দিহা-পৰামৰ্শ, মন্তব্যয়ো মোক বিভিন্ন সময়ত প্ৰেৰণা যোগাই আহিছে।

যিকোনো লেখাত নিশ্চয় একোটা বক্তব্য থাকে। বহুসময়ত ই স্পষ্ট, বহুসময়ত অস্পষ্ট। মোৰ প্ৰত্যেকখন নাটকৰ বক্তব্য একে নহয়। কাহিনী বিশেষে বেলেগ বেলেগ হোৱাটো স্বাভাৱিক। বিভিন্ন কাহিনী, বিভিন্ন চৰিত্ৰৰ মাজেৰে জীৱনৰ সৰু-বৰ একোটি প্ৰমূল্য প্ৰকাশৰ চেষ্টা থাকে। সি হয়তো অনেকৰ বাবে গ্ৰহণযোগ্য হ'ব পাৰে, অনেকৰ বাবে নহ'ব পাৰে। কোনো এটা বিশেষ 'বাদ'ত মই লাগি থাকিব নোৱাৰোঁ। যি আইডিয়া বা ভাৱেই মোক অনুপ্ৰাণিত কৰে, সেই ভাৱ বা আইডিয়াকে মই প্ৰকাশ কৰিব খোজোঁ। ভাৱটো মূৰ্তিমান হৈ উঠাৰ পিছত বেছি সময় নালাগে। কেতিয়াবা অৱশ্যে যথেষ্ট সময় লাগে। দৰাচলতে ততা-তৈয়াকৈ নাটক এখন লিখি উলিওৱাটো উচিত নহয়; লিখিলেও তাক চূড়ান্ত বুলি ভবাটো অনুচিত।

মোৰ অনুপ্ৰেৰণাদাতা নাট্যকাৰ হ'ল—ছফ'ক্লিছ আৰু ইবছেন। এই দুজন মহান নাট্যকাৰৰ দুখন নাটক অনুবাদ কৰাৰ কথা মই আগতেই



উল্লেখ কৰিছোঁ। মোৰ ওপৰত কাৰ কিমান প্ৰভাৱ আছে মই বিচাৰ কৰি চোৱা নাই আৰু তাৰ সহজ উত্তৰো নাই। মই পৰাপক্ষত নাটকৰ কাহিনীক বাস্তৱৰ ওচৰ চপাবলৈ যত্ন কৰোঁ। লিখিবলৈ লৈ পৰিণতিৰ কথা আগতেই ভাবোঁ। মই ভাবোঁ—পৰিণতিৰ কথা মনলৈ ননাকৈ কোনো ৰচনাকে সম্পূৰ্ণ কৰা সম্ভৱ নহয়। অসমীয়া নাট্যকাৰসকলৰ ভিতৰত অৰুণ শৰ্মা আৰু প্ৰফুল্ল বৰা মোৰ প্ৰিয়। কিন্তু মই নিজে সামাজিক নাটক লিখি ভাল পাওঁ। এবছাৰ্ড বা পয়েটিক নাটক লিখাৰ প্ৰতি মোৰ আগ্ৰহ হোৱা নাই। এবছাৰ্ড নাটক লিখিবলৈ কবি প্ৰতিভাৰ প্ৰয়োজন অধিক বুলি ভাবোঁ। পয়েটিক নাটকতো কাব্যধৰ্মী ৰচনাই।

নিজৰ নাটক মই নিজে কৰিছোঁ আৰু চাইছোঁ। কৰি উঠি বা চাই উৰি ভাব হয়—আৰু ভালকৈ লিখিব লাগিছিল। কেতিয়াবা ভাব হয় মোৰ কল্পনাৰ চৰিত্ৰবোৰ জীৱন্ত হৈ উঠিছে। নিজৰ নাটকত, কেতিয়াবা অনুভৱ কৰোঁ, ঘটনাৰ সংঘাততকৈ অন্তৰ্দ্বন্দ্বৰ প্ৰাধান্য বাঢ়ি গৈছে। নিজৰ নাটক সেই বাবে মই নিজেই সমালোচনাত্মক দৃষ্টিৰেও চাবলৈ যত্ন কৰোঁ। মই বিশেষকৈ গুৰুত্ব দিওঁ সাধাৰণ দৰ্শকৰ সমালোচনাকহে। আমাৰ নাটক-সমালোচকসকলৰ নাটক, মঞ্চ বা অভিনয়-সম্পৰ্কীয় জ্ঞান বহুসময়ত পুথিগত। তেওঁলোকৰ বহুতে কোনো বিশেষ নাট্যকাৰক মান হিচাপে লৈ সমালোচনা কাৰ্যত প্ৰবৃত্ত হয়।

নাটক মূলতঃ কাৰ্যপ্ৰধান হ'লেহে সফল হয়। সংলাপৰ গুৰুত্ব স্বীকাৰ কৰিবই লাগিব। আমাৰ অসমীয়া নাটকসম্পৰ্কে মোৰ মতামত স্পষ্ট। সংখ্যাত কম হ'লেও গুণত মধুৰ নাটক আমাৰ ওলাইছে। শ্ৰীমন্ত শংকৰদেৱৰ দিনৰপৰা নাটকৰ মাজতহে অসমীয়া মানুহৰ প্ৰাণ অনুভূত হৈ আহিছে।

মই আগতেই কৈছোঁ—মঞ্চ আৰু অভিনয়ৰ লগত মোৰ সম্পৰ্ক নিবিড়। মই বিভিন্ন ধৰণৰ নাটকত অভিনয় কৰি ভাল পাওঁ।

নাটক এখন লিখিবলৈ কি কি গুণৰ প্ৰয়োজন—সেই কথা বিভিন্ন লোকে বিভিন্ন ধৰণেৰে ক'ব পাৰে। মই ভাবোঁ—নাট্যকাৰে যি জীৱন নাটকত ৰূপ দিব খোজে, সেই জীৱন-সম্পৰ্কে তেওঁৰ সম্পূৰ্ণ উপলব্ধি থাকিব লাগিব; ঘটনা, চৰিত্ৰ, গল্প বাস্তৱসম্মত আৰু বিশ্বাসযোগ্যৰূপত উপস্থাপন কৰাৰ দক্ষতা তেওঁৰ থাকিব লাগিব।

## ফণী তালুকদাৰ

১৯৪২ চনৰ গণ-আন্দোলনঢৌৱে সচেতন সকলোৰে অন্তৰ কোবাই গৈছিল। দেশপ্ৰেমৰ ভাৱত অন্তৰ শিঁহৰিত হৈছিল। সেই পটভূমিতে লিখিছিলোঁ 'বিয়াল্লিছৰ তেজৰ দাগ'। চিত্ৰলেখা, চিৰাজুদ্দৌলা, টিপু চুলতান পাণ্ডুলিপি হৈয়েই আছে; প্ৰকাশ লাভ কৰা নাই। জুয়ে পোৰা সোণ, আলোকযাত্ৰী আদি প্ৰকাশিত হৈছে। একাংক নাটক, বিশেষকৈ ৰেডিঅ'ৰ উপযোগীকৈ লিখিছিলোঁ তাগিদাত। তাৰ লগতে কেইবাখনো আলেখ্য। ইয়াৰ ভিতৰত শ্ৰেষ্ঠত্ব মই বাছিব নোৱাৰোঁ। মোৰ লেখাৰ প্ৰেৰণা নাটক আৰু অভিনয়-প্ৰীতিৰপৰাই পাইছোঁ। ব্ৰজ শৰ্মাৰ জীৱন আৰু কৰ্ম আছিল জীৱন্ত প্ৰেৰণাৰ উৎস। 'গৈৰিক পতাকা' সেই প্ৰেৰণাৰে ফল।

সামাজিক উদ্দেশ্য-ধৰ্মিতাই বা সমসাময়িক ঘটনায়ো লিখাৰ বাবে প্ৰেৰণা নিদিয়া নহয়। মোৰ লেখাৰ মাজেদিয়েই নিশ্চয় মোৰ বক্তব্য প্ৰকাশিত হৈছে। কিন্তু কোনো 'বাদ' মই জাপি দিবলৈ যত্ন কৰা নাই। সৰু সৰু মানুহৰ আশা-আকাংক্ষাকে ব্যক্ত কৰিবলৈ বিচাৰোঁ।

একোখন নাটক লিখিবলৈ কেতিয়াবা দীঘলীয়া দিন লাগিলেও প্ৰয়োজনৰ তাগিদাত একৰপৰা দহদিনৰ ভিতৰত কেতিয়াবা সম্পূৰ্ণ কৰিছোঁ। কাহিনী, কাহিনীৰ বিন্যাস-কৌশল, সংঘাত, চৰিত্ৰ, সংলাপ আদি ভাবি পৰিকল্পনা কৰোঁতে সময় লাগে। পৰিণতিত মই সদায় গুৰুত্ব দিওঁ আৰু দৰ্শকৰ কথা আৰু মঞ্চৰ কথা চকুৰ আগত ৰাখি পৰিকল্পনা কৰোঁ। তদুপৰি, অভিনয়ৰ কথা মনত ৰাখি শব্দ আৰু আলোকসম্পাতৰ কথাও মনত ৰাখোঁ। সামাজিক ঘটনাৰ পৰিকল্পনা কৰোঁতে বাস্তৱৰ ওচৰ চাপিবলৈ যত্ন কৰোঁ। আঞ্চলিক ভাষাৰ বৈশিষ্ট্য ৰক্ষা কৰি চৰিত্ৰৰ মুখত সংলাপ দিবলৈও কোনো কোনো নাটত যত্ন কৰিছোঁ; যেনে—'মোৰে মলুৱা ৰে' নামৰ ৰেডিঅ' নাটত। সংলাপৰ ওপৰত মই গুৰুত্ব দিওঁ যাতে ঘটনাৱলীৰ বিকাশ যথাযথভাৱে প্ৰতিফলিত হয়।

বিশেষ কোনো এজন বা দুজন নাট্যকাৰৰ প্ৰভাৱতকৈ ভাল নাটকৰ কোনো কোনো বিশেষ গুণৰ প্ৰতিহে মই বেছি আকৰ্ষিত। ফণী শৰ্মাৰ



'ভোগজৰা'ৰ বলিষ্ঠ সংলাপ আৰু শ্ৰীসাৰদা বৰদলৈৰ 'মগ্ ৰীবৰ আজান'ৰ পৰিৱেশ মোৰ ভাল লাগে। এৰছাৰ্ড্ নাটক আৰু পয়েটিক্ নাটকৰ প্ৰতিও মই আকৰ্ষিত।

সমালোচনাই মোক ক্ষুব্ধ নকৰে, যদি সেই সমালোচনা যুক্তিসংগত হয়। সাম্প্ৰতিক কালত অসমৰ বিভিন্ন ঠাইত অনেক সৰু-বৰ নাট্য-গোষ্ঠী গঢ়ি উঠিছে যদিও প্ৰকাশিত নাটকৰ সংখ্যা বৰ কম। প্ৰকাশিত আৰু অপ্ৰকাশিত দুয়ো বিধৰ নাটকৰ প্ৰতি লক্ষ্য ৰাখি এটা কথা ক'ব পাৰি যে সাম্প্ৰতিক অসমীয়া নাটকত নতুন পৰীক্ষা-নিৰীক্ষা হ'বলৈ ধৰাটো শুভ লক্ষণ। একাংক নাটৰ বহুল প্ৰচলনেও নাটক ৰচনাত আৰু অভিনয়-গোষ্ঠী গঢ়ি উঠাত সহায় কৰিছে। বহুতে ভবাৰদৰে—একাংক নাটকে পূৰ্ণাংগ নাটকৰ বিকাশত বাধা জন্মাইছে বুলি মই ভবা নাই।

মই নিজেও অভিনয় কৰিছোঁ। কিন্তু নাটকত নিজে অভিনয় কৰাতকৈ নিজৰ পৰিচালনাত আনক অভিনয় কৰোৱাৰ প্ৰতিহে মই বেছি আগ্ৰহান্বিত।

মই ভাবোঁ—এজন ভাল নাট্যকাৰ হ'বলৈ—সূক্ষ্মদৃষ্টি, মঞ্চ আৰু অভিনয় কলাৰ জ্ঞানৰ প্ৰয়োজন আছে।

## অৰুণ শৰ্মা

১. মোৰ প্ৰথম অনাতাঁৰ নাটকখন প্ৰচাৰিত হয় ১৯৫২ চনত আৰু প্ৰথম মঞ্চনাটক উৰুখা পঁজা ১৯৫৪ চনত তেজপুৰত তৰুণ-সংঘৰ দ্বাৰা অভিনীত হয়।

২. এই পৰ্যন্ত ২৫খন অনাতাঁৰ নাট আৰু ৭খন মঞ্চনাট লিখিছোঁ। মঞ্চনাট কেইখন হ'ল—উৰুখা পঁজা, জিন্‌টি, ত্ৰিশংকু, শ্ৰীনিবাৰণ ভট্টাচাৰ্য, পুৰুষ, কুকুৰনেচীয়া মানুহ আৰু আহাৰ। ইয়াৰ ভিতৰত মই শ্ৰেষ্ঠ নাটকৰ বাছনি কৰা নাই।

৩. কিয় নাটক ৰচনা কৰিবলৈ ল'লোঁ নিশ্চিতকৈ ক'ব নোৱাৰিম। ল'ৰা কালতে দেউতাৰ অভিনয়-প্ৰীতি, তেজপুৰৰ বাণ ৰংগমঞ্চৰ লগত থকা সম্পৰ্ক (স্ত্ৰী-চৰিত্ৰ ৰূপায়ণ কৰিব লগা হোৱাত), অনাতাঁৰ কেন্দ্ৰৰ লগত গঢ়ি উঠা সৌহাৰ্দ্য—এইবোৰ কাৰণত নে কি নাজানো। ১৯৫৮ চনত ৰামধেনুত

মোৰ দুটা গল্প প্ৰকাশিত হৈছিল আৰু বহুতে গল্প দুটা প্ৰশংসা কৰিছিল। ফলত গল্পকাৰ হোৱাৰ এটা তীব্ৰ মোহ হৈছিল। এই মোহৰপৰা উদ্ধাৰ পাবলৈ মনে মনে সংকল্প ল'লোঁ আৰু গল্পৰ সলনি নাটক ৰচনাৰ প্ৰতি মনোনিৱেশ কৰিলোঁ।

৪. হয়, নাটকৰ যোগে মই কোনো নহয় কোনো বক্তব্য উপস্থাপন কৰিব খোজোঁ। অনেক সময়ত সমাজকেন্দ্ৰিক বক্তব্য; অনেক সময়ত চিৰন্তন মানৱীয় সত্য দাঙি ধৰাৰ যত্ন।

৫. আটাইকেইখন নাটকৰ বক্তব্য একে নহয়।

৬. মনত খেলোৱা একোটা আইডিয়াক নাট্যৰূপ দিবলৈ মনতে এটা কাহিনীৰ সঁজা তৈয়াৰ কৰি লৈ একেবাৰতে লিখি উলিয়াওঁ। কিন্তু মই উপলব্ধি কৰিছোঁ এনেকৈ একেবাৰতে নিলিখি ধীৰে-সুস্থিৰে লিখা উচিত। মোৰ প্ৰকাশিত দুখনমান নাটকৰ পুনৰ-লিখনৰ প্ৰয়োজন আছিল আৰু দুখনমান নিলিখা হ'লেই ভাল আছিল।

প্ৰথমতে মঞ্চক চকুৰ আগলৈ আনি নাট ৰচনাৰ যত্ন কৰিছিলোঁ; কিন্তু পিছত উপলব্ধি কৰিছোঁ—গাড়ীয়ে ঘোঁৰাক টানিবতো নালাগে! ঘোঁৰাইহে গাড়ী টানিব লাগে। শক্তিশালী, দক্ষ ঘোঁৰাই পথৰ বাধা দেই যাবলৈও কুণ্ঠাবোধ নকৰে। আৰু এটা কথা—মঞ্চ মানে জিলা পুথিভঁৰাল আৰু ৰবীন্দ্ৰভৱন নে কি? অসমীয়া নামঘৰৰ মুকলি পৰিৱেশক আমাৰ চিন্তা আৰু কাৰ্যৰ জগতলৈ আনিব নোৱাৰো নে কি? যেতিয়ালৈকে সীমাবদ্ধ মঞ্চকেইটামানৰ মাজত আমাৰ কল্পনাক সীমাবদ্ধ কৰি ৰাখিম, সেই পৰ্যন্ত আমাৰ নাটকৰ স্বাভাৱিক বিকাশ হ'ব বুলি নাভাবোঁ। ঐতিহ্যৰ সকলো বস্তুৱেই পেলনীয়া নহয়। আধুনিক জীৱনৰ সমস্যাৰ মুকলি আধুনিক নাট্যৰূপ নামঘৰৰ মুকলি মঞ্চৰ উপযোগীকৈ দিয়াত কি অসুবিধা থাকিব পাৰে? শ্ৰীমন্ত শংকৰদেৱ এতিয়াৰ সময়ৰ হোৱা হ'লে তেওঁ বোধকৰোঁ তাকে কৰিলেহেঁতেন; ধৰ্মীয়-সংকটৰ ঠাই আধুনিক সমাজৰ অৰ্থনৈতিক সংকট আৰু মূল্যবোধৰ সংকটে বোধকৰোঁ দখল কৰিলেহেঁতেন। ঐতিহ্যৰ সুস্থ ৰীতি আৰু কৌশলৰ পৰিৱৰ্তনসাধন আৰু নতুন প্ৰয়োগৰ দ্বাৰাহে এটা জাতীয় নাট্যধাৰাৰ বিকাশ সাধিত হ'ব পাৰে।

৭-৮. মোৰ লিখাক নহয়, মোৰ চিন্তাক, মোৰ বুদ্ধি আৰু মেধাক



জনদিয়েক বিদেশী লেখকৰ ৰচনাই প্ৰভাৱিত কৰি মনত দ সাঁচ বহুৱাইছে; মোৰ চিন্তা-চৰ্চাৰ, প্ৰেৰণাৰ কাৰণ হৈ পৰিছে, মোৰ মনত বিভিন্ন ভাৱ-তৰংগৰ সৃষ্টি কৰিছে। কিন্তু মোৰ লেখাৰ সময়ত মই তেওঁলোকৰ ৰচনাৰ কথা মনলৈ নানো। অনা হ'লে কিজানি মোৰ একো লিখাই নহ'লহেঁতেন। অথবা এনেও হ'ব পাৰিলেহেঁতেন—কিজানি তেওঁলোকৰ প্ৰতিভাৰ পোহৰেৰে ময়ো পোহৰ হ'ব পাৰিলোঁহেঁতেন। প্ৰশংগক্ৰমে কৈ থওঁ—যি কেইজন লেখকৰ প্ৰভাৱ মোৰ সৃষ্টিশীল মনৰ মাজেদি সোমাই এটা বিশেষ প্ৰক্ৰিয়াৰে মোৰ নিজৰ চিন্তালৈ প্ৰসাৰিত হোৱা হ'লে ভাল পালোঁহেঁতেন তেওঁলোক হ'ল—চেকভ্, ছাৰ্ত্ৰে, কেমু, অছবৰ্ন, জেমছ্ জয়চ্, ডিলান টমাছ আৰু কাফ্কা।

৯. নাটকৰ বিষয়বস্তু আৰু ৰচনা-ৰীতিৰ ওপৰত বাস্তৱতাৰ কাষ চপা-নচপাটো নিৰ্ভৰ কৰে। বস্তুবাদী বা প্ৰকৃতিবাদী নাটকৰ চৰিত্ৰ সম্পূৰ্ণ বাস্তৱধৰ্মী হ'ব লাগে; কিন্তু প্ৰতীকবাদী বা এব্ছাৰ্ড নাটকৰ চৰিত্ৰ বাস্তৱধৰ্মী নোহোৱাই স্বাভাৱিক। মোৰ উৰুখা পঁজা আৰু নিবাৰণ ভট্টাচাৰ্য বা আহাৰৰ মাজত এই পাৰ্থক্যটো মই নিজেই অনুভৱ কৰোঁ।

১০. দুয়োটাতে মই মূল্য দিওঁ। মোৰ শেহতীয়া নাটকখন বহুতে 'ভাৱবাদী' বুলি ক'ব খুজিলেও মই 'বুদ্ধিনিষ্ঠ' নাটক বুলিহে ক'ব খোজোঁ। বহুতে মোৰ নাটক সাধাৰণ পাঠক বা দৰ্শকৰ বোধগম্য নোহোৱা বুলি ক'ব খোজে। কিন্তু ৩০/৪০ বছৰৰ আগৰ অৱস্থাই আমাৰ আছে নে যে এতিয়াও পাচনি আৰু চক্ৰধ্বজসিংহৰ আৰ্হিতে নাটক লিখি থাকিম? শিক্ষিত আৰু সচেতন পাঠক আৰু দৰ্শকৰ সংখ্যা বাঢ়ি যোৱা নাই নে? ক'ব পাৰে—কৃষক আৰু বনুৱাৰ জীৱনক লৈ মই লিখা নাই। মই বিশ্বাস কৰোঁ, গৰিষ্ঠ-সংখ্যক জনতাৰ হিত আৰু আনন্দৰ কাৰণে নাটক লিখিব লাগে। কিন্তু লগতে নাট্যপ্ৰেমী বাকীসকলৰ কথাও নভবাকৈ থকাটো সম্ভৱ নহয়।

১১. একোখন নাটক লিখিবলৈ দুদিনৰপৰা দুবছৰ বা তাতোকৈ বেছি লাগিব পাৰে। 'কুকুৰনেচীয়া মানুহ' মই দুদিনত শেষ কৰিছিলোঁ; আন এখন নাটকৰ নামটো দি লৈছোঁ—'চিঞৰ'—আজি দুবছৰেও লিখি উলিয়াব-পৰা নাই।

১২. লিখাৰ পিছত সাল-সলনিৰ প্ৰয়োজন অনুভৱ কৰিলেও মোৰ এলাহ লাগে; সাল-সলনি কৰা হৈ নুঠে।

১৩. হয়, নাটকৰ পৰিণতি আৰু নামৰ কথা মোটামুটিভাৱে ঠিক কৰি লওঁ।

১৪. প্ৰায়েই, প্ৰথমতে ভবাদৰেই পৰিসমাপ্তি কৰিছোঁ।

১৫. যি কেইখন নাটক মই লিখিছোঁ—সামাজিক নাটকেই লিখিছোঁ। যোৱা তুটা দশকৰ ঐতিহাসিক ঘটনাৰ ওপৰত লিখাৰ কথা ভাবোঁ, লিখা হোৱা নাই।

১৬. মই বেকেট্ পঢ়োঁতে অছবৰ্ন্ বা ব্ৰেখ্‌টক পাহৰি থাকোঁ; ব্ৰেখট্ পঢ়িলে বেকেট্ বা অছবৰ্নক পাহৰি থাকোঁ। মোৰ জনান্তিক ব্যক্তিসত্তাৰ পৰিপুষ্টিৰ বাবে এবছাৰ্ড্ ধাৰাৰ প্ৰতি আগ্ৰহ কম নহয় যদিও এংৰি ভাবধাৰাৰ প্ৰতিও সমানেই আগ্ৰহান্বিত। ব্ৰেখ্‌টৰ এপিক নাট্য-ধাৰা আমাৰ সাম্প্ৰতিক পতনুৱা জাতীয় জীৱনৰ স্বাৰ্থত অধিক গ্ৰহণযোগ্য বুলি বিশ্বাস হৈ আহিছে।

১৭. মোৰ নাটকৰ অভিনয় বৰ কম হৈছে। যি কেইখনৰ অভিনয় দেখিছোঁ, মই ভীষণ হতাশ হৈছোঁ। হতাশ হোৱাৰ কাৰণ প্ৰয়োজনাৰ দোষতকৈ মোৰ চকুত স্পষ্ট হৈ উঠা মোৰ নাটকৰ দুৰ্বলতাসমূহ। মই উপলব্ধি কৰোঁ নাট্যকাৰ হিচাপে মই কিমান দুৰ্বল!

১৮. ই এটা ৰচনা-প্ৰক্ৰিয়াৰ কথা। ৰচনা কৰি যাওঁতে যেতিয়াই য'ত সংঘাতৰ সৃষ্টি হয় সেইদৰেই ৰূপ দি যাওঁ; সেইদৰেই চৰিত্ৰৰ অন্তৰ্দ্বন্দ্বও প্ৰকাশ কৰিবলৈ বিচাৰোঁ।

১৯. যুক্তিসম্মত কঠোৰ সমালোচনাই মোক ক্ষুব্ধ কৰিব নোৱাৰে; কাকো ক্ষুব্ধ কৰা উচিত নহয়। 'যুক্তিসম্মত' শব্দটোৰ ওপৰত মই গুৰুত্ব দিহে কৈছোঁ। সমালোচনা যদি যুক্তিসম্মত নহয় লেখক ক্ষুব্ধ নহ'লেও ক্ষুণ্ণ হোৱাটো স্বাভাৱিক। তেনে লেহুকা সমালোচনাই মোকো ক্ষুণ্ণ কৰে।

২০. ভাব-প্ৰধান নাটক সংলাপ-প্ৰধান হোৱা স্বাভাৱিক। কিন্তু বস্তুবাদী নাটকত কাৰ্য আৰু কাহিনীৰ প্ৰাধান্যহে লক্ষ্য কৰা যায়। প্ৰতিভাশালী নাট্যকাৰে দুয়োৰে সমন্বয় সাধন কৰে। শেক্সপীয়েৰ আৰু বাৰ্নাৰ্ড শ্বৰ মাজতে ইৰছেনক আমি তেনে ৰূপত ল'ব পাৰোঁ। প্ৰতিভাশালী নাট্যকাৰৰ হাতত সংলাপ মনোৰম, হৃদয়স্পৰ্শী আৰু ইংগিতবহ হৈ উঠে। আকৌ বহুক্ষেত্ৰত চৰিত্ৰৰ কাৰ্য আৰু অভিনয়ে মুখৰ সংলাপ নোহোৱাকৈও ভাব



প্ৰকাশ কৰিব পাৰে। ব্ৰেখ্‌টৰ 'মাদাৰ কাৰেজ এণ্ড্ হাৰ চিল্ড্ৰেন'ত বোবা এমিয়ে এটাও কথা নোকোৱাকৈ কি মৰ্মন্তুদ মুহূৰ্তৰ সৃষ্টি কৰিছে ভাবিলে শিহঁৰিত হ'ব লাগে। মোৰ এটা স্থূল উপমা মনত পৰিছে: নাটকখনক যদি যাত্ৰীবাহী চলন্ত ৰেলগাড়ী এখন বুলি ভাৱোঁ, তেনেহ'লে চৰিত্ৰ, ঘটনা আদিক তাৰ ডবা আৰু ৰঙা কয়লাৰ জুই তাৰ সংলাপ।

২১. মোৰ ধাৰণাৰ ৰূপটো হৈছে সুখৰ দুই-এক ৰূপালী ৰেখাৰে হতাশা আৰু দুখৰ ক'লা ডাৱৰৰ ছবি। অসমত স্বকীয় বৈশিষ্ট্যৰে এটা নাট্য-আন্দোলন গঢ়ি উঠা নাই। মোৰ বোধেৰে ইয়াৰ প্ৰথম কাৰণ হ'ল—অসমৰ নাট্য-সংস্কৃতি সম্পৰ্কে প্ৰতিষ্ঠিত সাহিত্যিক আৰু বুদ্ধিজীৱীসকলৰ অনীহা। ফলত বুদ্ধিনিষ্ঠ, সাহিত্যগুণ-সম্পন্ন উচ্চমানৰ নাটকৰ সলনি নাট আৰু অভিনয়প্ৰেমী লোকে সহজাত চিন্তা আৰু ক্ষমতাৰে লিখা সাধাৰণ কাহিনীৰ নাটকেই হয়তো বেছি। উন্নাসিক বুদ্ধিজীৱীয়ে তেনে নাটক চাই কটূক্তি কৰিবলৈ পৰাংমুখ নহয়; কিন্তু তেনে বুদ্ধিজীৱী নিজৰ দায়িত্বৰ প্ৰতিও সমানেই সচেতন নহয় বুলি ভাৱোঁ। আৰু এটা নিষ্ঠুৰ সত্য কথা ক'ব খুজিছোঁ: নাটক প্ৰয়োগ-কলা হ'লেও নাটকৰ সাহিত্য-কলা স্বৰূপেও স্থান আছে। ভাৰতত কাব্য শব্দই নাটককো বুজাইছিল। শেক্সপীয়েৰৰ নাটকৰ কাব্যগুণৰ কথা নকলোঁৱেই বাৰু। এনে নাটক আমি আনি বাকচ ভৰাওঁ। কিন্তু অসমত অসমীয়া নাটকৰ প্ৰকাশক নোলায়। তদুপৰি একেখন আলোচনীত প্ৰকাশিত ত্ৰিশ পৃষ্ঠাৰ উপন্যাসৰ কাৰণে লেখকক পাঁচশৰপৰা দু'শলৈকে মাননি দিয়ে; সমান আকাৰৰ নাটক এখনৰ কাৰণে আগবঢ়াই ত্ৰিশ বা চল্লিশ টকা। গতিকে অসমত নাটক সদায় অভিনয়মুখী হৈ থাকিব আৰু অভিনয়ৰ উদ্যোক্তাসকলৰ প্ৰধান উদ্দেশ্য যিহেতু মনোৰঞ্জন, সেই বাবে তেনে নাটকেই লিখা হৈ থাকিব। গতিকে, যিসকলে ভ্ৰাম্যমান থিয়েটাৰৰ যোগেৰে হওক, অব্যৱসায়ী মনোভাৱেৰে নগৰৰ প্ৰেক্ষাগৃহত হওক,—যিমানেই অসংগঠিত বা অপৰিকল্পিতভাৱে নহওক—নাটক ৰচনা কৰিছে, অভিনয় কৰিছে—সেই সকলোকে মই সমান চকুৰে চাব খোজোঁ। দুজনমানক ভাল বুলি কৈ দুজনমানক বেয়া বুলি কোৱাৰ প্ৰবৃত্তি মোৰ সম্প্ৰতি নাই।

২২. বহুতদিন মঞ্চত অভিনয় কৰা নাই। অৱশ্যে গুৱাহাটীৰ কেইবাটাও

নাট্যগোষ্ঠীৰ লগত জড়িত হৈ, নেপথ্যৰ প্ৰস্তুতিত সক্ৰিয় অংশ গ্ৰহণ কৰি আহিছোঁ। তাৰ উপৰি যোৱা বিশ বছৰে অনাতাঁৰ নাটকত অভিনয় কৰি আহিছোঁ।

২৩. সাধাৰণ সৃষ্টিশীল লেখকৰ থাকিব লগীয়া গুণৰ উপৰিও নাট্যকাৰৰ থাকিব লাগে—মঞ্চ আৰু নাটকৰ বিভিন্ন আংগিকৰ লগত পৰিচয়, বিশ্বনাট্যৰ বিভিন্ন ধাৰাৰ সম্যক জ্ঞান, নাট্য-ধাৰাৰ বিভিন্ন পৰিবৰ্তনক গ্ৰহণ নকৰিলেও বুজাৰ চেষ্টা, গভীৰ জীৱন-জিজ্ঞাসা, সামাজিক জীৱনৰ পৰিবৰ্তিত মূল্যবোধৰ প্ৰতি সজাগ দৃষ্টি, পাৰিপাৰ্শ্বিকতাৰ প্ৰতি সচেতনতা; সকলোতকৈ প্ৰয়োজনীয় হ'ল—সৃষ্টিশীল মাধ্যমৰূপে নাট্যকলাৰ ওপৰত আস্থা, প্ৰত্যয় আৰু নিষ্ঠা।

## ৰত্ন ওজা

১৯৫৩/৫৪ চন মানৰপৰা লিখা আৰম্ভ কৰোঁ। 'গুলজাৰ ক্লাব' নামৰ একাংক নাটকখনেই প্ৰথম ৰচনা। পূৰ্ণাংগ নাট হিচাপে 'মুক্তি সপোন' 'আমাৰ প্ৰতিনিধি' কাকতত প্ৰকাশ হৈ গৈছে; আৰু নাটখন বিভিন্ন ঠাইত অভিনীত হোৱাৰ সংবাদো পাইছোঁ। একাংক নাটক, বাটৰ নাট, পূৰ্ণাংগ নাট—সকলো লগাই মুঠ কুৰিখন নাট ৰচনা কৰিছোঁ। 'সোণটিৰ সপোন' এটা গল্পৰ নাট্যৰূপ। একাংকৰ ভিতৰত 'খং'খনৰ বাহিৰে বাকীবোৰ দৰাচলতে পূৰ্ণাংগ নাটকৰ অনাতাঁৰ ৰূপ। 'বাটৰ নাট'ৰ উৎস নটসূৰ্য ফণী শৰ্মাৰ 'শৱ-যাত্ৰা'। 'পাতনি' কামৰূপৰ কথিত ভাষাত ৰচিত। কেৱল উজনিৰপৰা গৈ নামনিত থকা মহাজনৰ মুখতহে অসমীয়া মান্যভাষা দিয়া হৈছে।

মোৰ নিজৰ নাটসমূহৰ সকলো নাটেই মোৰ মৰমৰ। পিতৃ-মাতৃৰ সকলো সন্তান সমান। গতিকে মই নিজে শ্ৰেষ্ঠত্বৰ বিচাৰ নকৰোঁ। সম্প্ৰতি 'বিলাপ' নাম দি তিনিটা খণ্ডত সামৰাকৈ লিখি থকা নাটখনৰ অভিনয় তিনি ৰাতিত সম্পূৰ্ণ কৰাৰ পৰিকল্পনা কৰিছোঁ।

মই নাটকৰ মাজেৰে সৰ্বসাধাৰণ মানুহৰ সুখ-দুখ, হাঁহি-অশ্ৰুৰ কথা ক'ব খোজোঁ। সেই ফালৰপৰা মোৰ গাঁৱৰ, মোৰ দেশৰ মানুহেই মোৰ



প্ৰেৰণাৰ উৎস। কি ক'ম, কাক ক'ম, কেনেকৈ ক'ম—এয়ে হ'ল মোৰ নাটৰচনাৰ আঁৰৰ আন্তৰিক আত্ম-জিজ্ঞাসা। গহপুৰৰ নাট্যগোষ্ঠীৰ লগত জড়িত হৈ নাট ৰচনা আৰু পৰিচালনাৰ প্ৰেৰণাও লাভ কৰিছোঁ।

একোখন নাটকৰ পৰিকল্পনা কৰিবলৈ মোক সময় লাগে। পৰিণতি এটাৰ কথা ভাবি লওঁ; অৱশ্যে সেই পৰিণতিয়েই যে সদায় একেদৰেই থাকে এনেও নহয়। নাট ৰচনাৰ প্ৰথম বীজ হ'ল—মনত খেলোৱা কোনো বিশেষ ভাবৰ তৰংগ। তাক জীৱন্ত ৰূপ দিবলৈ লাগে এটা কাহিনী, কিছু ঘটনাৰ সংঘাত, চৰিত্ৰ আৰু চৰিত্ৰৰ মুখৰ সংলাপ আৰু পৰিৱেশৰ পৰিকল্পনা। মই সেই কল্পনাক ইংগিতমূলক কৰিবলৈ যত্ন কৰোঁ। তাৰ বাবে দৰকাৰ হয়—সাংগীতিক দিশৰ প্ৰতিও কিছু সচেতনতা। তদুপৰি মই বাস্তৱতাৰ প্ৰতিও চকু দিওঁ।

ইব্‌ছেন্ মোৰ প্ৰিয় নাট্যকাৰ। আনহাতে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ মোৰ নমস্য নাট্যকাৰ। আৰু শ্ৰীমন্ত শংকৰ হ'ল গুৰুৰো গুৰু। আধুনিক অসমীয়া নাট্যকাৰসকলৰ ৰচনাতো মই অনেক গুণ দেখিবলৈ পাইছোঁ। ইউৰোপীয় আধুনিক নাট্যধাৰাৰ এবছাৰ্ড্ ধাৰাৰ নাট্য-কৌশলৰ প্ৰতি মই সচেতন।

সমালোচনাক মই নম্ৰভাৱে গ্ৰহণ কৰোঁ, ক্ষুব্ধ নহওঁ। বহু সময়ত অভিনীত হৈ যোৱা নাটকৰ বিষয়বস্তুতকৈ অভিনয় আৰু মঞ্চসজ্জাৰ সম্পৰ্কেই আলোচনা হয় বেছি। অৱশ্যে এই কথা সঁচা যে অভিনয় নোহোৱালৈকে একোখন নাটক জীৱন্ত হৈ নুঠে। অভিনয় আৰু মঞ্চকলাই নাটকক সেই জীৱন দান কৰে।

অসমত যেতিয়ালৈকে অভিনয়ক ব্যৱসায়-ভিত্তিত স্থাপন কৰিব পৰা নহ'ব তেতিয়ালৈকে অব্যৱসায়ী নাট্যগোষ্ঠীসমূহে কৰিবলগাতকৈও বেছি কষ্ট কৰি এই শিল্পক জীয়াই ৰাখিব লাগিব। এই কথাও স্বীকাৰ্য যে বহু সময়ত ব্যৱসায়ী নাট্যগোষ্ঠীতকৈ অব্যৱসায়ী গোষ্ঠীয়ে লাভ কৰা সফলতা উল্লেখযোগ্য স্বৰূপে চিহ্নিত হয়।

মই ভাবোঁ—অসমীয়া নাটকক জগতত প্ৰতিষ্ঠা দিবলৈ আমাক এহাতে লাগিব ঐতিহ্যৰ ভেটি আৰু মাটিৰ গোন্ধ; আনহাতে লাগিব যুগোপযোগী জীৱন-দৰ্শন আৰু আধুনিক নাট, নাট্যকলা আৰু মঞ্চকলাৰ জ্ঞান।

## উত্তম বৰুৱা

১। মোৰ প্ৰথম নাটক 'পণ্ডিতৰ জীৱন'। প্ৰকাশ নহ'ল।

২। বৰৰজা ফুলেশ্বৰী, বৰমানুহৰ দোলা, জেৰেঙাৰ সতী—এই কেইখন প্ৰকাশিত নাটক। মুঠ সংখ্যা সৰুৰে বৰে ১১খন।

৩। আন্তৰিক তাগিদাতে নাটক লিখিবলৈ লৈছিলোঁ। লগত আছিল মঞ্চৰ চাহিদা পূৰণৰ চেষ্টা। মোক অনুপ্ৰাণিত কৰি আহিছে জ্যোতিপ্ৰসাদে। 'শোণিত কুঁৱৰী' চোৱাৰ পিছত মোৰ অনুৰাগ প্ৰবল হয়। প্ৰবীণ ফুকনৰ ৰচনায়ো অনুপ্ৰেৰণা যোগালে। নাটক চাই, পঢ়িহে লিখাৰ যত্ন কৰোঁ।

৪। নাটকৰ চৰিত্ৰৰ মাজেৰেই মোৰ বক্তব্য প্ৰকাশ কৰোঁ। চৰিত্ৰ সৃষ্টিতেই মই বেছি গুৰুত্ব দিওঁ। তদুপৰি প্ৰতিখন নাটকৰ বক্তব্য একে নহয়।

৬। প্ৰথমেই চাৰ্ট তৈয়াৰ কৰি দৃশ্যৰ পৰিকল্পনা কৰোঁ। পৰিণতিৰ কথা আগতেই ভাবোঁ আৰু বহুসময়ত শেহৰ সংলাপো লিখি পেলাওঁ। পৰিকল্পনা কৰোঁতে মঞ্চ আৰু সময় দুয়োটাৰ কথা মনত ৰাখোঁ।

৭। প্ৰিয় নাট্যকাৰ জ্যোতিপ্ৰসাদ আৰু ইবছেন।

৮। কাৰোবাৰ প্ৰভাৱ যদি পৰিছে নজানো। সাধাৰণতে প্ৰিয় নাট্যকাৰৰ প্ৰভাৱ প্ৰত্যক্ষভাৱে হওক, অপ্ৰত্যক্ষভাৱে হওক পৰিব পাৰে।

৯। বাস্তৱক বাদ দি চৰিত্ৰ সৃষ্টি সম্ভৱ নহয়। যি-কোনো প্ৰকাৰে বাস্তৱৰ আধাৰ লাগিবই। মই যিমান পাৰোঁ বাস্তৱৰ ওচৰ চাপোঁ।

১০। ভাববাদ বা বস্তুবাদ কোনো ধৰণৰ 'বাদ' মই অন্তৰ্ভুক্ত কৰিব নোখোজোঁ। মোৰ আস্থা বাস্তৱবাদতহে।

১১। সাধাৰণতে বিষয়টো ধৰি ল'বলৈ সময় লাগে। লিখি উলিয়াওতেও একেৰাহে বহি লিখা নহয়। ৰাতিহে লিখাৰ শাৰীৰিক আৰু মানসিক অৱকাশ পাওঁ।

১২। এবাৰ লিখি শেষ কৰাৰ পিছত প্ৰয়োজন বুজি সাল-সলনি কৰোঁ।

১৩। পৰিণতি আগতে ভাবি লওঁ। নামকৰণৰ কথাও ভাবোঁ। সামান্য সাল-সলনি কৰিব লগা হয়।

১৪। যিহেতু আগতেই মই এটা পৰিকল্পনা কৰি লৈহে আগবাঢ়োঁ গতিকে পৰিণতিৰ কোনো আমূল সাল-সলনি ঘটাৰ সম্ভাৱনা কম।

১৫। ঐতিহাসিক আৰু সামাজিক দুয়োপ্ৰকাৰৰ নাটক লিখিছোঁ।

১৬। ইউৰোপীয় নাট্যধাৰাৰ যি তিনিটা ভাগৰ কথা কৈছে, তাৰ কোনোটোৰ প্ৰতি বিশেষ আগ্ৰহ নাই।

১৭। নিজৰ নাটকৰ অভিনয় চাইছোঁ। স্বাভাৱিক আৰু জীৱন্ত হৈ উঠিলে ভাল লাগে। 'জয়মতী' নাটকৰ গদাপাণিৰ ভাৱত হোমেশ্বৰ চৌধুৰীৰ অভিনয়, জয়মতীৰ ভাৱত বীণা দাসৰ অভিনয় দেখি আনন্দ পাইছিলোঁ।

১৮। মই প্ৰধানকৈ চৰিত্ৰৰ অন্তৰ্দ্বন্দ্বৰ ওপৰত অধিক গুৰুত্ব দিওঁ। ঘটনাৰ সংঘাত তাৰ যোগেদিয়েই সৃষ্টি হোৱাটো বিচাৰোঁ।

১৯। সমালোচনাই ক্ষুণ্ণ নকৰে। সমালোচনা মুক্ত, স্পষ্ট, গঠনমূলক হ'ব লাগে।

২০। সংলাপ—চৰিত্ৰ, ঘটনা আৰু পৰিৱেশ অনুসৰিহে হ'ব লাগে। কাৰ্য আৰু সংলাপৰ সুষমা নাথাকিলে ভাল নাটক হ'ব নোৱাৰে বুলি ভাবোঁ।

২১। অসমীয়া নাটকৰ ইতিহাসত জ্যোতিপ্ৰসাদৰ নাটকৰ উপৰিও পিয়লি ফুকন, মণিৰাম দেৱানৰ দৰে মঞ্চসফল নাটক ওলাইছে। মই আশাবাদী। সমালোচকৰ অভাৱত গুণৰ প্ৰচাৰ আমাৰ ইয়াত কম হয়।

২২। বহুততে অভিনয় কৰিছোঁ। 'জয়মতী' নাটকৰ লালুকসোলা বৰফুকনৰ চৰিত্ৰৰ অভিনয় কৰি ভাল লাগিছিল।

২৩। নাট্যকাৰ হ'বলৈ—এহাতে অধ্যয়ন আনহাতে পৰ্যবেক্ষণ ; এহাতে মঞ্চ-শিল্পৰ জ্ঞান, আনহাতে জীৱন সম্পৰ্কে জ্ঞান—এই সকলোখিনি গুণ লাগে বুলি ভাবোঁ। নাট্য-কলা নজনাকৈ নাটক ৰচনা কৰা সম্ভৱ নহয় বুলি ভাবোঁ।

## প্ৰফুল্ল বৰা

১৯৬০ চনত মই প্ৰথম নাটক লিখিবলৈ লওঁ। কিন্তু মোৰ এই নাটকখন পূৰ্ণাঙ্গ নাছিল ; আছিল 'পানী মেটেকা' নামৰ এখন একাঙ্কিকাহে। নাটখন সেইবছৰ দৰং কলেজৰ কলেজ সপ্তাহ উপলক্ষে হোৱা নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাটক হিচাপে পৰিগণিত হৈছিল। ক'বলৈ গ'লে

এই নাটখনে মোৰ নাট্যকাৰ জীৱনৰ দুৱাৰ মুকলি কৰিছিল। নাটখন অলপতে ছপাশাললৈ গৈছে।

তাৰ পিছত মই এতিয়ালৈকে একুৰিখন একাঙ্কিকা, দহখন পূৰ্ণাঙ্গ আৰু আঠখনতকৈও অধিক অনাতাঁৰ নাট ৰচনা কৰিছোঁ। ইয়াৰ ভিতৰত পূৰ্ণাঙ্গ মঞ্চ নাট 'উপপথ' মোৰ ৰচনাৰ ভিতৰত এতিয়ালৈকে সৰ্বশ্ৰেষ্ঠ নাট বুলি ভাবোঁ। 'উপপথে' সৰ্বভাৰতীয় ভিত্তিত এতিয়ালৈকে একেবাহে তিনিবাৰ সুখ্যাতি লাভ কৰিছে। আৰু পঞ্জাৱত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় নাটক প্ৰতিযোগিতাত বঙ্গ তথা ভাৰতৰ অন্যতম নাট্যকাৰ সমালোচক শ্ৰীমন্মথ ৰায়ে এই নাট্যকাৰক 'বলিষ্ঠ' আৰু 'সাহসী' নাট্যকাৰ উপাধি প্ৰদান কৰিছে।

মোৰ সৰ্বপ্ৰথম পূৰ্ণাঙ্গ নাট 'সীমান্তৰ জুই' খন ৰচনা কৰিছিলোঁ একান্তভাৱে মানসিক তাগিদাত। ১৯৬২ চনৰ চীনৰ আক্ৰমণত অসমত, বিশেষকৈ তেজপুৰত, মানুহৰ জীৱনক লৈ হোৱা অৱৰ্ণনীয় দৃশ্যই মনৰ মাজত এক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। লগতে এফালে জীয়াই থকাৰ তাড়না আৰু আনফালে ইয়াৰ অন্তৰালত একশ্ৰেণী স্বাৰ্থান্বেষী তথা দালালে যি সুযোগ ল'বলৈ চেষ্টা কৰিছিল, চকুৰ আগতে দেখা এই ঘটনাৰ প্ৰকাশতেই 'সীমান্তৰ জুই'ৰ সৃষ্টি। 'সীমান্তৰ জুই' মঞ্চস্থ হৈছিল ১৯৬৩ চনত। এই নাটকৰ মঞ্চসফলতাই মোক পিছৰ জীৱনত নাটক লিখাৰ আংশিক প্ৰেৰণা যোগাইছিল আৰু এই নাটকৰ যোগেদিয়েই মই অসমৰ ঐতিহ্যপূৰ্ণ মঞ্চ বাণ ৰঙ্গমঞ্চৰ নঙলা মুখ পাইছিলোঁ। স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভা, ফণী শৰ্মাদেৱে মোক নঙলা মুখৰপৰা মঞ্চৰ পাদ-প্ৰদীপৰ সম্মুখলৈ মাতি নিছিল। বাণ ৰঙ্গমঞ্চ, বিষ্ণুককাইদেউ আৰু বলীনদাৰপৰাই মই নাটক লিখাৰ কলা-কৌশল আয়ত্ত কৰোঁ। বৰ্তমান মই নাটক লিখি আছোঁ ; নিজা নাট্যগোষ্ঠী সংগীত নাটকমৰ বাবে নাটক লিখাটো মোৰ এটা দায়িত্ব বুলিয়েই ধৰিছোঁ ; কাৰণ অসমত গাল্পিক আছে, ঔপন্যাসিক আছে, কবি আছে, কিন্তু নাট্যকাৰৰ সংখ্যা দুখলগাকৈ কম। অসমত নাট্যগোষ্ঠী আছে, শিল্পী আছে, কিন্তু নাটক নাই। অথচ সমাজত কিবা পৰিৱৰ্তন আনিবলৈ, নাট্য-সংস্কৃতিৰ অগ্ৰগতি সাধিবলৈ নাট্য আন্দোলন গঢ়ি তুলিবৰ কাৰণে আমাক লাগে ভাল নাটক। বৰ্তমান আমি বিচাৰোঁ এটা সাংস্কৃতিক বিপ্লৱ। কাৰণ মই



ভাবোঁ ৰাজনৈতিক বিপ্লৱে, বন্দুকৰ গুলীয়ে, শ্লোগানে আজি মানুহৰ অন্তৰ জয় কৰি বিপ্লৱ কৰিবলৈ ৰাজপথলৈ মাতি আনিব নোৱাৰে। যদি পাৰে সাংস্কৃতিক বিপ্লৱে, গীতৰ মাজেৰে, নাটৰ মাজেৰেহে মানুহৰ অন্তৰ স্থায়ীভাৱে জয় কৰিব পাৰিব। সেয়েহে আমাক আজি বহুতো ভাল নাট্যকাৰ লাগে। সেয়েহে আজি মই নাটক লিখিছোঁ, ভাল নাটক লিখিবলৈ চেষ্টা কৰি আহিছোঁ ঠিক এই একেই দায়িত্বৰ বাবেই।

মই মোৰ নাটৰ মাজেদি সদায় এটা বক্তব্য দাঙি ধৰিবলৈ চেষ্টা কৰি আহিছোঁ। আৰু মই ভাবোঁ অকল নাটকতেই কিয়, সকলো সাহিত্যতে একোটা বক্তব্য থকা উচিত। বক্তব্যহীন সাহিত্য ফুল নুফুলা ফুলগছৰ দৰে।

বৰ্তমান মই মোৰ নাটসমূহত অসমৰ প্ৰধান সমস্যাসমূহ বক্তব্য হিচাবে সন্নিৱিষ্ট কৰিছোঁ। আজিৰ সমাজৰ যি সমস্যা ৰাইজে দেখিছে, ভোগ কৰিছে, অথচ প্ৰতিকাৰস্বৰূপে একো কৰিব পৰা নাই, মই ঠিক সেই সমস্যাসমূহ, কাহিনীৰ মাজেৰে, চৰিত্ৰৰ মাজেৰে মানুহৰ ওচৰত নম্ৰভাৱে দাঙি ধৰিছোঁ। আনদেশত খাবলৈ নাপালে মানুহে বিপ্লৱ কৰে। কিন্তু আমাৰ দেশত খাবলৈ নাপালে কৰে ভিক্ষা। মই ক'ব খুজিছোঁ ভিক্ষা কৰাটো পাপ।

মোৰ প্ৰতিখন নাটকৰ বক্তব্য একে নহয়। মই বিভিন্ন নাটকত বিভিন্ন বক্তব্য দাঙি ধৰিছোঁ। উদাহৰণস্বৰূপে 'উপপথ' নাটকত সমাজৰ অৱহেলিত, অনাদৃত যি চাম লোকে অখ্যাত গলিত সমাজ পাতি আচল সমাজ ভাঙিব খোজে, সিহঁতক আহ্বান কৰিছোঁ ৰাজপথলৈ। উপদেশ দিছোঁ সিহঁতৰ মানৱতাৰে প্ৰতিজন মানৱৰ অন্তৰত আঘাত কৰি সিহঁতৰ প্ৰাপ্যখিনি বিচাৰিবলৈ।

'মৃত্যুঞ্জয়'ত মই, বিশ্ববিদ্যালয়ৰ ডিগ্ৰীটো লৈও চাকৰি নাপাই বিপ্লৱ কৰা যুৱকসকললৈ চাকৰি নকৰিও যে আন কিবা কৰি সন্মানিতভাৱে জীয়াই থাকিব পাৰি, সেই কথা কবলৈ প্ৰয়াস কৰিছোঁ।

নাটক এখন লিখিবলৈ ল'লেই মই কাহিনীৰ পিছতেই মঞ্চৰ কথা ভাবোঁ। কাৰণ নাট এখনৰ পূৰ্ণ সফলতা যেতিয়া মঞ্চতেই, তেনেস্থলত মঞ্চৰ সা-সুবিধাৰ প্ৰতি সততে চকু ৰাখিব লগীয়া হয়। প্ৰথমেই ভাবোঁ মঞ্চত অভিনয়ৰ মজিয়া দুখন নে এখন। এখন হ'লে সেই মতে ঘটনাসমূহ বিভাজন

কৰি লওঁ আৰু কাহিনীৰ ক্ৰম ঠিক ৰাখিবলৈ সংলাপৰ মাজেৰে চৰিত্ৰসমূহক এখন মজিয়াৰ দৃশ্য-সজ্জালৈ টানি আনো। তুখন মজিয়া হ'লে কাহিনীয়ে বিচৰা মতে ঘটনা বিভাজন কৰি লওঁ; দৃশ্য-সজ্জা কাহিনী বা ঘটনাৰ পৰিপ্ৰেক্ষিততহে লওঁ।

মোৰ প্ৰিয় নাট্যকাৰ হ'ল লুইজি পিৰান্‌ডেল্লো: বিশ্বৰ নাট্যজগতৰ এটা বিতৰ্কিত নাম। প্ৰিয় এইবাবেই যে পিৰানডেল্লোৰ নাট্যৰচনাৰীতি, গল্প কোৱাৰ কৌশল, চৰিত্ৰ সৃষ্টিৰ অসাধাৰণ প্ৰতিভাই মোক মুগ্ধ তথা অনুপ্ৰাণিত কৰিছে। তদুপৰি পিৰানডেল্লো এজন বাস্তৱবাদী নাট্যকাৰ। মই নিজে বাস্তৱবাদ তথা স্বাভাৱিকতাৰ প্ৰতি অতিশয় অনুৰক্ত। এৱেঁই এজন নাট্যকাৰ যি দাৰ্শনিক বিমূৰ্ত ভাৱসমূহক বস্তুনিষ্ঠ নাটকীয় ৰূপ দি দৰ্শন আৰু মনোবিজ্ঞানক একে কৰি পেলাইছিল। প্ৰথম যিখন নাটক পঢ়ি মোৰ মনত এইজন নাট্যকাৰ প্ৰিয় হৈছিল সেইখন আছিল 'ৰাইট্‌ ইউ আৰ্‌ ইফ্‌ ইউ থিংক্‌'। ইয়াৰ পিছত 'দি ট্ৰেজেডি অৱ এ কেৰেক্টাৰ' নামৰ এটা চুটি-গল্পৰ ভিত্তিত ৰচিত 'চিক্স্‌ কেৰেক্টাৰছ্‌ ইন্‌ চাৰ্চ্‌ অফ্‌ এন্‌ অথৰ্‌'।

মই মোৰ নাটকত কোনো বিদেশী নাটকৰ প্ৰভাৱ আছে বুলি নাভাবোঁ।

মই মোৰ নাটৰ চৰিত্ৰ সৃষ্টি কৰোঁতে বাস্তৱৰ গভীৰতালৈ সোমাই যাওঁ। কাৰণ নাটৰ দৰ্শকে যদি নাটৰ চৰিত্ৰক চিনি নাপাই, তেন্তে সেই নাটৰ বক্তব্যকে মানি লবলৈ টান পায়। তদুপৰি বাস্তৱৰ এটা চৰিত্ৰই মঞ্চত যিমান সহজে সফলতা লাভ কৰিব পাৰে বা দৰ্শকৰ হৃদয়ত আঘাত কৰিব পাৰে, কল্পনাৰ চৰিত্ৰ দৰ্শকৰ ওচৰত আলহীৰদৰে হৈ যায়।

ভাৱবাদতকৈ মই বস্তুবাদত বেছি বিশ্বাস কৰোঁ। আকাশখন ৰঙা বুলি ভাবি কেতিয়াবা আমাৰ ভাল লাগিব পাৰে; কিন্তু পুৱা উঠিয়েই দেখা পাওঁ এখন নীলা আকাশহে। ভাৱবাদত বিলাস আছে কিন্তু ইয়াৰ স্থায়িত্ব নাই। এখন নাটক লিখিবলৈ কমেও মোক এমাহ সময় লাগে। অৱশ্যে নাটৰ প্ৰথম খচৰাখন মই একেৰাহে পাঁচদিন মানতে শেষ কৰোঁ। তাৰপিছত সেইখন পঢ়ি মঞ্চ আৰু দৰ্শকক কল্পনাৰে আগত লৈ খণ্ড-খণ্ডকৈ কাটি লিখি যাওঁ। প্ৰথম লিখাৰ পিছত নাটৰ ৰচনাত বহুতো সালসলনি ঘটে। তদুপৰি মঞ্চত আখৰা কৰি থকাৰ সময়তো শেষবাৰৰ বাবে



সালসলনি কৰিবলগা হয়। মই নাটকৰ নাম, আৰম্ভণি আৰু পৰিসমাপ্তি আগতেই ভাবি লওঁ। অৱশ্যে কেতিয়াবা ইয়াৰো সালসলনি ঘটে কিন্তু নাটৰ বক্তব্য কোনো কাৰণতেই সলনি নকৰোঁ।

মই সামাজিক নাট লিখি ভাল পাওঁ; কাৰণ সামন্তযুগীয় ছবি দেখুৱাই আত্মজাগৰণ আৰু আত্মশুদ্ধি মই নিবিচাৰোঁ। বৰ্তমান এৱছাৰ্ড নাটকৰ অন্যতম নাট্যকাৰ বেকেটৰ 'ৱেটিং ফৰ গোডো', যিখন নাট পৃথিবীৰ পঁচিশটা ভাষালৈ অনূদিত হৈছে, সেইখন পঢ়ি এই নাটৰ ৰচনা-ৰীতিৰ প্ৰতি মই আগ্ৰহান্বিত হৈছোঁ। নাটখনৰ বৈশিষ্ট্য হ'ল নাটখন একেবাৰে নাটকীয় নহয়। নাট্যৰচনাৰ যি পুৰণি ৰীতিনীতি তাৰ কোনো বন্ধন এই নাটকত নাই। চৰিত্ৰৰ প্ৰাথমিক উপস্থাপনা, কাহিনীৰ গ্ৰন্থিমোচন, মধ্যবিন্দু, সংঘাত, চৰম মুহূৰ্ত বা পৰিণতি ইয়াত একো নাই।

নিজৰ নাটকৰ অভিনয় মই চাইছোঁ। কিছুমান শিল্পীয়ে মোৰ সৃষ্টিৰ চৰিত্ৰসমূহ ফুটাই তোলে। তেতিয়া আনন্দ পাওঁ। কিন্তু কিছুমান চৰিত্ৰ দেখিছোঁ কিছুমান শিল্পীয়ে এক বিকৃত ৰূপ দি মোৰ সৃষ্টিৰ অপমৃত্যু ঘটায়। তেতিয়া বিকলাঙ্গ সন্তানৰ পিতৃবেদনাই মন ভাৰাক্ৰান্ত কৰে। নাটকৰ সংঘাত মই চৰিত্ৰসমূহৰ দ্বন্দ্ব অনুযায়ীহে সৃষ্টি কৰোঁ; কাৰণ কাহিনীৰ পিছতেই চৰিত্ৰক মই অধিক গুৰুত্ব দিওঁ। মোৰ মতে মঞ্চনাটকসমূহ মূলতে কাৰ্যপ্ৰধান হ'ব লাগে। কিন্তু কেতিয়াবা বক্তব্য প্ৰকাশৰ বাবে কাৰ্যতকৈ সংলাপো অধিক ব্যৱহাৰ কৰিব লগা হয়।

কঠোৰ সমালোচনাই মোক ক্ষুব্ধ নকৰে, যদিহে সেই সমালোচনা সুস্থ, যুক্তিপূৰ্ণ আৰু গঠনমূলক হয়। মোৰ মতে যি জহুৰীয়ে যান্ত্ৰিক পৰীক্ষাৰ আগতেই জহৰ চিনি পায়, তেৱেঁই শিল্প-সাহিত্যৰ প্ৰকৃত সমালোচক। কিন্তু বৰ্তমান আমাৰ অসমত কেতবোৰ দৰ্শক-সমালোচক ওলাইছে যাৰ অযুক্তিকৰ সমালোচনাই মনত আঘাত কৰে। লিখিলেই যেনেকৈ সাহিত্যিক নহয়, ঠিক তেনেকৈ দৰ্শক বা পাঠক হলেই সমালোচক হ'ব নোৱাৰে। এজন সুস্থ সমালোচকৰ বাবে লাগে সমালোচনাৰ প্ৰতিভা, সুবিচাৰৰ প্ৰতিভা আৰু বুদ্ধিৰ অতীত প্ৰজ্ঞা।

সাম্প্ৰতিক অসমীয়া নাটৰ সম্পৰ্কে মই ক'ব খোজোঁ যে বৰ্তমান আন দেশৰ দৰে অসমতো নতুন আংগিকৰ নাটৰ পৰীক্ষা-নিৰীক্ষা চলিছে যদিও

আমাক নতুন ৰচনাৰীতি, নতুন বিষয়বস্তু আৰু জনগণৰ প্ৰতিচ্ছবিৰে আৰু ভাল নাটক লাগে। সাম্প্ৰতিক নাটকৰ ভিতৰত শ্ৰীঅৰুণ শৰ্মাৰ 'নিবাৰণ ভট্টাচাৰ্য' আৰু 'পুৰুষ', হিমেন্দ্ৰ বৰঠাকুৰৰ ( পৰিসমাপ্তি বাদ দি ) 'বাঘ', মহেন্দ্ৰ বৰঠাকুৰৰ 'জন্ম'—ইত্যাদি নতুন দৃষ্টিভঙ্গীৰ, নতুন ৰচনাৰীতিৰ বলিষ্ঠ নাটক। মই মোৰ নিজৰ নাটত এতিয়াও অভিনয় কৰা নাই। আনৰ নাট চাইক'-খেৰাপি, এমুঠি চাউল, আগমনি আদি কেইখনমান নাটতহে মই অভিনয় কৰিছোঁ।

নাট এখন লিখিবলৈ সৰ্বপ্ৰথম লাগে মঞ্চৰ লগত এটা নিবিড় সম্পৰ্ক। ইয়াৰ পিছতেই লাগে ধৈৰ্য, ভাষাৰ ভঁৰাল, বিভিন্ন চৰিত্ৰক বুজিব পৰা মানসিক ক্ষমতা আৰু ঘটনাৰ জাল তৈয়াৰ কৰিব পৰা প্ৰতিভা। *

## অতুল বৰদলৈ

১৯৫৮ চনৰপৰাই মই নাটক ৰচনাত মনোনিৱেশ কৰোঁ। মোৰ প্ৰথম নাটখনৰ নাম আছিল 'বা-মাৰলী'; অভিনীত হৈছে বহুবাৰ, প্ৰকাশ হোৱা নাই। এই পৰ্যন্ত মই ৭ ( সাত ) খন পূৰ্ণাঙ্গ নাট আৰু প্ৰায় ১৫ ( পোন্ধৰ) খন একাঙ্কিকা নাট ৰচনা কৰিছোঁ। পূৰ্ণাঙ্গ নাট কেইখনৰ নাম একাদিক্ৰমে দিছোঁ—(১) বা-মাৰলী, (২) অক্লান্ত, (৩) খেলিমেলি, (৪) তেজে ধোৱা কামেং, (৫) এখন দুৱাৰ লাগে, (৬) বীজাণু, (৭) প্ৰথম পৰ্যায়। এই সাতখন নাটকৰ ভিতৰত কোনখন শ্ৰেষ্ঠ তাক মই নিজে বাছি দিবলৈ অক্ষম।

নাট ৰচনাৰ বাবে মই দায়িত্ব ল'লোঁ বুলিলে ভুল কোৱা হ'ব। নাট্য-প্ৰেমী ব্যক্তি আৰু অভিনয় গোষ্ঠীৰ সংস্পৰ্শলৈ আহি নাট ৰচনাৰ বাবে অনুপ্ৰেৰণা লাভ কৰোঁ আৰু বৰ্তমান সময়তো মই তেনে ব্যক্তি বা গোষ্ঠীৰদ্বাৰা অনুপ্ৰাণিত হৈহে নাট ৰচনা কৰোঁ।

নাটক বুলিলে কাহিনী, ঘটনা বা চৰিত্ৰৰ প্ৰকাশ থাকে আৰু তাৰ যোগেদিয়েই বক্তব্য দাঙি ধৰা যায়। মোৰ নিজৰ ক্ষেত্ৰতো ই প্ৰযোজ্য। কোনো এক বিশেষ বক্তব্যতেই মোৰ ৰচনা আৱদ্ধ নেথাকে। সমাজৰ

* লেখক নিজে উপস্থিত থাকিব নোৱৰাত লিখি পঠোৱা এই প্ৰবন্ধ শিবিৰত পাঠ কৰা হয়।



পৰিৱেশ, পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি উদ্ভৱ হোৱা মানসিক, অৰ্থনৈতিক সকলোধৰণৰ সমস্যাই মোৰ ৰচনাৰ বিষয়বস্তু। প্ৰথমে এটা বিষয়বস্তু মোৰ মনত খেলায় আৰু তাক প্ৰকাশৰ বাবে প্ৰয়োজন হোৱা চৰিত্ৰ আৰু ঘটনা মই বাছি উলিয়াওঁ। মই মঞ্চৰ প্ৰতি চকু ৰাখি ঘটনাৱলী অৰ্থাৎ দৃশ্যবোৰ সজাওঁ যদিও মঞ্চ-কৌশলৰ প্ৰাধান্য মোৰ নাটকত নেথাকে অৰ্থাৎ মঞ্চ-কৌশলৰ অভাৱে মোৰ ৰচনাত বাধা নজন্মায়।

মোৰ প্ৰিয় নাট্যকাৰ কোন বুলিলে ক'ব লাগিব যে বিশেষ এজন নাট্যকাৰ মোৰ প্ৰিয় নহয়; বাস্তৱবাদী সকলো নাট্যকাৰেই মোৰ প্ৰিয়। মোৰ ৰচনা পদ্ধতিত কাৰোবাৰ প্ৰভাৱ আছে বুলি মই নেভাবোঁ। মই সম্পূৰ্ণ বাস্তৱধৰ্মী চৰিত্ৰহে পৰিকল্পনা কৰোঁ। যুগসাপেক্ষ বাবে বস্তুবাদত মোৰ বিশ্বাস আছে। এখন নাটক লিখিবলৈ কিমানদিন লাগে বুলিলে মই সংখ্যাৰে দিব নোৱাৰিম; কাৰণ পৰিৱেশ, পৰিস্থিতি আৰু প্ৰয়োজনত ভিত্তি কৰি সময়ৰ তাৰতম্য ঘটে। মই অংশ-অংশকৈহে লিখোঁ। লিখাৰ পূৰ্বেই মই সকলো কথা ভালকৈ জুকিয়াই লওঁ বাবে লিখা হৈ যোৱাৰ পাছত আৰু সাল-সলনি নকৰোঁ। নাটকৰ পৰিণতি মই আগতেই ভাবি লওঁ; নাম পিছত ভাবোঁ আৰু এনে পৰিণতি বা নামৰ পৰিৱৰ্তন মোৰ নাটকত এতিয়ালৈকে কৰিব লগীয়া হোৱা নাই। সামাজিক নাটক লিখি মই ভাল পাওঁ। বৰ্তমান প্ৰচলিত এব্‌ছাৰ্ড ধাৰাৰ মই সম্পূৰ্ণ পৰিপন্থী। মোৰ নিজৰ নাটক মই নিজেও কৰিছোঁ আৰু আনে কৰাও চাইছোঁ। অভিনয় ভাল হ'লে, দৰ্শকে ভাল পালে, ভাল লাগে। কোনো বিশেষ অভিনেতা-অভিনেত্ৰীয়ে মোৰ বিশেষ একোটা চৰিত্ৰ আৰু ঘটনাক কেতিয়াবা জীৱন্ত কৰি তুলিছে; কিন্তু মোৰ ভাৱ অনুসৰি সামগ্ৰিকভাৱে কৃতকাৰ্য হ'ব পৰা নাই।

চৰিত্ৰৰ অন্তৰ্দ্বন্দ্বৰ ওপৰত ভিত্তি কৰি মই সংঘাতৰ পৰিকল্পনা কৰি লওঁ। ধ্বংসমুখী বা উদ্দেশ্য-প্ৰণোদিত সমালোচনাই মোক ক্ষুব্ধ কৰে। নাটক মই মঞ্চৰ বাবে লিখোঁ আৰু তেনে নাটক কাৰ্যপ্ৰধান হ'ব লাগে বুলি মই ভাবোঁ।

সাম্প্ৰতিক অসমীয়া নাটক এতিয়াও এটা বিশেষ মৌলিক পৰ্যায়ত উপনীত হ'ব পৰা নাই বুলিয়েই মই ভাবোঁ। কিন্তু ৰচনাৰ ক্ষেত্ৰত অতি কম সময়ৰ ভিতৰতে বহু অগ্ৰগতি লাভ কৰিছে বুলি ক'ব লাগিব।

কোনকেইখন নাটক ভাল হৈছে বুলি ক'বলৈ মোৰ অসুবিধা ; কাৰণ সকলোবোৰ নাটক পঢ়া বা চোৱাৰ সৌভাগ্য মোৰ হোৱা নাই।

মই নিজে মাজে-সময়ে অভিনয় কৰোঁ ; কিন্তু সেইয়া উল্লেখযোগ্য নহয়।

নাটক এখন লিখিবলৈ এজন নাট্যকাৰৰ প্ৰয়োজন হয়,—সমাজৰ পৰিবেশ, পৰিস্থিতি আৰু তাৰ লগত জড়িত হৈ থকা লোকসকলৰ চৰিত্ৰ-সম্পৰ্কে নিজৰ আদৰ্শ আৰু অভিজ্ঞতাৰে বিশ্লেষণ কৰি সেই অনুপাতে এটা বিষয় বস্তু স্থিৰ কৰি লৈ নিজস্ব দৃষ্টিভঙ্গিৰে তাক প্ৰকাশ কৰিবৰ বাবে মঞ্চলৈ দৃষ্টি ৰাখি সংলাপ আৰু কাৰ্যৰদ্বাৰা চৰিত্ৰ আৰু সংঘাতৰ সৃষ্টি কৰাৰ ক্ষমতা।*

## দুলাল ৰয়

মই নিজকে নাট্যকাৰ বুলি কোৱাৰ অধিকাৰ নাই। মই মূলতঃ নাটকৰ পৰিচালনাৰ দায়িত্বহে গ্ৰহণ কৰি আহিছোঁ। ফলস্বৰূপে ভাল-বেয়া অনেক নাটক পঢ়িছোঁ, চাইছোঁ, পৰিচালনা কৰিছোঁ। মোৰ বিশ্বাস, ভাল নাট্যকাৰ হ'বলৈ—মঞ্চৰ আৰু অভিনয়ৰ জ্ঞান নাট্যকাৰে আহৰণ কৰি ল'ব লাগিব। এই জ্ঞান তাত্ত্বিক হ'লেই নহয়, ব্যৱহাৰিক হোৱা বেছি বাঞ্ছনীয়। অসমীয়া নাট্যকাৰসকলৰ সৰহসংখ্যক নাটক যেন পঢ়িবৰ বাবে লিখা নাটক—এনে ধাৰণা মোৰ হয়। বহু সময়ত একোটা গল্প নাটকীয় ঠাঁচত যেন প্ৰকাশ কৰা হয়। গতিকে অভিনয় কৰিবলৈ ল'লে তেনে নাটক নতুনকৈ লিখি ল'ব লগীয়া হোৱাৰদৰে হয়। তাত কেৱল যে নিৰ্দেশনা সংযোগ কৰি ল'লেই হয় এনে নহয়, বৰং সংলাপৰ সাল-সলনি আৰু ঘটনাৰ পৰিকল্পনাৰ সাল-সলনিবো প্ৰয়োজন অনুভূত হয়। আধুনিক অসমীয়া নাট্যকাৰসকলৰ ভিতৰত অৰুণ শৰ্মাৰ নাটকত বহুপৰিমাণে প্ৰয়োজনীয় নাট্যগুণ দেখা পাইছোঁ।

সাম্প্ৰতিক অসমীয়া নাটক-সম্পৰ্কে কেইবাগৰাকীও নাট্যকাৰে ইতিবাচক মন্তব্য কৰি গৈছে। মই কিন্তু নেতিবাচক দিশটোৰ প্ৰতিহে বেছি সচেতন।

* লেখক নিজে শিৱিৰত উপস্থিত থাকিব নোৱাৰি, আমাৰ প্ৰশ্নাৱলীৰ ভিত্তিত লিখি পঠোৱা এই প্ৰবন্ধ শিৱিৰত পাঠ কৰা হয়।



কেইখন নাটক ইংৰাজীলৈ তৰ্জমা কৰিলে তাৰ সাহিত্য আৰু শিল্পগুণ আদৰণীয় হৈ ৰ'ব—ভাবিব লগীয়া। যদি ব্যৱসায়িক নাট্যমঞ্চ গঢ়ি নুঠাৰ কাৰণেই এনে অৱস্থা হৈ আছে বুলি কোৱা হয়, তেতিয়াও মই ভাবোঁ প্ৰকৃত কথা কোৱা নহ'ব। কাৰণ প্ৰকৃত নাট্যকাৰে নাটক লিখোঁতে ব্যৱসায়ৰ কথা ভাবিব নোৱাৰে। মোৰ বোধেৰে জীৱনক বিশেষভাৱে চোৱাৰ, জীৱন-সম্পৰ্কে অভিজ্ঞতাৰ অভাৱ আছে। নাট্যকাৰ হয়তো আছে ; মঞ্চৰ লগত সম্পৰ্ক নাই। মঞ্চৰ লগতো সম্পৰ্ক আছে কিন্তু কোনো গভীৰ জীৱন-জিজ্ঞাসা নাই বা জীৱনৰ লগত ভাল পৰিচয় নাই।

অভিনেতা-অভিনেত্ৰীও আছে। উপযুক্ত অনুকূল পৰিবেশ, অনুশীলন আৰু শিকাৰ আগ্ৰহ বহুতৰ নাই। অভিনয়ৰ অ-আ, ক-খ জনাৰ পিছতে অভিনয়ৰ শিক্ষকতা কৰিবলৈ আগবঢ়া লোকৰপৰা ভৱিষ্যতে বিশেষ আৰু একো আশা কৰিব নোৱাৰি।

আধুনিক নাটকৰ মঞ্চ আৰু অভিনয়-কৌশলে দ্ৰুতগতিত বিকাশ লাভ কৰিছে। কিন্তু আমাৰ ইয়াত উপযুক্ত মঞ্চৰ অসুবিধা, পোহৰৰ অসুবিধা ইত্যাদি অনেক অসুবিধাৰ মাজত নাটক কৰিব লগীয়া হয়। প্ৰতিভা থকা অভিনেতা-অভিনেত্ৰীয়েও সুবিধাৰ অভাৱত অভিনয়-প্ৰতিভা যথাযথভাৱে দেখুৱাত বাধা পায়।

অনেক অভিনেতা-অভিনেত্ৰীৰ সংস্পৰ্শলৈ আহি দেখিছোঁ—যিসকলে চৰিত্ৰৰ লগত একাত্ম হৈ নোলোৱাকৈ নিজৰ প্ৰতিভা প্ৰদৰ্শন কৰিব খোজে তেওঁলোকৰ চেষ্টা বিফল হ'বলৈ বাধ্য। উপলব্ধিৰ অভাৱ হ'লে সজীৱ অভিনয় সম্ভৱ নহয়। তদুপৰি নাটক-ভেদে উপস্থাপন ৰীতিও অনেক সময়ত বেলেগ হ'ব লাগে। অভিনয়-কলা এহাতে কলা আৰু আনহাতে এটা বিজ্ঞান।

হয়তো বহুতে ক'ব—আমাৰ নাটকৰ সংখ্যা বাঢ়িছে, অভিনেতা-অভিনেত্ৰীৰ সংখ্যা বাঢ়িছে, নাট্য-গোষ্ঠী বাঢ়িছে। কিন্তু গুণগত উৎকৰ্ষ কিমানখিনি সাধিত হৈছে তাৰ ভিত্তিতহে ইয়াৰ উত্তৰ বিচৰা উচিত।

# যোৱা পঁচিশ বছৰৰ অসমীয়া নাটকৰ ধাৰা

ড° শৈলেন ভৰালী

সাহিত্যৰ ইতিহাস সমাজ-বিৱৰ্তনৰ ইতিহাসৰ সৈতে জড়িত। শিল্পকৰ্ম শিল্পীৰ জীৱনবোধ তথা মূল্যবোধৰ অভিব্যক্তি আৰু এই জীৱনবোধ আৰু মূল্যবোধ সমাজৰ ৰাজনৈতিক, অৰ্থনৈতিক অৱস্থাৰ ওপৰত নিৰ্ভৰশীল। সমাজৰ বিৱৰ্তনৰ লগে লগে জীৱনৰ মূল্যবোধৰো সলনি ঘটে আৰু সেই অনুসৰি শিল্পৰ ৰূপ আৰু ৰীতিৰ পৰিৱৰ্তন ঘটে। স্বাধীনতা লাভৰ পাছৰে-পৰা আমাৰ মানুহৰ চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণাৰ বহুতো পৰিৱৰ্তন হৈছে। জীৱন আৰু জগত সম্বন্ধে মানুহে বৈজ্ঞানিক দৃষ্টিভঙ্গি গ্ৰহণ কৰি, ভাববাদী দৰ্শনৰপৰা ক্ৰমে আঁতৰি আহি বস্তুবাদী দৰ্শনৰ পিনে ঢাপলি মেলিছে। মানুহে তাৰ আৰ্থিক, সামাজিক আৰু নৈতিক বিকাশৰ ধাৰাক নতুনকৈ চাইছে আৰু চিৰাচৰিত সংস্কাৰৰ বশৱৰ্তী নহৈ জীৱন-সম্পৰ্কে নতুন মূল্যবোধ গঢ়ি তুলিছে। জীৱনবোধ আৰু সমাজবোধৰ নতুন উপলব্ধিয়ে স্বাধীনতাৰ পৰৱৰ্তী কালৰ সাহিত্যত নতুন যুগৰ সূচনা কৰিছে। যোৱা পঁচিশ বছৰৰ অসমীয়া নাটকৰ ইতিহাস পৰ্যবেক্ষণ কৰিলে নাটকৰ আঙ্গিক আৰু বিষয়-বস্তুত যি অভাৱনীয় পৰিৱৰ্তন পৰিলক্ষিত হয় তাৰ মূলতে হ'ল নতুন মূল্য-বোধ, সমাজ-চেতনা আৰু শিল্পচেতনা। সামাজিক নাটক 'ৰাম-নৱমী'য়ে আধুনিক অসমীয়া নাটকৰ দুৱাৰ মুকলি কৰিছিল যদিও স্বাধীনতাৰ আগলৈকে অসমীয়া নাটকৰ ধাৰাটো আছিল ঘাইকৈ পৌৰাণিক আৰু ঐতিহাসিক নাটকৰ ধাৰাহে। ইয়াৰ কাৰণ, সেই সময়ৰ জাতীয় জীৱনৰ আটাইতকৈ ডাঙৰ সংকট আছিল পৰাধীনতা ; গতিকে পৰাধীন দেশবাসীৰ ৰাজনৈতিক আৱেগেই তাত পৰোক্ষভাৱে প্ৰতিফলিত হৈছিল। দাসত্ব-শিকলিৰপৰা মুক্ত হোৱাৰ অভিপ্ৰায়েৰে দেশৰ প্ৰাচীন গৌৰৱ আৰু ঐতিহ্যৰ কথা সোঁৱৰাই দি সাম্ৰাজ্যবাদৰ বিৰুদ্ধে দেশবাসীৰ অন্তৰত জাতীয় চেতনাৰ উদ্ৰেক কৰা হৈছিল। স্বাধীনতাই জাতিৰ সমুখত থকা ৰাজনৈতিক সংকট দূৰ কৰিলে, কিন্তু শীঘ্ৰে সামাজিক জীৱনত তীব্ৰ অসন্তুষ্টিয়ে দেখা দিলে।



কষ্টোপাৰ্জিত স্বাধীনতাই মনৰ আশা পূৰণ কৰিব নোৱৰাত মানুহৰ মনলৈ হতাশা আহিল। গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল যদিও পুঁজিবাদী সমাজ-ব্যবস্থাৰ অৱসান ঘটছিল। ৰাজনৈতিক স্বাধীনতা মানুহে পালে যদিও অৰ্থ নৈতিক ক্ষেত্ৰত মানুহৰ অৱস্থা আগতকৈও অধিক শোচনীয় হ'ল। গতিকে প্ৰচলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে মানুহ সংগ্ৰামত লিপ্ত হ'বলগা হ'ল—সমাজতান্ত্ৰিক ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ নাইবা শ্ৰেণীহীন সমাজ গঠন কৰাৰ আগ্ৰহ প্ৰৱল হৈ পৰিল। গণ-জীৱনৰ এই সমাজ-সচেতনতাৰ ভিত্তিত স্বাধীনতাৰ পাছত সামাজিক নাটকে গা কৰি উঠিল। সাধাৰণ মানুহৰ আশা-আকাংক্ষা, আৱেগ-অনুভূতিক নাট্যকাৰসকলে যথাযথভাৱে ৰূপায়ন কৰাৰ চেষ্টা কৰিলে। শ্ৰেণী-বৈষম্য, ধনী-দুখীয়াৰ ব্যৱধান, অৰ্থনৈতিক সংকট, নিবনুৱা সমস্যা আদিকে ধৰি সামাজিক জীৱনৰ উদ্ভৱ হোৱা সমস্যাসমূহে নাট্যকাৰ-সকলৰ দৃষ্টি আকৰ্ষণ কৰিলে। বৈজ্ঞানিক দৃষ্টিভঙ্গিৰ ফলত নতুন আৰু পুৰণিৰ মাজত বিৰোধে দেখা দিলে। পুৰণি ধ্যান-ধাৰণাৰ নতুন মূল্যায়নৰ প্ৰয়োজন অনুভূত হ'ল। থোৰতে ক'বলৈ গ'লে, অৰ্থনৈতিক অসমতাৰ ফলত সৃষ্টি হোৱা শ্ৰেণীদ্বন্দ্বৰ ৰূপ আৰু নতুন জ্ঞানৰ পোহৰত পুৰণি সংস্কাৰৰপৰা মুক্তিৰ চেষ্টা স্বাধীনতাৰ পাছৰ নাটকত প্ৰধান বিষয়বস্তু হৈ পৰিল। যিহেতু বিষয়বস্তু আৰু ৰীতিৰ মাজত ওতঃপ্ৰোত সম্বন্ধ আৰু এটাৰ দ্বাৰা আনটো নিৰ্ণীত হয়, বিষয়বস্তুৰ লগে লগে প্ৰকাশ-ৰীতিৰো পৰিৱৰ্তন হ'ল। যুগৰ প্ৰকৃতি আৰু শিল্প-চেতনা অনুযায়ী নাট্যকাৰসকলে নতুন গঠনপদ্ধতি আৰু ভঙ্গি গ্ৰহণ কৰিলে। নাটকক বাস্তৱধৰ্মী কৰাৰ কাৰণে তেওঁলোকে নতুন নাট্যবোধ আৰু শিল্প-ৰুচিৰ পৰিচয় দিলে। ইমানদিনে অনুসৰণ কৰি অহা শ্বেক্সপীয়েৰীয় নাট্য-ৰীতি উপেক্ষিত হ'ল আৰু ৰূপায়ন-ৰীতিৰ এই নাট্যকাৰসকল প্ৰভাৱান্বিত হ'ল ইব্‌ছেন, শ্ব' আদি বাস্তৱবাদী নাট্যকাৰসকলৰ দ্বাৰা। পৰম্পৰাগতভাৱে চলি অহা নাটকৰ শ্ৰেণীবিভাগলৈ তেওঁলোকে আওকাণ কৰিলে। প্ৰকৃততে এই সময়ছোৱাত ৰচিত নাট্যসমূহক ট্ৰেজেডি নাইবা কমেডি কোনো এটা শ্ৰেণীতেই সঠিকভাৱ পেলাব নোৱাৰি। শ্বেক্সপীয়েৰীয় নাটকবোৰ হাঁহি আৰু কান্দোনৰ সংমিশ্ৰণেই নহয়। এই নাটকবোৰলৈ চাই ট্ৰেজেডি আৰু Serious নাটকক অভিন্ন কৰাৰ দিন উকলিল যেন লাগে। পূৰ্ব পঞ্চাংক নাটকৰ পৰিৱৰ্তে তিনি

অংকতে নাটকৰ পৰিসমাপ্তি ঘটোৱা হ'ল আৰু অংক বিভাগ, দৃশ্য-বিভাগ আদিত ৰোমাণ্টিক নাটকৰ নিয়ম উলঙ্ঘা কৰা হ'ল। দৃশ্য-বিভাগ নকৰাকৈ পোনপটীয়া অংক-বিভাগতেই নাটক আৱদ্ধ ৰখা আৰু দৃশ্য-বিভাগে অংক-বিভাগৰ ঠাই অধিকাৰ কৰা দেখা গ'ল। কোনো নাটকত আকৌ অংক-বিভাগ আৰু দৃশ্য-বিভাগৰ সলনি ঘটনাৰ সাৰবস্তু অথবা ঘটনা সংঘটিত স্থানে ভিন্ন পৰিস্থিতি বা অৱস্থাৰ ইঙ্গিত দিলে। অনাৱশ্যক চৰিত্ৰ আৰু উক্তিয়ে যাতে নাটক ভাৰাক্ৰান্ত নকৰে তাৰ প্ৰতি নাট্যকাৰসকল সচেষ্ট হ'ল। আধুনিক সমালোচক আৰু দৰ্শকে অবাস্তৱ বুলি মত পোষণ কৰা স্বগত উক্তি আৰু কাষৰীয়া উক্তি সৰহভাগ নাটকতে পৰিহাৰ কৰা হ'ল আৰু ৰোমাণ্টিক নাট্যকাৰসকলে সংযোজনা কৰা উপকাহিনী, লঘুদৃশ্য আদি প্ৰায় উঠাই দিয়াৰ ব্যৱস্থা চলিল। মুঠতে, সমস্যাৰ মেৰপাকত সামাজিক জীৱন যিমানেই জটিল হৈ উঠিছে, বিজ্ঞানৰ প্ৰগতিয়ে যিমানেই নতুন সত্যৰ সন্ধান দিছে সিমানেই জীৱনবোধৰ পৰিৱৰ্তন হৈছে আৰু তাৰ ফলস্বৰূপে স্বাভাৱিকতে নাটকৰ বিষয়বস্তু, নাটকীয় প্ৰসিদ্ধি আৰু ৰূপ-ৰীতিৰ পৰিৱৰ্তন হৈছে। পুৰণি সংস্কাৰৰপৰা মুক্ত হ'ব নোৱাৰিলে এই নতুন নাটকৰ ৰসাস্বাদন কৰা টান হ'ব পাৰে।

উল্লিখিত সামাজিক পৰিৱেশৰ পৰিপ্ৰেক্ষিতত স্বাধীনতাৰ পাছত পৌৰাণিক অসমীয়া নাটকৰ ধাৰাটো শুকাই গ'ল। ঐতিহাসিক নাটকৰ সুঁতিটো শুকাই নগ'লেও তেনেই ক্ষীণ হৈ আহিল। অৱশ্যে যি দুই-চাৰিখন ঐতিহাসিক নাটক ৰচিত হ'ল সেই কেইখনে গতানুগতিকতাৰ হাত সাৰিলে। স্বাধীনতাৰ ঠিক পাছতেই প্ৰকাশিত 'মণিৰাম দেৱান' আৰু 'পিয়লি ফুকন'তেই তাৰ ইঙ্গিত পোৱা গ'ল। সংখ্যাত নিচেই কম হ'লেও তাৰ পাছৰেপৰা এতিয়ালৈকে ওলোৱা ঐতিহাসিক নাটক কেইখনত নতুন দৃষ্টিভঙ্গি আৰোপ কৰাৰ চেষ্টা পৰিলক্ষিত হ'ল। আব্দুল মালিকৰ 'ৰাজদ্ৰোহী', ফণী শৰ্মাৰ 'ভোগজৰা', উত্তম বৰুৱাৰ 'জেৰেঙাৰ সতী' আৰু 'বৰবজা ফুলেশ্বৰী'ৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পৰা যায়। কিন্তু নতুন সমাজবোধ আৰু শিল্প-চেতনাৰ প্ৰভাৱত স্বাধীনতাৰ পাছতেই সমস্যামূলক সামাজিক নাটকৰ ধাৰাটোৱেহে বিকাশ লাভ কৰিলে। গিৰীশ চৌধুৰী, চক্ৰধৰ চৌধুৰী, সাৰদা বৰদলৈ, সৰ্বেশ্বৰ চক্ৰৱৰ্তী, ফণী শৰ্মা, প্ৰবীণ ফুকন,



অনিল চৌধুৰী, সত্যপ্ৰসাদ বৰুৱা, অমৰ পাঠক আদিয়ে সামাজিক জীৱনত উদ্ভৱ হোৱা সমস্যাসমূহক লৈ বাস্তৱধৰ্মী নাটক ৰচনা কৰিলে। সমাজ-সচেতনতাৰ পৰিচয় এওঁলোকৰ নাটকসমূহত পৰিস্ফুট হ'ল। আপাতদৃষ্টিত পৰা সমাজৰ জলন্ত সমস্যাসমূহ দাঙি ধৰি নাট্যকাৰসকলে সামাজিক দায়িত্ব এফালৰপৰা পালন কৰিলে যদিও বিজ্ঞানসম্মত পদ্ধতিৰে সমাজৰ আমূল পৰিৱৰ্তন ঘটাই শোষণ আৰু দুৰ্নীতিমুক্ত সমাজ এখন গঢ়াৰ উপায় তেওঁলোকে চিন্তা নকৰিলে। এনে চিন্তাশীলতাৰ অভাৱ এই নাটকসমূহৰ এটি ডাঙৰ দুৰ্বলতা বুলি ক'ব পাৰি। এইষাৰ কথা অকল পূৰ্ণাঙ্গ নাটকৰ ক্ষেত্ৰতেই নহয়, এই সময়ৰপৰা অধিক জনপ্ৰিয় হৈ অহা আৰু ক্ৰমে পূৰ্ণাঙ্গ নাটকক প্ৰায় গ্ৰাস কৰিবলৈ উপক্ৰম কৰা একাঙ্কিকা আৰু অনাতাঁৰ নাটৰ ক্ষেত্ৰতো প্ৰযোজ্য। বীণা বৰুৱা, সত্যপ্ৰসাদ বৰুৱা, ফণী তালুকদাৰ, প্ৰবীণ ফুকন, ভবেন শইকীয়া, মহেন্দ্ৰ বৰা, অৰুণ শৰ্মা, হোমেন বৰগোহাঞি, যোগেন চেতিয়া, সতীশ দাস, দুৰ্গেশ্বৰ বৰঠাকুৰ আৰু বহুতৰে হাতত বিকাশ লাভ কৰা একাঙ্কিকা আৰু অনাতাঁৰ নাটসমূহত সমাজ-জীৱনৰ চিত্ৰ ৰূপায়িত হ'ল। ইয়াৰে দুই-এজনে ক্ৰমে ব্যক্তি-মানসৰ বিশ্লেষণৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে যদিও আৰু দুই-এজনৰ ৰচনাই সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতাৰ পৰিচয় দিছে যদিও সমাজৰ বাহ্যিক ৰূপ আৰু আচাৰ ব্যৱহাৰেই সৰহভাগ নাটকৰে উপজীব্য। বিশ্বৰ নাট্য-সাহিত্যলৈ চালে দেখা যায় যে আধুনিক নাটকৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য হৈছে অন্তৰ্মুখিতা। আধুনিক জীৱনৰ জটিলতালৈ চাই নাট্যকাৰসকলে জটিল মানৱীয় দৃষ্টিভঙ্গি গ্ৰহণ কৰা দেখা গৈছে। কিন্তু ষষ্ঠ দশকত ৰচিত আৰু প্ৰকাশিত অসমীয়া নাটক-সমূহত ইয়াৰ অভাৱ অনুভৱ কৰা যায়। নাট্যকাৰসকলৰ দৃষ্টিভঙ্গি উপৰুৱা নাইবা দৈহিক দিশতেই সীমাৱদ্ধ হৈ ৰৈছে। জীৱনৰ গভীৰলৈ যোৱাৰ, জীৱন-যন্ত্ৰণাৰ স্বৰূপ উদ্ঘাটন কৰাৰ প্ৰয়াস নাটকত নাই। গতিকে, সেইবোৰে বৌদ্ধিক মনক আলোড়িত কৰিব পৰা নাই অথবা দৰ্শক-মানসক অনুপ্ৰাণিত কৰিব পৰা নাই। সামাজিক বা ৰাজনৈতিক পটভূমিত মানুহৰ জীৱনৰ বস্তুভিত্তিক বিশ্লেষণেই আধুনিক নাটকৰ বিষয়বস্তু হ'ব নোৱাৰে। জীৱনৰ জটিলতাই মানৱ-প্ৰকৃতিৰ বহুতো ৰহস্য উন্মোচিত কৰি দিছে; মনস্তত্ত্বৰ চিন্তা-চৰ্চাই অৱচেতনৰ গভীৰ গুহাৰপৰা জীৱনৰ গুপুত সত্য

উদ্ঘাটন কৰিছে। মনোবিজ্ঞান আৰু নৃতত্ত্বই মানুহক নতুন সত্যৰ সন্ধান দিছে। যুগৰ এই অগ্ৰগতিৰ সৈতে খোজ মিলাব নোৱাৰিলে আধুনিক মনৰ অধিকাৰী হোৱা বুলি ক'ব নোৱাৰি। সমাজৰ স্থুল দিশটোক লৈ নাইবা সমাজ-জীৱনৰ বস্তুভিত্তিক বিশ্লেষণক লৈ প্ৰদৰ্শন কৰা বাস্তৱতা এতিয়া আওপুৰণি হৈ গৈছে। বিংশ শতিকাৰ আদিভাগতেই পশ্চিমীয়া নাট্য-জগতত ইবছেন আৰু শ্ব' অচল হৈ গৈছে। মানৱীয় জ্ঞানৰ প্ৰসাৰে জীৱনৰ নতুন নতুন ধাৰাৰ সৃষ্টি কৰিছে—বিশেষকৈ যোৱা দুটা দশকত আঙ্গিক, বিষয়বস্তু আৰু কলা-কৌশলৰ অভিনৱত্বই পশ্চিমীয়া নাট্য-সাহিত্যক বৈচিত্ৰ্যময় কৰি তুলিছে। ষষ্ঠ দশকৰ অসমীয়া নাটকত এনেধৰণৰ প্ৰচেষ্টা চকুত নপৰে যদিও সপ্তম দশকৰপৰা নতুন পৰীক্ষা-নিৰীক্ষাৰ চেষ্টা চলিছে আৰু পশ্চিমীয়া নাটকৰ শেহতীয়া কলা-কৌশলৰ সৈতে অসমীয়া নাটকৰ সংযোগ স্থাপন কৰাৰ দিহা কৰা হৈছে। এই দশকটোতে ৰেডিঅ' নাটকে যথেষ্ট প্ৰসাৰতা লাভ কৰে আৰু পুৰণি চামৰ লগতে যোগ দিয়া এচাম নবীন নাট্যকাৰৰ হাতত বিষয়বস্তুৰ পৰিসৰ বৃদ্ধি পাইছে। অৱশ্যে অভিজ্ঞতা আৰু উপলব্ধিৰ গভীৰতা পৰিস্ফুট হোৱা নাটৰ সংখ্যা সৰহ নহয়। আঙুলি মূৰত লেখিব পৰা পূৰ্ণাঙ্গ নাট-কেইখনৰো প্ৰায়ভাগেই ৰেডিঅ' নাটকৰ মঞ্চ-ৰূপ। বিষয়বস্তুতকৈ আঙ্গিকৰ নতুনত্বহে এই নাটকসমূহৰ উল্লেখযোগ্য বৈশিষ্ট্য। এই সময়ছোৱাত বিষয়বস্তু উপস্থাপন আৰু কলা-কৌশলত যিসকল নাট্যকাৰে অভিনৱত্ব প্ৰদৰ্শন কৰাৰ চেষ্টা কৰিছে সেইসকলৰ ভিতৰত অৰুণ শৰ্মাৰ নামেই পোনতে ল'ব পাৰি। শৰ্মাৰ শেহতীয়া নাটক তিনিখনত উপস্থাপন ৰীতিৰ বিশেষত্ব মন কৰিব লগীয়া। এই নাটক তিনিখনি হ'ল, 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য', 'পুৰুষ' আৰু 'আহাৰ'। 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য' নামৰ নাটকখনত শিল্পী নিবাৰণ ভট্টাচাৰ্যৰ ব্যৰ্থ চেষ্টা এটি ৰূপায়িত কৰা হৈছে। এখন এখনকৈ বাৰখন নাট লিখি ৰাইজৰপৰা অলপো সঁহাৰি নোপোৱা নিবাৰণ ভট্টাচাৰ্যই জীৱনৰ ঊনষাঠি বছৰ বয়সত তেওঁৰ ত্ৰয়োদশ নাটখনৰ অভিনয়ৰ বাবে অসাধাৰণ প্ৰস্তুতি চলাই অভিনয়ৰ সময়ত শূন্য প্ৰেক্ষাগৃহৰ সমুখত প্ৰস্তাৱনা পাঠ কৰিব লগীয়া হোৱাত হতাশ হৈ মঞ্চৰ ছালৰ ওপৰলৈ গৈ আত্মজাহ দিলে। বিংশ শতিকাৰ পশ্চিমীয়া নাট্য-আন্দোলনত আলোড়ন সৃষ্টি কৰা এৰছাৰ্ড নাটকৰ সামান্য প্ৰভাৱ নাটকখনত পৰা যেন



লাগে। দ্বিতীয় মহাযুদ্ধৰ পাছৰেপৰা এইবিধ নাটকে পশ্চিমীয়া জগতত গা কৰি উঠিছে, ইয়াৰ ঐতিহাসিক কাৰণো নথকা নহয়। দ্বিতীয় মহাযুদ্ধই জীৱনৰ সকলো মূল্যবোধৰ ওপৰত কুঠাৰাঘাত কৰিলে। তাৰেই ফলত সৃষ্টি হ'ল অস্তিত্ববাদী দৰ্শন। এনে ব্যক্তিনিষ্ঠ দৰ্শনেই এই নাট্য-ধাৰাৰ সৃষ্টিত ইন্ধন যোগালে। আধুনিক জীৱনৰ শূন্যতা, নিঃসঙ্গতা, বিচ্ছিন্নতা আদি বিভিন্ন দিশ প্ৰতিফলিত হোৱা এইবোৰ নাটকত নাটকীয় কাহিনী নাইবা কোনো সমস্যাৰ ওপৰত নাট্যকাৰসকলে গুৰুত্ব আৰোপ নকৰে। কাব্যিক অনুভূতি একোটাকহে তেওঁলোকে নাটকীয় ৰূপ দিয়ে। তেওঁলোকে দৃষ্টি নিবদ্ধ কৰে কিছুমান কাব্যিক 'ইমেজ'ৰ ওপৰত। 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য'ৰ শেষৰ দৃশ্যটোৱে এই শ্ৰেণীৰ এজন প্ৰখ্যাত নাট্যকাৰ আয়োনেস্কোৰ 'The Chairs' নামৰ নাটকখনলৈ পোনচাটেই মনত পেলাই দিয়ে। এনে এটি দৃশ্যই সোঁৱৰাই দিয়ে আমাৰ সমাজৰ বৌদ্ধিক অনুৰ্বৰতাৰ কথা। আপাতদৃষ্টিত নিবাৰণৰ বহুতো কাৰ্যই অস্বাভাৱিক যেন লাগে; কিন্তু এই শ্ৰেণীৰ নাটকৰ বাস্তৱতা সাধাৰণ দৃষ্টিৰে বিচাৰি চোৱা উপকৰা বাস্তৱতা নহয়; মনস্তাত্ত্বিক দৃষ্টিভঙ্গীৰে চালি-জাৰি চাইহে এইবোৰৰ বাস্তৱতা উপলব্ধি কৰিব পাৰি। অৱশ্যে, সাধাৰণতে এৰছাৰ্ড নাটকত থকা বিচ্ছিন্ন কাহিনী আৰু অযুক্তিকৰ আৰু অৰ্থহীন সংলাপৰ অৱতাৰণা কিন্তু নাটকখনত কৰা হোৱা নাই। 'পুৰুষ' নাটকখনত সুকান্ত চলিহা নামৰ এজন কবি-সাহিত্যিকৰ জীৱনত ঘটা দুখাৰহ পৰিণতিৰ আলম লৈ এটি ধাৰণাক অগতানুগতিক নাটকীয় ৰূপত উপস্থাপন কৰা হৈছে। শেক্সপীয়েৰে গোটেই পৃথিৱীখনকে ৰঙ্গমঞ্চ বুলি কবৰদৰে 'পুৰুষ'ৰ নাট্যকাৰেও পৃথিৱীখনক এখন চাৰ্কাছৰ লগত তুলনা কৰিছে। নাটকখনৰ এটি চৰিত্ৰ ফুটুকাই কোৱামতেই ক'ব পাৰি যে পৃথিৱীখন হৈছে আচলতে চাৰ্কাছ আৰু ইয়াত বাস কৰা মানুহবোৰ তাৰ খেলুৱৈ। চাৰ্কাছৰ খেলুৱৈসকলে জীৱনক গ্ৰহণ কৰাৰ দৰেই সাধাৰণ মানুহেও জীৱনক এটা সাধাৰণ নিয়ম হিচাপে লয়। কিন্তু পৃথিৱীত একশ্ৰেণীৰ মানুহ আছে যাৰ কাৰণে জীৱনটো এটা সাধনা বা ৰহস্য আৰু যি আনৰ ভাও লৈ জীৱন অতিবাহিত কৰিব নোখোজে। তাতেই আৰম্ভ হয় জীৱনৰ ট্ৰেজেডি। নাটকত থকা ফুটুকাৰ চৰিত্ৰটোৱে নাটকৰ অন্তৰ্নিহিত ভাৱটোকে দাঙি ধৰিছে। নাটকত ফুটুকা দুটা বিভিন্ন ভূমিকাত অৱতীৰ্ণ হৈছে—ক্লাউনৰ

ৰূপত ফুটুকাই তাৎপৰ্যহীন লঘু কথাৰে দৰ্শকক হঁহুৱায়, সূত্ৰধৰৰ ৰূপত ফুটুকাই গহীন কথাৰে কাহিনীৰ আঁৰত থকা কথা ব্যক্ত কৰে। ফুটুকাৰ স্বৰূপটো প্ৰকাশ পায় সূত্ৰধাৰৰ ভূমিকাত। পৃথিৱীত জীৱন নিৰ্বাহ কৰিবৰ বাবেহে ফুটুকাই নানা ভা'ও উলিয়াই মানুহক হঁহুৱাব লগীয়া হৈছে—বহুৰাৰ ভাও গ্ৰহণ কৰিব লগীয়া হৈছে। অঙ্ক আৰু দৃশ্য-বিভাগ নথকা এই নাটকখনত সমাজত প্ৰচলিত এটি ধাৰণাক নতুন নাটকীয় ৰীতিত উপস্থাপন কৰা হৈছে আৰু উপকৰা বাস্তৱতাৰ ওপৰত বিশেষ গুৰুত্ব নিদিয়া হেতুকে নাটকৰ ঘটনাই আপাতদৃষ্টিত কিছু অস্বাভাৱিক ৰূপ পৰিগ্ৰহ কৰিছে। শৰ্মাৰ 'আহাৰ' নাটকখনত এব্‌ছাৰ্ড নাটকৰ লক্ষণ সম্পূৰ্ণভাৱে বিদ্যমান। 'আহাৰ'তো অতীজৰেপৰা চলি অহা এটি ধাৰণাকেই নাটকীয় ৰূপত থিয় কৰোৱা হৈছে আৰু তাৰ বাবে গতানুগতিক নাটকীয় পদ্ধতিৰ আশ্ৰয় নলৈ কাব্যিক 'ইমেজ' এটি বিকাশ কৰিবলৈ চেষ্টা কৰা হৈছে। চাৰিজন ডেকাই মেডিকেল কলেজ হস্পিটেলৰপৰা তিৰোতা এগৰাকীৰ মৰাশ এটা চুৰি কৰি আনি নৰ্থব্ৰুক গেটৰ তলত লুকাই থৈছে আৰু সেই তোৰণৰ তলতে শৱটো সমাধিস্থ কৰাৰ উদ্দেশ্যে বৈ আছে। চাৰিটা সুকীয়া দৃষ্টিভঙ্গীৰ এই ডেকা চাৰিজনৰ এজনে অতীতত যেন সেই তিৰোতাক পাইছিল প্ৰেয়সীৰূপে, এজনে পাইছিল প্ৰিয়তমা পত্নীৰূপে, এজনে পাইছিল মাতৃৰূপে, আৰু আনজনে পাইছিল বেশ্যাৰূপে। নাৰীক বিভিন্ন দৃষ্টিৰে চোৱা দৃষ্টান্ত আৰু নাৰীসত্তাৰ অন্বেষণৰ চেষ্টা সকলো যুগতে পৰিলক্ষিত হয়। নাৰীক যেনেদৰে প্ৰতিজন ডেকাই সুকীয়া ৰূপত চাইছে জীৱনতো তেনেদৰে সিহঁতে লৈছে সুকীয়া দৃষ্টিভঙ্গি আৰু নাৰীচৰিত্ৰটোৰে ক'বৰদৰে সিহঁত প্ৰকৃততে বিভিন্ন জাতীয় নিচাত মতলীয়া চাৰিটা মাতাল। নিজ নিজ নিচাত উত্তেজিত ডেকা চাৰিজনৰ প্ৰতিজনৰে চিন্তাধাৰা সুকীয়া আৰু সেই বাবে সিহঁতৰ ইজনৰ সৈতে সিজনৰ কথাৰ সঙ্গতি নাই। কাহিনীৰ বিচ্ছিন্নতা আৰু সংলাপৰ এনে সঙ্গতিহীনতা এব্‌ছাৰ্ড নাটকৰ এটি প্ৰধান লক্ষণ। ভাষাৰ ব্যঞ্জনাই এইবোৰ নাটকৰ ভাবাৰ্থ বহুতো ধৰণে পোনাবলৈ দৰ্শক-পাঠকক সুবিধা দিয়ে। উল্লিখিত নাটকখনৰ ভাবাৰ্থও আনধৰণে উলিয়াই লোৱাৰ অৱকাশ আছে।

বসন্ত শইকীয়াৰ 'মৃগতৃষ্ণা' নাটকখনো এই শ্ৰেণীতে অন্তৰ্ভুক্ত কৰিব



পাৰি। দুটা অঙ্কত সমাপ্ত এই নাটকখনত দিগন্ত হাজৰিকা নামৰ এজন সাধাৰণ লোকৰ সপোনৰ অৱস্থা এটিক নাটকীয় ৰূপ দিয়া হৈছে। প্ৰখ্যাত নাট্যকাৰ আয়োনেস্কোৰ কোনো কোনো নাটকতো সপোন একোটাক নাট্যৰূপ দিয়া দেখা যায়। সপোনৰ ঘটনাত যেনেদৰে যুক্তি, সঙ্গতি আদিৰ প্ৰশ্ন নুঠে তেনেদৰে এইবোৰ নাটকতো যুক্তিপূৰ্ণভাৱে আৰু সংহতিপূৰ্ণভাৱে কাহিনীয়ে বিকাশ লাভ নকৰে। কোনো কাৰণ নদৰ্শোৱাকৈ অথবা যুক্তি-তৰ্কৰ মাজেৰে নগৈ মানুহৰ অদ্ভুত কাৰ্যকলাপ, আচাৰ-ব্যৱহাৰ আৰু কথা-বতৰা নাটকত উপস্থাপন কৰাই এইসকল নাট্যকাৰৰ উদ্দেশ্য। প্ৰকৃততে এই নাট্যকাৰসকলে প্ৰাধান্য দিয়ে অৱচেতন মনৰ ওপৰত আৰু নাটকত তেওঁলোকে প্ৰয়োগ কৰা ভাষাকো বহুতে অৱচেতনৰ ভাষা বুলিয়েই ক'ব খোজে। এই নাটকত দিগন্ত হাজৰিকাই অৱচেতন মনত পুহি ৰখা কিছুমান কামনা-বাসনা প্ৰতিফলিত হোৱা যেন লাগে। আন যিয়েই নহওক, অসমীয়া নাটকৰ আঙ্গিকৰ নতুন দিশ উন্মোচন কৰাত এই নাটককেইখনে উল্লেখযোগ্য অৰিহণা আগবঢ়াইছে। ইয়াৰ আগতে অৰুণ শৰ্মাই তেওঁৰ 'কুকুৰনেচীয়া মানুহ'ত ব্ৰেখ্‌টৰ বিচ্ছেদীকৰণ পদ্ধতিৰ প্ৰয়োগ কৰিছিল। নাটকৰ চৰিত্ৰই আত্মীয়তা স্থাপন কৰিবলৈ নিদিয়াৰ ফলত তাত দৰ্শক আৰু চৰিত্ৰৰ মাজত এটি ব্যৱধান থাকি যায়। নিৰ্লিপ্তভাৱে ঘটনাৰ মৰ্ম উপলব্ধি কৰি নাইবা আৱেগত উটি নগৈ দৰ্শকে যাতে নিজৰ সিদ্ধান্তত উপনীত হ'ব পাৰে তাৰ বাবেই এই ব্যৱস্থা গ্ৰহণ কৰা হয়।

সমাজ-চেতনাৰ ভিত্তিত নাটক ৰচনা কৰি সামাজিক জীৱনৰ বিভিন্ন দিশ বলিষ্ঠ আৰু অভিনৱ উপায়ে উথাপিত কৰোঁতাসকলৰ ভিতৰত ৰত্ন ওজা আৰু হিমেন বৰঠাকুৰৰ চেষ্টা প্ৰশংসনীয়। জীৱনৰ মূল্যবোধৰ পৰিৱৰ্তন হৈছে আৰু সেই অনুসৰি নতুন আৰু সাহসী সুৰ তেওঁলোকৰ নাটকৰ মাজেদি ধ্বনিত হৈছে। ৰত্ন ওজাৰ নাটকত বৰ্তমান সমাজ-ব্যৱস্থাত অতিষ্ঠ হৈ উঠা যুৱ-মানসৰ বিক্ষোভ, বিদ্ৰোহ আদি দাঙি ধৰা হৈছে। কোনো কোনো নাটকত তেওঁ ব্ৰেখ্‌টৰ এপিক নাটকৰ বৰ্ণনাত্মক ৰীতি অৱলম্বন কৰা দেখা গৈছে। বৰঠাকুৰৰ 'বাঘ' এই সময়ৰ এক সফল সৃষ্টি। সমসাময়িক সমাজৰ দুৰ্নীতি, ক্লেদ আদি আঁতৰ কৰি, প্ৰগতিৰ পথত বাধা দিয়া পুৰণি ধ্যান-ধাৰণাক বিসৰ্জন দি আধুনিক প্ৰগতিশীল সমাজ এখন গঢ়াৰ কাৰণে ইয়াত

ডেকা শক্তিক উদ্দীপিত কৰা হৈছে। সামাজিক প্ৰগতিৰ অন্তৰায়স্বৰূপ বাঘটোক বধ কৰিবলৈ ই এক প্ৰত্যাহ্বান। এইসকলৰ বাহিৰেও ন-পুৰণি ভালেমান নাট্যকাৰে একাঙ্কিকা আৰু ৰেডিঅ' নাটকৰ যোগেদি মধ্যবিত্ত আৰু নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ আশা-আকাংক্ষা, শ্ৰমিক-কৃষকৰ বেদনা, সমাজৰ অৱহেলিত আৰু নিষ্পেষিত শ্ৰেণীৰ জীৱন-সংগ্ৰাম, সমাজ-বিপ্লৱৰ চেতনা, সমাজতান্ত্ৰিক আন্দোলন, সশস্ত্ৰ বিপ্লৱ আদিকে ধৰি আধুনিক সমাজৰ বিভিন্ন বিষয় প্ৰতিফলিত কৰিছে। নাটকসমূহ প্ৰকাশৰ ব্যৱস্থা কৰিলেহে আৰু নবীনসকলৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ হ'লেহে এইবোৰৰ গুণাগুণ বিচাৰ কৰিব পৰা যাব।

# ৭ম খণ্ড

## (ক) সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য

১। মুনীন বৰকটকী
২। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য
৩। যতীন্দ্ৰনাথ গোস্বামী
৪। অতুলচন্দ্ৰ বৰুৱা
৫। ড° প্ৰফুল্ল কটকী
৬। হেমন্তকুমাৰ শৰ্মা

## (খ) সাহিত্য-সৃষ্টি আৰু পৃষ্ঠপোষকতা

১। চন্দ্ৰপ্ৰসাদ শইকীয়া
২। বিশ্বনাৰায়ণ শাস্ত্ৰী

## সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য

## প্ৰশ্নাৱলী

১। আপুনি সাহিত্য সমালোচনাত প্ৰবৃত্ত হোৱাৰ কাৰণ কি? সাহিত্যৰ অধ্যয়ন বা অধ্যাপনা নে আন কোনো প্ৰেৰণা ইয়াৰ আঁৰত আছে?

২। আপোনাৰ প্ৰিয় সাহিত্য-সমালোচক কোন? কিয় প্ৰিয়?

৩। আপুনি সাহিত্য-সমালোচনাৰ কোন ধাৰাত বিশ্বাস কৰে? কিয়? আপুনি নাভাবে নে যি ধাৰাতে এজন সমালোচকে বিশ্বাস নকৰক তেওঁ ব্যক্তিগত ৰুচি-অভিৰুচি ত্যাগ কৰিব নোৱাৰে?

৪। সমালোচকৰ প্ৰধান উদ্দেশ্য কি হোৱা উচিত বুলি ভাবে? পাঠকৰ সম্মুখত বিষয়ৰ বিশ্লেষণ দাঙি ধৰা, বিষয়ৰ মূল ভাব আৰু উদ্দেশ্য ব্যাখ্যা কৰা, বিষয়ৰ নন্দনতাত্ত্বিক গুণ বিশ্লেষণ কৰা, বিষয়ৰ কেৱল গুণ বিচাৰ কৰা, বিষয়ৰ কেৱল দোষ বিচাৰ কৰা, নে দোষ-গুণ দুয়োটা বিচাৰ কৰা, লেখকক উদ্‌গনি যোগোৱা বা প্ৰশংসা কৰা, নে লেখকৰ ভৱিষ্যত ৰচনাৰ বাবে দিক্ নিৰ্দেশ কৰিবৰ চেষ্টা কৰা?

৫। আপুনি সাহিত্যৰ সকলো কেইটি ধাৰাৰে সমালোচনা কৰে, নে কেৱল বিশেষ ধাৰাৰহে সমালোচনা কৰে?

৬। আপুনি ভাবে নে যে সমালোচকে কোনো ৰচনাৰ লেখকৰ প্ৰকৃত ভাৱ, কল্পনা আৰু অনুভূতিক চূড়ান্তভাৱে হৃদয়ঙ্গম কৰিব পাৰে আৰু বিচাৰ কৰিব পাৰে?

৭। সাহিত্যৰ প্ৰধান উদ্দেশ্য কি হোৱা উচিত বুলি আপুনি ভাবে? ৰস সৃষ্টি, আনন্দ দান, কোনো বিশেষ চেতনা দান বা কোনো বিশেষ উদ্দেশ্যে পাঠকক উদ্বুদ্ধ কৰা?

৮। লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি আপুনি ভাবে নে?

৯। ভাব, বিষয় আৰু ফৰ্মৰ ভিতৰত কোনটো অধিক গুৰুত্বপূৰ্ণ বুলি আপুনি ভাবে? কিয় ভাবে?

১০। আপুনি সমালোচনা কাৰ উদ্দেশ্যে লিখে? লেখকৰ বাবে নে সাহিত্য পাঠকৰ বাবে?

১১। সমালোচনাৰ ভাষা কেনে হ'ব লাগে বুলি ভাবে? সাংকেতিক অথবা ইংগিতমূলক নে বৰ্ণনামূলক?

১২। অসমীয়া ভাষাত সাহিত্য সমালোচনাৰ বাবে প্ৰয়োজনীয় 'পৰিভাষা'ৰ অভাৱ অনুভৱ কৰিছে নে কি? যদি কৰিছে, আপুনি সেই অভাৱ কেনেকৈ দূৰ কৰিবলৈ চেষ্টা কৰিছে?

১৩। আপুনি কোনো ৰচনা সমালোচনা কৰিবলৈ লওঁতে সেই সম্পৰ্কীয় অন্যান্য সমালোচকৰ মতামত পঢ়ি লয় নে কি?

১৪। অসমীয়া আধুনিক সাহিত্যৰ (জোনাকী যুগৰপৰা প্ৰাক্-স্বাধীনতা যুগলৈকে) সমালোচক হিচাপে কোন কেইজন ব্যক্তি সফল হৈছে বুলি আপুনি ভাবে?

১৫। আধুনিক অসমীয়া সাহিত্যৰ (উত্তৰ স্বাধীনতা কালৰ) কোন কেইগৰাকী সমালোচকসকলক সফল সমালোচক বুলি আপুনি ভাবে?

১৬। আপোনাৰ নিজৰ সমালোচনামূলক প্ৰবন্ধৰ ভিতৰত সময়ৰ আগ-পিছ অনুসৰি কিবা পৰিৱৰ্তন ঘটিছে নে?

১৭। আপুনি যেতিয়া কোনো ৰচনা সমালোচনা কৰিবলৈ লয়, তেতিয়া কেৱল সেই ৰচনাখনকে চকুৰ আগত ৰাখে, নে লেখকৰ অন্যান্য ৰচনাৰাজি আৰু অন্য লেখকৰ সমপৰ্যায়ৰ ৰচনাৰাজিও চকুৰ আগত ৰাখে?

১৮। সমালোচনা সম্পৰ্কে আপোনাৰ ব্যক্তিগত মতামত কি?

# সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য

.................................................................

## মুনীন বৰকটকী

কেৱল সাহিত্য-সমালোচনা নহয়, সাহিত্যকো সামৰি বহলভাৱে সকলো প্ৰকাৰ কলাৰ সমালোচনাত প্ৰবৃত্ত হোৱাৰ ইচ্ছাৰ গুৰিতে হ'ল কলাৰ প্ৰতি থকা স্বাভাৱিক ধাউতি। ৰংগমঞ্চ, চিত্ৰকলা, চলচ্চিত্ৰও মোৰ সমালোচনাৰ অন্তৰ্ভুক্ত হৈছে। বিশুদ্ধ সমালোচনা হৈছে নে নাই সেইকথা মই বিচাৰ কৰি চোৱা নাই। কোনো এখন কিতাপ পঢ়ি, চিত্ৰ চাই, অভিনয় উপভোগ কৰি মই সেই শিল্প, শিল্পকাৰৰ দৃষ্টিভংগি সম্পৰ্কে কি ধাৰণা কৰোঁ তাকেই ব্যক্ত কৰিব খোজোঁ। গতিকে অধ্যাপনা বা শিক্ষকতা নহয়, অধ্যয়নেহে মোক সমালোচনা-কাৰ্যত প্ৰবৃত্ত কৰাই আহিছে।

বহু-আলোচিত নাইবা জনাজাত লেখকৰ সলনি আপেক্ষিকভাৱে স্বল্পপৰিচিত লেখকক পাঠকৰ দৃষ্টিগোচৰলৈ অনাৰ এটা আন্তৰিক দায়িত্ব মই সদায় অনুভৱ কৰোঁ। চতুৰ্থ দশকত ৰমা দাশৰ গল্পৰ সপক্ষে আৰু লক্ষ্মীনাথ ফুকনৰ সাহিত্য-প্ৰতিভা সদৰি কৰাৰ বাবে, পঞ্চম দশকত ৰোমাণ্টিক বিধৰ লেখকৰ সলনি বুদ্ধিনিষ্ঠ আৰু যৌনতাবাদী লেখকৰ সপক্ষে সৰৱ হৈছিলোঁ। এসময়ত যতীন্দ্ৰনাথ দুৱৰা আৰু অমূল্য বৰুৱাৰ সম্পৰ্কে লিখা-মেলা কৰিছিলোঁ। কোনো লেখকৰ গাইগুটীয়া ৰচনাতকৈ তেওঁৰ সমগ্ৰ ৰচনাৰ মাজৰ দৃষ্টিভংগি বা বৈশিষ্ট্য আৱিষ্কাৰ কৰাৰ ওপৰত অধিক গুৰুত্ব দিছিলোঁ। নতুন ভাৱধাৰাৰ মুখপাত্ৰস্বৰূপ লেখকসকলক পাঠকৰ সমুখত দাঙি ধৰাও সমালোচকৰ কৰ্তব্য বুলি ভাবোঁ। তদুপৰি সমালোচনাত্মক জীৱনী ৰচনাৰ প্ৰতিও মোৰ এটা ধাউতি আছে।

মই অৱশ্যে ধাৰাবাহিকভাৱে সমালোচনা ৰচনাত প্ৰবৃত্ত হোৱা নাই। সাময়িক পত্ৰ-পত্ৰিকা আৰু আকাশ-বাণীৰ পুথি-পৰিচয়ৰ বাবে বহু-সময়ত সময় খটুৱাব লগীয়া হৈছে। তাৰপৰা অৱশ্যে মোৰ লাভেই হৈছে। কোনো এখন গ্ৰন্থৰ ভিতৰুৱা সৰু-সুৰা ছিদ্ৰ বিচৰাতকৈ এটা সামগ্ৰিক দৃষ্টিৰে গ্ৰন্থখনক চোৱা আৰু তাৰ প্ৰমূল্য আৰু প্ৰভাৱৰ আলোচনাত প্ৰবৃত্ত হোৱাটোহে মোৰ স্বভাৱ।

আগডোখৰৰ আলোচনাসমূহ—ঘাইকৈ বিদেশী সাহিত্যৰ চিন্তানায়কসকলৰ পৰিচয়মূলক আছিল। কন্টিনেন্টেল্ সাহিত্যৰ আৰু সাহিত্যিকৰ পৰিচয় আমাৰ নতুন লেখক-লেখিকাসকলৰ বাবে প্ৰয়োজনীয় বুলি অনুভৱ কৰিছিলোঁ। ইব্‌ছেন, কনৰাড্, ৰোমা ৰোলা, কাৰ্ল মাৰ্ক্স, ফ্ৰয়ড্, বেলছ, শ্ব, ক্ৰোচে, ফষ্টাৰ, হাৰ্বাৰ্ট ৰীড, ভাৰ্জিনিয়া উলফ, স্পেণ্ডাৰ আদিৰ লগত হোৱা পৰিচয়েহে আমাৰ কূপমণ্ডুকতা আঁতৰাব বুলি ভাব হৈছিল।

মোৰ প্ৰিয় সাহিত্য-সমালোচক অনেক আছে। তাৰ ভিতৰত ইংৰেজী-ভাষাৰ মেথিউ আৰ্নল্ড, ইলিয়ট আদি: ভাৰতীয় ভাষাৰ—শ্ৰীঅৰবিন্দ, নৰসিংহায়া, কা-না-সুব্ৰহ্মণ্যম; অসমীয়া ভাষাৰ—বাণীকান্ত কাকতি, যজ্ঞেশ্বৰ শৰ্মা, ভৱানন্দ দত্ত, মহেশ্বৰ নেওগ, ত্ৰৈলোক্যনাথ গোস্বামী, হীৰেন গোহাঁই আদি; বাংলা ভাষাৰ—ৰবীন্দ্ৰনাথ, প্ৰমথ চৌধুৰী, ধুৰ্জটি মুখাৰ্জী, আবু সৈয়দ আয়ুব, সুধীন্দ্ৰনাথ দত্ত আদি প্ৰিয়। কড্‌ৱেল, লুকাচ্ আদিৰ সমালোচনাত্মক ৰচনাও মোৰ প্ৰিয়।

মূলতঃ ইম্প্ৰেছনিষ্টিক্ আৰু ঐতিহাসিক সমালোচনা মোৰ প্ৰিয়। ঐতিহাসিক বা ইম্প্ৰেছনিষ্টিক্ সমালোচনাৰ মাজত সমাজমুখী দৃষ্টি থকা উচিত বুলি ভাবোঁ আৰু সমালোচনা সদায় সৃষ্টিশীল হ'ব লাগে বুলি ভাবোঁ। অসমীয়া সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতি আৰু ত্ৰৈলোক্যনাথ গোস্বামীক মই এই শাৰীৰ সমালোচক বুলি ভাবোঁ। সমালোচকে যি ধৰণৰ সমালোচনাই কৰক, ব্যক্তিগত ৰুচি-অভিৰুচি ত্যাগ কৰিব নোৱাৰে। সেই বাবেই নৈৰ্ব্যক্তিক সমালোচনাতকৈ নিজৰ ৰুচি অনুসাৰে স্পষ্ট ভাষাৰে কৰা সমালোচনা মই ভাল পাওঁ। অৱশ্যে সমালোচকজন কেনে, তেওঁৰ দৃষ্টিভংগি কেনেকুৱা, তেওঁৰ পৰ্যবেক্ষণ শক্তি কিমান গভীৰ—তাৰ ওপৰতহে সমালোচনাৰ মান নিৰ্ভৰ কৰে। যিসকল যুগপৎ সৃষ্টিশীল লেখকো আৰু সমালোচকো—তেনে সমালোচকৰ সমালোচনাই মোক আনন্দ দিয়ে।

সমালোচকৰ প্ৰধান লক্ষ্য হোৱা উচিত সমালোচনা কৰা গ্ৰন্থ আৰু গ্ৰন্থকাৰক পাঠকৰ লগত পৰিচয় কৰাই দি তেওঁৰ ৰচনাৰ ৰসাস্বাদন কৰিবলৈ সুযোগ দিয়া। তাকে কৰোঁতে তেওঁ পক্ষপাতমূলক দৃষ্টি নলৈ দোষ আৰু গুণ দুয়োটাকে গঠনমূলক দৃষ্টিৰে বিশ্লেষণ কৰিব লাগে। লেখকৰ প্ৰতি সহানুভূতি অবিহনে লেখকক পাঠকৰ ওচৰ চপাই দিয়া সম্ভৱ নহয় বুলি ভাবোঁ। লেখকৰ ভৱিষ্যত ৰচনাৰ দিক্ নিৰ্ণয় কৰি দিয়াটো সম্ভৱ বুলি নাভাবোঁ; কিছু সকিয়নি হয়তো দিলেও দিব পাৰে। সমালোচকে আদালতৰ বিচাৰকৰদৰে ৰায় দিয়া উচিত বুলি যিদৰে নাভাবোঁ, ৰায় দিয়াৰ অধিকাৰো তেনেদৰে আছে বুলি নাভাবোঁ।



মই আগতেই কৈছোঁ—মই সাহিত্য, দৰ্শন আদি বিষয়ৰ যি গ্ৰন্থকে পঢ়োঁ, সেই বিষয়েই নিজৰ ধাৰণা দাঙি ধৰিবলৈ যত্ন কৰোঁ। তদুপৰি সাময়িক পত্ৰ-পত্ৰিকা আৰু আকাশ-বাণীৰ বাবে বিভিন্ন ধৰণৰ পুথি সমালোচনা কৰিব লগীয়া হয়।

সমালোচকে লেখকৰ ভাব, কল্পনা অনুভূতিক চূড়ান্তভাৱে হৃদয়ংগম কৰিব পাৰে বুলি নাভাবোঁ; ই অনুমান-নিৰ্ভৰ আৰু অসম্পূৰ্ণ হ'বলৈ বাধ্য। সমালোচক যিমানেই আত্মস্থ হৈ লেখকৰ ৰচনাৰ মাজলৈ সোমাব পাৰে, সিমানেই ৰচনাৰ মূল ভাব হৃদয়ংগম কৰা সম্ভৱ হয়।

সাহিত্যৰ প্ৰধান উদ্দেশ্য ৰসসৃষ্টিৰ যোগে আনন্দ দান কৰা। ৰস আৰু আনন্দৰ মাজত মৌলিক পাৰ্থক্য আছে বুলি মই নাভাবোঁ। অৱশ্যে সাহিত্যক বিনোদনৰ আহিলাস্বৰূপে ব্যৱহাৰ কৰাৰ লগত 'আনন্দ' লাভৰ আহিলাস্বৰূপে গ্ৰহণ কৰাৰ পাৰ্থক্য আছে। লেখকে যি অনুভৱ কৰে, ৰচনাৰ মাজেৰে তাকেই তেওঁ পাঠকৰ অন্তৰ-পৰশাকৈ ব্যক্ত কৰিব খোজে। গতিকে লেখকৰ এটা পৰোক্ষ উদ্দেশ্য নিজৰ ভাব-অনুভৱৰ প্ৰতি পাঠকক উদ্বুদ্ধ কৰাটো সদায় অন্তৰ্নিহিত হৈ থাকে। ইয়াৰ উপৰিও যদি বিশেষ কোন উদ্দেশ্যৰ প্ৰতি উদ্বুদ্ধ কৰিব খোজে, লেখক প্ৰথমে নিজে উদ্বুদ্ধ হৈ ল'ব লাগিব। কিন্তু কোনো মতবাদত দীক্ষিত কৰিবলৈ যত্ন কৰাটো ৰস-সাহিত্যৰ প্ৰধান লক্ষ্য হ'লে সাহিত্যৰ শিল্পগুণ নষ্ট হ'বলৈ বাধ্য।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে নে নেলাগে—এই বিষয়ে দুটা মত। যি সকলে ৰাজনৈতিক সমাজবাদী দৰ্শনক সাহিত্যৰ দৰ্শনস্বৰূপে প্ৰতিষ্ঠা কৰিব খোজে, তেওঁলোকেই মুখ্যতঃ সামাজিক দায়বদ্ধতাৰ প্ৰয়োজনীয়তাৰ কথা কয়। মই ভাবোঁ প্ৰত্যেক লেখকেই নিজৰ চিন্তা ভাবনা আৰু কৰ্মৰ ওচৰত দায়বদ্ধ। তদুপৰি মানৱিক অকল্যাণ সাধিবলৈ যোৱাটো শিল্প-সাহিত্যৰ মৌলিক লক্ষ্যৰ সম্পূৰ্ণ বিৰোধী ভাব। গতিকে লেখকসকলক নিজৰ আদৰ্শ-ভাব-চিন্তাৰ ওচৰত স্বাভাৱিকভাৱে

দায়বদ্ধ হৈ থাকিবলৈ এৰি দিলেই তেওঁৰপৰা স্বাভাৱিক সাহিত্যকৰ্ম বাঞ্ছা কৰিব পাৰি। লেখক যদি ৰাজনৈতিক দৰ্শনৰ প্ৰতি আন্তৰিকভাৱে দায়বদ্ধ তেন্তে তেওঁৰপৰা তেনে ৰচনাকে পোৱা যাব। কিন্তু সামাজিক দায়বদ্ধতাৰ দায়িত্ব জাপি দিবলৈ গ'লে—ভাল সাহিত্য ৰচনা হ'ব বুলি কোনো মতেই ভাবিব নোৱাৰি।

সাহিত্যৰ মূল ভেটি 'ভাব' বুলিয়েই ভাবোঁ ; কাৰণ তাকে প্ৰকাশ কৰিবলৈ লেখকে বিষয়ৰ কল্পনা আৰু ৰচনাৰ কৌশল আৱিষ্কাৰ কৰি সাহিত্য-শিল্প ৰচনা কৰে। ভাব, কল্পনা আৰু কৰ্ম তিনিওটা অংগাংগীভাৱে জড়িত। তিনিওটাৰ ভাল সমন্বয় স্থাপন হ'লেহে ভাল সৃষ্টি হ'ব পাৰে।

সাহিত্য-সমালোচনাৰ ভাষা সৰল কিন্তু ইংগিতবহ হ'ব লাগে বুলি ভাবোঁ। আমাৰ উপযুক্ত পৰিভাষাৰ অভাৱৰ কথাও এই প্ৰসংগত উল্লেখ কৰিব পাৰি। এই অভাৱ দূৰ কৰিবলৈ সাহিত্যসভা বা বিশ্ববিদ্যালয়ে যুটীয়া যত্ন ল'ব লাগে। সমালোচনাৰ ঘাই উদ্দেশ্য পাঠকক সমালোচিত বিষয়-সম্পৰ্কে অৱহিত কৰোৱা বুলি ভাবোঁ ; লগতে লেখককো পৰোক্ষে প্ৰেৰণা বা সকিয়নি দিয়া। সেই বাবে বিষয়ৰ বৰ্ণনাত্মক সমালোচনাৰ সলনি সহজ, ইংগিতবহ কথা কোৱাই উচিত। কোনো কোনো সমালোচকে উৎকৃষ্টতা বুজাবলৈ ব্যৱহাৰ কৰা 'কবিৰ কবি', 'ঔপন্যাসিকৰ ঔপন্যাসিক' আদি শব্দ-যোজনা মই ভাল পাব পৰা নাই।

মই নিজে যেতিয়া কোনো গ্ৰন্থ সমালোচনা কৰোঁ, তাৰ আগতে অন্য সমালোচকৰ সেই সম্পৰ্কীয় সমালোচনা পঢ়ি গ্ৰন্থখনৰ বিষয়ে নিজৰ অভিমত দাঙি ধৰিব খোজোঁ। আনৰ সমালোচনা তেনেক্ষেত্ৰত মোৰ বাবে 'অৱলম্বন' নহৈ 'উদ্দীপন' স্বৰূপ হয়।

অসমীয়া ভাষাত 'জোনাকী' যুগৰপৰাই পুথি-সমালোচনাৰ আৰম্ভণি ঘটে যদিও এটা নিৰ্দিষ্ট মান বা ধাৰা সেই সময়ত প্ৰতিষ্ঠা হোৱা নাছিল। বিংশ শতিকাৰ দ্বিতীয়-তৃতীয় দশকৰপৰাহে সমালোচনাৰ ৰূপ স্পষ্ট হ'বলৈ আৰম্ভ কৰে। অসমীয়া সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতি আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ সমালোচনা মই ভাল পাওঁ। যুদ্ধোত্তৰ কালত আমাৰ সমালোচনা-সাহিত্যই ব্যাপ্তি লাভ কৰিছে। কেইগৰাকী মানৰ নাম



মই আগতেই উল্লেখ কৰি আহিছোঁ। এতিয়ালৈকে অসমীয়া সমালোচক-সকলৰ ভিতৰত বাণীকান্ত কাকতিকে মই শ্ৰেষ্ঠ বুলি ভাবোঁ।

সমালোচকৰ মতৰ বা দৃষ্টিভংগিৰ পৰিৱৰ্তন হ'ব পাৰে। মোৰ নিজৰ ক্ষেত্ৰতো হৈছে। প্ৰথম অৱস্থাত শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ ৰচনাৰ প্ৰতি মোৰ আকৰ্ষণ নাছিল ; কিন্তু পিছলৈ তেখেতৰ ৰচনাৰ প্ৰতি আকৰ্ষিত হৈছোঁ। বয়সৰ লগে লগে, অভিজ্ঞতা বৃদ্ধিৰ লগে লগে, ভাবৰ বা মতৰ পৰিৱৰ্তন ঘটাটো স্বাভাৱিক বুলি ভাবোঁ।

কোনো এখন গ্ৰন্থ সমালোচনা কৰিবলৈ ল'লে—মই সেই গ্ৰন্থকাৰৰ অন্যান্য ৰচনাৰ কথাও মনলৈ আনো বা সমপৰ্যায়ৰ অন্যান্য লেখকৰ ৰচনাৰ কথাও ভাবোঁ। তাৰ দ্বাৰা মনৰ মাজত এটা তুলনামূলক মান গঢ়ি তোলাত সুবিধা হয় আৰু লেখকৰ উৎকৰ্ষ বুজি পাবলৈ সুচল হয়। তাৰ দ্বাৰা অৱশ্যে সমালোচিত গ্ৰন্থক ঢাক খাবলৈ নিদিওঁ।

সমালোচনা সম্পৰ্কে মোৰ মত ব্যক্ত কৰিলোঁৱেই। মূলতঃ মই সৃষ্টিশীল আৰু গঠনমূলক সমালোচনা ভাল পাওঁ। সমালোচকসকলে স্বতন্ত্ৰভাৱে নিজৰ মত আৰু মনৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰাটো বিচাৰোঁ।

## বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

সাহিত্য-সমালোচনা বিষয়টো তৰ্কৰ জালেৰে মেৰ-খোৱা। সমালোচকৰ নিজা ৰুচি, অভিজ্ঞতা, অৰ্হতা—এইবোৰে সমালোচনাৰ ৰূপ নিৰ্ণয় কৰে। গতিকে কোনোবাই যদি সমালোচক হ'ব খোজে নিজৰ অন্তৰৰ দাবীতেই হ'ব লাগিব আৰু তাৰ বাবে উপযুক্ত কৰ্ষণৰ আৱশ্যক হ'ব। সমালোচনাৰ বিভিন্ন ধাৰা প্ৰতিষ্ঠা হৈছে। বৰ্তমান কালত সমাজতাত্ত্বিক ধাৰাৰ বিকাশ লক্ষ্য কৰা যায়। কিন্তু 'সমালোচনাৰ ধাৰা' অধ্যয়ন কৰি সমালোচক হ'ব পাৰি বুলি মই নাভাবোঁ। সমালোচকজন দুটা ধৰণেৰে দায়বদ্ধঃ প্ৰথমতে নিজৰ ৰুচি আৰু আদৰ্শৰ ওচৰত ; দ্বিতীয়তে বহল পাঠক সমাজৰ ওচৰত। কাজেই তেওঁ নিজৰ দায়িত্ব-সম্পৰ্কে সচেতন হৈহে কলম হাতত লোৱা উচিত।

অসমীয়া ভাষাত আলোচনী-বাতৰিকাকত আদিত ওলোৱা পুথি-পৰিচয়

শিতানক সমালোচনা-সাহিত্য বুলি ধৰিব নোৱাৰি। এই শিতানত যদি পুথিৰ পৰিচয় নিদি পুথিৰ সমালোচনা দাঙি ধৰিব পাৰি তেতিয়াহ'লে বেলেগ কথা হ'ব। কিন্তু সেইটো অনেক কাৰণত সকলো সময়তে সম্ভৱ হৈ নুঠে।

মই ভাবোঁ—সমালোচকৰ দায়িত্ব বৰ গধুৰ। অসমীয়া ভাষাত সমালোচকৰ আৰু কিছু দায়িত্ব আছে, প্ৰধানকৈ সাহিত্য-সৃষ্টিৰ বাবে পৰিৱেশ গঢ়ি তোলাত।

আমাৰ সাহিত্য-সমালোচনাৰ ডাঙৰ ত্ৰুটি হ'ল—পশ্চিমীয়া পদ্ধতি আৰু ভাৰতীয় ৰসতত্ত্বৰ সম্যক অধ্যয়নৰ অভাৱ। যিটো পশ্চিমীয়া পদ্ধতি আমি গ্ৰহণ কৰিছোঁ তাৰ পৰিভাষাৰ লগত পাশ্চাত্যৰ ৰসতত্ত্বৰ পৰিভাষাৰ কিছুমান বিষয়ত সামঞ্জস্য নাই। উদাহৰণস্বৰূপে ইংৰাজী ৰোমাণ্টিচিজম্ শব্দটো আমি গ্ৰহণ কৰিছোঁ ; কিন্তু আমাৰ 'ৰস' শব্দৰ ইংৰাজী প্ৰতিশব্দ কি হ'ব ? পৰিভাষাৰ সমস্যা আমাৰ সমালোচকৰ সন্মুখত এটা আহুকলীয়া সমস্যা হৈ আছে। পৰিভাষাই লক্ষ্যৰ স্পষ্টতাও আনিব লাগিব আৰু ই সহজো হ'ব লাগিব। আমাৰ অনেকেই অনেক ধৰণৰ পৰিভাষা ব্যৱহাৰ কৰে, যাৰ ফলত সাহিত্য-সমালোচনা বুজাতো অনেক সময়ত অসুবিধা নোহোৱাকৈ নাথাকে।

অধ্যয়নৰ পদ্ধতিয়েও সমালোচকৰ বাবে দিশ্ নিৰ্ণয় কৰিব পাৰে। মই আমাৰ কীৰ্তনখন উপন্যাস হিচাপে পঢ়িবৰ চেষ্টা কৰিছোঁ। সবল নহলেও তাত এটা কাহিনী আছে। এটা কথা মই লক্ষ্য কৰিছোঁ যে—আমাৰ মধ্যযুগৰ সাহিত্যৰ, ৰামায়ণ বোলক বা মহাভাৰত বোলক, তাৰ মাজত গল্পৰ যি উপাদান আছে সেইবিলাকক এতিয়াও আমি ভালকৈ চাব জনা নাই। আৰু এটা কথা, প্ৰত্যেক যুগৰ সাহিত্যক সেই যুগৰ সমালোচনাৰ মানদণ্ডেৰেই জুখি চোৱা উচিত। মহাপুৰুষ শংকৰদেৱৰ ৰচনা বুজিবলৈ হ'লে সেই যুগৰ সমালোচনাৰ যি মানদণ্ড, ভক্তিসাহিত্যৰ যি মানদণ্ড, তাৰেই জুখি চাব লাগিব ; আজিৰ মানদণ্ডেৰে জুখিলে নহ'ব। খণ্ড কবিতাৰ সৃষ্টি আধুনিক যুগত। আগৰ যুগৰ কবিয়ে ব্যক্তিমানসৰ কথা কোৱা নাছিল। সেই বাবে আমাৰ যুগৰ কাব্য-সমালোচনাৰ লগত প্ৰাচীন কাব্যৰ মৌলিক পৃথকতা বুজি নোপোৱাকৈ সমালোচনা কৰা



সম্ভৱ নহয়। প্ৰসংগক্ৰমে মই এষাৰ কথা ক'ব খোজোঁ যে—বৰ্তমান যুগৰ মানুহৰ কথা কোৱাৰ বাবে সাহিত্যৰ অন্যান্য ৰূপতকৈ উপন্যাসৰে সুযোগ আৰু সুবিধা বোধকৰোঁ বেছি। উপন্যাসৰ মাজত ব্যক্তি আৰু সমাজ দুয়োৰে চিত্ৰণ সম্ভৱ হৈ উঠে। উপন্যাসৰ কথা ওলাইছে যেতিয়া আৰু কেইটামান কথা লগতে কৈ থওঁ। আমাৰ ভাষাত সৰু-বৰ অনেক উপন্যাস ওলাইছে ; কিন্তু আমি এতিয়াও সন্তুষ্ট হ'ব পৰা হৈছোঁ জানো ? লেখক ভেদে ৰচনাৰ ক্ষমতা বেলেগ হ'ব পাৰে। মালিক চাহাবে লিখাৰ সময়ত হুলস্থুল হৈ থাকিলেও লিখিব পাৰে ; কিন্তু সকলোৰে এই মানসিক ক্ষমতা নাই। তদুপৰি বহুতেই ভাবে—'আগতে প্ৰতিষ্ঠা লাভ কৰি লওঁ, জীৱিকাৰ পথ ঠিক কৰি লওঁ, তাৰ পিছত লিখিম।' এনে মনোভাৱ ৰাৱণে স্বৰ্গলৈ জখলা সজাৰ সিদ্ধান্তৰদৰে। আনহাতে আমাৰ ইয়াত লেখকে সভা-সমিতি কৰোঁতেই বেছি সময় যায়। মই সেই বাবে কোনো ৰাজহুৱা উপলক্ষ্য লৈ পতা সভা-সমিতিলৈ যাবলৈ টান পাওঁ। কাৰণ সভালৈ যোৱা মানে সৰ্বসাধাৰণৰপৰা আঁতৰত বিচ্ছিন্ন হৈ বহি থকা। আৰু বক্তৃতাও যে কিবা কামত লাগে—মই ভাবিবলৈ টান পাওঁ। তাৰপৰা বিশেষ অভিজ্ঞতাও আহৰণ কৰিব নোৱাৰি। অভিজ্ঞতা আহৰণৰ পথ দুটা : এটা পূৰ্বসূৰী-সকলৰ-ৰচনা অধ্যয়ন আৰু আনটো হ'ল পোনপটীয়াকৈ জীৱন-অধ্যয়ন। লেখক-শিবিৰৰ দৰে অনুষ্ঠান যদি কোনো গাঁৱৰ মাজত বা বিশেষ ঠাইত দহ-পোন্ধৰ দিনীয়াকৈ আয়োজন কৰি তাত লেখকসকলক ৰাখি মুকলি-ভাৱে লিখিবলৈ, আলোচনা কৰিবলৈ সুবিধা দিব পাৰি, ফলপ্ৰসূ হ'ব বুলি ধাৰণা কৰোঁ। মই আমাৰ মিচিং সমাজক লৈ আৰু চাহ-বনুৱা সমাজক লৈ লিখাৰ কথা ভাবি আছোঁ। এজন প্ৰকাশকক কৈছিলোঁ যে—মোক কিছু আগধন দিয়ক যাতে মই কোনোবা এঠাইত গৈ থাকি এখন উপন্যাস লিখিব পাৰোঁ। কিন্তু আমাৰ তেনে সাহসী প্ৰকাশক নাই। জীৱিকাৰ তাড়নাই আমাক মুক্ত হ'বলৈও নিদিয়ে। গতিকে সৃষ্টিশীল সাহিত্য ৰচনাৰ বাবে লেখকক উপযুক্ত পৰিৱেশ দিব পৰাৰ ওপৰত আমাৰ ভবিষ্যতৰ সাহিত্যৰ সফলতা নিৰ্ভৰ কৰিছে বুলি ভাবোঁ।

মই সমালোচনাৰ কথা কবলৈ গৈ সৃষ্টিশীল ৰচনাৰ কথাহে কৈছোঁ। মই অৱশ্যে এটা সংগতি বিচাৰি পাইছোঁ বাবেই কৈছোঁ। কাৰণ মই নিজে

যেতিয়া কোনো সৃষ্টিশীল ৰচনা বিচাৰ কৰোঁ মই লেখকৰ সৃষ্টিৰ যন্ত্ৰণাও অনুভৱ কৰিব খোজোঁ। আৰু এটা কথা, মই আগতেও কৈছোঁ— লেখকৰেই হওক বা সমালোচকৰেই হওক, জীৱন-সম্পৰ্কে এটা নিজা দৃষ্টিভংগি লাগিব। তাৰ অবিহনে ভাল সৃষ্টিশীল ৰচনা বা ভাল সমালোচনা এটাও হ'ব নোৱাৰে। বৰ্তমান সময়ত সমাজ-সচেতন সমালোচনাৰ দৃষ্টিভংগি আমাৰ ইয়াতো গঢ়ি উঠিছে। লেখকসকলৰ মাজতো তেনে দৃষ্টিভংগি কিছু স্পষ্ট হৈছে। সৃষ্টিশীল ৰচনাৰ ওপৰতেই সমালোচনা-সাহিত্যৰ অগ্ৰগতি নিৰ্ভৰশীল।

আপোনালোকে এই শিবিৰৰ আয়োজন কৰি এটা ভাল কামৰ আৰম্ভণি কৰিছে। লেখকসকলৰ নিজৰ কথা শুনা মানুহৰ সংখ্যা কম। অন্ততঃ আপোনাসকলে যে লেখকসকলক সেই সুবিধা দিছে তাৰ বাবে ধন্যবাদ জনালোঁ।

## যতীন্দ্ৰনাথ গোস্বামী

মই এই লেখক-শিবিৰৰ 'সমালোচক-চক্ৰ'ত যোগ দিলেও মই নিজকে সাহিত্য-সমালোচক বুলি দাবী কৰা নাই। কলেজীয়া জীৱনত অধ্যাপক স্বৰূপে পোৱা শ্ৰীযজ্ঞেশ্বৰ শৰ্মা আৰু পিছত সান্নিধ্য লাভ কৰা ৰঘুনাথ চৌধাৰী—এই দুগৰাকী ব্যক্তিৰপৰা সাহিত্য-অধ্যয়ন আৰু সাহিত্য-আলোচনাৰ প্ৰেৰণা পাওঁ। অধ্যাপনাই এই প্ৰেৰণাত কিছু বৰঙনি নোযোগোৱা নহয়।

মেথ্যু আৰ্নল্ড মোৰ প্ৰিয় সমালোচক। কলিকতাৰ ৰিপন কলেজত স্নাতক শ্ৰেণীত পঢ়োঁতে তেতিয়াৰ সেই কলেজৰ অধ্যক্ষ ৰবীন্দ্ৰনাৰায়ণ ঘোষে আৰ্নল্ডৰ সমালোচনা-পদ্ধতি-সম্পৰ্কে বিশদভাৱে কৰা আলোচনাই মোৰ মনত সাঁচ বহুৱায়। অন্যান্য সমালোচকৰ ৰচনাৰ লগতো পৰিচয় ঘটিছে যদিও আৰ্নল্ডৰ প্ৰতি মোৰ এটা বেলেগ অনুৰাগ আছে।

মই মূলতঃ ব্যক্তিনিষ্ঠ সমালোচনা-পদ্ধতি ভাল পাওঁ। অৰ্থাৎ কোনো গ্ৰন্থ-সম্পৰ্কে এজন সহৃদয় পাঠক হিচাপে যেনে ধৰণৰ ধাৰণা আৰু চিন্তাৰ উদয় হয় তেনে ধাৰণা আৰু চিন্তা-প্ৰধান সমালোচনাৰ প্ৰতি আকৰ্ষণ অনুভৱ



কৰোঁ। নিজে মই তুলনামূলক আৰু ঐতিহাসিক পদ্ধতিও অনুসৰণ কৰিছোঁ। তাকে কৰোঁতেও প্ৰধানকৈ মই গুৰুত্ব দিওঁ—মই এজন কবি বা এজন লেখকক যেনেদৰে বুজোঁ তাৰ ওপৰতহে। সাহিত্য-আলোচনাত ব্যক্তিগত ৰুচি-অভিৰুচিয়ে ভুমুকি নেমাৰেহি বুলি ক'ব নোৱাৰি; তথাপি কিছুদূৰ সংযত হ'ব লগীয়া হয়।

মোৰ মতে সমালোচকে সাহিত্য-কৰ্মৰ মূল্যায়ন কৰি সাহিত্যৰ দিগ্-দৰ্শন কৰাব লাগে। গতিকে তাৰ বাবে বিষয়ৰ মূল ভাব আৰু উদ্দেশ্য দাঙি ধৰা, শিল্পগুণ বিচাৰ কৰা, দোষ-গুণ দাঙি ধৰা—এই সকলো কেইটা দায়িত্ব সমালোচকৰ থাকে বুলি ভাবোঁ।

মই নিজে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ আলোচনা-বিলোচনাতে নিজকে সীমাবদ্ধ কৰি ৰাখিছোঁ। মই ঘাইকৈ এই যুগৰ কবিসকলৰ সম্পৰ্কে আলোচনা কৰিছোঁ। অৱশ্যে গল্পকাৰ আৰু ঔপন্যাসিককো আলোচনাৰ ভিতৰুৱা কৰিছোঁ।

সমালোচকে লেখকৰ ভাব, কল্পনা, অনুভূতিক উপলব্ধি কৰিবলৈ বা হৃদয়ংগম কৰিবলৈ যত্ন কৰিব পাৰে; কিন্তু চূড়ান্তভাৱে উপলব্ধি কৰা বা হৃদয়ংগম কৰা সম্ভৱ হ'ব নোৱাৰে।

সাহিত্যৰ প্ৰধান উদ্দেশ্য কি হোৱা উচিত এই বিষয়ে এটা কথাত উত্তৰ দিয়া টান। কাব্য, গল্প, উপন্যাস, নাটক আদি বিভিন্ন প্ৰকাৰৰ সাহিত্যই ৰসসৃষ্টিৰ দ্বাৰা আনন্দ দিবলৈ যত্ন কৰি আহিছে।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে নে নেলাগে এই বিষয়ে যোৱা কেইদিনত যথেষ্ট আলোচনা-বিলোচনা হৈছে। মোৰ মতে— লেখকসকল সামাজিক দায়িত্বৰ হাত সাৰিব নোৱাৰে। গতিকে প্ৰত্যক্ষে বা পৰোক্ষে লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে।

সাহিত্যৰ ভাব, বিষয় আৰু ফৰ্ম-সম্পৰ্কেও যথেষ্ট আলোচনা হৈছে। তিনিটাৰ মাজত অংগাঙ্গী সম্পৰ্ক। গতিকে এটাক এৰি আনটোক আলোচনা কৰা সম্ভৱ নহয়। অৱশ্যে এই কথা ক'ব পাৰি যে তিনিটাৰ সুসমন্বয়তে ভাল সাহিত্যৰ সৃষ্টি সম্ভৱ হয়।

মই সাধাৰণ পাঠকৰ বাবেই লিখোঁ। কাৰণ মোৰ উদ্দেশ্য কোনো গ্ৰন্থ-সম্পৰ্কে মই ক'ব লাগে বুলি ভবা কথা পাঠকক জনোৱা। মই ভাবোঁ

সকলো সমালোচকৰে কম-বেছি উদ্দেশ্য একেটাই। সেই বাবে সমালোচনাৰ ভাষা সৰল হ'ব লাগে বুলিও ভাবোঁ। অৱশ্যে ভাষাৰ লগত লেখকৰ ব্যক্তিত্বৰো সম্পৰ্ক আছে।

অসমীয়া ভাষাত সাহিত্য-সমালোচনাৰ পৰিভাষাৰ অভাৱ সদায় অনুভৱ কৰি আহিছোঁ। আজিকালি কিছু প্ৰতিশব্দৰ ব্যৱহাৰ চকুত পৰিছে। অভাৱ অনুভৱ হ'লে বাংলা বা হিন্দী পৰিভাষা ব্যৱহাৰ কৰিব পাৰি নে কি চাওঁ। মই ভাবোঁ এই বিষয়ে আমি গুৰুত্বসহকাৰে ভাবিবৰ হ'ল।

মই নিজে কোনো গ্ৰন্থ সমালোচনা কৰিবলৈ লওঁতে আগতে সেই গ্ৰন্থ সম্পৰ্কীয় সমালোচনা কেতিয়াবা পঢ়িলেও তাৰদ্বাৰা প্ৰভাৱান্বিত নহওঁ। সাধাৰণতেই মই আগতীয়াকৈ আনৰ সমালোচনা নপঢ়োঁ।

'জোনাকী' যুগৰপৰা প্ৰাক্‌স্বাধীনতা কাললৈকে অসমীয়া সমালোচক-সকলৰ ভিতৰত মই দুজনৰ নাম ল'ব পাৰোঁ : ড° বাণীকান্ত কাকতি আৰু ডিম্বেশ্বৰ নেওগ। পিছৰ সময় ছোৱাৰ সমলোচকসকলৰ ভিতৰত ড° বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, ৺ভবানন্দ দত্ত, শ্ৰীভবেন বৰুৱা আৰু ড° হীৰেন গোহাঁই।

মোৰ নিজৰ ৰচনাৰ ভিতৰত সময়ৰ আগপিছ অনুসৰি কিবা বিশেষ পৰিৱৰ্তন হৈছে বুলি ভবা নাই। অৱশ্যে বয়সৰ লগে লগে কিছু পৰিৱৰ্তন হ'ব পাৰে—সেই কথা মই নিজে বিশ্লেষণ কৰি চোৱা নাই।

মই কোনো এখন গ্ৰন্থ সমালোচনাৰ বাবে লওঁতে লেখকজনৰ অন্যান্য ৰচনা আৰু সমপৰ্যায়ৰ অন্যান্য লেখকৰ ৰচনাৰ কথা মনলৈ আনো ; কিন্তু তাৰদ্বাৰা সমালোচনা কৰিবলৈ লোৱা গ্ৰন্থখনত প্ৰভাৱ পৰিবলৈ নিদিওঁ।

সাহিত্য-সমালোচনাও এটা কলা। M. Murry কৈছে—"A good criticism is as much a work of art as a good poem." সমালোচনাই লেখকৰ ৰচনাক পাঠকৰ চকুৰ আগত স্পষ্ট কৰি তুলিব পাৰে, ৰচনাৰ সৌন্দৰ্য দাঙি ধৰিব পাৰে, ৰচনাৰ ত্ৰুটি-বিচ্যুতি-সম্পৰ্কে লেখকক সজাগ কৰিব পাৰে। সমালোচনাই সৃষ্টিশীল সাহিত্য-ৰচনাৰ মান উন্নয়নত বৰঙনি যোগাব পাৰে। আমাৰ ভাষাত এনে গঠন-মূলক আদৰ্শ সমালোচনাৰ অভাৱ আমি অনুভৱ কৰি আহিছোঁ।



## অতুলচন্দ্ৰ বৰুৱা

মই কবি নহওঁ, গল্পকাৰ নহওঁ, ঔপন্যাসিক নহওঁ; নাট্যকাৰো নহওঁ। নিজকে মই ক'ব পাৰোঁ সাহিত্য-প্ৰেমী বুলি। অসমীয়া সাহিত্যৰ প্ৰতি মোৰ অনুৰাগত অৱশ্যে কোনো কৃত্ৰিমতা নাই। সেই বাবেই মাজে-সময়ে অসমীয়া সাহিত্যৰ আলোচনাত প্ৰবৃত্ত হৈছোঁ। ইয়াৰ দ্বাৰা নিজকে মই সমালোচক বুলিও দাবী নকৰোঁ। প্ৰথমেই মই ক'ব লাগিব যে অধ্যাপনা নহয়, অধ্যয়নেহে আৰু অনুৰাগেহে মোক সাহিত্য-আলোচনালৈ আকৰ্ষণ কৰিছে।

অসমীয়া সাহিত্য-সমালোচকসকলৰ ভিতৰত মোৰ প্ৰিয় সমালোচক হ'ল ড° বাণীকান্ত কাকতি। তেখেতৰ সমালোচনা সৃষ্টিধৰ্মী ৰচনাৰদৰেই মোৰ বাবে আকৰ্ষণীয়। মই ভাবোঁ সমালোচক পৰাপক্ষত নৈৰ্ব্যক্তিক হ'ব লাগে। ব্যক্তিগত ভালপোৱা-বেয়াপোৱাৰ প্ৰশ্ন সমালোচনাত উঠিব নালাগে। সামগ্ৰিকভাৱে চকুৰ আগত বিষয়বস্তু লৈ বিশ্লেষণ কৰিবলৈ যত্নপৰ হ'ব লাগে।

সমালোচকৰ উদ্দেশ্য সৎ আৰু বহল হ'ব লাগে। পাঠকৰ ওচৰত বিষয়ৰ বিশ্লেষণ দাঙি ধৰা, বিষয়ৰ মূল ভাব আৰু উদ্দেশ্য ব্যাখ্যা কৰা, বিষয়ৰ দোষ-গুণ বিচাৰ কৰা, লেখকক উদগনি যোগোৱা আৰু লগতে লেখকৰ ভৱিষ্যত ৰচনাৰ বাবে দিক্ নিৰ্ণয়ত সহায় কৰা—এই আটাই কেওটা উদ্দেশ্য সমালোচকৰ চকুৰ আগত থাকিব লাগে।

সাহিত্যৰ প্ৰধান লক্ষ্য ৰসসৃষ্টি আৰু আনন্দদান দুয়োটাই। দুয়োটাৰ মাজত আচলতে মৌলিক পাৰ্থক্য নাই বুলিব পাৰি। সৃষ্টিশীল ৰচনাৰ উদ্দেশ্য যদি আনন্দ দান, সমালোচনাৰ উদ্দেশ্য সেই আনন্দ লাভৰ বাবে সহায় কৰা। অৱশ্যে কোনো সমালোচকেই এজন লেখকৰ ভাব, কল্পনা আৰু অনুভূতিক সম্যকভাৱে হৃদয়ংগম কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি।

লেখকসকল সামাজিকভাৱে দায়বদ্ধ হ'ব লাগে বুলি ভাবোঁ। সাহিত্যৰ আন এটা লক্ষ্যই হ'ল কল্যাণ-সাধন। কিন্তু যদি সমাজৰ কল্যাণ সাধন

কৰোঁ বুলিয়েই লিখিবলৈ লয়, তেনেলোকৰপৰা ভাল সৃষ্টিশীল ৰচনা পাবলৈ আশা কৰা টান।

সাহিত্যৰ ভাব, বিষয় আৰু ফৰ্মৰ ভিতৰত মই 'ভাব'ক বেছি গুৰুত্বপূৰ্ণ বুলি ভাবোঁ। কাৰণ ফৰ্মটো হ'ল প্ৰকাশৰ লগত সম্পৰ্কিত। ভাব আৰু বিষয়ৰ যি ৰূপ সেয়ে ফৰ্মটো নিৰূপণ কৰাত সহায় কৰে।

সাহিত্য-সমালোচনা পাঠক আৰু লেখক দুয়োৰে বাবে হ'ব লাগে যদিও মূলতঃ পাঠকৰ বাবেহে বুলি ভাবোঁ। ময়ো নিজে প্ৰথমে পাঠক, তাৰ পিছতহে আলোচক। পাঠকক বিষয় বুজাত সহায় কৰাত আৰু ৰসাস্বাদন কৰাত সমালোচনাই সহায় কৰিব পাৰিব লাগে। তাৰ বাবে ভাষা হ'ব লাগে স্পষ্ট, সৰল আৰু বৰ্ণনাধৰ্মী।

অসমীয়া ভাষাত সাহিত্য-সমালোচনাৰ পৰিভাষাৰ অভাৱ সদায় অনুভৱ কৰি আহিছোঁ। সংস্কৃত ভাষাক ভেটি কৰি, ভাৰতৰ, বিশেষকৈ হিন্দী আৰু বঙলা ভাষাৰপৰাও পৰিভাষা সংগ্ৰহ কৰি, ভালকৈ বিচাৰ-বিশ্লেষণ কৰি আমাৰ মানদণ্ডসম্পন্ন পৰিভাষা প্ৰস্তুত নকৰালৈকে এই অসুবিধা নাতৰে। তাৰ বাবে লেখক-সমালোচকসকল বহি আলোচনা কৰাৰ ব্যৱস্থা কৰিব লাগে।

মই লিখিবলৈ লওঁতে আন সমালোচকৰ লেখা পঢ়ি নলওঁ। মই মোৰ নিজা ভাব প্ৰকাশ কৰিবলৈহে সমালোচনাত প্ৰবৃত্ত হওঁ।

অসমীয়া ভাষাৰ সমালোচকসকলৰ ভিতৰত ড° কাকতিৰ কথা মই কৈ আহিছোঁ। তেখেতকেই মই আমাৰ ভিতৰৰ সফল সমালোচক বুলি ভাবোঁ। তেখেতৰ পিছতেই ডিম্বেশ্বৰ নেওগ আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ নাম ল'ব লাগিব। পিছৰ কালত ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, হীৰেন গোহাঁই—এই কেইজনে কম-বেছি পৰিমাণে সফলতা লাভ কৰিছে বুলি ভাবোঁ।

মই নিজে লিখা প্ৰবন্ধসমূহৰ লিখাৰ সময় অনুসৰি মান বা ধৰণ বিচাৰ কৰি চোৱা নাই। সময়ৰ আগ-পিছ অনুসৰি কিবা পৰিৱৰ্তন ঘটিছে নে নাই এতিয়াও মই অনুভৱ কৰিব পৰা নাই।

মই যিমান দূৰ পাৰোঁ আন লেখকৰ যদি কিবা ৰচনা থাকে আৰু যদি তাক ভাল পাওঁ তেনেহ'লে সেইবোৰ আনি মই পঢ়িবলৈ যত্ন কৰোঁ।



মোৰ ব্যক্তিগত মতামত স্পষ্টকৈ ক'বলৈ হ'লে এইটোৱেই যে পুৰণি আৰু নতুন এই দুটাৰ সংমিশ্ৰণত যি বস্তু হয় সেইটোক লৈ সমালোচনা কৰিবলৈ ল'লে ভাল হয়। আৰু সমালোচনা সদায় নৈৰ্ব্যক্তিক হ'ব লাগে। মই ভাবোঁ কাৰোবাৰ ৰচনা একেবাৰে ভাল নেপালে সেই বিষয়ে লিখিবলৈ নোলোৱাই ভাল।

কেতিয়াবা কোনো সমালোচকৰ সমালোচনাই লেখকক হতাশ কৰি তোলে। কাৰণ লেখকৰ দৃষ্টিভঙ্গী আৰু সমালোচকৰ দৃষ্টিভঙ্গী বহুতো ক্ষেত্ৰত পৃথক। তেনেকুৱা উদাহৰণ বহুতো আছে।

## ড° প্ৰফুল্ল কটকী

'একাডেমিক ডিচিপ্লিন' হিচাপে সমালোচনাৰ পৰিসৰ অতি বিস্তৃত। প্ৰাচীন আৰু আধুনিক য়ুৰোপীয় আৰু ভাৰতীয় সমালোচকসকলৰ কথা মনলৈ আনক। এৰিষ্টটলৰপৰা ধৰি [ আচলতে তাৰো আগলৈ যাব পাৰি ঃ হেছিয়ড্ ( Hesiod ), পিণ্ডাৰ ( Pindar ), টুচিডাইডিছ্ ( Thucidides ), ছক্ৰেটিছ ( Socrates ), আইছ'ক্ৰেটিছ ( Isocrates ) আৰু প্লেট'ৰ নাম আমি ল'ব পাৰোঁ। ] প্ৰাচীন গ্ৰীক আৰু ৰোমান সমালোচকসকল, সপ্তদশ শতিকাৰপৰা ধৰি যেতিয়ালৈকে প্ৰথিতযশা জাৰ্মান, ফৰাচী আৰু ইংৰাজ সমালোচকসকল আৰু আধুনিককালৰ আমেৰিকান সমালোচকসকল—এই সকলোৰে বহলাই আলোচনা কৰিবলৈ গ'লে এখন মহাভাৰতেই হ'ব। আৰু প্ৰাচ্যত, অৰ্থাৎ ভাৰতবৰ্ষত, ভৰতৰ দিনৰপৰা বা তাতোকৈ আগৰেপৰা, আমাৰ আলংকাৰিকসকল, আমাৰ টীকাকাৰসকল, ভাষ্যকাৰসকল, আৰু ৰবীন্দ্ৰনাথ, শ্ৰীঅৰবিন্দ আৰু প্ৰান্তীয় সাহিত্যৰ আধুনিক লব্ধপ্ৰতিষ্ঠ সমালোচকসকল, এইসকলৰ কথাও বিশদকৈ কোৱা সম্ভৱ নহয়। ইয়াৰপৰাই বিষয় হিচাপে সাহিত্য সমালোচনাৰ সুপ্ৰাচীনতা আৰু বিস্তীৰ্ণতাৰ আভাস পাব পাৰি। আকৌ চাওক, এইসকল সমালোচকৰ আলোচনা কৰা মানে সিবিলাকে থৈ যোৱা সমালোচনাৰ অধ্যয়নকে নুবুজায়; সিবিলাকৰ দ্বাৰা উল্লিখিত বা তেওঁলোকৰ সমসাময়িক সৃষ্টিশীল ৰচনাও এনে অধ্যয়নৰ অন্তৰ্গত হ'ব লাগিব। এই কাম এজনৰ জীৱনত সম্ভৱ নহয়।

প্ৰাচীন আৰু আধুনিক অতবোৰ সমালোচকৰ ভিতৰত কোনো এজনক আদৰ্শস্থানীয় ( perfect, ideal ) বুলি বাছি দিয়াৰ প্ৰশ্নটো আমাৰ বোধেৰে অবান্তৰ প্ৰশ্ন। কাৰণ জ্ঞান আৰু চিন্তাৰ অন্যান্য বিভাগৰদৰেই সাহিত্য-সমালোচনাও গতিশীল, আৰু ইয়াৰ ক্ৰমবৰ্ধন যুগে যুগে হৈ আহিছে। গতিকে আজি যাক আপুনি আদৰ্শ বুলি ল'ব, দেখিব কালিলৈ, নতুন সৃষ্টিৰ পৰিপ্ৰেক্ষিতত, বা সামাজিক ৰূপান্তৰৰ পৰিপ্ৰেক্ষিতত, তেওঁক আদৰ্শস্থানীয় বুলি গণ্য কৰা হোৱা নাই, বৰঞ্চ তেওঁ গড়লায়ক বুলিহে হয়তো পৰিগণিত হৈছে। এই বাবেই ক'ব পাৰি যে সমালোচকমাত্ৰেই একদেশিক, সাৰ্বকালিক নহয় ( part-timer, not a whole-timer )। আনকি, আজি দুহেজাৰ বছৰৰো অধিককাল অসংখ্য বাদ-বিতণ্ডাৰ সৃষ্টিকৰা 'পোয়েটিক্‌ছ' ( Poetics ) গ্ৰন্থৰ ৰচয়িতা এৰিষ্টটলকো আমি বিনা দ্বিধাই আমাৰ বাবে আদৰ্শ সমালোচক বুলি গণ্য কৰিব নোৱাৰোঁ ; কাৰণ তেওঁৰ যুগলৈকে তেওঁৰ দেশত যিবোৰ সাহিত্যৰ সৃষ্টি হৈছিল, সেইবোৰৰ ওপৰত ভিত্তি কৰিহে তেওঁৰ সমালোচনা ( বিশেষকৈ ট্ৰেজেডিৰ ওপৰত ) ৰচিত হৈছিল। সেইফালৰপৰা বিচাৰ কৰিলে দেখা যায় যে তেওঁৰ সমালোচনাও সীমাবদ্ধ। পিচে এটা কথা : মহৎ সমালোচক হিচাপে জগতৰ স্বীকৃতি লাভ কৰোঁতাসকলৰ সমালোচনাত ( এৰিষ্টটলৰ সমালোচনাত, বা ইংৰাজ সমালোচক ডঃ জনছনৰ সমালোচনাত ) এনে কিবা এটা গুণ থাকে যাৰ বাবে তেওঁলোকৰ সমালোচনা যুগোত্তীৰ্ণ হয়। এনে ৰচনাৰ পুনৰ আবিষ্কাৰে আমাক বাট দেখুৱাব পাৰে।

য়ুৰোপীয় সাহিত্য-সমালোচনাত বিশেষ বিশেষ পদ্ধতিগত ধাৰা বা স্কুল জনপ্ৰিয় হোৱা দেখা গৈছে, যেনে—ব্যৱস্থাবিধায়ী ( Legislative ) সমালোচনা, উপপত্তিমূলক ( Theoretical ) সমালোচনা, বৰ্ণনাত্মক ( Descriptive ) সমালোচনা, ঐতিহাসিক ( Historical ) সমালোচনা, নন্দনতাত্ত্বিক ( Aesthetic ) সমালোচনা, ইত্যাদি। এতিয়া আৰু নতুন নতুন ধাৰাৰ সৃষ্টি হৈছে। আমাৰ প্ৰাচীন সমালোচনাতো এনে ধাৰা-বিশেষ নথকা নহয়। আমাৰ ধ্বনিবাদ, ৰসবাদ আদিৰ কথা আমি এই-খিনিতে স্মৰণ কৰিব পাৰোঁ। কিন্তু কোনো পদ্ধতিয়েই স্বয়ংসম্পূৰ্ণ হ'ব নোৱাৰে। তদুপৰি সমালোচনাৰ পদ্ধতি যিয়েই নহওক লাগে, তাৰ



একমাত্ৰ উদ্দেশ্য হ'ল সাহিত্য-বিশেষৰ সত্যক আবিষ্কাৰ কৰাটোহে। সকলো ৰচনাৰ ক্ষেত্ৰতে সকলো পদ্ধতি সমানে প্ৰযোজ্য নহয়। বস্তুৰ গুণাগুণ বুজিবৰ বাবে আমি কিছুমান বস্তু সুঙি চাব লাগে, কিছুমান চেলেকি চাব লাগে, কিছুমান চুই চাব লাগে ইত্যাদি। ঘাই কথা হ'ল বুজাটোহে। যাক যিদৰে বুজিব লাগে, তাৰ বেলিকা সেই পদ্ধতি প্ৰয়োগ কৰাই বুদ্ধিমানৰ কাম। তাকে নকৰি, চেলেকি চাব লগা বস্তুটো চুই-চাই তাৰ গুণাগুণ নিৰ্ধাৰণ কৰিবলৈ গ'লে অজ্ঞতাহে প্ৰকাশ পায়। হৰেচৰ ( Horace ) অনুশাসন মনত ৰাখি শ্বেলী বা কীট্‌ছ্‌ৰ কবিতা বুজিবলৈ যোৱাটো পৰিতাপৰ কথা নহয়, পৰিহাসৰ কথাহে। সাহিত্য সমালোচনাৰ ঘাই উদ্দেশ্য কিনো বুলি আপোনালোকে সুধিব পাৰে : সেই বাবে ডঃ জনছনৰ কথাৰেই আমি আগতীয়াকৈ উত্তৰ দি থওঁ : "for the duty of criticism is to hold out the light of reason, whatever it may discover, and to promulgate the determinations of truth, whatever she shall dictate." ( ৰেম্‌ব্লাৰ : ৯৩ )। আমি ভাবোঁ যে মেথ্যু আৰ্নল্ড্‌ আৰু টি· এছ· ইলিয়টৰ দৰে সমালোচককো বিশেষকৈ প্ৰভাৱান্বিত কৰা ডঃ জনছনৰ কথা সবাৰো কথাতকৈ সাৰুৱা।

সমালোচকৰ ব্যক্তিগত ৰুচি-অভিৰুচিয়ে তেওঁৰ অভিমত প্ৰভাৱান্বিত কৰে সঁচা, কিন্তু যিজন প্ৰকৃত সমালোচক তেওঁ নিজৰ ভাল-লগা বেয়া-লগাৰ বা নিজৰ আদৰ্শানুগত্যৰ ওপৰলৈ উঠিব পাৰিব লাগিব ( মিল্টনৰ কবিতা সমালোচনা কৰোঁতে ডঃ জনছনে যিদৰে পাৰিছিল ), আৰু সত্যানুসন্ধিৎসাই তেওঁৰ সমালোচনা যুগপৎ নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰিব লাগিব, নহলে তেওঁৰ সমালোচনা যথাৰ্থ নহ'ব।

সমালোচক এজনে ঠিক কি কৰা উচিত বুলি প্ৰশ্ন কৰিলে আমি ক'ব লাগিব যে তেওঁৰ কৰ্তব্য একাধিক। পাঠকৰ আগত বিষয়-বিশেষৰ বিশদ বিৱৰণ দাঙি ধৰাই তেওঁৰ ঘাই কাম ( তুলনীয় ইলিয়ট : "Criticism must always profess an end in view, which······ appears to be the education of works of art and the correction of taste."—'সমালোচনাৰ উদ্দেশ্য' ১৯২৩ )। সমালোচক-

মাত্ৰৰে থাকিব লগীয়া এটা গুণ হ'ল গুণগ্ৰাহিতা, আৰু ইয়াৰ পৰিসৰ হ'ব লাগিব ব্যাপক। ইলিয়টৰ মতে, ভাল কবিতা এটাৰপৰা বেয়া কবিতা এটা পৃথক কৰিব পৰাৰ ক্ষমতা সমালোচকমাত্ৰৰে থাকিব লগীয়া ন্যূনতম ক্ষমতা, আৰু এটা ভাল নতুন কবিতা বিচাৰি উলিয়াবপৰাটোৱেই তেওঁৰ বাবে আটাইতকৈ কঠিন পৰীক্ষা ('কাব্য আৰু সমালোচনাৰ প্ৰয়োজনীয়তা' ১৯৩৫)। সাহিত্য-সমালোচক মাত্ৰেই, মহাপুৰুষ মাধৱদেৱৰ ভাষাত 'মধ্যম', কাৰণ তেওঁ 'গুণ/দোষ লৰে কৰিয়া বিচাৰ'। তেওঁ 'অধম' নহয়, কাৰণ কেৱল দোষ দেখুৱাই দিয়াটোৱেই তেওঁৰ উদ্দেশ্য হোৱা অনুচিত। আকৌ, তেওঁ 'উত্তম' নহয়, কাৰণ সাহিত্য-বিশেষৰ অকল গুণবোৰতে আবদ্ধ থাকিলে, আমি ওপৰত কৈ অহা বিষয়ৰ বিশদ বিশ্লেষণ তেওঁ কৰিব নোৱাৰে। এইবিষয়ে অৱশ্যে মতান্তৰৰ অৱকাশ আমি নুই নকৰোঁ। সমালোচকৰ পক্ষে 'উত্তমোত্তম' হোৱাটোও অসম্ভৱ, কাৰণ 'অল্প গুণ'ৰ 'বিস্তাৰ' কৰাটো সজকাম যদিও সাহিত্য-সমালোচকৰ কাম বুলি আমি নাভাবোঁ। যি ৰচনাত গুণৰহে আধিক্য তেনে ৰচনাতহে সমালোচকে হাত দিয়া উচিত; কাৰণ যিবোৰ ৰচনাত দোষৰ মাত্ৰা অধিক সেইবোৰ আপোনা-আপুনিয়েই পাহৰণিৰ অতল গৰ্ভত ডুব যাব। তেনেবোৰ ৰচনাক চুঁচি-মাজি, নিকা কৰি উলিওৱাৰ সকলো শ্ৰমেই পণ্ডশ্ৰমহে হ'ব।

এটা কথা এইখিনিতে প্ৰাসঙ্গিক ভাবি আমি উল্লেখ কৰিব খুজিছোঁ: সমালোচকে কোনো লেখকৰ ৰচনাৰ দোষ-ত্ৰুটিবোৰ এনেদৰেহে বিচাৰ কৰা যুগুত যাতে তাৰদ্বাৰা লেখকজনৰ বা আন লেখকৰ পিছলৈ উপকাৰ হয়। অকাৰণ আঁহফলাকে সমালোচনা কৰা বুলি বুজা অনুচিত।

সমালোচক এজনে কোনো লেখকৰ প্ৰকৃত ভাব, কল্পনা, অনুভূতি আদি চূড়ান্তভাৱে হৃদয়ঙ্গম কৰিব পাৰে নে নোৱাৰে সেইকথা সমালোচক-গৰাকীৰ যোগ্যতাৰ ওপৰত নিৰ্ভৰ কৰে। বিস্তৃত অধ্যয়ন, সত্যানুসন্ধিৎসা, দৃষ্টিভঙ্গীৰ উদাৰতা, ৰসগ্ৰাহিতা, সহানুভূতিশীলতা আৰু পৰিণত বিচাৰবুদ্ধি-সম্পন্ন সমালোচকে এনেভাৱে হৃদয়ঙ্গম কৰিব নোৱৰাৰ কাৰণ নাই। সাহিত্য-সমালোচনা এনে এটা বিষয়, য'ত, ক'ব পাৰি, দেৱতায়ো পদচালনা কৰিবলৈ কুণ্ঠাবোধ কৰে। গতিকে প্ৰকৃত অৰ্হতাসম্পন্নজনেহে



ইয়াত হাত দিয়া উচিত। আবোল-তাবোল গোৱাকে সমালোচনা বুলি প্ৰশ্ৰয় দিলে সৃষ্টিশীল সাহিত্যৰ অনিষ্টহে হয়। পিছে, কোনে কাক বাধা দিব?

বিষয়বস্তু হৃদয়ঙ্গম কৰাত পাঠকক সহায় কৰাটোৱেই সমালোচকৰ লক্ষ্য হোৱা উচিত। যি কথা দুৰ্বোধ্য, দ্ব্যৰ্থাত্মক বা ভাবৰূপক তাক বিশদকৈ আৰু পোনপটীয়াকৈ দেখুওৱাটো সমালোচকৰ কৰ্তব্য। ইয়াকে কৰোঁতে কেতিয়াবা বিষয়-বিশেষৰ লগত অন্য বিষয়ৰ তুলনা কৰাটোও আৱশ্যকীয় হৈ পৰে। তুলনাত্মক সাহিত্য সমালোচনা এই বাবে আজিকালি জনপ্ৰিয় হৈ উঠিছে। এনে সমালোচনাৰ সুন্দৰ নিদৰ্শন হ'ল বঙলা সাহিত্যত বুদ্ধদেব বসু মহাশয়ৰ 'মহাভাৰতৰ কথা' নামক আলোচনাটি। আমাৰ প্ৰাচীন টীকাকাৰ আৰু ভাষ্যকাৰসকলৰ আৰ্হি আমাৰ যুগৰো উপযোগী বুলি আমি বিশ্বাস কৰোঁ। সাম্প্ৰতিক কালত আমেৰিকাত জনপ্ৰিয় হোৱা নতুন সমালোচনাৰ (New criticism) কথা আমি ইয়াত আলোচনা কৰিব খোজা নাই।

সমালোচনাৰ ভাষা যথাযথভাৱে সংক্ষেপ, পোনপটীয়া, সহজে বুজিব পৰা আৰু ৰুচিসম্মত হোৱা উচিত। অনাৱশ্যকীয় উদ্ধতিৰে ই ভাৰাক্ৰান্ত হ'ব নালাগে, কাৰণ তেতিয়া সি পাঠকৰ বাবে বিৰক্তিজনক হয়।

২

অসমীয়া সাহিত্য-সমালোচনাৰ এটি বিশেষ অভাৱ আজিও দূৰ নহ'ল। ইয়াৰ সমালোচনাৰ উপযুক্ত পৰিভাষা এটা এতিয়াও গঢ় লৈ উঠা নাই। ইয়াৰ ঘাই কাৰণ এটা বিশেষ বিভাগহিচাপে আমাৰ সাহিত্যত সমালোচনাৰ অনুশীলন কৰা হোৱা নাই। এই ক্ষেত্ৰত আমি ঘাইকৈ সংস্কৃত সাহিত্য আৰু ইংৰাজী সাহিত্যৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। চালি-জাৰি ল'ব জানিলে খাচ অসমীয়া শব্দও কিছুমান নোলোৱাকৈ নাথাকিব।

কেইবা গৰাকীও যোগ্যলোকে অসমীয়া সাহিত্য সমালোচনাত হাত দিছে। সেইসকলৰ ভিতৰত সত্যনাথ, বাণীকান্ত, বিৰিঞ্চিকুমাৰ, ডিম্বেশ্বৰ নেওগ, পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, ত্ৰৈলোক্যনাথ গোস্বামী, হেম বৰুৱা,

তীৰ্থনাথ শৰ্মা, অতুল বৰুৱা, মহেশ্বৰ নেওগ, মুনীন বৰকটকী আৰু সত্যেন্দ্ৰনাথ শৰ্মাৰ নাম উল্লেখযোগ্য। পিছে ত্ৰৈলোক্যনাথ গোস্বামীৰ বাহিৰে এইসকলৰ আন কোনো এজনেও একেৰাহে সাহিত্য-সমালোচনাত লাগি থকা নাই, আজৰি পৰৰ বন হিচাপেহে ইয়াক লৈছে। কিন্তু তেওঁলোকে যি লিখিছে, বা লিখি থৈ গৈছে, সি নিঃসন্দেহে উচ্চমান বিশিষ্ট। ত্ৰৈলোক্যনাথ গোস্বামীৰ 'সাহিত্য কলা আৰু তাৰ বিচাৰ' ( মিত্ৰ এজেন্সী, ১৯৭২ ) নামৰ গ্ৰন্থখন অসমীয়া সাহিত্য-সমালোচনালৈ উল্লেখযোগ্য অৱদান। এনে এখন গ্ৰন্থ যি-কোনো ভাষা-সাহিত্যৰে গৌৰৱৰ বিষয় হ'ব পাৰে।

যোৱা কেইবছৰমানত কেইজনমান নতুন লেখকে সাহিত্য-সমালোচনাত হাত দিছে। কিন্তু এওঁলোকৰ ৰচনাৰ সৰহভাগেই পাণ্ডিত্যাভিমান আৰু ব্যক্তিগত আক্ৰোশেৰে ভাৰাক্ৰান্ত। এওঁলোকৰ দৃষ্টিভঙ্গী এতিয়াও স্পষ্ট হৈ উঠা নাই। এওঁলোকৰ ৰচনাবোৰ দীঘল দীঘল উদ্ধৃতিৰে ভৰা; ভাষাও সৰল আৰু পোনপটীয়া নহয়। বহুতো সময়ত বিষয়বস্তু উপেক্ষা কৰি, তেওঁলোক অন্য প্ৰসঙ্গৰ অৱতাৰণা কৰে, আৰু তাতেই মনোনিৱেশ কৰে। এওঁলোক সংকীৰ্ণ গোষ্ঠীবদ্ধতাৰপৰাও মুক্ত নহয়। নিজৰ ঐতিহ্য-পৰম্পৰাৰ প্ৰতিও এওঁলোক সজাগ নহয়। সাময়িক উত্তেজনা সৃষ্টি কৰাৰ বাহিৰে এনেবোৰ সমালোচনাই সাহিত্যৰ কিবা উপকাৰ সাধে বুলি আমি ক'ব নোৱাৰোঁ। অসমীয়া সাহিত্যৰ বাবে ই সুখৰ লক্ষণ নহয়। বৰ্তমান সময়ত ভালে-বেয়াই অনেক ৰচনা ওলাইছে, পাঠকৰ সংখ্যাও বাঢ়িছে; কিন্তু প্ৰকৃত গুণবিশিষ্ট সাহিত্যৰ সৃষ্টি আমাৰ সাহিত্যত এতিয়াও খুব কম। এনে সময়ত আমাৰ প্ৰয়োজন হৈছে উচ্চ মান-বিশিষ্ট সমালোচনাৰ। এনে সমালোচনাই সৃষ্টিধৰ্মী লেখকক দিক্ নিৰ্দেশ কৰিব পাৰিব লাগিব। আমাৰ সাম্প্ৰতিক সাহিত্যত সেয়ে হৈছে বুলি ডাঠি ক'ব নোৱাৰোঁ। পাঠকৰ ৰুচিবোধ উন্নত কৰাতো সমালোচকৰ দায়িত্ব আছে। মহৎ সাহিত্যৰ সমালোচনাৰ দ্বাৰা এনে কাৰ্য সম্ভৱপৰ হয়। উচ্চ মানৰ সাহিত্য-সমালোচনা হ'ব লাগিলে মহৎ সাহিত্যৰ সমালোচনা আমাক লাগিবই। দেশ-বিদেশৰ, আধুনিক আৰু প্ৰাচীন, মহৎ সাহিত্য-কৃতিৰ বিশদ আলোচনা আমাৰ সাহিত্যত হোৱা নাই। ফলত আমাৰ সমালোচনা সীমাবদ্ধ আৰু



সংকীৰ্ণ হৈ ৰৈছে। যি সকলে লিখিবলৈ লৈছে তেওঁলোকে লিখি থাকক। কিন্তু তেওঁলোকক বাট পোনাই দিবলৈ আমাক মুকলি মনৰ যোগ্য সমালোচকৰ নিতান্তই প্ৰয়োজন হৈছে।

## হেমন্তকুমাৰ শৰ্মা

সঞ্চালক ডাঙৰীয়া আৰু শিবিৰৰ লেখকসকল, মই মাত্ৰ কেইখনমানহে কিতাপ লিখিছোঁ। মোৰ অধ্যয়নো বৰ বেছি পূৰ্ঠ বুলি ভাবিব পৰা নাই। এই লেখক-শিবিৰৰ আটাইকেইদিনৰ সভাত উপস্থিত থাকি মোৰ উপকাৰ হৈছে আৰু মোৰ কিছু ভুল ধাৰণাও ভাগিছে। ভাল সাহিত্য ৰচনা কৰিবলৈ বিস্তৃত অধ্যয়নৰ দৰকাৰ। সকলো ভাষাৰে সাহিত্য অধ্যয়ন কৰিব নোৱাৰিলেও অন্ততঃ বাছকবনীয়া ৰচনাৰ লগত পৰিচয় স্থাপন কৰা দৰকাৰ। মই যি দুই এখন কিতাপ পঢ়িছোঁ তাৰ একোটা মাত্ৰ আলোচনাহে মই লিখিছোঁ। আৰু যিখিনি লিখিছোঁ সেইখিনিও ছাত্ৰসকলক পঢ়াওঁতে হোৱা প্ৰয়োজনৰ প্ৰতি দৃষ্টি ৰাখি লিখা। পুৰণি আৰু আধুনিক দুয়ো পৰ্যায়ৰ সাহিত্যৰ লগত ছাত্ৰক পৰিচয় কৰাবলৈ দুয়ো পৰ্যায়ৰ সমালোচনা-সাহিত্যৰ লগতো পৰিচয় স্থাপন কৰি ল'ব লগীয়া হয়।

বিৰিঞ্চিকুমাৰ বৰুৱাৰ ৰচনা মই ভাল পাওঁ। তেখেতৰ লিখাৰপৰা মই কিছু প্ৰেৰণা পাইছোঁ। মই যদিও দুই এখন কিতাপ লিখিছোঁ তথাপি লেখক হিচাপে চিনাকি দিবলৈ মোৰ ভয় হয়। কাৰণ, মই আগতে কৈছোঁ যে অধ্যয়ন মোৰ নিচেই কম।

মোৰ প্ৰিয় সাহিত্য-সমালোচকসকলৰ ভিতৰত বাণীকান্ত কাকতি, ত্ৰৈলোক্য গোস্বামী, অতুল বৰুৱা আৰু ড° মহেশ্বৰ নেওগ।

সমালোচকৰ উদ্দেশ্য হ'ব লাগে পাঠকৰ সমুখত বিষয়বস্তুৰ অন্তৰ্নিহিত ভাব দাঙি ধৰা, গুণ-দোষ বিচাৰ কৰা আৰু লেখকক উদ্গনি যোগোৱা। সমালোচকসকল নিৰপেক্ষ হ'ব লাগে। কোনো কোনো সমালোচকে সাহিত্যিকসকলৰ কেৱল দোষ উত্থাপন কৰি বেয়াকৈ সমালোচনা কৰে। এনে একদেশদৰ্শী সমালোচনাই লেখক আৰু পাঠক দুয়োৰে ক্ষতিহে কৰে।

সাহিত্যৰ প্ৰধান উদ্দেশ্য ৰস সৃষ্টিৰ মাজেদি আনন্দ দান কৰাটোকে মই প্ৰধান কথা বুলি ভাবোঁ।

লেখকসকল সামাজিকভাবে দায়বদ্ধ হ'ব লাগে বুলি মই ভাবোঁ।

মই ভাবোঁ যে সাহিত্যৰ ভাব, বিষয় আৰু ফৰ্মৰ ভিতৰত ভাব আৰু বিষয় প্ৰধান কথা। কাৰণ ভাবেই যদি নাথাকে বিষয়বস্তুক গঢ়ি তোলাৰ অৱলম্বনেই নাথাকিব।

ময়ো এজন পাঠক আৰু সমালোচনা পাঠকৰ বাবে বুলি ভাবোঁ। পাঠকসকলে যদি তাৰপৰা এটা অনুপ্ৰেৰণা পায় বা বিষয় বুজিব আৰু ৰসাস্বাদন কৰিব পাৰে, তেতিয়া হলেহে লেখা সাৰ্থক হয়।

সমালোচকৰ ভাষা সৰল হ'ব লাগে। কাৰণ ভাষা যদি জটিল হৈ পৰে, তাৰ ফলত সি দ্ব্যৰ্থক আৰু অস্পষ্ট হ'বলৈ বাধ্য হ'ব।

অসমীয়া ভাষাত সাহিত্য সমালোচনাৰ পৰিভাষাৰ অভাৱ অনুভৱ কৰিছোঁ। অৱশ্যে এই অভাৱটো ব্যক্তিগতভাৱে দূৰ কৰা টান। বিশ্ববিদ্যালয়ৰ তৰফৰপৰা বা সাহিত্যসভাৰ তৰফৰপৰা সমূহীয়াভাৱে চেষ্টা চলালে কৃতকাৰ্য হ'ব পৰা যায় বুলি বিশ্বাস।

মই কোনো পুথি সমালোচনা কৰিবলৈ লওঁতে, সেই পুথি সম্পৰ্কে আন লেখকৰ সমালোচনা পঢ়ি নলওঁ।

আমাৰ আধুনিক সাহিত্যৰ আগৰ ছোৱা সময়ত তেনেকৈ সমালোচনাৰ কিতাপ ওলোৱা নাছিল। তাৰ পাছতহে ড° কাকতি, ত্ৰৈলোক্য গোস্বামী, ডিম্বেশ্বৰ নেওগ, এইসকল লোকে সমালোচনা কাৰ্যত হাত দিছে। এখেতসকলক আমাৰ সমালোচকৰ ভিতৰত সফল সমালোচক বুলিব পাৰি।

# সাহিত্য-সৃষ্টি আৰু ৰাজকীয় পৃষ্ঠপোষকতা

## চন্দ্ৰপ্ৰসাদ শইকীয়া

শ্ৰদ্ধাভাজন সভাপতি ডাঙৰীয়া আৰু সুধীবৃন্দ, মোক মঞ্চলৈ মাতিছে যেতিয়া খুব কম সময়ৰ ভিতৰতে যিখিনি পাৰোঁ সেইখিনি আপোনালোকৰ আগত দাঙি ধৰিম। তাত হয়তো বহুত কথা নুঠিবও পাৰে।

সাহিত্যিকসকল পৃথিৱীৰ একমাত্ৰ বনুৱা বা কৰ্মী যিসকলে কাৰো সহায় নোলোৱাকৈ সাহিত্য সৃষ্টি কৰে। সাহিত্যিকসকল বন্ধনমুক্ত হ'ব লাগিব। কোনো সাহিত্য-সভাই সাহিত্যিক সৃষ্টি কৰিব নোৱাৰে; জন্মগত প্ৰতিভা এটা থাকিব লাগিব।

সামন্ত যুগৰ ৰজাসকলে তেওঁলোকৰ সভালৈ একোজন কবি সাহিত্যিক মতাই আনি ৰাজ-ভঁৰালৰপৰা খৰচ দি সাহিত্য চৰ্চা কৰিবলৈ দিছিল। আৰু তেওঁক সকলো প্ৰকাৰৰ বন্ধনৰপৰা মুক্ত কৰি ৰাখিছিল।

কিন্তু আমাৰ দেশত আজি গণতন্ত্ৰ চলিছে। এই গণতন্ত্ৰৰ যুগতো মানুহে নিজৰ পেটৰ ভাত-মুঠিৰ কাৰণে চিন্তা কৰিব লগীয়া হৈছে। তেওঁলোক সংসাৰৰ নানা চিন্তা-ভাৱনাৰদ্বাৰা পীড়িত হৈ পৰিছে। গতিকে এনেকুৱা এটা পৰিৱেশত কোনো সাহিত্যিকে ভাল সাহিত্যৰ সৃষ্টি কৰিব নোৱাৰে।

বিক্ৰমাদিত্য ৰজাই তেওঁৰ ৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ কবিজনৰ লগতে আন আন বহুতো পণ্ডিতক ৰাখি সাহিত্য চৰ্চা কৰিবলৈ দিছিল; আৰু তাৰ ফলতে বিভিন্ন ধৰণৰ সাহিত্যৰ সৃষ্টি হৈছিল। আৰু সেই পণ্ডিতসকলক যদি তেনেকৈ ৰাজসভালৈ মাতি নি বন্ধনমুক্ত কৰি চিন্তা-চৰ্চা কৰিবলৈ দিয়া নহ'লহেঁতেন তেতিয়াহ'লে তেওঁলোকৰ নিজৰ জীৱিকাৰ বাবে চিন্তা কৰোঁতে জীৱনৰ গোটেইখিনি সময় পাৰ হৈ গ'লহেঁতেন।

সেইকাৰণে মই ক'ব খোজোঁ যে আগৰ কালত সাহিত্য-সৃষ্টিত ৰাজকীয় পৃষ্ঠপোষকতাই প্ৰধান ভূমিকা লৈছিল—এই কথা অনেক পৰিমাণে সত্য।

মই এজন ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা পোৱা লেখকৰ কথা উল্লেখ কৰিছোঁ। এইজন হ'ল ডঃ জনছন্। তেওঁ দৰিদ্ৰতাৰ মাজত জন্মগ্ৰহণ কৰিছিল আৰু বন্ধু-বান্ধৱৰ ঘৰত থাকি সাহিত্য সৃষ্টি কৰিবলৈ লৈছিল। কিন্তু

তৃতীয় জৰ্জ যেতিয়া সিংহাসনলৈ আহিল, জনছনৰ কথা যেতিয়া শুনিবলৈ পালে যে এই মানুহজনৰ মাজত যথেষ্ট প্ৰতিভা আছে, তেতিয়া তেওঁক ৩০০ পাউণ্ড পেনছন এটা দি তেওঁৰ সৃষ্টিশীল মনোভাৱক জগাই তুলিবলৈ যত্ন কৰিলে। কিন্তু যেতিয়া তেওঁ জীৱিকাৰ কাৰণে চিন্তা কৰিব লগীয়া নোহোৱা হ'ল তেতিয়া তেওঁৰ লিখনি বন্ধ হৈ গ'ল আৰু ১০ বছৰলৈকে তেওঁ মৌন হৈ বহি থাকিল। তাৰ পিছত ৰজাই তেওঁক ৰাজদণ্ড বিহিলে আৰু তেতিয়া অন্ধকূপত অকলে বহি জীৱনৰ শেষ ডোখৰত লিখিবলৈ আৰম্ভ কৰিছিল।

সেইকাৰণে কিছুমান ক্ষেত্ৰত দেখা যায় যে ৰাজকীয় পৃষ্ঠপোষকতাই সাহিত্য সৃষ্টিত বৰঙনি নোযোগাই ধ্বংসহে কৰে। আনক আনন্দ দিবৰ বাবে যদি সাহিত্য বা কবিতা সৃষ্টি কৰা হয় তেনেহলে সি সাহিত্য হ'ব নোৱাৰে। কিন্তু প্ৰশ্ন হ'ল পৃষ্ঠপোষকতা গ্ৰহণ কৰিব লাগে নে নালাগে। মোৰ বিশ্বাস যে প্ৰকৃত সাহিত্যিক বা প্ৰকৃত কবি হ'ব লাগিলে কাৰো পৃষ্ঠপোষকতা গ্ৰহণ কৰিব নালাগে। মই ভাবোঁ, কোনো লোক যদি সৃজনী শক্তিসম্পন্ন হয়, বিখ্যাত লিখক হয়, তেতিয়া হ'লে কোনো ৰাষ্ট্ৰৰ নিৰ্দেশ মতে সাহিত্য ৰচনা কৰাটো উচিত নহয়। সৃষ্টিৰ কাৰ্যত সহায় নালাগে; তেওঁ নিজৰ প্ৰতিভাৰে সৃষ্টি কৰি যাব।

## বিশ্বনাৰায়ণ শাস্ত্ৰী

শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, সঞ্চালক ডাঙৰীয়া, লেখকসকল আৰু সুধীবৃন্দ, অসম সাহিত্য সভাই এই লেখক-শিবিৰৰ আয়োজন কৰাৰ বাবে উদ্যোক্তাসকলক আন্তৰিক ধন্যবাদ জনাইছোঁ। সাহিত্য সভাৰ বিভিন্ন কাম চলি আছে যদিও এনে ধৰণৰ শিবিৰৰ আয়োজন এয়ে প্ৰথম। আটাইকেওদিনৰ সভাত উপস্থিত থাকিব নোৱাৰিলেও যি অনুভৱ কৰিছোঁ এই শিবিৰৰ আলোচনা যথেষ্ট ফলপ্ৰদ হৈছে।

সাহিত্য সৃষ্টিত ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতাই কেনে ধৰণৰ অৰিহণা যোগাব পাৰে সেই বিষয়ে আজি আলোচনা হৈছে। বিষয়টো বিতৰ্কমূলক। আমাৰ প্ৰাচীন সাহিত্যৰ ফালে চকু দিলে—কবিসকলে পোৱা ৰাজকীয় পৃষ্ঠপোষকতাৰ কথা মনলৈ আহে। পৃষ্ঠপোষকতাই কবিসকলক নিশ্চিন্ত



মনে কাব্যসাধনাত মনোনিৱেশ কৰিবলৈ সুবিধা দিয়ে। আমাৰ মাধৱ কন্দলিয়ে মহামাণিক্য ৰজাৰ আৰু মহাপুৰুষ শ্ৰীশংকৰদেৱে নৰনাৰায়ণ ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰাৰ কথালৈও আঙুলিয়াব পাৰোঁ। সাহিত্য-সংগীত আদি শিল্পত ৰাজকীয় পৃষ্ঠপোষকতাৰ এনে বৰঙনি অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু এনে পৃষ্ঠপোষকতাই কবি-শিল্পীসকলৰ সৃষ্টিৰ স্বাধীনতাক খৰ্ব কৰাৰ আশংকা সদায় আছিল। সেই বাবে পুৰণি কবিসকলে ৰজাৰ প্ৰশস্তি কাব্যৰ মাজত সন্নিৱেশ কৰি কৃতজ্ঞতা স্বীকাৰ কৰিব লগীয়া হৈছিল।

এতিয়া ৰজাৰ দিন নাই, ৰাইজৰ দিন। চৰকাৰ যদি যথাৰ্থতেই ৰাইজৰ চৰকাৰ হয়, ৰাইজৰ অন্যান্য আশা-আকাংক্ষাৰ লগতে সাহিত্যিক আৰু সাংস্কৃতিক আকাংক্ষাৰ বাবেও পৃষ্ঠপোষকতা দান কৰাটো উচিত। অৱশ্যে এই পৃষ্ঠপোষকতা সৰ্তহীন হ'লেহে লেখকসকলৰ স্বাধীনতা ৰক্ষা পৰিব। এই কথাও অৱশ্যে সঁচা যে—যেনে ধৰণৰ ৰচনাই সমাজৰ অপকাৰ কৰাৰ আশংকা থাকে, তেনে ৰচনাৰ লেখকক পৃষ্ঠপোষকতা দান কৰাটোও দুই পক্ষৰ বাবেই ক্ষতিকাৰক হ'ব পাৰে। উদাহৰণস্বৰূপে যৌন আবেদনমূলক ৰচনালৈ আঙুলিয়াই দিব পাৰি।

সৃষ্টি-কাৰ্য স্ৰষ্টাৰ অকলশৰীয়া কামহে। কোনেও এইক্ষেত্ৰত সহায় কৰি দিব নোৱাৰে। ৰাষ্ট্ৰই হওক বা কোনো সংঘ বা সভাই হওক সাহিত্য সৃষ্টিৰ বাবে অনুকূল পৰিৱেশ তৈয়াৰ কৰাৰ চেষ্টা কৰিব পাৰে; সেই সাহিত্যৰ প্ৰচাৰ আৰু প্ৰকাৰত অৰিহণা যোগাব পাৰে। কিন্তু এনে পৃষ্ঠপোষকতাই সেই ৰাষ্ট্ৰ বা সংঘ বা সভাৰ নীতি-প্ৰচাৰৰ বাবে লেখকৰ ওপৰত হেঁচা দিব নালাগিব। আগৰ ৰাজকীয় পৃষ্ঠপোষকতা পোৱা কবিয়ে প্ৰশস্তি ৰচনাৰ কৰাৰ দৰে আজিৰ লেখকেও প্ৰশস্তি ৰচনা কৰিব লগীয়া হোৱাটো লেখকৰ ব্যক্তিসত্তা আৰু সৃষ্টিশীল ৰচনাৰ বাবে কল্যাণজনক কথা নহ'ব।

মই ভাবোঁ—আমাৰ গণতান্ত্ৰিক দেশৰ চৰকাৰে লেখক-শিল্পীসকলক পৰোক্ষে হ'লেও পৃষ্ঠপোষকতা দান কৰিব লাগে যাতে দেশত উপযুক্ত সাংস্কৃতিক বতৰ সৃষ্টি হয়। লেখকসকলেও মুকলি মনেৰে, স্বতন্ত্ৰভাৱে সৃষ্টিকাৰ্যত আত্মনিয়োগ কৰিবলৈ কোনো প্ৰকাৰ অসুবিধা নাপালেহে স্বাভাৱিক আৰু মহৎ সাহিত্যৰ সৃষ্টি সম্ভৱ হ'ব পাৰে।

৮ম খণ্ড

## প্ৰথম লেখক-শিবিৰৰ সামৰণী অধিবেশন

সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগৰ ভাষণ

স্মৃতি-গ্ৰন্থ উন্মোচিকা নলিনীবালা দেৱীৰ ভাষণ

মুখ্য অতিথি শৰৎচন্দ্ৰ সিংহৰ ভাষণ

সভাপতি গিৰিধৰ শৰ্মাৰ ভাষণ

## সঞ্চালকৰ ভাষণ

ড° মহেশ্বৰ নেওগ

[ অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত প্ৰথম লেখক-শিৱিৰৰ সাদিনৰ আলোচনা-
চক্ৰসমূহৰ সঞ্চালনৰ দায়িত্ব গ্ৰহণ কৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহৰু
অধ্যাপক, প্ৰথিতযশা পণ্ডিত, ডক্টৰ মহেশ্বৰ নেওগ ডাঙৰীয়াই। তেখেতে প্ৰতিদিনৰ
আলোচনাৰ অন্তত দান কৰা ভাষণসমূহ বেলেগে বেলেগে গ্ৰন্থত সন্নিবিষ্ট নকৰি সামৰণী
ভাষণৰ লগতে সংলগ্ন কৰি দিয়া হৈছে। ]

### অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা

মাননীয় লেখক বন্ধুসকল আৰু সমবেত শ্ৰোতামণ্ডলী, অসম সাহিত্য
সভাই আয়োজন কৰা প্ৰথম লেখক শিৱিৰৰ প্ৰথম দিনটোত অসমৰ থলুৱা
ভাষাসমূহৰ অৱস্থা আৰু সমস্যা-সম্পৰ্কে আলোচনা হ'ল আৰু দিনটোৰ
অন্তত মোৰ ভাব হৈছে এই দিনটো আমাৰ সকলোৰে বাবেই এটা স্মৰণীয়
দিন হ'ব। কাৰণ, এই প্ৰথম বাৰৰবাবে অসমৰ থলুৱা গোটসমূহৰ ভাষাৰ
আমি ৰাজহুৱা খা-খবৰ লবলৈ পালোঁ। দুই-একে কাণে কাণে কৈছে—
থলুৱা ভাষা নুবুলি জনজাতীয় ভাষা বোলা হ'লে কি বেলেগ কথা হ'ল-
হেঁতেন ; আৰু মূল আৰু থলুৱা শব্দ দুটাৰ পৃথকতা কি ? হয়, অসমীয়া
ভাষাও থলুৱা ভাষা, জনজাতীয় ভাষাসমূহো থলুৱা ভাষা। কিন্তু অসমীয়া
ভাষা হ'ল জনজাতীয়-অজনজাতীয় আমাৰ সকলোৰে উমৈহতীয়া ভাষা ;
জনজাতীয় ভাষাসমূহ হ'ল থলুৱা জনজাতীয় গোটসমূহৰ মাজত সীমাবদ্ধ
হৈ থকা ভাষা। গতিকে অসমীয়া ভাষাই অসমৰ প্ৰধান বা মূল ভাষা
সেই সম্পৰ্কে বোধকৰোঁ আমাৰ সন্দেহ থাকিব নোৱাৰে। 'থলুৱা ভাষা'
শব্দেৰে থলুৱা গোটসমূহৰ ভাষাক বুজাবলৈ যত্ন কৰা হৈছে। জনজাতীয়
বুলি নকৈ 'থলুৱা' বোলাত আমাৰ সকলোৰে বাবে সেই সেই ভাষা আপোন
যেন হৈ পৰিছে।

আজিৰ আলোচনাত অংশগ্ৰহণ কৰা অনেকেই কৈছে যে অসম সাহিত্য
সভাৰ এই প্ৰচেষ্টা বৰ ভাল হৈছে। আক্ষেপো কৰিছে যে এই যত্ন পলমকৈ

কৰা হৈছে, আগতেই কৰিব লাগিছিল। কিন্তু, আগতে নগেন শইকীয়াৰ দৰে এজনক আমি সভাৰ প্ৰধান সম্পাদক হিচাপে পোৱা নাছিলোঁ। ক'বলৈ গলে, এই লেখক-শিবিৰৰ কল্পনা-পৰিকল্পনা সকলো তেখেতৰ। গতিকে প্ৰধান সম্পাদকজন আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ।

আজিৰ আলোচনাত বড়ো, কাৰ্বি, মিচিং, ৰাভা, টিৱা আদি আমাৰ থলুৱা ভাষাসমূহৰ প্ৰতিনিধিস্থানীয় বক্তাই নিজৰ নিজৰ ভাষাৰ অৱস্থা আৰু সমস্যা-সম্পৰ্কে কৰা আলোচনাৰপৰা এটা কথা প্ৰতীয়মান হৈছে যে—আমাৰ মাজত নিজৰ নিজৰ ভাষা-সম্পৰ্কে এটা জাগৰণ আহিছে। আমি একেলগে বহি আলোচনা কৰিব পৰাৰ বাবে ভুল বুজা-বুজিৰ সম্ভাৱনা দূৰ হ'ব বুলি আমি আশা কৰিব পৰা হৈছোঁ। বড়ো ভাষাৰ প্ৰতিনিধিসকলে মুকলিকৈ কৈছে যে—"আমি বড়ো ভাষা-সাহিত্যৰ উন্নতি বিচাৰোঁ ; আমি এখন উদয়াচল নিবিচাৰোঁ।" এই কথাষাৰ বিশেষ প্ৰণিধানযোগ্য বুলি আমি ভাবোঁ। কাৰণ, বহুতৰ মনত বড়ো সাহিত্য সভা আৰু পি.টি.চি.ৰ সত্তা একেটাই—এনে এটা ধাৰণা থাকিব পাৰে। বড়ো সাহিত্যসভাৰ প্ৰতিনিধিসকলে সেই ভুল ধাৰণা ভঙাত সহায় কৰিলে। মই সদায় অনুভৱ কৰি আহিছোঁ যে আমাৰ যিসকল থলুৱা জনজাতীয় লোক আছে, ভৈয়ামতে হওক বা পাহাৰতে হওক—তেখেতসকলৰ হৃদয় বৰ উদাৰ, বৰ মহৎ, বৰ সৰল। আমি সেই হৃদয়ক বুজাৰ যত্ন কৰিব লাগে, সেই হৃদয়ক আমাৰ হৃদয়ৰ লগত অভিন্ন কৰি ল'ব লাগে। এই ক্ষেত্ৰত মূল অসমীয়া ভাষা কোৱাসকলৰ দায়িত্বই বেছি। ইমান দিনে আমি আমাৰ থলুৱা লোক-সকলৰ সম্পৰ্কে যেনেভাৱে কাম কৰিব লাগিছিল, কৰিব পৰা নাই। তাৰ কাৰণ, প্ৰধান সম্পাদকে কোৱাৰ দৰে আমি অসমীয়া ভাষাৰ স্বাৰ্থ আৰু মৰ্যাদা প্ৰতিষ্ঠাতে আত্মনিয়োগ কৰি আহিব লগীয়া হৈছে। অসম সাহিত্য সভাৰ ডিফুত বহা কাৰ্য-নিৰ্বাহক সমিতিয়ে কাৰ্বি ভাষাৰ উন্নয়নৰ এখন আঁচনি লৈছে আৰু বড়ো, কাৰ্বি, মিচিং, ডিমাছা, টিৱা, ৰাভা, গাৰো আদি আমাৰ লোকসকলৰ জীৱন আৰু সংস্কৃতিৰ পৰিচয়মূলক গ্ৰন্থ প্ৰকাশৰ বাবে আঁচনি লৈছে। এই সিদ্ধান্ত প্ৰশংসনীয় বুলি ক'বই লাগিব। আমি কেতিয়াও ভবা উচিত নহয়—বড়ো বা কাৰ্বি বা মিচিং বা ৰাভা ভাষাৰ উন্নতি হ'লে অসমীয়া ভাষাৰ অপকাৰ হ'ব। বৰং ভৱেন নাৰ্জিদেৱে



কোৱাৰ দৰে—এখন ফুলনিত একেবিধৰ ফুল থকাতকৈ বহুবৰ্ণৰ ফুল থাকিলেহে বেছি ধুনীয়া হয়। কিন্তু এই ভাষাৰ ফুলনিখনৰ ফুলগছবোৰৰ আপদাল কৰোঁতে যাতে কাৰো অপকাৰ নহয় তালৈও চাব লাগে। তদুপৰি ভাষা চৰ্চা হ'ল এটা বিজ্ঞান। যিসকলে ভাষাৰ চৰ্চা কৰে, সিসকলে এই বিজ্ঞানটো জানি-বুজি ল'ব লাগিব।

বড়োভাষাৰ প্ৰতিনিধিসকলে ভাষাৰ সম্পৰ্কত কোৱা কথাখিনিও আমি বিজ্ঞান-সন্মতভাৱে চাব লাগিব। তেখেতসকলে বড়ো ভাষাৰ শব্দসম্ভাৰ সম্পৰ্কে যিটো সংখ্যা দিছে, সেই সংখ্যাত বড়ো মূলোদ্ভৱ বুলি ভবা সকলো ভাষাৰ শব্দ সন্নিবিষ্ট কৰা হৈছে—এই কথাই প্ৰতীয়মান হৈছে। তেনেকৈ চাবলৈ গ'লে—অসমীয়া বা বঙলা ভাষাও যিহেতু সংস্কৃত মূলোদ্ভৱ, গতিকে সংস্কৃত মূলোদ্ভৱ সকলো ভাষাৰ শব্দ গোটাই অসমীয়া বা বঙলা ভাষাৰ শব্দসম্ভাৰ বুলি দেখুৱাব পাৰিব লাগিছিল। কিন্তু সেইটো অবৈজ্ঞানিক কথা হ'ব। প্ৰয়োগৰ দিশৰপৰাহে শব্দসংখ্যা নিৰূপণ কৰিব লাগিব ; গতিকে তাৰ বাবে যিটোক আমি ফিল্ডৱৰ্ক বা ক্ষেত্ৰ-অধ্যয়ন বুলি কওঁ, তেনে প্ৰচেষ্টা লাগিব। বড়ো সাহিত্যসভাৰ সম্পাদকে 'হেমকোষ'ত জাতিবাচক শব্দবোৰ হীনজ্ঞান কৰি ব্যৱহাৰ কৰা হৈছে বুলি আৰু শ্ৰীমন্ত শংকৰদেৱে "কাটি মাৰি ম্লেছক কৰিবা বুন্দামাৰ" বুলি ম্লেছ অৰ্থে মেছক বুজোৱা বুলি এটা ভ্ৰান্ত ব্যাখ্যা কৰিছে। 'হেমকোষ'ৰ ৰচনা উনবিংশ শতিকাৰ। তাৰ পিছত বিংশ শতিকাত অসম সাহিত্যসভাই প্ৰকাশ কৰা 'চন্দ্ৰকান্ত অভিধান'ত তেনে ব্যাখ্যা নাই— সেই কথাও তেখেতে ভাবি চাব বুলি আশা কৰিলোঁ। শংকৰদেৱৰ ৰচনাত 'ম্লেছ' শব্দই ধৰ্ম-ব্যভিচাৰৰ প্ৰতি দিয়া সকিয়নিক ভুল বুজাতো পৰিতাপৰ কথা হ'ব।

আলোচনা প্ৰসংগত জনজাতীয় ভাষাৰ বাবে ৰোমান-লিপি ব্যৱহাৰৰ কথাও উঠিছে আৰু এই ক্ষেত্ৰত আমাৰ এগৰাকী নমস্য পণ্ডিত ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতৰ কথা উল্লেখ কৰা হৈছে। কিন্তু মন কৰিব লগীয়া কথা—তেখেতৰ এই মত নিজৰ ৰাজ্যতেই গৃহীত বা সমাদৃত হ'ব পৰা নাই আৰু হোৱাৰ আশাও নাই। কাৰণ লিপিৰ লগত একোটা সংস্কৃতিৰ প্ৰাণৰ সম্পৰ্ক আছে। এই সম্পৰ্ক ধ্বনি-বিজ্ঞান আৰু লিপি-বিজ্ঞানৰ ভেটিত প্ৰতিষ্ঠিত। আমি হয়তো সময়ৰ অগ্ৰগতিৰ লগে লগে

তাৰ কিছু প্ৰয়োজনীয় সাল-সলনি ঘটাই আগবাঢ়িব পাৰোঁ ; তাৰ আমূল পৰিৱৰ্তন সাধন কৰিব নোৱাৰোঁ। গতিকে লিপি গ্ৰহণৰ বিষয়টো সম্পূৰ্ণভাৱে বিদ্যাভিত্তিক বিচাৰৰ দ্বাৰাহে নিৰ্ণীত হ'ব লাগিব। মোৰ যি ভাব হৈছে, মূল অসমীয়া ভাষাভাষীৰ প্ৰতি এটা বিৰূপ মনোভাৱ কিবা কাৰণত গঢ়ি উঠাৰ ফলস্বৰূপেই অসমীয়া-বাংলা লিপি এৰি ৰোমান লিপি গ্ৰহণৰ ইচ্ছা যদি হৈছে, আমাৰ সকলোৰে কৰ্তব্য হ'ব তেনে বিৰূপ মনোভাৱ নিৰ্মূল কৰিবলৈ যত্ন কৰা। বড়োভাষীসকলৰ ভিতৰত দুই একে ক'বলৈ প্ৰয়াস কৰিছে—অসম চৰকাৰে, অসমীয়া মানুহে আমাক সুযোগৰপৰা বঞ্চিত কৰিছে ; আগৰ যি ট্ৰাইবেল্ ব্লক আছিল সেইবোৰ ভাগি-ছিগি নোহোৱা হ'ল আৰু তাত গৈ অন্য মানুহে মাটি দখল কৰি বহিলগৈ ইত্যাদি। ইয়াৰ দ্বাৰা এইটো প্ৰতীয়মান হয় যে—তেওঁলোকৰ যিটো সমস্যা, সি মূলতঃ অৰ্থনৈতিক সমস্যা। তেওঁলোকৰ মাজত মাটি নোহোৱা মানুহৰ সংখ্যা বাঢ়ি গৈছে, অভাৱ-অনাটন বৃদ্ধি পাইছে। কিন্তু আপোনালোকে যদি সমস্যাটো বহলভাৱে চায় দেখিব—তেওঁলোকৰ যি সমস্যা সেইটো আমাৰো দৰিদ্ৰ গাঁৱৰ মানুহৰ সমস্যা। গতিকে এই সমস্যা সম্প্ৰদায়-ভেদে বেলেগকৈ নাচাই আমাৰ সকলোৰে উমৈহতীয়া সমস্যাস্বৰূপে চাব পাৰিলেহে সমস্যা-সমাধানৰ বাট ওলাব বুলি আশা কৰিব পাৰি।

ইয়াৰ লগত ভাষা বা লিপিৰ সমস্যাক জড়িত নকৰাই সকলো ফালৰপৰা শ্ৰেয়। প্ৰমোদচন্দ্ৰ ব্ৰহ্মদেৱে আমাৰ উচ্চাৰণ-বিভ্ৰাটৰ কথা ক'বলৈ গৈ সতীশ, সুৰেন আদি শব্দৰ 'স'ৰ উচ্চাৰণ 'চ'ৰ দৰে হোৱা দেখুৱাইছে। এইটো আমাৰ বাবে ডাঙৰ সমস্যা বুলি নাভাবোঁ। দুটা কাৰণত এনে উচ্চাৰণ হৈছে বা হ'ব পাৰে। প্ৰথম কথা—এই শব্দবোৰ সংস্কৃতমূলোদ্ভৱ, দ্বিতীয় কথা—এই নামবোৰ বঙলাৰপৰা অসমীয়ালৈ সোমাইছেহি। সকলো জীৱন্ত ভাষাই গতিশীল হ'বই লাগিব আৰু এই গতিৰ মাজত অনেক নতুন নতুন কথা সোমাব। তেনে নতুন কথাক নিজৰ ভাষাৰ সাঁচত মাৰি ল'ব পাৰিলেই সমস্যাৰ সমাধান হয়। গতিশীল ভাষা অবিৰতভাৱে এনে সমস্যাৰ সন্মুখীন হৈ গৈ থাকিব লাগিব।

আৰু এটা অভিযোগ ব্ৰহ্মদেৱে কৰিছে যে—অসমীয়া স্নাতকোত্তৰ পাঠ্যক্ৰমত বড়োভাষা শিকোৱা নহয়। কিন্তু ইংৰাজী আদি বিদেশী



ভাষাৰ কিতাপ হ'লে আছে। আপোনালোকে জানে যে অসমীয়া ভাষাতত্ত্ব অধ্যয়ন কৰোঁতে আমাৰ বড়ো আদি ভাষাৰপৰা 'ওলোৱা শব্দবোৰৰ বিজ্ঞানসন্মত অধ্যয়ন কৰিব লাগে। তদুপৰি বিশ্ববিদ্যালয়ে আমাৰ এই থলুৱা ভাষাসমূহৰ বিজ্ঞানসন্মত গৱেষণাতো উদ্‌গনি দি আহিছে। আমাৰ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ থিচিচৰ বিষয়ে আপোনালোক সকলোৱে জানে। ইংৰাজী ভাষাৰ পুথি-পত্ৰ অধ্যয়ন আমি কৰিবই লাগিব ; ইংৰাজী ভাষাৰ তত্ত্ব জানিবলৈ নহয়, সাহিত্য জানিবলৈ। গতিকে ইংৰাজীৰ লগত বাকী ভাষাৰ তুলনা কৰাৰ প্ৰশ্ন নুঠে।

সি যি কি নহওক—আমি পুৱা ৮ বজাৰপৰাই এই গধূলিকৈ একেলগে বহিলোঁ, আমাৰ ভাবৰ আদান-প্ৰদান কৰিলোঁ আৰু অনেক সমস্যাৰ বিষয়ে জানিলোঁ। যি সকল লোকে এই আলোচনাত অংশ গ্ৰহণ কৰি মুকলিকৈ নিজৰ ভাব প্ৰকাশ কৰিলেহি সেই সকলোলৈকে আমি অন্তৰৰপৰা ধন্যবাদ জনাইছোঁ। আজিৰ দিনটোৱে আলোচনাই আমাক ভৱিষ্যতৰ বাবে সজাগ কৰি দিছে আৰু অনেক উপকাৰ সাধিছে।

[ ২৭ ডিচেম্বৰ '৭৩ ]

## যোৱা পঁচিশ বছৰৰ অসমীয়া কবিত

আমি আজিৰ দিনটোত যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতাৰ সম্পৰ্কে প্ৰতিনিধি স্থানীয় কেইগৰাকীমান কবি আৰু কাব্য-সমালোচকৰ আলোচনা শুনিলোঁ। আমাৰ বৰ্তমানৰ কবিতাক কোনোৱে আধুনিক, কোনোৱে নতুন আৰু কোনোৱে সাম্প্ৰতিক আখ্যা দিছে। এই তিনিওটা শব্দৰে অৰ্থ আপেক্ষিক। আমাৰ এই নতুন কবিতাৰ জন্মই পঁচিশ পাৰ হৈ ত্ৰিশেই পালেগৈ বুলিব পাৰি। যুদ্ধোত্তৰ বা স্বাধীনতালাভৰ উত্তৰকালৰ আমাৰ সাংস্কৃতিক জীৱনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাৰ সময়ছোৱাক বোধ কৰোঁ গুৰুত্বপূৰ্ণ বুলিয়েই ক'ব লাগিব। সেইফালৰপৰা 'পঁচিশ বছৰ' আখ্যাটো খাপখোৱা হৈছে বুলিব পাৰি।

এই সময়ছোৱাত বিকাশ লাভ কৰা আমাৰ কবিতাই এতিয়া পূৰ্ণতা লাভ কৰিছে। উত্তৰ-চল্লিশৰ নতুন 'জয়ন্তী'য়ে আমাৰ ভাষাত আধুনিক প্ৰগতিশীল কাব্যধাৰাৰ প্ৰৱৰ্তন কৰিলে আৰু তাৰ পিছত উত্তৰ-পঞ্চাশত

আমাৰ কবিতাৰ মাজত বিশ্বৰূপ-দৰ্শন সম্ভৱ হৈ উঠিল। আমাৰ ইয়াত প্ৰতিষ্ঠালাভ কৰাৰ আগতে নতুন কবিতাই বঙলা ভাষাত জীৱনানন্দ, বুদ্ধদেৱ প্ৰমুখ্যে কবিসকলৰ হাতত প্ৰতিষ্ঠালাভ কৰিছে। উত্তৰ-চল্লিশতে পাউণ্ড্, ইলিয়ট্, হুইট্‌মেন্, বোড্‌লেয়াৰ, ৰিল্কে, লৰ্কা, অডেন্, ডাইলান্ টমাছ্, মায়াক'ভস্কি, নেৰুদা, নাজিম হিকমত্, খলিন জিব্ৰাঁ আদি দেশ-বিদেশৰ বিভিন্ন কাব্যাদৰ্শ আৰু কাব্যৰীতিৰ সাধকসকলৰ ৰচনাৰ লগত ঘটা পৰিচয়েই আমাৰ সাহিত্যতো নতুন কবিতাৰ জন্মৰ ইতিহাস ৰচনা কৰিলে। মাৰ্ক্সীয় দৰ্শন, ফ্ৰয়ডীয় দৰ্শন, অস্তিত্ববাদী দৰ্শন, ছুৰৰিয়েলিজম্ আদি অনেক 'বাদ'-প্ৰতিবাদৰ লগত আমাৰ পৰিচয় ঘটিল। কিন্তু কেৱল পৰিচয়েই নতুন কবিতাৰ জন্ম দিব পৰা নাছিল। তাৰ বাবে জাগতিক ঘটনাবলী আৰু মানসিক পটভূমিৰ পৰিবৰ্তনো সমানেই দায়ী।

আজিৰ কবিতা সমস্যাবহুল জীৱনৰ লগত জড়িত। এতিয়া ইচ্ছা কৰিলেও যতীন দুৱৰাৰ দৰে কবিতাৰ ৰচনাৰীতি আৰু গ্ৰহণীয় হৈ থকা নাই। পূৰ্বসূৰীসকলৰ কবিতাৰ সোৱাদ লওঁতে আমি মনেৰে সেই সময়ত বাস কৰি ল'ব পাৰিলেহে জুতি পাম। এতিয়া জীৱনৰ জটিল প্ৰশ্ন-বিলাকেই কবিতা হ'বলৈ ধৰিলে। আজিৰ কবিৰ মানসিক দিগন্ত অনেক গুণে বহল আৰু জটিল। আগৰ সৰল মন আমি হেৰুৱাই পেলাইছোঁ। অৰ্থঘন, বুদ্ধিদীপ্ত ৰচনাৰে আমাৰ কবিয়ে আধুনিক জীৱনৰ সাক্ষ্য বহন কৰিবলৈ সমৰ্থ হৈছে। নৱকান্ত বৰুৱা, নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্যৰ দৰে কবিক আমাৰ বৰ্তমানৰ কবি বুলি আমি গৌৰৱ কৰি পৰিচয় কৰাই দিব পৰা হৈছেঁ।

অধ্যাপক হীৰেন দত্তই তেখেতৰ সুলিখিত প্ৰবন্ধত যোৱা পঁচিশ বছৰৰ কিছু শ্ৰেষ্ঠ কবিতাৰ লগত আমাক পৰিচয় কৰাই দিছে। তদুপৰি আজিৰ আলোচনাত যি কেইগৰাকী কবিয়ে তেখেতসকলৰ ৰচনা-সম্পৰ্কে আমাক জানিবলৈ দিছে, সেই কেইগৰাকীকো ধন্যবাদ জনাব লাগিব। নিজৰ ৰচনাৰ বিষয়ে, নিজৰ দৃষ্টিভংগিৰ বিষয়ে, সাধনাৰ বিষয়ে কবিসকলৰ নিজৰ মুখৰপৰা জানিবলৈ পোৱাটো এটা ডাঙৰ সুযোগ।

এফালে মাৰ্ক্সীয় দৰ্শন আৰু আনফালে পাশ্চাত্য কাব্যৰীতি, এফালে ভাৰতীয় পৰম্পৰা, আনহাতে আমাৰ বৰ্তমান জীৱন—এই সকলো উপাদান



নতুন ৰূপত ধৰা দিছেহি। বোধকৰোঁ আমাৰ বৰ্তমানৰ কবিতাৰ সম্বন্ধি সম্পৰ্কে আমি দ্বিমত হ'ব লগীয়া অৱস্থা আৰু নাই। বহুতেই নতুন কবিতাৰ জটিলতা সম্পৰ্কে প্ৰশ্ন তোলে। এই জটিলতা কবিতাই জীৱনৰপৰাই আহৰণ কৰিছে। বৌদ্ধিক ৰূপৰ গভীৰতাৰ ফলত কবিতাই তাৰ পুৰণি সহজ সুৰ ত্যাগ কৰিলেও এনে নহয় যে—কবিতা কবিতা হ'বলৈ এৰিলে। কবিতাৰ পাঠকেও কবিতা বুজিবৰ বাবে চৰ্চা কৰাৰ প্ৰয়োজন হৈ পৰিছে ; এই কথাও অৱশ্যে সমানেই সত্য যে দুৰ্বোধ্যতাই তাৰ একমাত্ৰ লক্ষণ হ'ব নোৱাৰে।

আমি আশা কৰিছোঁ আমাৰ কবিসকলে নিজৰ কবিতাৰ বিষয়ে কোৱা কথাই সিকলৰ কবিতা বুজাত আৰু বেছি সহায় কৰিব।

[২৮ ডিচেম্বৰ '৭৩]

## যোৱা পঁচিশ বছৰৰ অসমীয়া চুটি গল্প ঃ

আমাৰ বহুতেই দাবী কৰে যে আধুনিক অসমীয়া কবিতা আৰু চুটি গল্প কোনোটোৱেই গুণগতভাৱে পিছ পৰি থকা নাই। আমাৰ কবিতা আৰু গল্পই যিকোনো দেশৰ তেনে পৰ্যায়ৰ ৰচনাৰ লগত ফেৰ মাৰিব পৰা হৈছে। কবিতাৰ বিষয়ে হীৰেন দত্তৰ প্ৰবন্ধৰ দৰে গল্পৰ বিষয়েও শ্ৰীযুত মুনীন বৰকটকী ডাঙৰীয়াৰপৰা তেনে এটি প্ৰবন্ধ পোৱা হ'লে আমি ভাল পালোঁহেতেন। তথাপি তেখেতে গল্পৰ ধাৰাৰ এটি চমু আভাস দিছে।

আমাৰ চুটি গল্পই আৱাহন যুগতেই ব্যাপ্তি লাভ কৰে। কিন্তু আধুনিক গল্পই আৱাহনৰ যুগ অতিক্ৰম কৰি নতুন পৰিসৰতা লাভ কৰিছে। আৱাহনৰ যুগত ত্ৰৈভুজিক প্ৰেমেই প্ৰধান বিষয়বস্তু স্বৰূপে স্থান লাভ কৰিছিল। আন বিষয়কো সামৰিছিল যদিও ই আছিল প্ৰধান। এতিয়া দেখিবলৈ পাইছোঁ কাহিনী কোৱাৰ প্ৰৱণতা থাকিলেও—মনোদ্বন্দ্বৰ ওপৰত, মনোবিকলনৰ ওৰপত অথবা অৱচেতনৰ ওপৰত আমাৰ লেখকসকলে গুৰুত্ব দিছে। কামু বা জয়চ্ৰ দৰে গল্পকাৰ নাথাকিলেও চেতনাস্ৰোতত নিৰ্ভৰ কৰি গল্প লিখা লেখক আমাৰ ওলাইছে। জীৱনৰ যিবোৰ কথাক ক্ষুদ্ৰ বুলি ভবা হৈছিল, যিবোৰ বিষয়ক গল্পৰ বিষয় হ'ব পৰাৰ অৰ্হতা থকা

বুলি ভাবিব পৰা নগৈছিল তেনে কথা, তেনে বিষয়বস্তুক লৈ গল্প লিখা হৈছে; আৰু ভাল গল্পকে লিখা হৈছে। অসমীয়া গল্পই এটা নিজস্ব সৌন্দর্য আহৰণ কৰি ল'বলৈ সমৰ্থ হৈছে। আনহাতে গতানুগতিকভাৱে কাহিনী বৰ্ণনা কৰা লেখক যে নাই এনে নহয়। কিন্তু তেওঁলোকৰ মৌলিক আৰু স্থায়ী বৰঙনি প্ৰায় নোহোৱাৰ দৰে।

আমাৰ গল্পত বাওঁপন্থী ৰাজনৈতিক দৰ্শনৰ প্ৰভাৱো পৰিছেহি। তাৰ আৰম্ভণি লক্ষ্মীধৰ শৰ্মাতে অস্পষ্টভাৱে। কিন্তু লক্ষ্মীধৰ শৰ্মাৰ কৃতিত্ব নতুন সকলে দেখুৱাব পাৰিছে বুলি ভবাটো কঠিন হৈয়েই আছে। তথাপি এটা ঢৌ আহিছে,—বাস্তৱ বাদৰ ঢৌ; যি সকল নতুন লেখক ওলাই আহিছে তেওঁলোকক ৰচনা-নৈপুণ্যৰ মাজেৰেই আমাৰ সমৃদ্ধি আহিব বুলি আমি আশা কৰাত বোধকৰোঁ বাধা নাই।

[২৯ ডিচেম্বৰ '৭৩]

### যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস ঃ

গল্প-সম্পৰ্কীয় আলোচনাৰ সামৰণিত কৈছিলোঁ—আমাৰ সাহিত্যলৈ বাস্তৱবাদৰ ঢৌ এটা আহিছে। উপন্যাসৰ আলোচনাৰ বেলা সেইকথা বোধকৰোঁ আমি বেছি গুৰুত্ব দি ক'ব পৰা হৈছোঁ। মালিক, বীৰেন ভট্টাচাৰ্যৰ দৰে আমাৰ ভাল ঔপন্যাসিকসকলে কোৱা কথাৰ উপৰিও ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস-সম্পৰ্কে এটি নাতিদীৰ্ঘ আলোচনা দাঙি ধৰি এই সময়ছোৱাৰ আমাৰ উপন্যাসৰ গতি-প্ৰকৃতি বুজাত সহায় কৰিছে।

আমি আমাৰ ঔপন্যাসিকসকলৰ আলোচনাৰপৰা অন্ততঃ এটা কথা অনুভৱ কৰিছোঁ যে—তেখেতসকলে জীৱনক কাষৰপৰা চাবলৈ আৰু জীৱনৰ যিটো সামগ্ৰিক ৰূপ সেই ৰূপক উপন্যাসৰ মাজত প্ৰকাশ কৰিবলৈ যত্নপৰ হৈছে। অসমীয়া উপন্যাসৰ নাম ল'লেই ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ নাম ল'ব লগীয়া হয়। ড° বৰুৱাৰ উপন্যাসত জীৱনৰ এনে সামগ্ৰিক বাস্তৱ ৰূপৰ কলাৰূপ আমি পাইছোঁ। আমাৰ উপন্যাসৰ ব্যাপ্তিৰ সময়ো যুদ্ধৰ পিছৰপৰাহে ক্ৰমান্বয়ে আৰম্ভ হৈছে। এতিয়া হয়তো আমাৰ উপন্যাসে নতুন পৰিসৰ, নতুন ব্যাপ্তি বিচাৰিছে। উপন্যাসৰ



বাবে বিভিন্ন বৰণৰ কেনভাছ আমাৰ সমাজ-জীৱনত আছে। তাৰ প্ৰতি আমাৰ লেখকসকলৰ দৃষ্টি আকৰ্ষিত হ'ব বুলিও আমি আশা কৰিব পাৰোঁ। ৰজনীকান্ত বৰদলৈয়ে আমাৰ মিচিং সমাজক পটভূমিস্বৰূপে লৈ লিখা 'মিৰিজীয়ৰী'ৰ পিছত তেনেধৰণৰ নতুন উপন্যাস লিখা হোৱা নাই। নগা জীৱনক লৈ লিখা হৈছে; লুম্মেৰ দাইএ আদি জীৱনক লৈ লিখিছে। কিন্তু আৰু অনেক জীৱনেই আছে। আমাৰ চাহ-বাগিচাক লৈ লিখা উপন্যাসো ড° বৰুৱাৰ সেউজীপাতৰ কাহিনীৰ বাহিৰে দ্বিতীয়খনলৈ আঙুলিয়াই দিবলৈ নাই।

আৰু এটা বিশেষ গুণৰ অৱশ্যে আৱশ্যক। সেই গুণ হ'ল—জীৱন-বোধ। বহুতেই জীৱন-দৰ্শন বুলিও ক'ব খোজে। বিশেষ বোধ নহ'লে জীৱনক চোৱা আৰু ৰূপ দিয়াৰ যত্নই সাৰ্থকতা লাভ কৰা টান হয়। আমাৰ ঔপন্যাসিকসকলৰ এই গুণ নথকা নহয়। আমাৰ উপন্যাস সাহিত্যই আমাৰ ঔপন্যাসিকসকলৰ ওচৰত দৃষ্টিৰ ব্যাপ্তি আৰু গভীৰতা দুয়োটা ভিক্ষা কৰিছে। ভিক্ষা-পাত্ৰ পূৰ্ণ কৰিবলৈ সিসকল আন্তৰিকভাৱে আগবাঢ়ি আহিলেই হ'ল।

[৩০ ডিচেম্বৰ '৭৩]

### যোৱা পঁচিশ বছৰৰ অসমীয়া নাটক ঃ

নাটক-সম্পৰ্কে আলোচনা কৰোঁতে আমি এবছাৰ্ড্ নাটক নো কি সেই লৈ যথেষ্ট সময় আলাপ কৰিলোঁ। অসমীয়া ভাষাত অৰুণ শৰ্মাই এই ধাৰাৰ পৰীক্ষা-নিৰীক্ষা কৰিছে আৰু তেখেত আজি যথেষ্ট প্ৰশ্নৰো সন্মুখীন হৈছে। একালে এপিক থিয়েটাৰ, আনফালে এবছাৰ্ড্ থিয়েটাৰ—এই দুই নাট্য-প্ৰৱাহ শক্তিশালী হৈ উঠিছে। এবছাৰ্ড্ থিয়েটাৰৰ লগত পাশ্চাত্যত ন কৈ গঢ় লৈ উঠা ছুৰ্‌ৰিয়েলিজম্, এক্সিছ্‌টেন্‌চিয়েলিজম্ আদি শিল্প-দৰ্শনৰ সম্পৰ্কৰ কথাও উঠিছে। আমাৰ দেশৰ মাটিৰ বাবে ইয়াৰ উপযোগিতা বিচাৰৰ কথাও আছে। ই পশ্চিমত গঢ় লৈ উঠা আধুনিক ভংগিৰ, আধুনিক চিন্তাৰ, আধুনিক কাৰিকৰৰ বস্তু।

অসমীয়া নাট্য-সাহিত্য, বিশেষকৈ প্ৰাচীন নাট্য-সাহিত্য যথেষ্ট চহকী বুলিব পাৰি। উদ্ধাৰ কৰি ছপা কৰা আমাৰ পুৰণি নাটকতকৈ সত্ৰই-

নামঘৰে, গাঁৱে-ভূঞে সিঁচৰতি হৈ থকা নাটকৰ সংখ্যা অনেক বেছি। এই সকলোবিলাক যে মানসম্পন্ন—সেই কথাও বুলিব নোৱাৰি। কিন্তু এই নাটকবিলাকেই আমাৰ জাতীয় জীৱনত নাট্য-সাহিত্য আৰু নাট্য-কলাক প্ৰৱহমান কৰি ৰাখি আহিছে। 'জোনাকী'ৰ কালৰপৰা ওলাবলৈ ধৰা ছপা নাটকৰ আহিঁ পশ্চিমৰ। নগৰীয়া জীৱনৰ মাজতে এনে নাটকৰ প্ৰভাৱ বেছি। এতিয়া আকৌ আমাৰ ৰত্ন ওজাই উল্লেখ কৰি যোৱা 'বাটৰ নাট'ৰো প্ৰচলন হৈছে। এই সকলোবোৰ ধাৰাই একো একোটা ঢৌৰ দৰে আহি আছে। কিন্তু আমি যে জ্যোতিপ্ৰসাদৰ দিনৰপৰাই ক্ৰমাৎ বাস্তৱমুখী হ'বলৈ আৰম্ভ কৰিছোঁ সেইবিষয়ে বোধকৰোঁ দ্বিমত হ'ব লগীয়া নহ'ব। তথাপি সাহিত্য হিচাপে নাটক পঢ়া আৰু অভিনয়ৰ যোগে নাটক চোৱাৰ মাজত পাৰ্থক্য আছে। আমাক যিদৰে মঞ্চসফল নাটক লাগে, তেনেকৈয়ে আমাক সাহিত্যস্বৰূপে শ্ৰেষ্ঠ বুলি ক'ব পৰা নাটকো লাগে। দুলাল ৰয়ে অসমীয়া নাটক-সম্পৰ্কে তোলা প্ৰশ্নও বিচাৰ কৰি চাব লগীয়া। সত্যপ্ৰসাদ বৰুৱা প্ৰমুখ্যে যিসকলে আলোচনাত অংশ লৈ আধুনিক অসমীয়া নাটকৰ গতি-প্ৰকৃতি সম্পৰ্কে মতামত দাঙি ধৰিলে, আমি সেইসকলোলৈকে ধন্যবাদ জনালোঁ।

[ ৩১ ডিচেম্বৰ '৭৩ ]

### সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য ঃ

আমি আজি আগবেলাটো সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য সম্পৰ্কে আলোচনা কৰিলোঁ। যোৱা কেইদিনৰ আলোচনাৰপৰা এটা কথা প্ৰতীয়মান হৈছে যে আমাৰ কবিতা, গল্প, উপন্যাস আৰু নাটকতো নতুন পৰীক্ষা-নিৰীক্ষা কৰা হৈছে আৰু এনে পৰীক্ষা-নিৰীক্ষাত আমাৰ সাহিত্যৰ অনেক অংশই উত্তীৰ্ণও হৈছে। কিন্তু আমাৰ আধুনিক সাহিত্য-সমালোচনাই এটা বিশেষ পৰ্যায় অতিক্ৰম কৰিছে বুলি আমি ডাঠি ক'ব পৰা নাই। তদুপৰি আমাৰ সমালোচকসকলৰ দৃষ্টি অতীতৰ প্ৰতিহে বেছিকৈ আকৰ্ষিত। তাৰ কাৰণো আমি বিচাৰিব লাগে। এটা প্ৰধান কাৰণ হ'ব পাৰে—সমকালীন সাহিত্যক বিচাৰ কৰাৰ জটিলতালৈ সোমোৱাৰ অনীহা। বহুসময়ত সমকালীন সাহিত্য-সমালোচনা অস্পষ্ট। আনহাতে



আমাৰ মাজত দুটা বিশেষ ধাৰাৰ প্ৰচলন হ'বৰো উপক্ৰম ঘটিছে। এটা হ'ল মাৰ্ক্সীয় ধাৰা বা সমাজতাত্ত্বিক ধাৰা, আনটো হ'ল নন্দনতাত্ত্বিক ধাৰা। আজিৰ পৃথিৱীত মানুহে মানুহৰ সামাজিক অস্তিত্ব, দায়িত্ব আৰু কৰ্তব্যৰ ফালে সজাগ দৃষ্টিৰে চাইছে। সেই বাবেই শিল্পী-সাহিত্যিকৰ সামাজিক দায়বদ্ধতাৰ প্ৰশ্নও সমালোচক হিচাপে অনেকৰ বাবেই লুকাচ্, লিৱিচতকৈ আপোন হৈ উঠিছে। তৎসত্বেও সমালোচকে এটা বহল দৃষ্টিৰে বিষয় বিচাৰ কৰাৰ ক্ষমতা আহৰণ কৰিব পাৰিলেহে স্পষ্ট ৰূপ এটা আমি পোৱাৰ আশা কৰিব পাৰোঁ। উপন্যাস বোলক, গল্প বোলক, নাটক বোলক—সকলো মানুহক লৈয়েই হৈছে। লেখকে কোন কেইটা দিশৰ ৰূপদান কৰিব খুজিছে—আৰু সেই ৰূপায়ন কিমান স্বাভাৱিক, কিমান সাৰ্থক হৈ উঠিছে—সমালোচকে সেইকথা আমাক ক'ব পাৰিব লাগিব।

আমাৰ সমালোচনা-সাহিত্যই বাঞ্ছিত লক্ষ্য পাইছে বুলি ভাবিব পৰা নাই। ড° কাকতিৰ পিছত আমি আৰু এজন নতুন কাকতিক আবিষ্কাৰ কৰিব পৰা নাই। ত্ৰৈলোক্যনাথ গোস্বামী, ডিম্বেশ্বৰ নেওগ আদিৰ নামো ল'ব লাগে। কিন্তু তেখেতসকলৰ মাজত বিষয়ৰ ব্যাখ্যাত্মক মনোভাৱৰ প্ৰৱণতা বেছি যেন লাগে।

অধ্যয়ন, অভিজ্ঞতা, বহুল দৃষ্টিভংগি আৰু পৰিপক্ক মন—এই সকলো গুণেৰে বিভূষিত সমালোচকৰ আবিৰ্ভাৱলৈ আমি এতিয়াও বাট চাই আছোঁ।

[ ১ জানুয়াৰী '৭৪ ]

### সামৰণী ভাষণ ঃ

মাননীয় সভাপতি ডাঙৰীয়া, লেখক-শিবিৰৰ লেখক বন্ধুসকল আৰু সমবেত ৰাইজ, যোৱা ২৬ ডিচেম্বৰৰপৰা আজি নতুন বছৰৰ প্ৰথম দিনটোলৈকে প্ৰতিদিনে প্ৰায় বাৰ ঘণ্টাকৈ বহি আমি যিখিনি কাম কৰিলোঁ তাৰ আজি সামৰণি পাইছে। প্ৰথম লেখক-শিবিৰৰ কাৰ্যসূচীৰহে সামৰণি পৰিছে, আমি এই শিবিৰত গোট খাই পতা কথা-বতৰাৰ কিন্তু আৰম্ভনিহে হৈছে।

মই আগতেই কৈছোঁ, লেখক-শিবিৰৰ আঁচনি আৰু ৰূপায়নৰ পৰিকল্পনা বৰ প্ৰশংসনীয়। আমি অনেক লোক গোট খাই সাদিন জুৰি ভাবৰ

আদান-প্ৰদান কৰিব পাৰিলোঁ, পৰস্পৰে পৰস্পৰক বুজাৰ সুযোগ পালোঁ। এনে সুযোগ আমাৰ লেখকসকলে আগতে পোৱা নাছিল। দুটা বিষয়ত এই শিবিৰ বৈশিষ্ট্যপূৰ্ণ হৈছে; আমাৰ থলুৱা বিভিন্ন ভাষাগোটৰ প্ৰতিনিধিসকলক লৈ সেই সেই ভাষাৰ সমস্যা আলোচনাৰ বাবে ঠাই ৰখাটো আৰু আমাৰ আধুনিক সাহিত্যৰ গতি-প্ৰকৃতি আলোচনাৰ বাবে আনুষ্ঠানিক বাট মোকোলোৱাটো। প্ৰতিটো বিষয়ৰ বাবে প্ৰধান সম্পাদকে জুকিয়াই উলিয়াই আমাৰ হাতে হাতে দিয়া প্ৰশ্নাৱলীও সুচিন্তিত হৈছে আৰু এই প্ৰশ্নাৱলীয়ে প্ৰতিটো বিষয়ৰ প্ৰায় সকলো দিশ সামৰি লৈছে।

মই ভাৰতৰ অন্যান্য ঠাইৰ সাহিত্য-আলোচনা আৰু সাহিত্যিক-সত্ৰলৈও যোৱাৰ সুযোগ পাইছোঁ আৰু তেনে অনুষ্ঠানত যোগ দি আনন্দ লাভ কৰিছোঁ। আমাৰ ইয়াতো এই প্ৰথম বাৰৰ বাবে আয়োজন কৰা শিবিৰৰ কাৰ্যসূচীও তেনেদৰেই আনন্দদায়ক আৰু আকৰ্ষণীয় হৈছে বুলি ক'ব পাৰোঁ। আমাৰ লেখকসকলে অনেক ধৰণৰ প্ৰশ্নৰ উত্তৰ দিছে আৰু আমাক অনেক নতুন কথা জানিবলৈ দিছে। আমি আগতে নভবা অনেক কথাকে আমাক ভাবিবলৈ বাট উলিয়াই দিলে। প্ৰকৃত লেখক, প্ৰকৃত সাহিত্যকৰ পথ সাধনাৰ পথ। সাহিত্যৰ ভাষা হ'ল মানুহৰ হৃদয়ৰ ভাষা। সেই ভাষাই মুখৰ ভাষা, ভূগোলৰ সীমা, সকলো ভাঙি একাকাৰ কৰি মানুহৰ আগত মানুহৰ পৰিচয় দাঙি ধৰে। কিন্তু মুখৰ ভাষাৰ, সাহিত্যৰ প্ৰকাশৰ ভাষাৰ ভূগোল আছে, সীমা আছে। অসমীয়া লেখকসকলে এহাতে এই প্ৰকাশৰ ভাষাৰ বাবেও চিন্তা কৰিব লগীয়া হৈ আহিছে আৰু হৃদয়ৰ ভাষাক প্ৰকাশ কৰাৰ ক্ষমতাৰো সাধনা কৰিব লগীয়া হৈ আহিছে। লেখকসকলকে দেশৰ চিন্তানায়ক বুলিও কোৱা হয়। এই চিন্তানায়কসকলে দেশৰ মানুহৰ কথাও ভাবিব লগীয়া হয়। আমাৰ জাতীয় জীৱনৰ, আমাৰ সামূহিক জীৱনৰ মংগলবিধানৰ বাটো লেখকসকলেই দেখুৱাব পাৰিব লাগিব।

আমাৰ এই শিবিৰলৈ বড়োসকল, মিছিংসকল, কাৰ্বিসকল, ৰাভাসকল, টিৱাসকল—এই সকলোৰে প্ৰতিনিধিসকল আহিছে। সিদিনা বড়ো সাহিত্য সভাৰ সম্পাদক আহিছিল, প্ৰমোদ ব্ৰহ্ম আহিছিল। তেখেতসকলে নিজৰ মনৰ কথা কৈছেহি। তেখেতসকলৰ কিছু কথা আৱেগ-জনিত হৈছে।



তথাপি তেখেতসকলে নিজৰ ভাব আমাক বুজিবলৈ দিছে তাৰ বাবে আমি আন্তৰিক ধন্যবাদ জনাব লাগিব। এনেভাৱে আমি সমৱেত হৈ আলোচনা কৰিব পাৰিলে অনেক ভুল আঁতৰ হ'ব। আমি সকলোৱে এটা কথালৈ লক্ষ্য ৰাখিব লাগিব—আমি সকলো মিলিহে অসমীয়া। আমাৰ মাজত যদি কিবা অশুভ ধাৰণাই ঠাই পায়, আমাৰ মাজত যদি বিভেদৰ বীজ সোমায় —সি সকলোৰে কাৰণেই সমানে অকল্যাণৰ কথা হ'ব।

এই শিবিৰত আমি আমাৰ বৰ্তমান সাহিত্যৰ অনেক সাহিত্যিকক লগ পালোঁ; লগ পাম বুলি ভবা কোনো কোনোক নাপালোঁও। যিসকলে কিবা কাৰণত আমাক লগ দিবহি নোৱাৰিলে, সিসকলৰ আলোচনা শুনাৰপৰা আমি বঞ্চিত হ'লোঁ যদিও অংশ লোৱাসকলৰ আলোচনাই আমাক উপকৃত কৰিলে। আমাৰ বৰ্তমানৰ সাহিত্যই এটা সবল ভেটি লাভ কৰিবলৈ সমৰ্থ হৈছে এই ধাৰণা আমাৰ হৈছে। আমাৰ কবিতাই উন্মুক্ত দুৱাৰেৰে বাহিৰৰ বতাহ আৰু পোহৰ সুমাই আনিছে, আমাৰ গল্প নিজস্ব সৌন্দৰ্যৰে সুন্দৰ হৈ উঠিব পাৰিছে, আমাৰ উপন্যাসে জীৱনক, জীৱনৰ সমস্যাক কাষৰপৰা চোৱাৰ আৰু ৰূপ দিয়াৰ যত্ন কৰিছে, আমাৰ নাটকত নতুন পৰীক্ষা সফলতাৰে কৰা হৈছে। পৰিমাণত কম হ'লেও গুণত আমাৰ সাহিত্য পিছ পৰি থকা নাই—এই বিশ্বাস আমি কৰিব পৰা হৈছোঁ। মুঠতে যোৱা পঁচিশ বছৰৰ অসমীয়া সাহিত্য, অসমীয়া সাহিত্যিকৰ সমস্যা—এই সকলোবোৰ কথা জনাত এই শিবিৰে আমাৰ অনেকখিনি উপকাৰ সাধিলে।

সাহিত্যৰ নতুন যুগৰ সৃষ্টি হৈছে, বহল ক্ষেত্ৰ ওলাইছে। আমাৰ লেখকসকলে এই নতুনত্বৰ প্ৰতি সঁহাৰি দিবলৈ ওলাই আহিব লাগিব, নতুন ক্ষেত্ৰত খোজ পেলাবলৈ সমৰ্থ হ'ব লাগিব। সৃষ্টিশীল সাহিত্যৰ যোগেৰেই অসমৰ, অসমৰ সকলোকে সামৰি অসমীয়া মানুহৰ সবল অস্তিত্ব যুগমীয়া হৈ ৰ'ব।

অসম সাহিত্য সভাৰ এই আয়োজন সময়োপযোগী হৈছে সেই বিষয়ে সন্দেহ নাই। এই শিবিৰৰ আলোচনা-চক্ৰসমূহ সঞ্চালন কৰিবলৈ দায়িত্ব দিয়াৰ বাবে মোৰ কৃতজ্ঞতা জনালোঁ। অৱশ্যে দায়িত্ব কিমান নিয়াৰিকৈ পালন কৰা হ'ল—সেই বিচাৰ আপোনালোকে কৰিব। শেহত সমৱেত লেখকসকল আৰু শ্ৰোতাসকলৰ প্ৰতি ধন্যবাদ জ্ঞাপন কৰিলোঁ।

[ ১ জানুৱাৰী '৭৪ ]

# স্মৃতি গ্ৰন্থ উন্মোচনী-ভাষণ

## নলিনীবালা দেৱী

সভাপতি ডাঙৰীয়া, লেখক-শিবিৰৰ লেখকসকল আৰু সুধীসকল, আজি এই লেখক-শিবিৰৰ এসপ্তাহ জোৰা আয়োজনৰ স্মৃতিৰ অৰ্থে যিখনি পুথি উলিয়াইছে সেই স্মৃতি-গ্ৰন্থখনি উন্মোচন কৰিলোঁ।

লেখক-শিবিৰৰ কথা শুনি মোৰ মনত বৰ আনন্দ লাগিছে। আজি বহুত দিনৰ কথা এটা মনত পৰিছে। ১৯৪৮ চনত মোৰ লগত জ্যোতিপ্ৰসাদৰ আলোচনা হৈছিল যে আমাৰ স্বাধীন দেশখনত কিছুমান লেখকৰ, কিছুমান চিন্তাশীল লোকৰ সম্প্ৰীতিমূলক আলোচনা এটিৰ আয়োজন কৰিব লাগে। তেতিয়াহ'লে আমি লগ হৈ অনেক কথা আলোচনা কৰি সেই মতে কাম কৰাৰ সুবিধা হ'ব। আজি যি ধৰণৰ পৰিকল্পনা কৰিছে তেনে এটি পৰিকল্পনাৰ কাৰণে মই যথেষ্ট চেষ্টা কৰিছিলোঁ। কিন্তু সেইবিলাক প্ৰকাশ নাপালে। আজি জ্যোতিপ্ৰসাদৰ, মোৰ, সেই স্বপ্ন সফল হোৱা দেখি অসীম আনন্দ পাইছোঁ। ক্ৰম-বিকশিত যুগৰ একোখন দেশৰ একোটা জাতিৰ সাহিত্য, সংস্কৃতিয়ে সকলো পিনৰপৰা অগ্ৰগতি লাভ কৰিবলৈ হ'লে এচাম চিন্তাশীল লোকৰ, এচাম চিন্তাশীল সাহিত্যিকৰ প্ৰয়োজন। সেয়েহে আমাৰ দেশখনতো এচাম চিন্তাশীল লেখকৰ আৱশ্যক হৈ পৰিছে। আগৰ এচাম লেখক আছিল যি লেখকচামে আমাৰ এখন সাহিত্য-সমাজ গঠন কৰি গ'ল। সেই সকলে নানা অভাৱ-অভিযোগ, সংঘাতৰ মাজেৰে সাহিত্য ৰচনা কৰিলে। তেওঁলোকৰ যত্নতেই আমি এনেভাৱে আজি আমাৰ সাহিত্যৰ কথা আলোচনা কৰিব পৰা হৈছোঁ। লেখকসকলৰ মাজত এইদৰে আলোচনা-বিলোচনা হ'লে আমাৰ সাহিত্যই অগ্ৰগতি লাভ কৰিব পাৰিব। আমাৰ মাজত হোৱা বা থকা ভুল-ত্ৰুটিবোৰ ইজনে-সিজনে আলোচনা কৰি শুদ্ধ কৰি ল'লে মই আশা কৰোঁ আমি আৰু ভাল, আৰু সুন্দৰ সাহিত্য পাম। আৰু এটা কথা মই ক'ব খোজোঁ, আমাৰ জনজাতীয় ভাইভনীসকলক আমি সাৱটি ল'ব লাগিব। আমাৰ জনজাতি বোলা নামটো পিছতহে আহিছে। মূলতে আমি সকলো অসমীয়া একেদৰেই আছোঁ। কাৰণ এই জনজাতিসকলো



এইখন দেশৰে জনজাতি। তেওঁলোকৰ মনৰ যি সৰলতা বা কোমলতা মই সেইটো ভালকৈ অনুভৱ কৰোঁ। আজিও মই অনেক পৰ্বতীয়া ভাইভনী-হঁতৰপৰা চিঠি পাওঁ। সেইবিলাক পঢ়ি মই অনুভৱ কৰোঁ অসমীয়া মানুহ-বিলাক কেনে আছিল ; আমাৰ অসমথন কি আছিল! কিন্তু এতিয়া আমাৰ কিছুমান ৰূপান্তৰ দেখিবলৈ পাইছোঁ।

কবিতা বস্তুটো কি নিশ্চয় এই বিষয়ে আলোচনা হৈছে। যি সত্য বস্তুৰ মৃত্যু নাই, অমৰ, সেয়ে প্ৰকৃত কবিতা, প্ৰকৃত সাহিত্য। কবিতাও এবিধ সাহিত্য গতিকে এই কবিতা এনেভাৱে সৃষ্টি কৰিব লাগিব যে ই চিৰসুন্দৰ চিৰসত্যৰ সন্ধান দিব পাৰে। গতিকে আমাৰ জীৱনৰ প্ৰত্যেকটো সাহিত্য সৃষ্টি যাতে সুন্দৰ হয় সেয়ে আমাৰ অনুৰোধ। আৰু আমি এটা কথালৈ লক্ষ্য কৰিব লগীয়া আছে। সাহিত্যিকে আমাৰ এই যুগটোক সুন্দৰভাৱে প্ৰতিষ্ঠা কৰিব লাগিব, সংশোধন কৰিব লাগিব, সদিচ্ছাক কাৰ্যকৰী কৰিব লাগিব। আমি এটা কথা সদায় মনত ৰাখিব লাগিব যে সাহিত্যিক-সকলৰ দায়িত্ব অতি গধুৰ। আমি সাহিত্যক ব্যৱসায়ৰ সস্তীয়া সামগ্ৰীত পৰিণত হ'বলৈ দিব নোৱাৰোঁ। সাহিত্যিকৰ দৃষ্টিভঙ্গী তেনেকুৱা হ'ব নালাগে। সাহিত্য হৃদয়ৰ বস্তু। কবি সাহিত্যিকসকলে যাতে এই কথাটো মনত ৰাখে। গতিকে আমাৰ আজি লেখকসকলৰ দায়িত্ব অতি গধুৰ। এই গধুৰ দায়িত্ব পালন কৰি এই লেখকসকলে আমাৰ সোণৰ অসমী আইক ভাৰতৰ, বিশ্বৰ সকলো দেশৰ মাজত জিলিকাই তুলিব লাগিব। নিজৰ দেশৰ অগ্ৰগতি দেখিলে বা সাহিত্যিকৰ, লেখকৰ অগ্ৰগতি দেখিলে অতি আনন্দ লাগে, সুখৰ অনুভূতি হয়। অন্তৰত সত্য-শিৱ-সুন্দৰৰ প্ৰতি আগ্ৰহ জন্মাই, অসীম প্ৰেৰণা দি, সাহিত্যৰ প্ৰতি ধাউতি থকা সন্তানসকলক যাতে সু-সন্তান কৰি গঢ়ি তোলে তাৰ বাবে মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

# মুখ্য অতিথিৰ ভাষণ

## শৰৎচন্দ্ৰ সিংহ

শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, শ্ৰদ্ধেয় লেখকসকল আৰু সুধীবৃন্দ, মই আজি লেখক-শিবিৰৰ সামৰণী সভালৈ আহোঁতে মোৰ মনত কিছু উগুল-থুগুল লাগি আছিল। ভাবিছিলোঁ এই সভাখনত বক্তৃতা দিয়াৰ যোগ্যতা মোৰ কিমানখিনি আছে! মই লেখক নহওঁ। গতিকে লেখক-শিবিৰত মোৰ বক্তব্য এজন সাধাৰণ দেশবাসী হিচাপে, এজন পাঠক হিচাপে সংক্ষেপে নিবেদন কৰিব খুজিছোঁ।

মই জয় জয়তে অসম সাহিত্যসভাৰ দ্বাৰা আয়োজিত এই লেখক শিবিৰত সমৱেত সকলো লেখকক মোৰ সশ্ৰদ্ধ সম্ভাষণ আৰু নতুন বছৰৰ শুভেচ্ছা জ্ঞাপন কৰিছোঁ। মোৰ মনত খেলাইছে—আমি দুটা কামৰ লক্ষ্য পাবগৈ পৰা নাই। এটা কাম হ'ল আমাৰ দেশৰ তথা ৰাজ্যখনৰ সংহতি স্থাপন। সেই সংহতি আবেগিক, সেই সংহতি সামাজিক, সেই সংহতি সাংস্কৃতিক। আনটো কাম হৈছে—আমাৰ ৰাজ্যখনত যি পৰিমাণৰ অগ্ৰগতি সাধিত হ'ব লাগিছিল সেইখিনি আমি সাধন কৰিব পৰা নাই। এই দুইটা কামেই দেশৰ শক্তি-বৰ্ধক। দেশৰ জনসাধাৰণৰ দৃষ্টি এই লক্ষ্যলৈ আনিবলৈ হ'লে কেৱল বক্তৃতাৰ দ্বাৰা সম্ভৱ নহয়; ধন খটুৱায়ো সেই লক্ষ্য পাব নোৱাৰি। মোৰ অনুভৱ হৈছে—দেশৰ মানুহৰ দৃষ্টি আকৰ্ষণ কৰাৰ একমাত্ৰ মাধ্যম হৈছে—সাহিত্য আৰু সাংস্কৃতিক কাৰ্যসূচী। লেখকসকলে সৃষ্টিশীল ভাবেৰে যি কথা প্ৰকাশ কৰে, সিয়ে জনতাৰ অন্তৰ স্পৰ্শ কৰে আৰু জনতা আগবাঢ়ি আহে। সেই কাৰণে লেখকসকলে যদি আমাৰ সমাজৰ এই সমস্যাবিলাকৰ তাৎপৰ্য উপলব্ধি কৰি তাৰ সমাধানৰ পথ দেখুৱাই জনতাক উদ্বুদ্ধ কৰিব পাৰে তেনেহ'লে আমাৰ সংহতি আৰু অগ্ৰগতি দুয়োটাই প্ৰতিষ্ঠা হয়। যিটো কাম চৰকাৰ বা সমাজসেৱা বিভাগে বহু শ্ৰম কৰিও কৰিব নোৱাৰে, লেখকসকলে অনায়াসে সেই কাম সম্পন্ন কৰিব পাৰে।

মই অত্যন্ত আনন্দ অনুভৱ কৰিছোঁ যে—আমাৰ ৰাজ্যখনত থকা বিভিন্ন



থলুৱা গোটৰ ভাষাসমূহৰ সম্পৰ্কেও ইয়াত আলোচনা হৈছে আৰু সেই সেই ভাষাৰ লেখকসকলেও এই আলোচনাত যোগ দিছেহি। সম্পূৰ্ণকৈ উন্নত নহ'লেও আমাৰ এই থলুৱা ভাষাসমূহৰ উন্নয়নৰ বাবে চেষ্টা চলোৱাটো, সেই সেই ভাষাভাষী লোকৰ মনৰ আকাংক্ষা পূৰণৰ চেষ্টা কৰাটো এটা স্বাভাৱিক চেষ্টা। মূল অসমীয়া ভাষাই ইয়াৰ চাৰিওফালে সিঁচৰতি হৈ থকা ভাষা-উপভাষাৰপৰাই সমৃদ্ধি লাভ কৰিছে। সেই সেই ভাষাসমূহৰ শ্ৰীবৃদ্ধিয়ে আমাৰ মূল ভাষাৰো শ্ৰীবৃদ্ধি ঘটাত সহায় কৰিব। ব্ৰহ্মপুত্ৰ অনন্তকালৰপৰা বৈ আছে আৰু বৈ থাকিব। ব্ৰহ্মপুত্ৰৰ দুয়ো ফালৰপৰা অসংখ্য নৈ, উপনৈ ওলাই আহি ব্ৰহ্মপুত্ৰত মিলিছেহি আৰু এটা সুঁতি হৈ সাগৰলৈ বৈ গৈছে। এই নৈ-উপনৈৰ শ্ৰীবৃদ্ধিয়ে ব্ৰহ্মপুত্ৰৰো জলধাৰাক পুষ্ট কৰি আহিছে। অসমীয়া ভাষাৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য বুলি দৃঢ়ভাৱে বিশ্বাস কৰোঁ। সেইকথাই ইয়াত ঠাই পোৱা দেখি মই অত্যন্ত আনন্দ অনুভৱ কৰিছোঁ। এই কথাটোৱে আমাক সাংস্কৃতিক আৰু সামাজিক ক্ষেত্ৰত ভালেখিনি আগুৱাই নিব। সেই কাৰণে সাহিত্যসভাৰ এই উদ্যমৰ মই প্ৰশংসা কৰিছোঁ আৰু অভিনন্দন জ্ঞাপন কৰিছোঁ।

লেখকসকলৰ ওচৰত মই বিনীতভাৱে এটা নিবেদন কৰিব খুজিছোঁ যে তেওঁলোকে সমাজ-পৰিৱৰ্তনত বৰঙনি যোগাব লাগে। আমাৰ সমাজখন পুৰণিকলীয়া। সমাজৰ পৰিৱৰ্তন ঘটিছে—সেইটো ঠিক। কিন্তু সময়ে যি ধৰণে বাগৰ সলাইছে সমাজে সেই ধৰণে বাগৰ সলাব পৰা নাই। সমাজৰ গতি যদি ধীৰ হয় সময়তকৈ সমাজ পিছ পৰি থাকিব লাগিব। সেইকাৰণে লেখকসকলে সমাজৰ পৰিৱৰ্তন সাধনত সহায় কৰি গতি আনি দিব লাগিব। আমাৰ সামাজিক পৰিৱৰ্তনৰ লগত অঙ্গাঙ্গীভাৱে জড়িত হৈ আছে অৰ্থনৈতিক জীৱন। সেইকাৰণে অৰ্থনৈতিক দিশৰ দোষ-ত্ৰুটিও আঙুলিয়াই দি শুদ্ধ বাট গ্ৰহণত সহায় কৰিব লাগিব। তেতিয়াহে সমাজৰ অগ্ৰগতি সাধিত হ'ব।

লেখকসকলৰ লিখাৰ যি ভংগি, যি আদৰ্শ, লিখাৰ ভিতৰত থকা যি প্ৰেৰণাদায়ক শক্তি সেয়ে সমাজখনক নতুনকৈ সৃষ্টি কৰে। সময়ৰ এই আহ্বানৰ প্ৰতি লেখকসকলে সঁহাৰি দিব—এই আশা কৰি পুনৰ সকলোলৈকে অভিনন্দন জ্ঞাপন কৰি মোৰ বক্তব্যৰ সামৰণি মাৰিলোঁ।

# সভাপতিৰ ভাষণ

গিৰিধৰ শৰ্মা

লেখক-শিৱিৰৰ সঞ্চালক ডক্টৰ নেওগ ডাঙৰীয়া, বিশিষ্ট অতিথিসকল আৰু সুধী ৰাইজ, অসম সাহিত্যসভাই প্ৰথম বাৰৰ বাবে লেখক-শিৱিৰৰ আয়োজন কৰিলে। এই শিৱিৰত অসমীয়া ভাষাৰ লেখকসকলৰ উপৰিও আমাৰ বিভিন্ন থলুৱা ভাষাৰ প্ৰতিনিধিসকলে যোগদান কৰিছেহি। আমি সঁচাকৈয়ে আনন্দিত হৈছোঁ। মই শিৱিৰৰ আটাইকেওদিন অনিবাৰ্য কাৰণত উপস্থিত থাকিব নোৱাৰিলোঁ। তাৰ বাবে মই ক্ষমা বিচাৰিছোঁ। এইটো সঁচাকৈ আনন্দৰ কথা যে অসমৰ বিভিন্ন ঠাইৰ কবি, চুটি গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰসকল সমৱেত হোৱা সাদিন জুৰি আমাৰ সাহিত্যৰ এই বিভিন্ন ধাৰা-সম্পৰ্কে আলোচনা কৰিলে। সেইসকলো লেখক-লেখিকালৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

আজি আমি সমস্যাপূৰ্ণ সময়ৰ মাজেদি যাব লাগিছেঁ। ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক বিভিন্ন প্ৰকাৰৰ সমস্যাৰে আমাৰ জীৱন ভৰি পৰিছে। জীৱন-যাপন বহুসময়ত কষ্টকৰ হৈয়ে উঠিছে। আনহাতে আমাৰ মাজত নানা প্ৰকাৰৰ বিভেদৰ বীজাণু সোমাইছে। এই বীজাণুৱে শৰীৰৰ ভিতৰত ৰোগৰ সৃষ্টি কৰিছে। লেখকসকলৰ, সাহিত্যিকসকলৰ বলিষ্ঠ নেতৃত্ব আজি দেশে বিচাৰিছে। লেখকসকলে দেশৰ এই সমস্যাবোৰৰ প্ৰতিও দৃষ্টি দিব লাগিব, তেখেতসকলে দেশৰ মানুহক বাট দেখুৱাব লাগিব; যিবোৰ অশুভ শক্তিৰ উত্থান হৈছে সেইবোৰ নিৰ্মূল কৰাৰ বাবে উপায় চিন্তিব লাগিব।

আমাৰ ৰাজ্য অসমখনত বহু বৰ্ণ, বহু জাতিৰ সমাৱেশ ঘটিছে। কিন্তু আমি সকলো এক অসমীয়া হৈ অসমৰ স্বাৰ্থৰক্ষা কৰি আহিছোঁ। এতিয়া যদি আমি আমাৰ সেই বৃহত্তৰ স্বাৰ্থৰক্ষা কৰিব নোৱাৰোঁ আমি ভৱিষ্যতৰ ইতিহাসৰ পাতত দোষী হ'ব লাগিব।

অসম সাহিত্যসভাৰ ফালৰপৰা আমি এই সম্প্ৰীতিৰ কথাকে প্ৰচাৰ কৰিবলৈ যত্ন কৰিছোঁ। আমি অসমৰ বিভিন্ন ঠাইৰ লোকৰ মাজলৈ গৈছোঁ,



সিসকলৰ কথা শুনিবৰ যত্ন কৰিছোঁ আৰু আমাৰ কথাও ক'বৰ যত্ন কৰিছোঁ। অসম সাহিত্যসভাই যি আঁচনি গ্ৰহণ কৰিছে সেই আঁচনিসমূহতো এনে লক্ষ্য আছে। সেই বাবেই আমি বিজ্ঞানসন্মতভাৱে 'অসমীয়া জাতিৰ ইতিবৃত্ত' সংকলনৰ কাম হাতত লৈছোঁ; আমাৰ বিভিন্ন জনগোষ্ঠীৰ পৰিচয়মূলক পুথি প্ৰকাশৰ কাম হাতত লৈছোঁ। আনহাতে সাহিত্যৰ বিভিন্ন বিষয় যেনে চুটি গল্প, নাটক, উপন্যাস আদিৰ বিষয়ে গ্ৰন্থ সংকলনৰ ব্যৱস্থা কৰিছোঁ। তদুপৰি আমি অসমীয়া ভাষালৈ ভাল গ্ৰন্থ অনুবাদ কৰাৰ আৰু অসমীয়া ভাষাৰ ভাল গ্ৰন্থ হিন্দী-ইংৰাজীলৈ অনুবাদ কৰোৱাৰ পৰিকল্পনাও কৰিছোঁ। এই সকলো আঁচনিৰ কৃতকাৰ্যতাৰ বাবে আপোনাসকলে আমাক সহায় কৰিব লাগিব। আপোনালোকে জানে আমাৰ ভাষাত এখন মানসম্পন্ন আলোচনীৰ অভাৱ। সেই অভাৱ দূৰ কৰিবৰ কাৰণে অসম সাহিত্যসভা পত্ৰিকাক আমি এই বছৰ মাহেকীয়াকৈ প্ৰকাশ কৰি আছোঁ। যদি লেখক-লেখিকাসকলৰ সহায়-সহযোগ পোৱা হয়, বিতৰণৰ ব্যৱস্থাও সফল কৰিব পাৰি মাহেকীয়াকৈ প্ৰকাশ কৰাত অন্তৰায় নাথাকিব।

আমি এই শিৱিৰত, সভাৰ অন্যান্য কামত ব্যস্ত থকাত যোগ দিবহি পৰা নাছিলোঁ। আমাৰ প্ৰধান সম্পাদকে সকলো কাম সুচাৰুৰূপে কৰাৰ বাবে ধন্যবাদ জনাইছোঁ। তদুপৰি অসম সাহিত্যসভাৰ প্ৰাক্তন সভাপতি, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, কটন কলেজৰ অধ্যক্ষ আব্দুল জেলিল প্ৰমুখ্যে অভ্যৰ্থনা সমিতিৰ সকলোলৈকে কৃতজ্ঞতা জনালোঁ। শিৱিৰ সঞ্চালন কৰাৰ বাবে ড° নেওগলৈ, উদ্বোধন কৰাৰ বাবে শিক্ষামন্ত্ৰীলৈ, আজিৰ সামৰণী অধিবেশনৰ মুখ্য অতিথিৰ ভাষণদান কৰাৰ বাবে মুখ্যমন্ত্ৰীলৈ আৰু সকলো লেখক-লেখিকা আৰু সহযোগী সকলোলৈকে আমাৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ।

---